# ভাৰতৰ বনৰীয়া জন্তু

শ্ৰীফটিক চন্দ্ৰ গগৈ



অসম প্ৰকাশন পৰিষদ
গুৱাহাটী-৭৮১০২১

*BHARATAR BANARIA JANTU* : An illustrated book on wild mammals of India in Assamese by Phatick Chandra Gogoi, and published by Laxmi Nath Tamuly IAS, Secretary, Publication Board Assam, Guwahati - 781 021, Assam, India.

Third edition December 2003 Price Rs. 170.00



প্ৰকাশক

লক্ষ্মীনাথ তামুলী আই এ এছ

সচিব

অসম প্ৰকাশন পৰিষদ

গুৱাহাটী ৭৮১ ০২১

প্ৰথম সংস্কৰণ : ১৯৬৬

দ্বিতীয় সংস্কৰণ : ডিচেম্বৰ ১৯৮৮

তৃতীয় সংস্কৰণ : ডিচেম্বৰ ২০০৩

মূল্য : ১৭০.০০ টকা

মুদ্ৰণ

ভৱানী অফ্‌ছেট এণ্ড ইমেইজিং চিষ্টেম্‌ছ প্ৰাঃ লিঃ

ৰাজগড় ৰোড, গুৱাহাটী ৭৮১ ০০৭

পত্নী—শ্রীমতী নিরাভা গগের হাতে—

লেখক

# দ্বিতীয় সংস্কৰণৰ পাতনি

১৯৬৬ চনত গ্ৰন্থখনি প্ৰথম ছপা হোৱাৰ পিছত বন্যপ্ৰাণী সংৰক্ষণ আৰু বিজ্ঞান সন্মত বিচালনা সম্পৰ্কীয় বিষয়বস্তুৰ আমূল পৰিবৰ্তন ঘটিছে। বন্যপ্ৰাণী সংৰক্ষণৰ বাবে বিশ্ব-জোৰা অভিযান আৰম্ভ হৈছে। আমাৰ দেশতো সৰ্বভাৰতীয় ভিত্তিত ১৯৫২ চনত "ভাৰতীয় বন্যপ্ৰাণী পৰিষদ" আৰু ৰাজ্যিক পৰ্যায়ত 'বন্যপ্ৰাণী উপদেষ্টা কমিটি' আদি গঠিত হ'ল। ইংৰাজী আৰু ভাৰতীয় ভাষাসমূহত বহুতো পুথি-পাঁজি প্ৰকাশিত হ'ল। ইতিমধ্যে বন্যপ্ৰাণী সংৰক্ষণৰ বিষয়টোৱে চৰকাৰী বেচৰকাৰী পৰ্য্যায়ত সৰ্বভাৰতীয় মৰ্যাদা লাভ কৰিলে।

চূড়ান্ত পৰ্যায়ত বিগত ১৯৭২ খ্ৰীষ্টাব্দত সৰ্বভাৰতীয় বন্যপ্ৰাণী (সংৰক্ষণ) আইনখন সংসদত গৃহীত হোৱাৰ পিছত অন্যান্য ৰাজ্যৰ লগতে অসমতো ১৯৭৬ চনত আইনখন প্ৰযোজ্য হয়।

এই সকলোবিলাক বিষয়ৰ ওপৰত যথাযোগ্য গুৰুত্ব দি প্ৰথম সংস্কৰণৰ প্ৰতিটো প্ৰবন্ধকে নতুন ৰূপত লিখি বাইজলৈ আগবঢ়োৱা হৈছে। তদুপৰি আগৰ সংস্কৰণত ঠাই নোপোৱা একাধিক প্ৰবন্ধ ইয়াত সন্নিবিষ্ট কৰা হৈছে। পৰিশিষ্টত ভাৰতৰ ৰাষ্ট্ৰীয় উদ্যান, অভয়াৰণ্য আৰু পক্ষীবিহাৰ বিলাকৰ এখন তালিকা সংযোগ কৰি সেই বিষয়ক কথা একে ঠাইতে খুপাই দিয়া হৈছে। ভাৰতৰ ভৌগোলিক পৰিধিৰ অন্তৰ্গত বিভিন্ন গোত্ৰ বা পৰিয়ালৰ স্তন্যপায়ী জন্তুৰ জীৱনবৃত্তান্ত বৰ্ণনা কৰোঁতে পাৰিতপক্ষে সদৃশ বিষয় বস্তুত আলোকপাত কৰি সামগ্ৰিক দৃষ্টিভঙ্গীৰে বিষয় সামৰি লোৱাৰ প্ৰয়াস কৰা হৈছে।

দ্বিতীয় সংস্কৰণো প্ৰকাশ কৰিবলৈ আগবাঢ়ি অহাৰ বাবে অসম প্ৰকাশন পৰিষদৰ ওচৰত আমি কৃতজ্ঞ। পৰিষদৰ সচিব শ্ৰীসতীশ ভট্টাচাৰ্য্যলৈ এই ছেগতে ধন্যবাদ যাচিলোঁ। পৰিষদৰ সভাপতি তথা অসমৰ শিক্ষামন্ত্ৰী মাননীয় শ্ৰীবৃন্দাবন গোস্বামী দেৱে গ্ৰন্থখন প্ৰকাশ কৰাৰ ক্ষেত্ৰত আগ ভাগ লোৱা বাবে লেখক তেখেতৰ ওচৰত চিৰ-কৃতজ্ঞ।

গ্ৰন্থত ব্যৱহাৰ কৰা আলোক চিত্ৰসমূহ যোগান দিয়া কাৰণে শ্ৰীভূপেন্দ্ৰ কুমাৰ দে (শিলচৰ) শ্ৰীকৃষ্ণ মেচ (দিল্লী), শ্ৰীশিৱ গোস্বামী (গুৱাহাটী) আৰু অসমৰ প্ৰাক্তন বন সংৰক্ষক স্বৰ্গীয় হেমকান্ত বৈশ্যৰ ওচৰত লেখক কৃতজ্ঞ। ৰেখাচিত্ৰ আঁকি দি সহায় কৰা বাবে শ্ৰীবীৰেন্দ্ৰলাল ভৌমিকৰো শলাগ ল'লোঁ।

১২৬ পৃষ্ঠাত ছপা হোৱা 'গড়াল'ৰ বৈজ্ঞানিক নাম "বুদৰকাচ টৈক্সিকলৰ" নহৈ 'নেমৰহিদচ গডাল' হ'ব লাগিছিল। তাৰ বাবে বিজ্ঞজনে যেন দায়-দোষ নধৰে।

কটিক চন্দ্ৰ গগৈ

গুৱাহাটী
ডিচেম্বৰ ১৯৮৮

# প্ৰথম সংস্কৰণৰ পাতনি

বনৰীয়া জন্তু বুলিলে যদিও জনপ্ৰিয় ভাষাত উদ্ভিদক বাদ দি হাবিত বাস কৰা সকলো বিলাক প্ৰাণীকেই বুজায় তথাপি বৈজ্ঞানিক ভিত্তিতে শ্ৰেণীভুক্ত কৰি কেৱল স্তন্যপায়ী জন্তুসমূহৰ কথাহে এই কিতাপত উল্লেখ কৰা হৈছে।

প্ৰাণী জগতৰ ভিতৰত স্তন্যপায়ী জন্তুবিলাকৰ বিশেষত্ব এইয়ে যে ইহঁতে গৰ্ভত সন্তান ধাৰণ কৰি পোৱালি জন্মায় আৰু মাতৃ-স্তনৰ গাখীৰ খুৱাই এই পোৱালিবিলাকক ডাঙৰ দীঘল কৰে। ইহঁতৰ শৰীৰ নোমৰ আৱৰণেৰে আচ্ছাদিত। জন্তুভেদে এই নোমবিলাকৰ ৰূপান্তৰ পৰিলক্ষিত হয়। বনৰৌ বা কেমটাই পহুৰ গাত বৌমাছৰ দৰে বাকলি আছে, কেঁটেলা পহুৰ নোমবিলাক আকৌ কাঁইটৰ দৰে ঠৰঙা। জলচৰ, স্থলচৰ, উভয়চৰ আৰু খেচৰ এই চাৰি প্ৰকাৰৰ স্তন্যপায়ী জন্তুৰ অৱস্থান ভিন্ ভিন্ পৰিৱেশত দেখা যায়। তিমিমাছ, শিহু আদি জলচৰ জন্তু পানীত থাকে। বাঘ, হাতী, শিয়াল, হৰিণ আদি অসংখ্য জন্তুৱে পৃথিৱীৰ স্থলভাগৰ বিভিন্ন পৰিৱেশত বাস কৰে। এই স্থলচৰ জন্তুবিলাকৰ ভিতৰৰে নিগনি, কেঁটেলা আদি জন্তুৱে মাটিৰ তলত বটিয়াকৈ গাঁত খান্দি উপযুক্ত সুৰঙ্গ নিৰ্মাণ কৰি তাৰ ভিতৰতে অলপ আহল-বহল কোঠাৰ ব্যৱস্থা কৰি বাস কৰে। কেৰ্কেটুৱা, বান্দৰ আদি জন্তুৱে আকৌ গছৰ ওপৰৰ ডাল-পাতত বিচৰণ কৰি কেতিয়াবাহে মাটিলৈ নামি আহে। নভচাৰী স্তন্যপায়ী জন্তুৰ একমাত্ৰ প্ৰতিনিধি বাদুলিয়ে চৰাইৰ দৰে শূন্যত উৰি দিক্-দিগন্ত পৰিভ্ৰমণ কৰে। জলবায়ুৰ বিভিন্নতাৰ ফালৰ পৰা বিশ্লেষণ কৰি চালে দেখিবলৈ পোৱা যাব যে স্তন্যপায়ী জন্তু-বিলাকৰ বহুতে হিমালয়ৰ বৰফাচ্ছন্ন শৈলমালাৰ শীতমণ্ডলত বাস কৰে আৰু আন আন কিছুমানে মৰুভূমিৰ তপত বালিৰ শুকান ঠাইত বিচৰণ কৰি জীৱন নিৰ্বাহ কৰিবলৈ সক্ষম হয়। আনহাতে একে প্ৰজাতিৰ বিভিন্ন জন্তুৱে জলবায়ু আৰু মাটি পানীৰ বিভিন্ন পৰিৱেশত কৃতকাৰ্যতাৰে বাস কৰি পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত অতি সহজে খাপ খুৱাই বাস কৰিব পৰাৰ অদ্ভুত ক্ষমতাৰ পৰিচয় দিয়ে। গৰম তেজ থকা জন্তুৰ এই বিশিষ্ট গুণৰ অধিকাৰী হৈ মানৱ জাতিয়ে পৃথিৱীৰ সকলো ঠাইতে বিভিন্ন জলবায়ুৰ লগত খাপ খাই বসতি বিস্তাৰ কৰিবলৈ সক্ষম হৈছে।

## পৰিৱেশ আৰু বনৰীয়া জন্তু

পাৰিপাৰ্শ্বিক অৱস্থাৰ ওপৰত ভিত্তি কৰি জন্তু-জগতৰ পৰিৱেশৰ বিভিন্নতাক চাৰিটা প্ৰধান ভাগত ভাগ কৰা যায়। যেনে-দৈহিক পৰিৱেশ, (Mechanical environment ) ৰসায়নিক পৰিৱেশ, ( Chemical environment ) প্ৰাকৃতিক পৰিৱেশ, (Physical environment) আৰু জীৱন্ত পৰিৱেশ ( Animate environments

কোনো কোনো প্ৰজাতিৰ জন্তুৱে নিজৰ দেহৰ বিচিত্ৰ গঠনৰ সহায়ত সমুদ্ৰৰ গভীৰ তলিৰ অতিশয় ভয়াবহ পাৰিপাৰ্শ্বিক অৱস্থাৰ মাজত বাস কৰি জীৱন ধাৰণ কৰিব পাৰে। এই অৱস্থাক দৈহিক পৰিৱেশ বুলি অভিহিত কৰা হৈছে। খাদ্য সামগ্ৰীৰ প্ৰাচুৰ্য আৰু মাটিৰ ৰসায়নিক পদাৰ্থৰ দ্বাৰা আকৃষ্ট হৈ বহুতো প্ৰজাতিৰ জন্তুৱে এনে ধৰণৰ সুচল ঠাই বাসস্থানৰ বাবে বিচাৰি লয়। এই অৱস্থাক ৰসায়নিক পৰিৱেশ বুলি অভিহিত কৰিব পাৰি। হাতী, পহু আদি জন্তুৱে এই ৰসায়নিক পৰিৱেশৰ দ্বাৰা প্ৰভাৱান্বিত হৈ বহুতো সময়ত নিমখৰ পুং খকা ঠাইবিলাকত গোট খাবহি। পোহৰৰ পৰিমাণ আৰু শীত উষ্ণতাৰ তাৰতম্যৰ দ্বাৰা কিছুমান প্ৰাণী প্ৰভাৱান্বিত হয় বুলিক'ব পাৰি। মানুহৰ সাহচৰ্য আৰু অন্যান্য জন্তুৰ সংস্পৰ্শৰ দ্বাৰা উপকৃত হৈ নিবাসৰ বাবে নিৰ্দিষ্ট স্থান নিৰ্বাচন কৰি লোৱা অৱস্থাক জীৱন্ত পৰিৱেশৰ দ্বাৰা প্ৰভাৱান্বিত হোৱা বুলি ক'ব পাৰি।

## খাদ্য সামগ্ৰী আৰু দেহৰ গঠন

খাদ্য-সামগ্ৰীৰ বিভিন্নতা আৰু খাদ্য আহৰণৰ বিচিত্ৰ নিয়ম প্ৰণালীৰ ভিত্তিত বনৰীয়া জন্তুবিলাকক বেলেগ বেলেগ ভাগত শ্ৰেণীভুক্ত কৰিব পাৰি। যেনে মাংসাহাৰী জন্তু, পতঙ্গ-ভোজী জন্তু, তৃণ-ভোজী জন্তু, দাঁতেৰে কুটিখোৱা জন্তু ইত্যাদি। খাদ্যৰ বিভিন্নতা আৰু বাসস্থানৰ নানা পৰিবেশে ভিন্ ভিন্ জাতীয় জন্তুৰ অঙ্গ-প্ৰত্যঙ্গৰ গঠন আৰু সঞ্চালনক বিশেষভাৱে প্ৰভাৱান্বিত কৰা দেখিবলৈ পোৱা যায়। অভ্যুদয়ৰ পাছত জীৱ-জগত ক্ৰমোন্নতিৰ পথত আগবাঢ়ি যাওঁতে এই স্তন্যপায়ী জন্তু-বিলাকেই বিকাশৰ চৰম অৱস্থা লাভ কৰিছে। আনহাতে এই স্তন্যপায়ী জন্তুৰ অন্তৰ্ভুক্ত জীৱ মানৱ জাতিয়ে বুদ্ধি-বৃত্তিৰ চৰম পৰিণতি লাভ কৰি সৰ্বশ্ৰেষ্ঠ জীৱ বুলি প্ৰতিষ্ঠা লাভ কৰিছে। এই শ্ৰেষ্ঠতাৰ গুৰিতেই হ'ল মানুহৰ উৰ্বৰা মস্তিষ্ক, যাৰ দ্বাৰা মানুহ পৃথিবীৰ একচ্ছত্ৰী অধিকাৰী হৈ সৌৰ জগতৰ মহাকাশ পৰ্যন্ত জয় কৰিবলৈও সক্ষম হ'ব পাৰিছে। মানুহৰ পাছতে আন আন জাতিৰ জন্তুবিলাকৰ ভিন্ ভিন্ স্তৰত মস্তিষ্কৰ বিকাশ ঘটিছে। অপৰিপক্ক মগজুৰ অধিকাৰী হাতী, বাঘ, ভালুক আদি জন্তুৱে ভিন্ ভিন্ ধৰণৰ কাৰ্যৰে আত্মপ্ৰকাশ কৰি বিভিন্ন স্তৰত মগজু বিকাশৰ প্ৰমাণ কৰিছে।

বনৰীয়া জন্তু বিশেষৰ কাৰ্যকলাপ আৰু স্বভাৱ-চৰিত্ৰৰ লগত ইয়াৰ দেহৰ অঙ্গ-প্ৰত্যঙ্গৰ গঠন আৰু উৎকৰ্ষ সাধন হোৱা দেখিবলৈ পোৱা যায়। ইয়াৰ ভিতৰত বেলেগ বেলেগ প্ৰজাতিৰ জন্তুৰ দাঁত বিলাকৰ গঠন আৰু আকাৰৰ তাৰতম্য বিশেষ ভাৱে লক্ষ্য কৰিব লগীয়া। মাংসাহাৰী জন্তুবিলাকৰ দাঁতবিলাক মজবুত আৰু অসীম শক্তি সম্পন্ন। আগদাঁতৰ দুয়োকাষে থকা দীঘল দাঁত দুটা জোঙা আৰু অতিশয় চোকা। এই শক্তি সম্পন্ন দাঁত দুটাই চিকাৰৰ জন্তুৰ গাত কাঁড়ৰ দৰে বিন্ধ কৰি তাক বধ কৰিবলৈ সক্ষম হয়। গুৰি-দাঁত কেইটাৰে ই মাংসবোৰ টুকুৰা-টুকুৰ কৰি আৰু সৰু সৰু হাড়বিলাক গুৰি কৰি ভাঙি খাব পাৰে। কেমটাই পহুৰ আকৌ দাঁতেই নাই। সেই কাৰণে ই পোক, পকৰুৱা আদি খাদ্য সামগ্ৰী জিভাৰে চেলেকি মুখৰ ভিতৰলৈ নিয়ে। আনহাতে

হাতীৰ আগদাঁত দুটাই অস্বাভাৱিক ভাবে বাঢ়ি গৈ অতিপাত দীঘল ৰূপ ধাৰণ কৰে। এই দাঁত দুটা হাতীয়ে প্ৰতিৰক্ষাৰ সঁজুলি হিচাপে ব্যৱহাৰ কৰে।

খোজ কঢ়া, গাঁত খন্দা, গছত উঠা, পানীত সাঁতোৰা, শূন্যত উৰি যোৱা আদি ভিন্ ভিন্ কাৰ্যৰ সুচলৰ বাবে জন্তু বিশেষৰ আচাৰ ব্যৱহাৰ আৰু স্বভাৱৰ লগত সমন্বয় ঘটাই ইহঁতৰ ঠেঙৰ নখ বা খুৰাৰ গঠনে বিভিন্ন গঢ় লয়। কুকুৰ জাতীয় জন্তুৰ নখ দৌৰি যোৱা কাৰ্যৰ উপযোগী। বাদুলিৰ ঠেং দুটা আকৌ পাতল ছালৰ দ্বাৰা সংলগ্ন হোৱাত ই চৰাইৰ দৰে শূন্যত ভাহি উৰি যাব পাৰে। আনহাতে বান্দৰৰ হাত-ঠেং বিলাক এনে ধৰণেৰে গঠিত যে ই সহজে গছত উঠি বগাই যাব পাৰে।

## আত্মৰক্ষাৰ সজুঁলি

শৰীৰৰ উত্তাপ ৰক্ষা কৰাৰ বাবে প্ৰায়বিলাক বনৰীয়া জন্তুৰ গাত নোমৰ আবৰণ আছে। অতিশয় শীতৰ দ্বাৰা আক্ৰান্ত হোৱা বৰফৰেখাৰ সমীপৱৰ্তী স্থানত বাস কৰা জন্তু কিছুমানৰ গাত গজা দীঘল নোমৰ আৱৰণৰ তলত উল সদৃশ কোমল আৰু চুটি নোমৰ আধাৰ থাকে। পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত সমন্বয় ৰক্ষা কৰিবৰ বাবে বহুতো বনৰীয়া জন্তুৰ গাৰ নোমৰ আৱৰণে ভিন্ ভিন্ ৰূপত চিত্ৰ-বিচিত্ৰ আকাৰ ধাৰণ কৰে। এনে সমন্বয় আত্মৰক্ষামূলক হ'ব পাৰে নাইবা চিকাৰ কাৰ্যৰ সুচলৰ বাবে আক্ৰমণসূচকও হ'ব পাৰে। ঢেঁকীয়া-পতীয়া বাঘৰ গাত থকা দীঘলীয়া পটিবিলাকে এই জন্তুটোক চিকাৰৰ জন্তুৱে সহজে চিনিব নোৱাৰাকৈ হাবিত খাপ পাতি জোপ লৈ থাকিবলৈ সুবিধা দিয়ে। জহামাল আদি জন্তুৱে দেহৰ সন্মুখভাগ আৰু মুখৰ চিত্ৰ-বিচিত্ৰ আকৃতিৰ দ্বাৰা ভয়ঙ্কৰ ৰূপ প্ৰদৰ্শন কৰে আৰু শত্ৰুক আঁতৰ কৰাত সক্ষম হয়। মুখৰ ভয়ঙ্কৰ অঙ্গি-ভঙ্গি, অঙ্গ-সঞ্চালন, বিকট শব্দৰ উচ্চাৰণ আদি ভিন্ ভিন্ কাৰ্যৰ দ্বাৰা ভিন্ ভিন্ জন্তুৱে শত্ৰুক আঁতৰ কৰি আত্মৰক্ষাৰ ব্যৱস্থা কৰে। জহামাল জাতীয় জন্তুৱে আকৌ অকটা গোন্ধৰ জুলীয়া পদাৰ্থ নিঃসৰণ কৰি শত্ৰুৰ পথবিভ্ৰম ঘটায় আৰু এনে সুযোগতে নিজে পলাই পত্ৰং দি আত্মৰক্ষা কৰে।

## বৰ্ত্তমান আৰু অতীত

ভাৰত উপমহাদেশত বসবাস কৰা ভিন্ ভিন্ ধৰণৰ বনৰীয়া স্তন্যপায়ী জন্তুৰ জাত-উপজাতৰ সৰ্বমুঠ সংখ্যা পাঁচশৰ কম নহ'ব। এই জন্তুবিলাকৰ বহুতৰে বসতি বিস্তাৰ ইমান সুদূৰ প্ৰসাৰী যে ভাৰতৰ প্ৰতিবেশী দেশ আফগানিস্তান, পাকিস্তান, বাংলা-দেশ, তিব্বত, চীন, নেপাল, ব্ৰহ্মদেশ আৰু শ্ৰীলঙ্কাক বাদ দি এই জন্তুবিলাকৰ বাবে কেৱল ভাৰতত আছুতীয়া স্থান নিৰ্ণয় কৰা সম্ভৱপৰ নহয়। বুৰঞ্জীয়ে চুকি নোপোৱা অতি পূৰ্বণিকালত আজিৰ মধ্যভাৰতৰ পৰা কুমাৰিকা অন্তৰীপলৈ বিস্তৃতি লাভ কৰি থকা দাক্ষিণাত্যৰ মালভূমি অঞ্চল এটা স্বতন্ত্ৰ দ্বীপ হৈ থকাৰ কথা জনা যায়। তাতোকৈয়ো আগতীয়া কালছোৱাত এই দ্বীপটো এসময়ত আফ্ৰিকা মহাদেশৰ লগত লগ লাগি আছিল। পৰৱৰ্তী সময়ত এই দ্বীপ আৰু উত্তৰ ভাৰতৰ বিস্তীৰ্ণ ভূভাগ অগভীৰ সমুদ্ৰৰ

খাপ সংলগ্ন আছিল। হিমালয় পৰ্বতমালা আৰু তিব্বত মালভূমি তেতিয়াও গভীৰ সমুদ্ৰৰ গৰ্ভতে লুকাই আছিল। কোটি কোটি বছৰৰ পাছত যেতিয়া এই ঠাইবিলাক কোনো কাৰণবশতঃ ক্ৰমে বাম হৈ ভূগৰ্ভৰ ওপৰলৈ উঠি সুউচ্চ হিমালয় পৰ্বতমালাৰ সৃষ্টি হ'ল তেতিয়া ভাৰতভূমি আৰু মধ্য-এচিয়াৰ মাজৰ ব্যৱধান লুপ্ত হৈ বিশাল এচিয়া মহাদেশৰ সৃষ্টি হ'ল। এই সংযোগৰ ফলত ভাৰত আৰু এচিয়া-ইউৰোপৰ বন্য-জন্তুবিলাকৰ যোগাযোগৰ সম্ভাৱনা বাঢ়িল। আজিৰ আধুনিক যুগত ভাৰতীয় উপমহাদেশৰ বিভিন্ন অঞ্চলত যিবিলাক নানা প্ৰকাৰৰ বনৰীয়া জন্তু বাস কৰা দেখা যায় সেইবিলাকে প্ৰাক্ ঐতিহাসিক যুগৰ বিভিন্ন সময়ৰ জন্তুৰ যুগ-যুগান্তৰ সংঘাত অতিক্ৰম কৰি বাচি থকা প্ৰজাতিৰ শেষ চিহ্নহে মাত্ৰ। আনহাতে ভাৰতীয় উপ-মহাদেশত বাচি থকা আটাইবোৰ বন্য-জন্তুৰ পূৰ্ব-পুৰুষবিলাক কেৱল এই অঞ্চলৰে থলুৱা জন্তু নাছিল। থলুৱা জন্তুৰ বাহিৰে ইয়ালৈ অহা মালয় দেশ, ইথিওপিয়া, ইউৰোপ আদি দেশ মহাদেশৰ বিভিন্ন ঠাইৰ জন্তুৰ ইয়াত সমাবেশ ঘটি সংমিশ্ৰণ হৈছে। সেই কাৰণে আজিৰ ভাৰতভূমিত বিভিন্ন সম্প্ৰদায়ৰ জন্তু সমাজৰ মিলন-ক্ষেত্ৰ হৈ অপূৰ্ব সমাবেশ ঘটিছে।

## আধুনিক সংৰক্ষণ ব্যৱস্থা

কোৱা বাহুল্য যে বনাঞ্চল আৰু বন্য-জন্তুৰ ভিতৰত ওতঃপ্ৰোত সম্বন্ধ জড়িত হৈ আছে। পানী নহ'লে মাছ জীয়াই থাকিব নোৱাৰাৰ নিচিনাকৈ হাবি নহ'লে বহু জাতৰ বনৰীয়া জন্তু বাস কৰিব নোৱাৰে। জনসংখ্যাৰ বৃদ্ধি আৰু জনবসতিৰ বিস্তৃতি হোৱাৰ বাবে এই বন্য জন্তু বিলাকৰ বাসৰ উপযোগী স্থানৰ পৰিমাণ কমি আহিছে। ফলত কেইবাবিধ আপুৰুগীয়া জন্তু পৃথিবীৰ বুকুৰ পৰা ইতিমধ্যে চিৰদিনৰ বাবে বিলুপ্ত হ'ল আৰু আন কিছুমান নিশ্চিহ্ন হ'বৰ আশঙ্কাই দেখা দিছে। সেই কাৰণে ভাৰতবৰ্ষত এই বনৰীয়া জীৱ-জন্তুবিলাকক সংৰক্ষণ কৰিবৰ বাবে ব্যৱস্থা হাতত ল'বলৈ আলোচনাৰ বাবে ১৯৩৫ চনতে নাইনিতাল চহৰত এখন উচ্চ পৰ্যায়ৰ সন্মিলন আহ্বান কৰা হৈছিল। পৰবৰ্তী কেই বছৰ মানৰ ভিতৰত উত্তৰ প্ৰদেশত 'হেইলি নেশ্যনেল পাৰ্ক"ৰ প্ৰতিষ্ঠা ভাৰতৰ বনৰীয়া প্ৰাণী সংৰক্ষণ ব্যৱস্থাৰ উল্লেখযোগ্য পদক্ষেপ। এই জাতীয় উদ্যান আজি "কৰবেট ৰাষ্ট্ৰীয় উদ্যান" বুলি প্ৰখ্যাত। দ্বিতীয় বিশ্বযুদ্ধৰ পাছত ৰাষ্ট্ৰপুঞ্জৰ তৰফৰ পৰা ভাৰতবৰ্ষলৈ লুপ্ত প্ৰায় জন্তুবিলাকৰ অনুসন্ধান হাতত লবৰ উদ্দেশ্যে এটি আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন বিশেষজ্ঞৰ প্ৰতিনিধি দল প্ৰেৰণ কৰা হয়। এই সময়ৰ পৰাই ভাৰতবৰ্ষত বনৰীয়া প্ৰাণী সংৰক্ষণৰ বিষয়টোৱে আন্তঃৰাষ্ট্ৰীয় মৰ্যাদা লাভ কৰে আৰু এই দেশৰ বনাঞ্চলত বসবাস কৰা আপুৰুগীয়া আৰু লুপ্তমুখী জন্তুসমূহৰ শেষ মুহূৰ্তলৈকে বাচি থকা জন্তুকেইটাক আটোম্‌টোকাৰিকৈ ৰাখি পুনৰ্সংস্থাপন কৰিবলৈ সক্ৰিয় ব্যৱস্থা গ্ৰহণৰ বাবে জাতীয় চৰকাৰৰ দৃষ্টি আকৰ্ষিত হয়।

বোম্বাইৰ "প্ৰাকৃতিক বুৰঞ্জী সমাজৰ" দ্বাৰা প্ৰচাৰিত আৰু প্ৰকাশিত আলোচনীখনত বনৰীয়া জীৱজন্তুৰ সংৰক্ষণ আৰু পৰিচালনাত বিশেষ গুৰুত্ব আৰোপ কৰা হয়। এই প্ৰাকৃতিক বুৰঞ্জী সমাজকে কেন্দ্ৰ কৰি বনপ্ৰেমী আৰু বন্য-প্ৰাণী প্ৰেমী চিন্তাশীল

ব্যক্তিসকলৰ মাজত যি মনোভাৱ গঢ়ি উঠিল সিয়েই দেশত এটা নৱজাগৰণৰ সূত্ৰপাত কৰিলে।

কেন্দ্ৰীয় চৰকাৰ আৰু ৰাজ্য চৰকাৰসমূহৰ সমৰ্থন লাভ কৰিবলৈ বেছি সময় নালাগিল। প্ৰকৃতিপ্ৰেমী চিন্তাশীল ব্যক্তিসকলে সংৰক্ষণৰ উপযোগী এখন বৃহৎ আৰু সৰ্বাঙ্গ সুন্দৰ আঁচনি প্ৰস্তুতিৰ বাবে উঠি পৰি লাগিল। ১৯৫১ চনত ভাৰত চৰকাৰে বন্য-প্ৰাণী সংস্থা গঠন কৰিলে। ১৯৫২ চনত মহীশুৰত বহা সৰ্বভাৰতীয় সন্মিলনত ভাৰতীয় বন্য-প্ৰাণী সংস্থা গঠন হ'ল। এই সংস্থাৰ উদ্দেশ্য আৰু লক্ষ্যসমূহ তলত দিয়া ধৰণেৰে প্ৰবৰ্তন কৰা হ'ল।

(১) সদনৰ সমৰ্থন লাভৰ বাবে কাৰ্যকৰী পন্থা হাতত লৈ ঋতু পৰিৱৰ্তন আৰু ভৌগোলিক অৱস্থান অনুযায়ী বন্য-প্ৰাণী বিশেষৰ সংৰক্ষণ আৰু নিয়ন্ত্ৰণ কৰা, কোনো কোনো প্ৰজাতিৰ আপুৰুগীয়া জন্তুক সুৰক্ষিত জন্তু বুলি ঘোষণা কৰা আৰু অনাৱশ্যকীয় বা বিবেচনাহীন প্ৰাণীহত্যা সমূলঞ্চে বন্ধ কৰিবৰ বাবে বিহিত ব্যৱস্থা গ্ৰহণ কৰা।

(২) ৰাষ্ট্ৰীয় প্ৰমোদোদ্যান, অভয়াৰণ্য আৰু চিৰিয়াখানা প্ৰতিষ্ঠা কৰা।

(৩) প্ৰকৃতি আৰু মানুহৰ পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত খাপ খুৱাই বন্য-প্ৰাণীবিলাকক সংৰক্ষণ কৰি পৰিচালনা কৰাৰ বাবে জনপ্ৰিয়তা অৰ্জন কৰা।

(৪) জীৱিত বন্য-প্ৰাণী, জন্তুৰ ছাল, নোম, পাখি আৰু অন্যান্য বনজাত দ্ৰব্যৰ ৰপ্তানি সম্পৰ্কে চৰকাৰৰ নীতি নিৰ্দ্ধাৰণ কৰা।

(৫) দেহত আঘাত কৰি বা বিনা আঘাতত কয়াৰ কৰা বনৰীয়া চৰাই আৰু বন্য-জন্তুবিলাকৰ প্ৰতি মানুহৰ নিষ্ঠুৰ ব্যৱহাৰ বন্ধ কৰা।

(৬) বনৰীয়া প্ৰাণী সংৰক্ষণৰ লগত জড়িত থকা ওপৰত উল্লেখ কৰা ধৰণৰ যেই কোনো কাম হাতত লোৱা।

আমাৰ দেশত বন্য-জন্তু আৰু বনৰীয়া চৰাই আদিৰ সংৰক্ষণ আৰু নিয়ন্ত্ৰণৰ প্ৰয়োজনীয়তাৰ কথা যে ইতিমধ্যে বিবেচনা কৰা হোৱা নাছিল এনে নহয়। কিন্তু প্ৰথম অৱস্থাত খাদ্য জাতীয় জন্তু আৰু চৰাইবিলাকক চিকাৰীসকলে অনুমতি পত্ৰ লৈ চিকাৰ কৰি আনাৰ বাবেহে আইন প্ৰণয়ন কৰা হৈছিল। কালক্ৰমত কোনো কোনো আপুৰুগীয়া বন্য-জন্তু বা চৰাইৰ সংখ্যা আশাতীত ভাৱে কমি অহাত কঠোৰ ব্যৱস্থা প্ৰৱৰ্তন কৰিব লগীয়া হ'ল আৰু আগৰ মৃগয়াবন বিলাক বন্য-প্ৰাণী সংৰক্ষণৰ আচুতীয়া পৱিত্ৰ স্থানলৈ পৰিৱৰ্তন কৰি "বন্য-প্ৰাণীৰ অভয়াৰণ্য" বুলি অভিহিত কৰা হ'ল। এতেকে এই অভয়াৰণ্যবিলাক প্ৰকৃততে মৃগয়াবন নহয়। এইবিলাক বন্য-প্ৰাণীবিলাকৰ বাবে আচুতীয়াকৈ ৰখা পৱিত্ৰ বনভূমিহে।

## প্ৰাপ্তি স্বীকাৰ আৰু কৃতজ্ঞতা জ্ঞাপন

ভাৰতীয় বনৰীয়া জন্তুবিলাকৰ বিশদ বিৱৰণ থকা এখন সচিত্ৰ গ্ৰন্থ প্ৰণয়নৰ পৱিত্ৰ ইচ্ছা বহুত দিনৰ পৰাই আছিল। ভাৰতবৰ্ষ আৰু ইয়াৰ ওচৰে পাজৰে থকা অন্যান্য দেশসমূহৰ ভিন্ ভিন্ পৰিৱেশত বাস কৰা নানা বিধৰ বিচিত্ৰ আকাৰৰ বনৰীয়া

জন্তুবিলাকক সংৰক্ষণ কৰিবৰ বাবে আৰু বিশেষকৈ ভাৰতীয় সিংহ, গঁড় আদি বিচিত্ৰ ধৰণৰ লুপ্তমুখী জন্তুসমূহক পৃথিৱীৰ বুকুৰ পৰা সমূলঞ্চে বিলুপ্ত হোৱাৰ পৰা ৰক্ষা কৰাৰ উদ্দেশ্যে দেশত যি প্ৰচেষ্টা চলোৱা হৈছে সেই পবিত্ৰ উদ্দেশ্য আৰু লক্ষ্যৰ প্ৰতি দৃষ্টি ৰাখি আমাৰ দেশৰ হাবিত বাস কৰা বনৰীয়া স্তন্য-পায়ী জন্তুবিলাকৰ বিৱৰণ আৰু জীৱন-বুৰঞ্জী থকা এই সচিত্ৰ কিতাপখন পাইজলৈ আগ বঢ়োৱা হ'ল। উদ্দেশ্যৰ মহানতাই লিখকৰ অপৈণ হাতৰ লেখনীক আওকাণ কৰিছে। তেনেস্থলতো কিতাপখনে পাইজৰ একেবি মৰম পোৱাৰ আশা বুকুত ৰাখিছোঁ। সময়ৰ নাটনি, বিষয়ৰ জটিলতা আৰু জন্তুবিলাকৰ জীৱন-বুৰঞ্জী অধ্যয়নৰ সুযোগ সুবিধাৰ অনাটন ইত্যাদি এশ এটা প্ৰতিবন্ধকৰ সন্মুখীন হৈ ১৯৫৭ চনতে যেতিয়া এই কিতাপখনি লিখাৰ কাম হাতত লৈছিলোঁ তেতিয়া এই দুঃসাহসিক প্ৰচেষ্টা যে এদিন ফলৱতী হ'ব সেই বিশয়ে সন্দিহান আছিলোঁ। বনৰীয়া জন্তুবিলাকৰ নিৰ্ভুল পৰিচয় আৰু ছবি সংগ্ৰহ কৰোঁতে বিভিন্ন কিতাপ পত্ৰৰ সহায় লোৱাৰ উপৰিও এই বিষয়ত অভিৰুচি থকা আৰু অভিজ্ঞতা সম্পন্ন বিশেষজ্ঞ বন্ধুবৰ্গৰ সহায় আৰু উপদেশ লব লগীয়া হৈছিল।

অসমৰ ভূতপূৰ্ব চিনিয়ৰ কন্জাৰভেটৰ শ্ৰীপি, ডি ষ্ট্ৰেচি, অসমৰ মুখ্য বন-সংৰক্ষক শ্ৰীপ্ৰভাকৰ বৰুৱা, বন-সংৰক্ষক শ্ৰীৰবীন্দ্ৰমোহন দাস, উত্তৰ প্ৰদেশৰ বন সম্প্ৰসাৰণ বিষয়া শ্ৰীদেবেন্দ্ৰনাথ মিশ্ৰ, মোৰ স্নেহ প্ৰতিম সতীৰ্থ বন্ধু (সকল) শ্ৰীললিতচন্দ্ৰ দাস, শ্ৰীহেমকান্ত বৈশ্য, শ্ৰীদুৰ্গাপ্ৰসাদ নেওগ, শ্ৰীসঞ্জয় দেৱৰৰ, শ্ৰীছিৰাজুল ইচলাম আৰু শ্ৰীএল, বিজাৰ সময়োচিত বুদ্ধি পৰামৰ্শ আৰু উদগনিৰ বাবে তেখেত সকললৈ মোৰ আন্তৰিক কৃতজ্ঞতা জনালোঁ। লোক সভাৰ সদস্য শ্ৰীলীলাধৰ কটকী আৰু অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্বাহক সমিতিৰ অন্যতম সদস্য বন্ধুবৰ শ্ৰীবুদ্ধীন্দ্ৰ কুমাৰ ৰাজখনিকৰ ডাঙৰীয়াই যি উৎসাহ উদগনিৰে মোক এই কাৰ্য্যত অনুপ্ৰাণিত কৰিলে তাৰ বাবে তেখেতসকললৈ মোৰ হিয়া ভৰা শ্ৰদ্ধা আৰু কৃতজ্ঞতা যাচিলোঁ। কাছাৰৰ বিখ্যাত চিত্ৰশিল্পী শ্ৰীবীৰেন্দ্ৰলাল ভৌমিক আৰু আলোক চিত্ৰ-শিল্পী শ্ৰীগোপেন্দ্ৰ কুমাৰ দে'ৰ (আলোছায়া) ঐকান্তিক আৰু স্বাৰ্থহীন সাহায্য আৰু উৎসাহ উদগনিৰ বাবে তেওঁলোকৰ ওচৰত লিখক চিৰকৃতজ্ঞ থাকিব। আগ্ৰাৰ "বিশাল ভাৰত"ৰ সম্পাদক শ্ৰীৰাম শৰ্মাই আগ বঢ়োৱা বুদ্ধি পৰামৰ্শ আৰু উদগনিৰ বাবে তেখেতলৈও ধন্যবাদ আগ বঢ়ালোঁ। অসমৰ খ্যাতনামা কবি সাহিত্যিক আৰু প্ৰবীণ দেশনেতা বাগ্মীবৰ শ্ৰীনীলমণি ফুকন দেৱে অনুগ্ৰহ কৰি পাতনি লিখি দি কিতাপখনৰ সৌষ্ঠৱ বৃদ্ধি কৰাৰ বাবে তেখেতৰ ওচৰত লিখক কৃতজ্ঞতাৰ পাশত আবদ্ধ থাকিল। সৰ্বশেষত অসম প্ৰকাশন পৰিষদৰ সম্পাদক শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰীদেৱে কিতাপখনৰ নকল চাই প্ৰকাশৰ দায়িত্ব ভাৰ গ্ৰহণ কৰি লিখকক কৃতাৰ্থ কৰাৰ বাবে তেখেতলৈ মোৰ আন্তৰিক ধন্যবাদ জনালোঁ। শ্ৰীমনোৰাম শইকীয়া আৰু শ্ৰীহেম কান্ত বৰাই গোটা গোটা আখৰেৰে পাণ্ডুলিপিখন লিখি প্ৰেছৰ উপযোগী কৰি দিয়াত তেওঁলোক দুয়োজনৰ শলাগ ল'লোঁ।

এই কিতাপখন সংকলন কৰা কাৰ্য্যৰ বাবে আৱশ্যকীয় সমল সংগ্ৰহ কৰোঁতে তলত নাম লিখা কিতাপবিলাকৰপৰা অকুণ্ঠ সহায় গ্ৰহণ কৰা হৈছে। এই সুযোগতে এই

কিতাপবিলাকৰ লিখক সকলকো মোৰ আন্তৰিক ধন্যবাদ জনাই প্ৰাপ্তি স্বীকাৰ কৰিলোঁ।

১। দি বুক অব ইণ্ডিয়ান এনিমেলচ্
শ্ৰীএচ, এইচ,প্ৰেটাৰ ডিৰেক্টৰ,, প্ৰাকৃতিক বুৰঞ্জী সমাজ, বোম্বাই।

২। নেচাৰেল হিষ্টৰী
শ্ৰীচাৰ্লচ্ টাটে ৰীগেন ডিৰেক্টৰ, বৃটিছ প্ৰাকৃতিক বুৰঞ্জী সংগ্ৰহালয়, লণ্ডন।

৩। ভাৰতকে জঙ্গলী জীৱ
শ্ৰীৰাম শৰ্ম্মা, সম্পাদক "বিশাল ভাৰত", আগ্ৰা।

৪। মেনেইজমেণ্ট অব ওৱাইল্ড লাইফ ইন্ ইণ্ডিয়া
শ্ৰীপি, ডি, ষ্ট্ৰেচি, ডিৰেক্টৰ অব ফৰেষ্ট নাগাভূমি, কোহিমা।

৫। ৱাইল্ড লাইফ অব দি ওৰ্ৰ্লড ----শ্ৰীবাৰটন আৰু অন্যান্য সকল, ইংলণ্ড।

৬। ৱাইল্ড লাইফ অব ইণ্ডিয়া----শ্ৰীই, পি, জী, চিলং।

নগাওঁ, অসম ফটিকচন্দ্ৰ গগৈ
১৩ মাৰ্চ ১৯৬৫ চন

# সূচীপত্ৰ

## সূচী-পত্ৰ

## সূচী-পত্ৰ

## সূচী-পত্ৰ

# চিত্ৰ পৰিচয়

## চিত্ৰ-পৰিচয়

চিত্ৰ-পৰিচয়





# হাতী গোষ্ঠীৰ প্ৰাণীবোৰ

হাতী গোষ্ঠীৰ প্ৰাণীবোৰক প্ৰবোচেডিয়া নামৰ এটা শ্ৰেণীত অন্তৰ্ভুক্ত কৰা হৈছে। সন্মুখৰ ফালে আৰু মুখৰ আগভাগত শুঁৰ নামৰ বিশেষ ধৰণৰ অংগটিৰ বৈশিষ্ট্য থকাৰ বাবে এইবিলাক প্ৰাণীৰ বাবে প্ৰবোচেডিয়া নামৰ বিশেষ শ্ৰেণীৰ সৃষ্টি কৰা হৈছে। বৰ্তমান যুগত গোটেই পৃথিৱীখনত কেৱল দুই প্ৰকাৰৰ হাতী বাস কৰে। এছিয়া মহাদেশখনৰ অন্তৰ্গত ১৩ খন দেশত কম-বেছি পৰিমাণে বিভিন্ন হাতী বাস কৰে সেই বিধক সংক্ষেপতে এছিয়া মহাদেশীয় হাতী বা এছিয়াৰ হাতী আৰু আফ্ৰিকা মহাদেশৰ বিভিন্ন ঠাইত বসবাস কৰা হাতীক আফ্ৰিকা মহাদেশীয় হাতী বা আফ্ৰিকাৰ হাতী নামেৰে অভিহিত কৰা হয়। পৃথিৱীৰ আন কোনো মহাদেশত হাতী গোষ্ঠীৰ প্ৰাণী স্বাভাৱিক পৰিৱেশত বাস কৰা দেখা নাযায়। এই দুবিধ হাতী জাতীয় প্ৰাণীক ক্ৰমে এলিফাচ মেক্সিমাচ আৰু লক্সোডণ্টা আফ্ৰিকানা নামেৰে বিজ্ঞানসন্মতভাৱে নামকৰণ কৰা হৈছে। এই দুয়োবিধ হাতীকে একেলগে সামৰি লৈ এলিফেণ্টিডি নামৰ এটা কুল বা পৰিয়ালত অন্তৰ্ভুক্ত কৰা হৈছে। এই দুবিধ হাতীৰ বাহিৰে আফ্ৰিকা মহাদেশত আন এবিধ অলপ সৰু আকাৰৰ হাতী বাস কৰাৰ কথা জনা যায়। সেই উপ-প্ৰজাতিৰ হাতীবিলাকক লক্সোডণ্টা আফ্ৰিকানা চাইক্লোটিচ নামেৰে অভিহিত কৰা হয়।

অতীজতে এছিয়া মহাদেশৰ ছাইবেৰীয়া অঞ্চলত আন এবিধ হাতী গোষ্ঠীৰ বিচিত্ৰ প্ৰাণী বাস কৰিছিল। সেই বিধ প্ৰাণীক মেমথ্ নামেৰে জনা যায়। আজি-কালি বাস কৰা এছিয়া আৰু আফ্ৰিকা মহাদেশ দুখনৰ হাতীতকৈ এই বিধ হাতী আকাৰত ডাঙৰ আছিল আৰু ইয়াৰ গাত দীঘল নোমৰ আৱৰণ আছিল। এই বিধ হাতী জাতীয় প্ৰাণী আজিকালি পাবলৈ নাইকিয়া হ'ল। আজিৰ পৰা বহুত দিনৰ আগতেই এই বিধ প্ৰাণী পৃথিৱীৰ পৰা লোপ পালে। জীৱবিদ পণ্ডিতসকলে মাটিৰ তলত পোত খাই থকা জন্তুৰ জীবাশ্মবোৰ পৰীক্ষা কৰি এই জাতীয় প্ৰাণী আগতে পৃথিৱীত বাস কৰি থকাৰ প্ৰমাণ উদ্ঘাটন কৰিছে। আমাৰ ভাৰতবৰ্ষতো ষ্টেগডন নামৰ এবিধ হাতী একসময়ত বাস কৰিছিল। সেই বিধ হাতীও ইতিমধ্যে

পৃথিৱীৰ পৰা অন্তৰ্দ্ধান হ'ল। আমাৰ হিন্দু শাস্ত্ৰত ঐৰাৱত নামৰ আন এবিধ বিচিত্ৰ হাতীৰ নাম উল্লেখ কৰাৰ প্ৰমাণ আছে। এই বিধ প্ৰাণী প্ৰকৃততে পৃথিৱীত বাস কৰিছিল নে নাই সেই বিষয়ে ভালদৰে জনা নাযায়। স্বৰ্গৰ অধিপতি ইন্দ্ৰই ঐৰাৱতক বাহন হিচাপে ব্যৱহাৰ কৰাৰ কথা জনা যায়। এই দৃষ্টিভঙ্গীৰ পৰা বিবেচনা কৰি চালে ঐৰাৱত নামৰ হাতীক কাল্পনিক বুলি গণ্য কৰিব পাৰি।

এছিয়াৰ হাতী আৰু আফ্ৰিকাৰ হাতীৰ দেহত প্ৰতিফলিত হোৱা কিছুমান শাৰীৰিক আৰু চাৰিত্ৰিক গুণাগণত ভিন ভিন ৰূপ বিকশিত হোৱা দেখা যায়। দুয়োবিধ প্ৰাণীৰ দেহত ফুটি উঠা গুণাগুণৰ পাৰ্থক্যৰ বাবে এবিধৰ পৰা আন বিধৰ বিসদৃশ ৰূপ সাব্যস্ত কৰিবলৈ সিহঁতৰ জেনেৰিক আৰু স্পেচিফিক্ নামত ভিন্ন ৰূপ দিবলগীয়া হৈছে। বিজ্ঞানসম্মতভাৱে আফ্ৰিকাৰ হাতীৰ জেনেৰিক নাম লক্সোদন্তা আৰু এছিয়াৰ হাতীৰ জেনেৰিক নাম এলিফাচ দিয়া হৈছে। এছিয়া মহাদেশৰ অন্তৰ্গত ১৩ খন দেশত বিবিধ হাতী গোষ্ঠীৰ প্ৰাণী বাস কৰা দেখা যায় সেই একে বিধ হাতীয়েই ভাৰত উপ-মহাদেশখনৰ বেলেগ বেলেগ ঠাইৰ ভিন ভিন পৰিবেশত বাস কৰি আহিছে। অসমকে কেন্দ্ৰ কৰি পূৰ্বাঞ্চলৰ ৰাজ্য কেইখনতো এই বিধ হাতীয়েই প্ৰতিনিধিত্ব কৰিছে। ইয়াৰ বিচৰণ ভূমি দক্ষিণৰ ফালে শ্ৰীলঙ্কালৈ সম্প্ৰসাৰিত হৈছে। এছিয়া মহাদেশৰ পূব আৰু দক্ষিণ-পূবৰ ফালে থকা দেশসমূহৰ ভিতৰত বাংলা দেশ, ব্ৰহ্মদেশ, মালয়াছিয়া, ইণ্ডোনেছিয়া, থাইলেণ্ড, চীন, ভূটান, নেপাল আদিৰ নাম বিশেষভাৱে উল্লেখ কৰিব পৰা যায়। ভাৰতবৰ্ষৰ চাৰিসীমাৰ অন্তৰ্গত বসতি বিস্তাৰ কৰি থকা হাতীবিলাকক আঞ্চলিক ভিত্তিত তিনিটা ভাগত ভাগ কৰিব পৰা যায়। এই তিনিটা অঞ্চলক ক্ৰমে পূৰ্বাঞ্চল, মধ্যাঞ্চল আৰু দক্ষিণাঞ্চল নামেৰে অভিহিত কৰিব পাৰি। পশ্চিম বঙ্গ, অসম, অৰুণাচল প্ৰদেশ, নগালেণ্ড, মেঘালয়, মণিপুৰ, ত্ৰিপুৰা আৰু মিজোৰাম পূৰ্বাঞ্চলৰ হাতী অধ্যুষিত এলেকাত পৰিছে। উল্লেখযোগ্য যে চিকিমত কোনো হাতী বাস কৰাৰ প্ৰমাণ পোৱা নাযায়।

অসমকে কেন্দ্ৰ কৰি পূৰ্বাঞ্চলৰ যিকেইখন ৰাজ্যত এছিয়া মহাদেশীয় হাতী বাস কৰে সেই হাতীবিলাকৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণাৱলীৰ লগত ভাৰতবৰ্ষৰ অন্যান্য ঠাইত বাস কৰা হাতীৰ গুণাৱলীৰ বিশেষ পাৰ্থক্য আছে বুলি ক'ব নোৱাৰি। অৱশ্যে অঞ্চল অনুযায়ী মতা হাতীবিলাকৰ মাজত থকা দঁতাল আৰু মখনা হাতীৰ অনুপাতত লেখত ল'বলগীয়া পাৰ্থক্য বিকশিত হোৱা দেখা যায়। অসমত আৰু পূৰ্বাঞ্চলৰ আন আটাইকেইখন ৰাজ্যত বিবিলাক হাতী বাস কৰে সিহঁতৰ মতাবিলাকৰ শতকৰা প্ৰায় পঞ্চাচ ভাগ দঁতাল আৰু বাকী পঞ্চাচ ভাগ মখনা হোৱা পৰিলক্ষিত হয়। বিহাৰৰ পালামৌ অভয়াৰণ্যত বিকেইটা হাতী থলুৱাভাৱে বাস কৰি আছে সেইবিলাকৰ মাজত কোনো দঁতাল হাতী থকা দেখা নাযায়। ঠিক সেইদৰে ভালমা অভয়াৰণ্যত বাস কৰা হাতীবিলাকৰ মাজতো দঁতাল হাতীৰ সংখ্যা তেনেই নগণ্য বুলি প্ৰমাণিত হৈছে। 'চিমলি পাল' অভয়াৰণ্য নামৰ উৰিষ্যাৰ সংৰক্ষিত বনাঞ্চলখনত বাস কৰা হাতীবিলাকৰ সৰহভাগেই দঁতাল বুলি জনা যায়। সকলোবিলাক ক্ষেত্ৰতে দেখা যায়

যে মাইকী হাতীৰ কোনো দাঁত নাথাকে। এই সম্পৰ্কত দাঁত মানে বাহিৰলৈ ওলাই অহা ডাঙৰ আকাৰৰ দাঁতৰ কথা বুজিব লাগিব। এটা দাঁত থকা হাতীক সাধাৰণতে গণেশ নামেৰে অভিহিত কৰা হয়। মধ্য আৰু দক্ষিণ ভাৰতৰ হাতী অধ্যুষিত অঞ্চলবিলাকত গণেশৰ উৎপত্তি তেনেই সামান্য।

দক্ষিণ ভাৰতৰ কৰ্ণাটক, তামিল নাডু আদি ৰাজ্যৰ অন্তৰ্গত যিমানবিলাক এছিয়া মহাদেশীয় হাতী বাস কৰা দেখিবলৈ পোৱা যায় সেইবিলাকৰ আটাইবোৰ মতা হাতীকে দতাল হোৱা দেখা যায়। আনহাতে শ্ৰীলঙ্কাৰ অন্তৰ্গত বাস কৰা হাতীবিলাকৰ বাহিৰলৈ ওলাই অহা দাঁত নাথাকে। বাংলাদেশৰ দক্ষিণ-পূৰ অঞ্চলত থকা চিটাগং জিলাত টেক-নাফ নামৰ যিটো উপদ্বীপ আছে সেই উপদ্বীপতো এটা নূতন পৰিমাণৰ হাতী বাস কৰা বুলি জানিব পৰা গৈছে। এইবিলাক হাতীৰ ক্ষেত্ৰত মখনা আৰু দঁতাল হাতীৰ পৰিমাণ মোটামুটিভাৱে সমান সমান হোৱা দেখা যায়। আঞ্চলিক ভিত্তিত দঁতাল আৰু মখনা হাতীৰ আনুপাতিক ব্যৱধান থকাৰ ৰহস্য স্পষ্টভাৱে বুজা নাযায়।

আফ্ৰিকাৰ হাতীবিলাকৰ ক্ষেত্ৰত দেখিবলৈ পোৱা যায় যে এই জাতৰ হাতীৰ মতা আৰু মাইকী উভয়ৰে বাহিৰলৈ ওলাই অহা এযোৰা এযোৰা দাঁত থাকে। এইবিলাক হাতী এছিয়াৰ হাতীবিলাকৰ দৰে নোদোকা আৰু মোটা নহয়। আফ্ৰিকাৰ হাতীৰ গাটো পাতলীয়া হয় আৰু সেই অনুপাতে ইহঁতৰ ঠেং কেইখনো দীঘল চানে-কীয়া হোৱা দেখা যায়। প্ৰকাণ্ড কাণ দুখনেৰে সৈতে এই জাতীয় হাতীক একো একোটা দৈত্যৰ নিচিনা দেখি। এই বিধ হাতীক ভাৰতীয় বা এছিয়াৰ হাতীৰ দৰে শিক্ষা প্ৰদান কৰি কামত নিয়োগ কৰা দেখিবলৈ পোৱা নাযায়। ইহঁতৰ ঠেং চাৰিখন এছিয়াৰ হাতীৰ ঠেঙৰ দৰে মঙহাল আৰু নিপোতল নহয়। আফ্ৰিকা মহা-দেশখনৰ হাবি-বননিত এই বিধ হাতী জাকে জাকে বিচৰণ কৰি ফুৰা দেখিবলৈ পোৱা যায়। পূব আফ্ৰিকাৰ কাষে থকা চেৰেঙেটি নেচনেল পাৰ্কখনকে কেন্দ্ৰ কৰি আফ্ৰিকা মহাদেশখনৰ বিভিন্ন অঞ্চলত প্ৰতিষ্ঠিত বনাঞ্চলবিলাকত বহুতো সংখ্যক আফ্ৰিকাৰ হাতীয়ে জাক বান্ধি বান্ধি বাস কৰে। সেইখন মহাদেশত বাস কৰা মাছাই নামৰ জন-জাতীয় মানুহ কিছুমানে চিকাৰ কৰি বনবীয়া হাতী বধ কৰে আৰু এই বিধ প্ৰাণীৰ মাংস খাই পৰম তৃপ্তি লাভ কৰে। বৰ্তমান অৱস্থাত আফ্ৰিকা মহাদেশত সৰ্বমুঠ প্ৰায় তিনি লাখ হাতী জীৱিত অৱস্থাত বিচৰণ কৰি ফুৰিছে বুলি বিশেষজ্ঞসকলে অভিমত প্ৰকাশ কৰে।

এছিয়াৰ হাতীৰ কিছুমান মতাৰ কাণৰ তলৰ কোমল অংশৰ পৰা এবিধ জুলীয়া পদাৰ্থ বাহিৰ হয়। এই সময়ত জন্তুটোৱে পগলাৰ নিচিনা ব্যৱহাৰ কৰি উদণ্ড হৈ পৰে। এই অৱস্থাক আমাৰ অসমীয়া মানুহে ভাটি খোলা বুলি কয়। ভাটি খোলা হাতীৰ অন্যতম লক্ষণ হ'ল যে সেই সময়ত ই মাইকী হাতীৰ সঙ্গ বিচাৰি হাবাথুৰি খাই ঘূৰি ফুৰে। ঘৰচীয়া হাতীৰ গাত ভাটি খোলাৰ অৱস্থা আহি পালে মাউত, কাৱৰী আৰু ঘাঁচিয়ে বিশেষ সতৰ্কতা অৱলম্বন কৰি সময় কটাবলগীয়া হৈ পৰে। বনবীয়া ভাটি খোলা হাতীয়ে অকলশৰীয়া জীৱন যাপন কৰে। আফ্ৰিকা

মহাদেশীয় হাতীবোৰেও ভাটি খোলাৰ চৰিত্ৰ প্ৰদৰ্শন কৰে। আনহাতে দেখা যায় যে বয়স আৰু মতা, মাইকী হাতীৰ কোনো ভেদাভেদ নৰখাকৈয়ে বছৰৰ যি কোনো সময়ত আফ্ৰিকাৰ হাতীৰ কুমৰ পৰা জুলীয়া পদাৰ্থ নিঃসৰণ হৈ থাকে। এইদৰে কুমৰ পৰা ওলাই অহা ৰসে আফ্ৰিকাৰ হাতীৰ ক্ষেত্ৰত সঙ্গমৰ সময় আহি পোৱাৰ ইঙ্গিত দিয়া দেখা নাযায়।



অনুদাপাৰা অভয়াৰণ্যত চৰিফুৰা এটা একনুৰা দঁতাল হাতী

পৰৱৰ্তী প্ৰবন্ধৰ জৰিয়তে এছিয়াৰ হাতীৰ বিষয়ে জানিবলগীয়া যাৱতীয় কথাবোৰ আলোচনা কৰিবলৈ যত্ন কৰা হৈছে।

# এছিয়াৰ হাতী

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—প্ৰবোচেডিয়া
কুল—এলিফেন্টিডি
প্ৰজাতি—এলিফাচ মেক্সিমাচ

এছিয়া মহাদেশীয় হাতী আৰু আফ্ৰিকাৰ হাতীৰ মাজত যিবোৰ শাৰীৰিক আৰু চাৰিত্ৰিক ব্যৱধান আছে সেইবিলাকৰ বিষয়ে ইতিমধ্যে আগৰ প্ৰবন্ধৰ যোগেদি উনুকিয়াই অহা হৈছে। ভাৰতবৰ্ষৰ চাৰিসীমাৰ অন্তৰ্গত যিবিলাক হাতী বনৰীয়া অৱস্থাত বাস কৰি আছিছে সেই আটাইবিলাকক ইণ্ডিয়ান এলিফেণ্ট বা ভাৰতীয় হাতী নামেৰে অভিহিত কৰা হয়। কিন্তু এই বিধ বিচিত্ৰ বন্যপ্ৰাণীৰ সচৰাচৰ বাসস্থান আৰু বিচৰণ ভূমি এছিয়া মহাদেশখনৰ কেইবাখনো দেশতে সম্প্ৰসাৰিত হৈছে। তদুপৰি পৃথিৱীৰ অন্য কোনো মহাদেশত এই বিধ হাতী বনৰীয়া অৱস্থাত বাস কৰা দেখিবলৈ পোৱা নাযায়। সেইকাৰণে বহল দৃষ্টিভঙ্গীৰ ফালৰ পৰা বিবেচনা কৰি চাই আমাৰ দেশত বাস কৰা হাতীবিলাকক এছিয়াৰ হাতী নামেৰে নামকৰণ কৰিবলগীয়া হৈছে। ভাৰতবৰ্ষৰ দক্ষিণৰ ফালে অৱস্থিত শ্ৰীলঙ্কাৰ পৰা আৰম্ভ কৰি পূব আৰু দক্ষিণ-পূবৰ ফালে নেপাল, ভুটান, বাংলাদেশ, ব্ৰহ্মদেশ, ইণ্ডোনেছিয়া, মালয়াছিয়া, থাইলেণ্ড, চীনদেশ প্ৰভৃতি বহতো দেশলৈ এই বিধ হাতীৰ সচৰাচৰ বসতিস্থান বিয়পি আছে। অসমকে কেন্দ্ৰ কৰি উত্তৰ-পূব ভাৰতৰ ৰাজ্যকেইখনত এটা বৃহৎ পৰিমাণৰ হাতীয়ে প্ৰতিনিধিত্ব কৰি আছে। পিয়ল কাৰ্য সম্পাদনৰ জৰিয়তে এই হাতীবিলাকৰ সৰ্বমুঠ সংখ্যা আৰু সিহঁতৰ মাজত থকা মতা, মাইকী আৰু পোৱালিৰ অনুপাত নিৰ্ণয় কৰিবলৈ যত্ন কৰা হৈছে। ভাৰতবৰ্ষৰ অন্তৰ্গত অৱস্থিত বিভিন্ন ৰাজ্যবিলাকক আৰম্ভ কৰি এছিয়া মহাদেশৰ অন্যান্য হাতী অধ্যুষিত দেশবিলাকে পিয়লৰ জৰিয়তে প্ৰকৃত অৱস্থা নিৰ্ণয় কৰিবলৈ যত্ন কৰিছে। মেঘালয়ৰ দক্ষিণ-পশ্চিম প্ৰান্তত অৱস্থিত বলফাকৰাম নামৰ বিখ্যাত ৰাষ্ট্ৰীয় উদ্যান আছে সেই বনভূমিত যোৱা ১৯৮১ চনতে পোন প্ৰথমবাৰৰ বাবে জৰিপ আৰু গণনাৰ জৰিয়তে বনৰীয়া হাতীৰ স্থিতাৱস্থা নিৰ্ণয় কৰিবলৈ যত্ন কৰা হৈছিল। এই পিয়লৰ দ্বাৰা প্ৰমাণিত হ'ল যে প্ৰায় ৫০০ বৰ্গ কিলোমিটাৰ এলেকাই সামৰি ৰখা মেঘালয়ৰ এই বনভূমিত সৰ্বমুঠ ৮৬০ টা হস্তী গোষ্ঠীৰ প্ৰাণীয়ে বাস কৰিছে। জনবসতিৰ পৰিমাণ কম হোৱা বাবে এইবিলাক হাতীয়ে বিনাকষ্টই ইয়াত বিচৰণ কৰি ফুৰিবলৈ সুবিধা হৈছে। হাবিত নিজে নিজে উৎপত্তি হোৱা খাদ্যোপযোগী উদ্ভিদবিলাকে ইহঁতৰ বাবে খাদ্য-সামগ্ৰীৰ যোগান ধৰিছে। ইহঁতবোৰৰ মাজত

দতাঁল, মখনা, চাৰিণ আৰু বিভিন্ন বয়সৰ পোৱালি হাতী আছে। বেলেগ বেলেগ বয়সৰ হাতীৰ সংখ্যা, উৎপাদনৰ বয়সৰ শ্ৰেণীত অন্তৰ্ভুক্ত হৈ থকা মাইকী হাতীৰ পৰিমাণ আৰু কম বয়সীয়া পোৱালি হাতীৰ সংখ্যা নিৰ্ণয় কৰাটো এই পিয়ল কাৰ্যৰ অন্যতম উদ্দেশ্য আছিল। উৎপাদনৰ ক্ষমতা থকা বয়সৰ অধিক সংখ্যক হাতী থকা অৱস্থাই ভৱিষ্যতৰ সংখ্যা বৃদ্ধি হোৱাৰ ইঙ্গিত দিয়ে। ঠিক সেইদৰে অধিক সংখ্যক পোৱালি হাতী থকা পৰিস্থিতিয়ে ক্ৰমে সংখ্যা বৃদ্ধি পোৱাৰ সম্ভাৱনা প্ৰকট কৰে। সময় আগবাঢ়ি যোৱাৰ লগে লগে কোনো এবিধ বন্যপ্ৰাণীৰ সংখ্যা বৃদ্ধি হোৱা বা কমি যোৱাটো প্ৰকৃতিৰ চিৰন্তন ৰীতি। নবহ্য নুটুটাকৈ একে অৱস্থাতে থকা অৱস্থাটোৱে অপৰিৱৰ্তিত সংখ্যাৰ অৱস্থা প্ৰতিপন্ন কৰে। সংখ্যাৰ সঙ্কোচন ঘটাটো বন্যপ্ৰাণী পৰিচালকসকলৰ বাবে কাম্য নহয়।

অনুকূল পৰিবেশৰ সুনিৰ্দিষ্ট এলেকাই কিমান পৰিমাণৰ সৰ্বাধিক জন্তু ধাৰণ কৰিব পাৰিব সেই তথ্য জন্তু অনুযায়ী আগতীয়াকৈ নিৰ্ণয় কৰি ল'ব পাৰিলে পৰিচালনা ব্যৱস্থাত নিখুঁত ৰূপ দিব পাৰি। বন্যপ্ৰাণী পৰিচালনা আৰু নিয়ন্ত্ৰণৰ এই চৰম পৰ্যায়ৰ ধাৰণ ক্ষমতা বুলি অভিহিত কৰা হয়। অনুকূল পৰিবেশৰ বিভিন্ন অৱস্থাই ধাৰণ ক্ষমতা নিৰ্ণয় কৰা বিষয়ত পোনপটীয়াভাৱে সহায় কৰে। খাদ্য সামগ্ৰীৰ প্ৰচুৰতা, অভাৱগ্ৰস্থতা আৰু সমভোজী বিভিন্ন প্ৰাণীৰ মাজত সংঘটিত হোৱা প্ৰতিযোগিতাৰ মাত্ৰাই চূড়ান্তভাৱে ধাৰণ ক্ষমতা নিৰ্ণয় কৰা বিষয়ত সহায় কৰে। আনহাতে সংখ্যা নিৰ্ণয়ৰ পিয়ল কাৰ্য ধাৰাবাহিকভাৱে কিছুদিনৰ অন্তৰে অন্তৰে অনুধাৱন কৰিব নোৱাৰিলে উন্নতি বা অৱনতিৰ স্বৰূপ প্ৰতীয়মান হ'ব নোৱাৰে। সেইবাবে মেঘালয়ৰ বলফাকৰাম নামৰ বনভূমিত সম্পাদিত হোৱা একক পিয়ল কাৰ্যই জন্তু সমাজৰ সৰ্বাঙ্গীন ছবি এখন আমাৰ আগত দাঙি ধৰিব নোৱাৰে। বলফাকৰামৰ পিয়ল কাৰ্যক পৰিচালনা ব্যৱস্থা নিৰ্ণয়ৰ বাবে কৰিব লগীয়া কামৰ প্ৰথম পদক্ষেপ বুলি ক'ব পাৰি। অন্যান্য ঠাইত সম্পাদন কৰিবলগীয়া বন্যপ্ৰাণী পিয়লৰ মৌলিক ভিত্তিত বলফাকৰামৰ কাৰ্যসূচীক অনুকৰণীয় আৰ্হি ৰূপে গ্ৰহণ কৰিব পাৰি। অৱশ্যে পৰিবেশৰ বিভিন্ন ৰূপে প্ৰভাৱান্বিত কৰা পিয়লৰ সমুদায় কাৰ্যসূচীত ভিন্নমুখী নিয়ম প্ৰণালী যে প্ৰৱৰ্তন কৰা বিধেয় হ'ব পাৰে এই কথা নুই কৰিব নোৱাৰি। সি যিয়েই কি নহওক হস্তী গোষ্ঠীৰ প্ৰাণীবিলাকৰ সৰ্বাঙ্গীন অৱস্থা নিৰ্ণয় কৰিবলৈ মেঘালয়ৰ অৱশিষ্ট হাতী অধ্যুষিত এলেকাক সামৰি লৈ পিয়লৰ কাম হাতত লোৱাটো আৱশ্যকীয় বিষয় হৈ পৰিছে বুলি ক'ব লাগিব।

মেঘালয়ত আগতীয়াকৈ অনুষ্ঠিত হোৱা আনুমানিক পিয়ল কাৰ্যই এটা কথা সাব্যস্ত কৰে যে এই গোটেইখন পাৰ্বত্য ৰাজ্যৰ অন্তৰ্গত প্ৰায় ২৫০০ টা হাতী বিভিন্ন ঠাইৰ ভিন ভিন পৰিবেশত থলুৱাভাৱে বাস কৰি আছে। এই পাৰ্বত্য ভূভাগত ধাৰাবাহিকভাৱে অনুষ্ঠিত হৈ অহা জুম খেতিৰ পৰিবেশত হাতী অধ্যুষিত এলেকাবিলাক যিভাৱে খণ্ড বিখণ্ড হৈ বিক্ষিপ্ত অৱস্থাত পৰিণত হ'ব

আৰু সাধাৰণতে জাক পাতি বাস কৰা এলেকাবোৰ ক্ষিতাৰে সংকোচিত হৈ আহিল সেই পৰিস্থিতিত এই আটাইবোৰ হাতীক ধাৰণ কৰিব পৰা ক্ষমতাও কমি অহা পৰিলক্ষিত হ'ল। তদুপৰি অসম আৰু মেঘালয়ৰ সীমামূৰীয়া ঠাইবিলাকত সচৰাচৰ জাক পাতি বাস কৰা হাতীৰ পালবিলাকে সাময়িকভাৱে স্থান পৰিবৰ্তন কৰি উভয় ৰাজ্যতে সময়ে সময়ে হাতীৰ সংখ্যাধিক্য সংখ্যা অথবা সংকোচিত অৱস্থাৰ সৃষ্টি কৰে। সেইকাৰণে উভয় ৰাজ্যৰ এনেবোৰ বনভূমিত সাধাৰণতে বাস কৰা হাতীৰ সংখ্যা সমসাময়িক তথা সমান্তৰালভাৱে নিৰ্ণয় কৰিব নোৱাৰিলে প্ৰকৃত অৱস্থা ঠাৱৰ কৰিব নোৱাৰি। কাৰণ বন্যপ্ৰাণীবিলাকে আন্তৰাজ্যিক আৰু আন্তৰ্জাতিক সীমাৰেখাৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰিব বুলি কেতিয়াও আশা কৰিব পৰা নাযায়। সি যিয়েই কি নহওক গোটেই মেঘালয়ৰ অন্তৰ্গত বিক্ষিপ্তভাৱে বাস কৰা হাতীৰ সংখ্যা সামগ্ৰিক-ভাৱে নিৰূপণ কৰিবৰ বাবে পিয়লৰ কাৰ্যসূচী যে ধাৰাবাহিকভাৱে অনুধাৱন কৰিব লাগিব এই কথা কোনোপধ্যে নুই কৰিব নোৱাৰি।

অসমৰ বেলিকাও বনবিভাগৰ তৰফৰ পৰা এইখন ৰাজ্যৰ হাবি-বননিবিলাকত সচৰাচৰ বাস কৰা বনৰীয়া হাতীবিলাকৰ স্থিতাৱস্থা নিৰ্ণয় কৰিবলৈ ব্যৱস্থা হাতত লোৱা হৈছে। কোৱা বাহুল্য যে বনৰীয়া হাতীবিলাকে হাবিৰ মাজত জাক বান্ধি বান্ধি বাস কৰে। একো একোটা জাকত মতা-মাইকী আৰু বিভিন্ন বয়সৰ পোৱালিবোৰ লগ লাগি একেলগে চৰি ফুৰে। বনৰীয়া হাতীবিলাকৰ দ্বাৰা গঠিত হোৱা এই জাক-টোক "চাহন" বুলি কোৱা হয়। এজনী প্ৰাপ্ত বয়সীয়া চাৰ্দিণ বা মাইকী হাতীয়ে চাহনটোক হাবিৰ মাজত বাট দেখুৱাই লৈ ফুৰে। জাকটোত কেইবাটাও বিভিন্ন বয়সৰ দঁতাল আৰু মখনা হাতী থাকিলেও এটা প্ৰকাণ্ড আকাৰৰ দঁতাল কিম্বা মখনাই প্ৰভুত্ব বিস্তাৰ কৰি থাকে। মতাবিলাকৰ মাজত কেতিয়াবা খণ্ড যুদ্ধও হয় আৰু এই যুদ্ধত পৰাজয় বৰণ কৰা মতা হাতীয়ে জাকৰ মাজৰ পৰা আঁতৰি গৈ "একনুৱা" নাম লৈ হাবিৰ মাজৰ কোনোবা ঠাইত অস্থায়ীভাৱে অকলশৰীয়া জীৱন যাপন কৰিবলগীয়া হয়। জাকৰ মাজৰ পৰা খেদা খাই পলাই যোৱা দুটা হাতীয়ে কেতিয়াবা যোৰা পাতি নিসজ জীৱন যাপন কৰিবলগীয়া হয়। তেনে ধৰণেৰে যোৰা পাতি বাস কৰা হাতীক "বালযুৰীয়া" নামেৰে অভিহিত কৰা হয়। দুটা হাতীতকৈ বেছি সংখ্যক জন্তু লগ লাগিও কেতিয়াবা "বালযুৰীয়া"ৰ পৰিবেশ সৃষ্টি কৰে।

কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ অন্তৰ্গত প্ৰায় এহেজাৰটামান বনৰীয়া হাতী নিগাজীকৈ বাস কৰি আছে বুলি গণনাৰ দ্বাৰা নিৰ্ণয় কৰা হৈছে। অৱৰী প্ৰকৃতিৰ ভ্ৰমণশীল জন্তু হোৱাৰ বাবে ইইতৰ মাজৰ পৰা কোনো কোনো হাতী কেতিয়াবা বাহিৰলৈ ওচি যায় আৰু কিছুদিনৰ পাছত ইয়ালৈকে পুনৰ ঘূৰি আহে। মানাহ অভয়াৰণ্যত প্ৰায় ১২০০ মান বনৰীয়া হাতী আছে বুলি প্ৰমাণ পোৱা গৈছে। সীমামূৰীয়া ঠাইবিলাকত বাস কৰা হাতীবিলাকে পৰিভ্ৰমণ কৰি কৰি অৰুণাচল, মেঘালয় আদি ৰাজ্যৰ বনাঞ্চলতো প্ৰবেশ কৰে।

মানাহ অভয়াৰণ্য আৰু কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত বাস কৰা হাতীবিলাকৰ উপৰিও গোটেই অসমত সংস্থাপিত হৈ থকা সংৰক্ষিত বনাঞ্চলবিলাকত এছিয়া মহাদেশীয় হাতীৰ পাল কম-বেছি পৰিমাণে বিক্ষিপ্ত সমাবেশত খিতাপি লৈ থকা দেখিবলৈ পোৱা যায়। বনৰীয়া হাতীৰ চাহনবিলাকৰ মাজৰ পৰা, ছেদেলি-ভেদেলি হৈ ওলাই অহা হাতীৰ সৰু-সুৰা পাল কেতিয়াবা সচৰাচৰ বাস কৰা অৰণ্যভূমিৰ পৰা বাহিৰলৈ ওলাই আহে। এই হাতীবোৰে খেতি পথাৰ বা চাহ-বাগিচাৰ মাজত প্ৰৱেশ কৰি শস্যক্ষেত্ৰত অশেষ ক্ষতি সাধন কৰে। তদুপৰি মানুহৰ ঘৰ-দুৱাৰ ভাঙি জনসাধাৰণৰ মাজত অবৰ্ণনীয় সন্ত্ৰাসৰ সৃষ্টি কৰে আৰু বহুতো মানুহৰ প্ৰাণ বিনাশ কৰাৰ উদাহৰণ বিৰল নহয়। কেতিয়াবা কেঁতিয়াবা জনপূৰ্ণ নগৰ বা গাঁৱৰ মাজত দুই-এটা বনৰীয়া গুণ্ডা হাতীৰ আৱিৰ্ভাৱ হৈ মানুহৰ খাৱন-শোৱন নাইকিয়া কৰি পেলায়। এনে অস্বাভাৱিক আৰু অশোভনীয় পৰিস্থিতিত মেলা চিকাৰ পদ্ধতিত বনৰীয়া হাতী ধৰাৰ নিয়ম সম্পূৰ্ণভাৱে উচ্ছেদ কৰি দিয়াটো উচিত হোৱা নাই বুলি বহুতে মত প্ৰকাশ কৰিছে। বনৰীয়া হাতী ধাৰণ কৰা ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্যসমূহৰ পৰিস্থিতি সমতুল্য হ'ব নোৱাৰে বুলি অভিমত দাঙি ধৰা হৈছে। তদুপৰি স্বাভাৱিক পৰিবেশবিলাকৰ হাতী ধাৰণ শক্তি সংকোচিত বনভূমিৰ ওপৰত নিৰ্ভৰ কৰি যথোচিত পৰিমাণৰ বনৰীয়া হাতী স্বাভাৱিক পৰিবেশত পালন কৰাৰ মাপকাঠি নিৰ্ণয় কৰা একান্ত আৱশ্যক হৈ পৰিছে। নিম্নমুখী, ঊৰ্দ্ধগামী আৰু সুস্থিৰ সংখ্যা হাতীৰ ক্ষেত্ৰত থকা ঠাইৰ পৰিসৰ আৰু খাদ্য সামগ্ৰীৰ প্ৰচুৰতা আৰু অভাৱ গ্ৰস্ততাৰ ভিত্তিত পৰিচালনা ব্যৱস্থা নিৰ্ণয় কৰিব লাগিব।

অৰুণাচল প্ৰদেশৰ অন্তৰ্গত থকা পৰ্বতীয়া স্বাভাৱিক পৰিবেশবিলাকত সাধাৰণতে বাস কৰা হাতীৰ সংখ্যা একেটা ভিত্তিতে নিৰ্ণয় কৰা আৱশ্যক হৈছে। তদুপৰি অসম আৰু অৰুণাচলৰ মাজত যি উমৈহতীয়া আন্তৰাজ্যিক সীমাৰেখা আছে সেই সীমাৰেখাই বনৰীয়া হাতীৰ প্ৰব্ৰজনত বাধা আৰোপ কৰিব পাৰিব বুলি আশা কৰিব নোৱাৰি। সেইবাবে দুয়োখন ৰাজ্যৰ উমৈহতীয়া পৰিস্থিতি যুটীয়াভাৱে নিৰ্ণয় কৰাটো একান্ত আৱশ্যক বুলি বিবেচনা কৰিব লাগিব। অৰুণাচল প্ৰদেশত বাস কৰা সৰহ সংখ্যক হাতী দক্ষিণ কালৰ নামনি অঞ্চলতে পুঞ্জীভূত হৈ থাকে বুলি জনা যায় আৰু গোটেই ৰাজ্যখনৰ বিভিন্ন পৰিবেশত বাস কৰা হাতীৰ সংখ্যাই অসমৰ সীমামূৰীয়া অৰণ্যভূমিত মাজে-সময়ে প্ৰৱেশ কৰে। ঠিক সেইদৰে অসমৰ-সীমামূৰীয়া পৰিবেশত বিচৰণ কৰি ফুৰা বনৰীয়া হাতীৰ সংখ্যাই অৰুণাচলৰ থলুৱা মাটিতো প্ৰৱেশ কৰে। এই পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত দুয়োখন চুবুৰীয়া ৰাজ্যত বাস কৰা বনৰীয়া হাতীৰ সংখ্যাই ঋতু অনুযায়ী নিম্নমুখী আৰু ঊৰ্দ্ধগামী ৰূপ ধাৰণ কৰা অস্বাভাৱিক বুলি ক'ব নোৱাৰি। মোটামুটিভাৱে অৰুণাচল প্ৰদেশৰ বিভিন্ন ঠাইত বাস কৰা বনৰীয়া হাতীৰ সংখ্যা চাৰি হাজাৰৰ কম নহ'ব বুলি কোৱা হৈছে। জৰিপ কাৰ্য আৰু পিয়লৰ অৱিহনতে সামগ্ৰিক পৰিস্থিতি নিৰ্ণয় কৰিব নোৱাৰিলে প্ৰকৃত অৱস্থা স্পষ্টভাৱে দাঙি ধৰিব পৰাটো সম্ভৱপৰ হ'ব নোৱাৰে।

বনৰীয়া হাতীৰ সংখ্যা সম্পৰ্কত নগালেণ্ডৰ সামগ্ৰিক পৰিস্থিতি পৃথক দৃষ্টিভংগীৰে নিৰীক্ষণ কৰিব লাগিব। মিজোৰামত বাস কৰা হাতীবিলাকেও সমধৰ্মী পৰিস্থিতিৰ সন্মুখীন হ'বলগীয়া হ'ল। নগালেণ্ডত বাস কৰা জনজাতীয় লোকসকলৰ বহুতে হাতী গোষ্ঠীৰ প্ৰাণীক পুষ্টিকৰ আহাৰ যোগান ধৰিব পৰা অন্যতম জন্তুৰূপে গণ্য কৰে। মানুহৰ খাদ্য যোগান ধৰিব পৰা জন্তু হিচাপে পৰিগণিত হোৱাৰ বাবে পূৰ্বাঞ্চলৰ এই পাৰ্বত্য এলেকাৰ বনভূমিবিলাকত নিৰলে বাস কৰা বনৰীয়া হাতীবিলাকৰ নিৰাপত্তা সোলোক-চোলোক হ'ল। বহুতো বনৰীয়া হাতীয়ে ইতিমধ্যে মানুহৰ কোপ দৃষ্টিৰ বলি হৈ জীৱন বিসৰ্জন দিবলগীয়া হ'ল। পলায়নমুখী কিছুমান হাতীয়ে অসমৰ অন্তৰ্গত শিৱসাগৰ জিলাৰ বনাঞ্চলবিলাকত আশ্ৰয় ল'লে। পূৰ্বৰ নগা পাহাৰ জিলাৰ অন্তৰ্গত বহুত দিন আগতে প্ৰতিষ্ঠিত হোৱা ইন্‌টাঙ্কি অভয়াৰণ্যত গোটাচেৰেক বনৰীয়া হাতী এতিয়াও বাচি আছে বুলি জনা যায়। দক্ষিণ ফালৰ গভীৰ অৰণ্যভূমিতো বিক্ষিপ্ত-ভাৱে বাস কৰি থকা বনৰীয়া হাতীৰ সৰু-সুৰা পাল হয়তো বাচি থাকিব পাৰে। আনহাতে মিজোৰামৰ পৰিস্থিতি বনৰীয়া হাতীৰ ক্ষেত্ৰত কল্পনা কৰিব নোৱাৰাকৈ শোকাবহ বুলি গণ্য কৰিব লাগিব। দুৰ্গম পৰ্বতীয়া বনভূমিবিলাকৰ কোনো এখনেও বনৰীয়া হাতীৰ সংখ্যা ধাৰণ কৰি আছে বুলি নিঃসন্দেহে ক'ব নোৱাৰি। সেই-কাৰণে বনৰীয়া হাতীৰ ক্ষেত্ৰত মিজোৰামৰ স্থান সম্পূৰ্ণভাৱে নাইকিয়া হৈছে বুলি ক'ব পাৰি।

মণিপুৰ ৰাজ্যত বনৰীয়া হাতী বিক্ষিপ্তভাৱে বাস কৰি আছে বুলি জনা যায় যদিও তাৰ হাতীৰ সংখ্যা নিৰ্ণয় কৰিবলৈ ব্যৱস্থা হাতত লোৱা নাই এখোন। মিজোৰামৰ চুবুৰীয়া ৰাজ্য হোৱা বাবে জনজাতীয় মানুহৰ হাতত মণিপুৰৰ বনৰীয়া হাতীবিলাকো লাঞ্ছিত হ'বলগীয়া হৈছে। এছিয়া মহাদেশীয় হাতী বিশেষজ্ঞ দলৰ অন্যতম সক্ৰিয় সদস্য ড: এছ. কে. আচাৰ্যই নগালেণ্ড, মণিপুৰ আৰু মিজোৰামত বাস কৰি থকা বনৰীয়া হাতীবিলাকৰ স্থিতাৱস্থা নিৰীক্ষণ আৰু অনুসন্ধান সাপেক্ষে নিৰ্ণয় কৰিবলৈ ভালেখিনি তথ্যপাতি সংগ্ৰহ কৰিব পাৰিছে। তেওঁ সংগ্ৰহ কৰা সমলৰ পৰা অনুমান কৰিব পাৰি যে নগালেণ্ড, মিজোৰাম আৰু মণিপুৰ ৰাজ্যত বাস কৰি থকা বনৰীয়া হাতীৰ ভৱিষ্যত সিমান উজ্জ্বল নহয়। পশ্চিম বঙ্গৰ উত্তৰ ফালে থকা হিমালয় পৰ্বতমালাৰ নামনি অঞ্চলত যিবিলাক সংৰ-ক্ষিত বনাঞ্চল আছে তিস্তা নদীৰ দুয়োপাৰে অৱস্থিত এই বনাঞ্চলবিলাকে বনৰীয়া হাতী নিবাসৰ পৰিৱেশ সৃষ্টি কৰিছে। সেই অঞ্চলত বাস কৰি থকা বনৰীয়া হাতীৰ সৰ্বোচ্চ সংখ্যা দুশতকৈ বেছি নহ'ব বুলি জনা যায়। কালিমপং, কাছিয়ং আৰু বক্সা বন সংমণ্ডলৰ অন্তৰ্গত থকা বনভূমিয়ে বনৰীয়া হাতীৰ বাবে উপযুক্ত বাতাৱৰণৰ সৃষ্টি কৰিছে। পশ্চিম বঙ্গৰ উত্তৰ ফালে অৱস্থিত অনুপম পাৰ্বত্য দেশ ভুটানৰ নামনি অঞ্চলত থকা বনভূমিত মানুহে খেতি পথাৰ কৰিবলৈ আৰম্ভ কৰাত খণ্ড বিখণ্ড ৰূপত বৃক্ষ শূন্য হ'বলৈ আৰম্ভ কৰিছে। ফলশ্ৰুতিত পাৰ্বত্য পৰিৱেশত

বাস কৰি থকা বনৰীয়া হাতীবিলাকে ভৈয়ামলৈ নামি আহিবলৈ বাধ্য হৈছে। সেই কাৰণে উত্তৰ বঙ্গৰ হাবিতলীয়া ৰাইজে বনৰীয়া হাতীৰ উৎপাতৰ সন্মুখীন হৈছে আৰু সংশ্লিষ্ট বিভাগে কেইবাটাও বনৰীয়া হাতী নিধন কৰিছে।

বিহাৰৰ পালামৌ ৰাষ্ট্ৰীয় উদ্যান আৰু ডালমা অভয়াৰণ্যত নিগাজীকৈ বাস কৰা বনৰীয়া হাতীৰ সংখ্যা পিগলৰ জৰিয়তে নিৰ্ণয় কৰা হৈছে। এই দুখন অভয়াৰণ্যত বাস কৰা হাতীৰ সংখ্যা পালামৌৰ ক্ষেত্ৰত 80 আৰু ডালমাৰ ক্ষেত্ৰত মাত্ৰ ২0 বুলি জনা যায়। উল্লেখযোগ্য যে বিহাৰৰ এই অভয়াৰণ্যবিলাকত নিগাজীকৈ বাস কৰা হাতীৰ মাজত দঁতাল হাতী একেবাৰে নাই বুলি ক'ব পাৰি। বিহাৰৰ চিংভূম সংৰক্ষিত বনাঞ্চলতো কিছু সংখ্যক বনৰীয়া হাতী স্থানীয়ভাৱে বাস কৰা দেখা যায়। উৰিষ্যাৰ চিম্‌লিপাল অভয়াৰণ্যত যিবিলাক বনৰীয়া হাতীয়ে পাল পাতি বাস কৰি আছে সেইবিলাকৰ সৰ্বমুঠ সংখ্যা দুশৰ ওচৰা-ওচৰি হ'ব। উত্তৰ প্ৰদেশৰ



বন্যপ্ৰাণী সংৰক্ষণ সপ্তাহ পালনৰ সময়ত শোভাযাত্ৰাত অংশ গ্ৰহণ কৰিবলৈ সাজু হোৱা এজাক ঘৰচীয়া হাতী

কৰবেট নেচনেল পাৰ্ক, ৰাজাজী অভয়াৰণ্য আৰু মতিচুৰ অভয়াৰণ্যত কিছু সংখ্যক বনৰীয়া হাতী আলেঙে আলেঙে বাস কৰা দেখা যায়। দাক্ষিণাত্যৰ ফালে থকা অন্ধ্ৰ প্ৰদেশ, তামিলনাডু আৰু কৰ্ণাটক ৰাজ্যত [illegible] সংখ্যক বনৰীয়া হাতী বাস কৰা দেখা যায়। ইয়াৰ ভিতৰত কৰ্ণাটকৰ বান্দিপুৰ নেচনেল পাৰ্ক, বানাৰঘাটা নেচনেল পাৰ্ক, নাগৰহোল নেচনেল পাৰ্ক আৰু অন্যান্য কেইবাখনো অভয়াৰণ্য, কেৰালাৰ এৰাভিকুলাম নেচনেল পাৰ্ক, পেৰিয়াৰ অভয়াৰণ্য, পৰম্বিকুলম্ আৰু নেয়াৰ অভয়াৰণ্য প্ৰভৃতি অভয়াৰণ্যসমূহৰ নাম উল্লেখ কৰিব পাৰি। তামিলনাডুৰ অন্তৰ্গত অৱস্থিত মধুমালাই অভয়াৰণ্য আৰু আন্নামালাই অভয়াৰণ্যত বাস কৰা বনৰীয়া হাতীৰ সংখ্যাও

কম বুলি ক'ব নোৱাৰি। দক্ষিণ ফালে মহাসমুদ্ৰৰ সিপাৰে অৱস্থিত শ্ৰীলঙ্কাতো ঠাকে ঠাকে বনৰীয়া হাতী বাস কৰে।

গোটেই ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যত আৰু দক্ষিণ ফালে সাগৰৰ মাজত অৱস্থিত শ্ৰীলঙ্কাত যিবিলাক বনৰীয়া হাতী বাস কৰি আছে, সেইবিলাকৰ ভিতৰত থকা দঁতাল আৰু মখনা হাতীৰ অনুপাত সকলো ক্ষেত্ৰতে সমান নহয়। এই ব্যৱধানৰ মাত্ৰাই বিভিন্ন পৰিবেশত বাস কৰা বনৰীয়া হাতীৰ মাজত বিৰাজ কৰি থকা পৰম্পৰাগত বৈচিত্ৰ্যৰ ইঙ্গিত দিয়ে। অসমক কেন্দ্ৰ কৰি উত্তৰ-পূব ভাৰতৰ বিভিন্ন অঞ্চলত যিবিলাক বনৰীয়া হাতী বাস কৰে সেইবিলাকৰ মাজত মোটামুটিভাৱে শতকৰা ৫০ ভাগ দঁতাল আৰু বাকী ৫০ ভাগ মখনা হোৱা দেখা যায়। বিহাৰৰ বিভিন্ন ঠাইত বাস কৰা বনৰীয়া হাতীবিলাকৰ মাজত দঁতাল হাতীৰ সংখ্যা তেনেই সামান্য। ইয়াত শতকৰা ৯৫ ভাগ হাতী মখনা হোৱা দেখা যায়। উৰিষ্যাৰ চিমলিপাল অভয়াৰণ্য আৰু অন্যান্য ঠাইত যিবিলাক হাতী স্থিগাৰ্জীকৈ বাস কৰি আহিছে সেইবিলাকৰ মাজত থকা মতা হাতীৰ শতকৰা ৯০ ভাগকে দঁতাল ৰূপে আত্মপ্ৰকাশ কৰা দেখিবলৈ পোৱা যায়। দক্ষিণ ভাৰতৰ বিভিন্ন ৰাজ্যত বাস কৰা বনৰীয়া হাতীবিলাকৰ সৰহ ভাগকে দঁতাল হোৱা দেখা যায়। আনহাতে শ্ৰীলঙ্কাৰ অন্তৰ্গত যিবিলাক বনৰীয়া হাতী পাল পাতি ঠাকে ঠাকে বিচৰণ কৰি ফুৰে সেই-বিলাকৰ মাজত দঁতাল হাতী নিচেই কম পৰিমাণে থকা দেখা যায়। ইহঁতৰ মাজত শতকৰা ৯৫ ভাগ মখনা আৰু বাকী ৫ ভাগ দঁতাল হোৱা দেখা যায়। বিভিন্ন ঠাইত থকা দঁতাল আৰু মখনাৰ সাংখ্যিক ব্যৱধানে জীৱ জগতত বিৰাজ কৰা বিস্ময় প্ৰতিপন্ন কৰে।

বন্যপ্ৰাণীৰ সংৰক্ষণ আৰু পৰিচালনাৰ দৃষ্টিভঙ্গীৰে সূক্ষ্মভাৱে বিশ্লেষণ কৰি চাই এছিয়া মহাদেশীয় হাতীৰ বিশেষজ্ঞসকলে ক'ব খুজিছে যে এই বিধ বিচিত্ৰ প্ৰাণীৰ সৰ্বমুঠ সংখ্যা সিমান সন্তোষজনক নহয়। সৰ্বভাৰতীয় বন্যপ্ৰাণী পৰিষদৰ সদস্য-সকলেও তদ্ৰূপ অভিমত ব্যক্ত কৰিছে। সমান্তৰালৈ দেশৰ আৰু আন্তৰ্জাতিক ভিত্তিত বিবেচনা কৰি চাই প্ৰকৃতি আৰু প্ৰাকৃতিক সম্পদ সংৰক্ষণৰ আন্তৰ্জাতিক সমিতিৰ ফালৰ পৰাও দোহাৰি দোহাৰি কোৱা হৈছে যে এছিয়া মহাদেশীয় হাতীৰ সংখ্যা বৰ্তমানে বহুত তললৈ নামি আহিছে। সেইবাবে এই বিধ প্ৰাণীক পৃথিৱীৰ বুকুৰ পৰা সম্পূৰ্ণভাৱে বিলুপ্ত হৈ যোৱাৰ পৰা ৰক্ষা কৰিবলৈ আশু ব্যৱস্থা হাতত লোৱাটো নিতান্ত আৱশ্যক হৈ পৰিছে। এই পৰিস্থিতিৰ সমাধান সূত্ৰ এটা উলিয়াবৰ বাবে এছিয়া মহাদেশীয় তথা ভাৰতীয় হস্তী গোষ্ঠীৰ প্ৰাণীবিলাকক বিপদগ্ৰস্থ প্ৰাণী বুলি আন্তৰ্জাতিক সন্থাই ঘোষণা কৰিলে। লগে লগে ভাৰতীয় বন্যপ্ৰাণী সংৰক্ষণ আইনত ভাৰতীয় হাতীক দ্বিতীয়খন তালিকাৰ পৰা প্ৰথমখন তালিকালৈ উন্নীত কৰা হ'ল। অন্য ভাষাত ক'ব পাৰি যে ভাৰতীয় হাতীক নিষিদ্ধ প্ৰাণী ৰূপে পৰিগণিত কৰা হ'ল। ইয়াৰ অৰ্থ হ'ল এনে যে দুৰ্দান্ত প্ৰকৃতিৰ বনৰীয়া হাতীক আগৰ দৰে অনুমতি পত্ৰ লৈ কোনেও বধ কৰিব নোৱাৰিব

তদুপৰি কুন্ কীৰ সহায়ত আগতে অসম, মেঘালয় আৰু অৰুণাচল প্ৰদেশত মেলা চিকাৰ পদ্ধতিত বনৰীয়া হাতী ধৰাৰ যি প্ৰথা প্ৰৱৰ্তন কৰা হৈছিল সেই প্ৰথা সম্পূৰ্ণ ৰূপে উচ্ছেদ কৰি দিয়া হয়।

এই সৰ্বাঙ্গীন ব্যৱস্থাৰ পৰিপ্ৰেক্ষিতত যে অসমৰ জনসাধাৰণে লাঞ্চনা ভুগিবলগীয়া হ'ল এই কথাৰ পুনৰুল্লেখ নিষ্প্ৰয়োজন। কাৰণ ধাৰণ শক্তিৰ তুলনাত অসম আৰু মেঘালয়ৰ বনভূমি অঞ্চলত থকা বনৰীয়া হাতীৰ সংখ্যা বেছি পৰিমাণৰ হৈ আছে বুলি অসম আৰু মেঘালয়ৰ সংশ্লিষ্ট বিভাগে বিবেচনা কৰে। তদুপৰি হস্তী গোষ্ঠীৰ প্ৰাণীবিলাকক সমগ্ৰ দেশতে প্ৰথমখন তালিকালৈ উন্নীত কৰাৰ আগতে অসম আৰু মেঘালয়ৰ সংশ্লিষ্ট বিভাগৰ পৰা কোনো মতামত কিম্বা পৰামৰ্শ বিচৰা হোৱা নাছিল। এই ঐতিহাসিক সিদ্ধান্তৰ ফলশ্ৰুতিত অসমৰ বহুতো গাঁৱলীয়া ৰাইজে ভয়ানক পৰিস্থিতিৰ সন্মুখীন হ'বলগীয়া হ'ল। বনৰীয়া হাতীৰ পালবোৰে অৰণ্যভূমিৰ মাজৰ পৰা ওলাই আহি মানুহক উপদ্ৰৱ কৰিবলৈ আৰম্ভ কৰিলে। মানুহৰ শস্য ক্ষেত্ৰ আৰু চাহ বাগিচাবিলাকৰ মাজত সুৰাই বনৰীয়া হাতীয়ে মানুহৰ ক্ষতি সাধন কৰাটো সাধাৰণ ঘটনাত পৰিণত হ'ল। বহুতো বনৰীয়া হাতীয়ে দুখীয়া ৰাইজৰ ঘৰ-দুৱাৰ ভাঙি ঠায়ে ঠায়ে সন্ত্ৰাসৰ সৃষ্টি কৰিলে। আটাইতকৈ ডাঙৰ কথা হ'ল এয়ে যে বহুতো নিমাখিত মানুহে প্ৰতি বছৰে বনৰীয়া হাতীৰ দ্বাৰা আক্ৰান্ত হৈ প্ৰাণ বিসৰ্জন দিবলগীয়া হ'ল। এই ভয়াবহ পৰিস্থিতিৰ নিয়ন্ত্ৰণ কৰি বিপদগ্ৰস্থ ৰাইজক সকাহ দিবৰ বাবে বিভাগীয়ভাৱে পৰামৰ্শ সহ বহুতৰ প্ৰস্তাৱ আগ বঢ়োৱা হ'ল।

১৯৮১ চনৰ ৯ ফেব্ৰুৱাৰী তাৰিখে দিল্লীত অনুষ্ঠিত হোৱা সৰ্বভাৰতীয় বন্যপ্ৰাণী পৰিষদত অসমৰ ফালৰ পৰা অতিৰিক্ত মুখ্য বন সংৰক্ষক আৰু মুখ্য বন্যপ্ৰাণী তত্ত্বাৱধায়কৰ পদে বহন কৰিবলগীয়া দায়িত্ব লৈ মই যোগদান দিবলগীয়া হৈছিল। সেই সভাত অসমক প্ৰতিনিধিত্ব কৰিবলৈ মোৰ লগত মানাহ ব্যাঘ্ৰ যোজনাৰ ভাৰপ্ৰাপ্ত বিষয়া শ্ৰীসঞ্জয় কুমাৰ দেবৰয় গৈছিল। উল্লেখযোগ্য যে সৰ্বভাৰতীয় বন্যপ্ৰাণী পৰিষদত উত্তৰ-পূৰ্বাঞ্চলৰ ৰাজ্যকেইখনক প্ৰতিনিধিত্ব কৰা অন্য কোনো বেচৰকাৰী সদস্য নাছিল। সেইকাৰণে অসমকে কেন্দ্ৰ কৰি পূৰ্বাঞ্চলৰ পৰিস্থিতি সভাত দাঙি ধৰাৰ ভাৰ মোৰ ওপৰতে পৰিছিল। অসমত বনৰীয়া হাতীৰ সংখ্যা যে আশাতীতভাৱে কমা নাই আৰু বনৰীয়া হাতীৰ উপদ্ৰৱত যে অসমৰ গ্ৰামাঞ্চলত বাস কৰা ৰাইজৰ বহুতো দুৰ্গতি হৈছে সেই কথা বিতংভাৱে বুজাই দিবৰ বাবে চেষ্টা কৰা হ'ল। পৰিতাপৰ বিষয় যে সভাত উপস্থিত থকা পৰিষদৰ সদস্যসকলৰ কোনেও মোৰ যুক্তিত পতিয়ন যাবলৈ আগবাঢ়ি নাহিল। বৰঞ্চ সকলো ফালৰ পৰা আপত্তিসূচক প্ৰতিবাদ উৎথাপন কৰি অসম চৰকাৰৰ প্ৰস্তাৱটো নাকচ কৰিবলৈ পৰামৰ্শ দাঙি ধৰা হ'ল। মই দৃঢ়তাৰে মোৰ বক্তব্যখিনি পুনৰ উৎথাপন কৰি ক'লো যে বন্যপ্ৰাণীৰ সংৰক্ষণ আৰু সুৰক্ষণৰ মাজত নীতি অনুযায়ী প্ৰভেদ থকা

উচিত। স্থানীয় লোকৰ দুখ-দুৰ্গতি আওকাণ কৰি কোনো বন্যপ্ৰাণীৰ সংখ্যাক নিস্কোৰাবত অৱস্থালৈ ঠেলি দিয়াটো বাঞ্ছনীয় হ'ব নোৱাৰে। সমাজ কল্যাণৰ যাৱতীয় ভাৱধাৰা পৰিত্যাগ কৰি সংৰক্ষণকামী ব্যক্তিসকলে গৌৰৱৰ মুকুট পৰিধান কৰি আন্তৰ্জাতিক খ্যাতি লাভ কৰিবলৈ যোৱা উচিত হ'ব নোৱাৰে।

উল্লেখযোগ্য যে সৰ্বভাৰতীয় বন্যপ্ৰাণী সংৰক্ষণ পৰিষদৰ স্থায়ী সভানেত্ৰী প্ৰধান মন্ত্ৰী ইন্দিৰা গান্ধী নিজে। বন্যপ্ৰাণী তথা সকলো প্ৰকাৰৰ প্ৰাকৃতিক সম্পদ সংৰক্ষণৰ বিষয়ত বিশেষ তৎপৰতাৰে কাম কৰিবলৈ সকলোকে উদগনি দিয়া ৰাজনৈতিক নেত্ৰী হিচাপে তেখেতে আন্তৰ্জাতিক খ্যাতি লাভ কৰিব পাৰিছে। এই দৃষ্টিভঙ্গীৰ ফালৰ পৰা বিবেচনা কৰিবলৈ হ'লে এটা কথা নুই কৰিব পৰা নাযায় যে সমগ্ৰ দেশৰ কৰ্ণ-ধাৰ গৰাকীয়ে বন্যপ্ৰাণী সংৰক্ষণৰ বিষয়ত তৎপৰতা অৱলম্বন কৰিব। সি যিয়েই কি নহওক প্ৰধান মন্ত্ৰীয়ে সভানেত্ৰীৰ আসনৰ পৰা নই উত্থাপন কৰা কথাখিনি বিবেচনা যোগ্য বুলি গ্ৰাহ্য কৰিলে। তেখেতে ৰায় দিলে যে গোটেই বিষয়টো গভীৰভাৱে অধ্যয়ন কৰিবৰ বাবে এখন উপ-সমিতি গঠন কৰিব লাগে। পৰৱৰ্তী সময়ত সেই উপ-সমিতি গঠন কৰা হ'ল নে নাই সেই বিষয়ে স্পষ্টভাৱে জনা নাযায়। কাৰণ ১৯৮৪ চনৰ এপ্ৰিল-মে'ই পৰ্যন্ত কোনো উপ-সমিতিৰ সদস্য এই বিষয়টো অনুসন্ধান কৰিবৰ বাবে অসমলৈ অহা নাই। অৰণ্য বিহাৰৰ অৱসৰপ্ৰাপ্ত মুখ্য বন সংৰক্ষক এছ্. পি. সাহীৰ নেতৃত্বত এটা দল এই বিষয়টো অনুধাৱন কৰিবৰ বাবে গুৱাহাটীলৈ অহাৰ কথা জনা যায়।

১৯৮১ খৃষ্টাব্দৰ চেপ্টেম্বৰ মাহৰ ৪ আৰু ৫ তাৰিখে শ্বিলঙত হাতী বিশেষজ্ঞ দলৰ পূবাঞ্চলীয় শাখাৰ এখন বিশেষ সভা অনুষ্ঠিত হৈছিল। পূৰ্বাঞ্চলৰ আটাইকেইখন ৰাজ্যত বাস কৰি থকা বনৰীয়া হাতীৰ সৰ্বাত্মক পৰিস্থিতিৰ বিষয়ে আলোচনা কৰাটোৱেই এই সভাৰ মুখ্য উদ্দেশ্য আছিল।

পিয়লৰ জৰিয়তে বিভিন্ন ৰাজ্যত বাস কৰি থকা বনৰীয়া হাতীবিলাকৰ সংখ্যা নিৰ্ণয় কৰা বিষয়ত কোনখন ৰাজ্যই কিমান দূৰ আগ বাঢ়িব পাৰিছে সেই বিষয়ৰ যাৱতীয় তথ্যপাতি সভাত উত্থাপন কৰা হ'ল। ভাৰতীয় বন্যপ্ৰাণী সংৰক্ষণ আইনৰ প্ৰথমখন তালিকাত অন্তৰ্ভুক্ত হৈ থকা এছিয়া মহাদেশীয় হাতীক দ্বিতীয়খন তালিকালৈ পুনৰ নমাই আনিব পৰা যায়নেকি সেই বিষয়ে সভাত বিষদভাৱে আলোচনা কৰা হ'ল। সৰহ সংখ্যক সদস্যই এই মতৰ বিৰোধিতা কৰিলে যদিও কেইটামান গুৰুত্ব-পূৰ্ণ বিষয়ত সভাই অনুমোদন জ্ঞাপন কৰিলে। বনৰীয়া হাতীৰ উপদ্ৰৱৰ পৰা স্থানীয় মাইজক সকাহ দিবৰ বাবে উপক্ৰত এলেকাবিলাকত মাইক্ৰো মেনেইজমেন্ট বা ক্ষুদ্ৰতম পৰিচালনা ব্যৱস্থাৰ আহিত হাতী ধৰিবলৈ অনুমতি দিবৰ বাবে ৰাজ্যখা হাতত লোৱাৰ আৱশ্যকতা প্ৰতিপন্ন হ'ল। ব্যৱসায়ী দৃষ্টিভঙ্গী সমূলঞ্চে ত্যাগ কৰি বিভাগীয়ভাৱেহে হাতী ধৰিব পৰা যাব বুলি সিদ্ধান্তত উপনীত হ'ল।

উপক্ৰত অঞ্চলবিলাকৰ পৰা বনৰীয়া হাতীৰ জাকবোৰক আঁতৰলৈ খেদাই দিবৰ

বাবে শস্যৰক্ষক বাহিনী সৃষ্টি কৰিবলৈ অনুমোদন আগ বঢ়োৱা হ'ল। এনে শস্য-ৰক্ষক বাহিনী ৰাখিবৰ বাবে যি অৰ্থৰ প্ৰয়োজন হ'ব সেই খৰচ কেন্দ্ৰীয় চৰকাৰে বহন কৰিব লাগিব বুলি সভাই অভিমত লিপিবদ্ধ কৰিলে।

উল্লেখযোগ্য যে শস্যৰক্ষক বাহিনী সৃষ্টি কৰিবলৈ হ'লে বিভাগীয়ভাবে কুনকীৰ সমৰ্যায়ৰ ঘৰচীয়া হাতী কিছুমানো বিভাগে ৰাখিব লাগিব। তদুপৰি মাউত, ঘাঁহী আদিৰ পৰা আৰম্ভ কৰি বিভিন্ন স্তৰৰ বন বিষয়া এই কামৰ বাবে নিয়োগ কৰিব লাগিব। নানা কাৰণত এই দীৰ্ঘ ম্যাদী পৰিকল্পনাই এতিয়ালৈকে বাস্তৱ ৰূপ পোৱা নাই। সি যিয়েই কি নহওক বন্যপ্ৰাণী সংৰক্ষণৰ পটভূমিত ভাৰতীয় হস্তী গোষ্ঠীৰ আটাইবিলাক প্ৰাণীয়ে বৰ্তমান কালত ৰক্ষণাবেক্ষণৰ পূৰ্ণ মৰ্যাদা উপভোগ কৰিছে। এই ব্যৱস্থা কিমান দিন জোৰাকৈ প্ৰৱৰ্তিত হৈ থাকিব লাগিব সেইটো সদাহতে কোৱা টান। এই বিষয়ত এটা কথা উল্লেখ কৰি থব পাৰি যে অসমত অতীতৰ পৰা প্ৰচলিত হৈ থকা মেলা চিকাৰ অনুষ্ঠান নিৰ্মূল হ'লে আমাৰ সামাজিক ব্যৱস্থাত এটা আঘাত পৰিব। কালৰ কুটিল গৰ্ভত লয় পোৱাৰ আগতে দেখা দিয়া এই হাতী চিকাৰৰ কাহিনীবোৰ তলত লিপিবদ্ধ কৰা হ'ল।

## খেদা চিকাৰ

খেদা চিকাৰ পদ্ধতিত বনৰীয়া হাতী ধৰাৰ নিয়ম অসমত আগতে প্ৰচলিত আছিল বুলি জনা নাযায়। এই পদ্ধতিত হাতী ধৰাৰ নিয়ম বাংলাদেশৰ মৈমনচিং জিলাত প্ৰচলিত আছিল। সেই সময়ত মৈমনচিং জিলাৰ হাতী অধ্যুষিত ঠাইসমূহ যে ভাৰত-বৰ্ষৰে অঙ্গবিশেষ আছিল এই কথা দোহাৰিবৰ প্ৰয়োজন নাই। হাবিৰ মাজত উৎপন্ন হোৱা লোণৰ পুং আৰু সাধাৰণতে বনৰীয়া হাতীৰ পালবোৰ অহা-যোৱা কৰা পথবোৰ খেদা চিকাৰ পদ্ধতিত হাতী ধৰিবৰ বাবে নিৰ্বাচন কৰি লোৱা হয়। এইদৰে বনাঞ্চলৰ মাজত বনৰীয়া হাতী অহা-যোৱা কৰা পথবিলাকক হাতী-দন্দী বুলি কোৱা হয়। বনৰীয়া হাতীৰ জাকক বলাই নি কাঠৰ বেৰাৰ ভিতৰত সুমুৱাবৰ বাবে কাঠ পুলিৰে যিবোৰ পথ হাবিত নিৰ্মাণ কৰা হয় সেই পথবোৰক ক্ৰমে পুংগড় আৰু দন্দী-গড় বুলি কোৱা হয়। নিমখ মিহলি পানী আৰু মাটি খাবৰ বাবে বনৰীয়া হাতীবোৰ জাকে জাকে আহি লোণৰ পুঙত গোট খায়হি। এইদৰে গোট খোৱা হাতীবোৰকে হুৰাই নি গড়ালৰ ভিতৰত সুমুৱাবৰ বাবে ব্যৱস্থা কৰা হয়। সাঁজ লাগি যোৱাৰ পাছতে এইদৰে হাবিত বনৰীয়া হাতী ধৰিবৰ বাবে আগতীয়াকৈ যাৱতীয় ব্যৱস্থা কৰা হয়। নিমখৰ পুঙৰ ওচৰত থকা গছৰ ওপৰত কাঠ-বাঁহেৰে একোখন চাং সজা হয়। পুঙৰ ওচৰত থকা গছৰ ওপৰত বনাই ৰখা চাঙক 'পুং-মাচাং' বুলি কোৱা হয়। সাধাৰণতে নিমখৰ পুঙবোৰৰ প্ৰায় ৫।৬ মিটাৰ আঁতৰত এজোপা ডালমেলা গছ নিৰ্বাচন কৰি লৈ তাৰ ওপৰতে এখন মজবুত চাং নিৰ্মাণ কৰা হয়। আৱশ্যক অনুযায়ী পুঙৰ চাৰিওকাষে থকা কেইবাজোপা গছত একাধিক চাং নিৰ্মাণ কৰা হয়। প্ৰত্যেকখন

চাঙতে দুজন দুজন মানুহ বহি থাকে। হাতীৰ জাকটোৱে পুখুৰীত আহি নিগনিৰ পানী খাবলৈ ধৰোঁতেই পুং-নাচাঙৰ ওপৰত চুপে-চাপে বহি থকা মানুহকেইজনে জোৰ জলাই আৰু হাই-উৰুমি কৰি হাতীজাকক গড়ালৰ ফালে খেদি নিয়াৰ ব্যৱস্থা কৰে। খেদি নিয়া হাতী জাকে যাতে আপোনা-আপুনি গড়ালৰ ভিতৰত সোমাবলৈ যাতে বাধ্য হয় তাৰ বাবে পাৰ্শ্ববৰ্তী অঞ্চলত ক্ৰমে সৰু হৈ যোৱা খিৰৰ বেৰা তৈয়াৰ কৰি ৰখা হয়। বনৰীয়া হাতীৰ জাকটোৱে যাতে খেদা খোৱাৰ পাছত আপোনা-আপুনি হৈ গড়ালটোৰ ভিতৰত সোমাই পৰিবলৈ বাধ্য হয় তাৰ বাবে বাটত থকা গছ-গছনি হাবিবোৰেৰে পানী পথ নিৰ্মাণ কৰি ৰখা হয়। এইদৰে কাটি তৈয়াৰ কৰা পথটোক চুনিয়া বাটি বুলি কোৱা হয়। চুনিয়া বাটি অতিক্ৰম কৰি বনৰীয়া হাতীৰ জাকটোৱে চৰবেগেৰে সোমাই পৰি পলাই যাব নোৱাৰা হৈ পৰে। পথৰ দুয়োকাষে গজোৱা গছৰ ডালৰ চাঙৰ ওপৰত বহি থকা মানুহকেইজনেও হাতত জোৰ আদি লৈ হাতীজাকক গড়ালৰ ভিতৰলৈ খেদি দিয়াৰ ব্যৱস্থা কৰে। অৱশেষত কুন্‌কী হাতীয়ে বনৰীয়া হাতীজাকক খেদি নি গড়ালৰ ভিতৰত সোমাই পৰিবলৈ বাধ্য কৰে।

কিছুমান ওখ ওখ গছৰ খুটা লৈ গড়ালটো নিৰ্মাণ কৰা হয়। গড়ালৰ সন্মুখতো দুখন চাং দুয়োকাষে নিৰ্মাণ কৰি ৰখা হয় আৰু এই চাঙৰ ওপৰত দুজন দুজন মানুহ খাপ পাতি বহি থাকে। গড়ালৰ ভিতৰত গোটেইজাক বনৰীয়া হাতী সোমাই পৰাৰ লগে লগে কাঠ-বাঁহেৰে নিৰ্মাণ কৰি ৰখা দুৱাৰখনৰ ৰচিডাল টানি দি গড়ালটো বন্ধ কৰি দিয়া হয়। গোটেইজাক হাতী গড়ালটোৰ ভিতৰত বন্দী হৈ পৰিলে সিহঁত তাৰ পৰা ওলাই যাব নোৱাৰা হৈ পৰে। তেতিয়া কুন্‌কীৰ সহায়ত কম বয়সীয়া হাতীকেইটাক ফান্দ মাৰি মাৰি গড়ালৰ ভিতৰতে ধৰাৰ ব্যৱস্থা কৰা হয়। দুৰ্দান্ত হাতী গড়ালৰ ভিতৰত সোমাই পৰিলে তাক শাসন কৰা টান হৈ পৰে। তেনে হাতীক পুনৰ হাবিলৈ যাবলৈ এৰি দিয়া হয়। আৱশ্যক অনুযায়ী এনে হাতীক গুলি কৰি বধ কৰিবলগীয়া হয়। আনহাতে সৰু-সুৰা পোৱালি হাতীজাকৰ মাজত গড়ালত সোমাই পৰিলে গছকতে মৃত্যু বৰণ কৰে। এই পদ্ধতিত বনৰীয়া হাতী ধৰাৰ নিয়ম বহুত দিন পূৰ্বেই উঠাই দিয়া হৈছিল।

## মেলা চিকাৰ

মেলা চিকাৰ পদ্ধতিত বনৰীয়া হাতী ধৰাৰ নিয়ম অতীজৰে পৰা অসমত চলি আহিছে। ইংৰাজৰ দিনত এই পদ্ধতিত হাতী চিকাৰ কৰিবৰ বাবে আইনসঙ্গতভাৱে নিয়ম প্ৰৱৰ্তন কৰা হৈছিল। স্বাধীনোত্তৰ কালতো এই নিয়ম সিদিনাখনলৈকে অসমত প্ৰচলিত হৈ আছিল। এতিয়া অৱশ্যে মেলা চিকাৰ পদ্ধতিত বনৰীয়া হাতী ধৰাৰ নিয়ম উঠাই দিয়া হৈছে। মেলা চিকাৰত বনৰীয়া হাতী ধৰিবৰ বাবে কুনকী হাতী নিয়োগ কৰা হয়। কুনকীৰ সহায়ত বনৰীয়া হাতী হাবিৰ পৰা ধৰি আনা

হয় আৰু এইদৰে ধৰি অনা হাতী পোৱালিক পিলখানাত শিক্ষা দিয়া হয়। শিক্ষা লাভ কৰা বনৰীয়া হাতীয়ে মানুহৰ হাক-বচন মানি চলিবলৈ আৰম্ভ কৰে। কাল-ক্ৰমত এইদৰে শিক্ষা লাভ কৰা বনৰীয়া হাতীয়ে ঘৰত প্ৰতিপাল কৰি ৰখা ঘৰচীয়া জন্তুৰ দৰে ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰে। হাবিত বাস কৰা বনৰীয়া হাতীবিলাকৰ সংখ্যা নিয়ন্ত্ৰণ কৰি প্ৰকৃতিৰ ভাৰসাম্যতা ৰক্ষা কৰাটো এই নিয়মত হাতী ধৰিবলৈ অনুমতি দিয়াৰ মূল উদ্দেশ্য আছিল। অৱশ্যে হাবিত বনৰীয়া হাতী ধৰিবলৈ অনুমতি পোৱা মহলদাৰসকল যে এই নিয়মৰ দ্বাৰা আৰ্থিকভাৱে যথেষ্ট লাভৱান হৈছিল সেই কথা দোহাৰিবৰ প্ৰয়োজন নাই। সাধাৰণতে চাৰে চাৰি ফুটতকৈ কম উচ্চতাৰ পোৱালি হাতীক ধৰিবলৈ দিয়া নহয়। মাকৰ গাখীৰ খাবলৈ নেৰা পোৱালিক নধৰি-বৰ বাবে এই নিয়ম প্ৰৱৰ্তন কৰিবলগীয়া হৈছিল।

অসমৰ বনভূমি অঞ্চলত স্বাধীন মনেৰে চৰি থকা বনৰীয়া হাতীবিলাকৰ সংখ্যা নিয়ন্ত্ৰণ কৰিবৰ বাবে আন এটা নিয়ম প্ৰচলিত আছিল। বনাঞ্চলৰ ধাৰণ শক্তিক অতিক্ৰম কৰাৰ ফলত হস্তী গোষ্ঠীৰ প্ৰাণীবোৰে যাতে মানৱ জাতিৰ অনিষ্ট সাধন কৰি মহা পয়মালৰ সৃষ্টি কৰিব নোৱাৰে তাৰ বাবে বৈজ্ঞানিক ভিত্তিত অভিনৱ ব্যৱস্থাসমূহ কেতিয়াবাৰে পৰা অসমত প্ৰৱৰ্তন কৰা হয়। সি যিয়েই কি নহওক হাতীৰ সংখ্যা নিয়ন্ত্ৰণ কৰি ৰাখিবৰ বাবে তেতিয়া সুদক্ষ চিকাৰীক গুণ্ডা প্ৰকৃতিৰ হাতীক গুলি কৰি বধ কৰিবলৈ অনুমতি পত্ৰ দিয়া হয়। বিনিময়ত দঁতাল হাতীৰ দাঁতযোৰা চিকাৰীয়ে পুৰস্কাৰ হিচাপে লাভ কৰে। অৱশ্যে দঁতাল আৰু মখনা হাতীৰ অনুপাত সমভাৱে ৰাখিবৰ বাবে চিকাৰীয়ে ১৮ মাহৰ আগে পিছে এটা মখনা হাতীকো নিধন কৰিবলগীয়া হয়। কালক্ৰমত এই নিয়মত বনৰীয়া হাতী নিধন কৰাৰ মাত্ৰা বৃদ্ধি পোৱাত ৰাজ্যিক চৰকাৰে অধিনিয়ম প্ৰয়োগ কৰি বনৰীয়া হাতী বধ কৰাৰ মাত্ৰা কমাই দিয়ে। এতিয়া অৱশ্যে এই নিয়মত হাতী বধ কৰাটো সম্পূৰ্ণভাৱে বন্ধ কৰি দিয়া হৈছে। মানুহক অত্যাচাৰ কৰা গুণ্ডা হাতীক নিধন কৰিবলগীয়া হ'লে চৰকাৰৰ তৰফৰ পৰা ৰাজপত্ৰ আৰু বাতৰি কাকতৰ জৰিয়তে ঘোষণা কৰা হয়। উপযুক্ত চিকাৰীয়ে তেনে উদণ্ড স্বভাৱৰ হাতীকহে বধ কৰিব পাৰে।

মেলা চিকাৰ পদ্ধতিত বনৰীয়া হাতী ধৰিবৰ বাবে চিকাৰীৰ দল কুন্‌কীসহ বনাঞ্চলত প্ৰৱেশ কৰে। বনৰীয়া হাতীৰ চাহনৰ সন্ধানত চিকাৰী দল গভীৰ অৰণ্য-ভূমিৰ মাজলৈ যাবলগীয়া হয়। কোনো কোনো ক্ষেত্ৰত অৱশ্যে অলপ দূৰ হাবিৰ মাজত সোমোৱাৰ পাছতেই বনৰীয়া হাতীৰ পালৰ লগত চিকাৰী দলৰ ভেটাভেটি হয়। চিকাৰী কুন্‌কীয়ে অতৰ্কিতে চাহনৰ মাজত প্ৰৱেশ কৰি এটা হুলস্থূল পৰিৱেশৰ সৃষ্টি কৰি দিয়ে। তেতিয়া চাহনৰ মাজত থকা বনৰীয়া হাতীবোৰে ছেদেলি-ভেদেলি হৈ চাৰিওফালে পলাবলৈ আৰম্ভ কৰে। মাকৰ ওচৰৰ পৰা ফালৰি কাটি আঁতৰি অহা পোৱালি হাতীৰ ডিঙিলৈ কান্দীয়ে তেওঁৰ হাতত থকা মৰাপাটৰ বচিৰ ফান্দ-পাট দলিয়াই দিয়ে। সেই ফান্দপাট ডিঙিত সৰি পৰিলে হাতী পোৱালিটো পলাব

নোৱাৰাহৈ পৰে। তেতিয়া তাক কুন্‌কীৰ সহায়ত পিলখানালৈ বলাই আনি শিক্ষা দিবলৈ আৰম্ভ কৰা হয়। এইদৰে প্ৰায় এমাহ কাল শিক্ষা লাভ কৰাৰ পাছত বনৰীয়া হাতীৰ পোৱালিটো জাতি হৈ পৰে।

বনৰীয়া হাতী মেলা চিকাৰত ধৰিবৰ বাবে প্ৰত্যেকটো বন সংমণ্ডলৰ অন্তৰ্গত থকা হাতী অধ্যুষিত এলেকাবিলাক মহলৰ আকাৰত ভাগ কৰি নিবিদা আহ্বান কৰা হয়। নিবিদাৰ সৰ্বোচ্চ নিৰিখৰ ওপৰত ভিত্তি কৰি মহলৰ আসনবোৰ যোগ্য ব্যক্তিসকলৰ মাজত ভাগ কৰি দিয়া হয়।

## গাঁত খান্দি হাতী ধৰাৰ নিয়ম

দক্ষিণ ভাৰতত বনৰীয়া হাতী অহা-যোৱা কৰা বাটত গাঁত খান্দি ৰাখি হাতী ধৰাৰ এটা নিয়ম প্ৰবৰ্তন কৰা হয়। এই পদ্ধতিত হাতী ধৰিবৰ বাবে হাতী অহা-যোৱা কৰা পথত চিনিব নোৱাৰাকৈ একোটা গাঁত খান্দি ৰখা হয়। দীঘলে-বহলে প্ৰায় চাৰি মিটাৰ আকাৰৰ একোটা গাঁত খন্দা হয়। ঠিক সেই অনুপাতে গাঁতটোৰ দ পৰিমাণো প্ৰায় চাৰি মিটাৰমানত ধাৰ্য কৰা হয়। গাঁতৰ উপৰিভাগত পাতলীয়া বিধৰ বাঁহ-কাঠেৰে এখন চাং নিৰ্মাণ কৰা হয়। এই চাঙখনৰ ওপৰত এনে ধৰণেৰে কিছুমান বাঁহ-পাত মেলি ৰখা হয় যে বনৰীয়া হাতীবোৰে তাৰ তলতে এটা গাঁত আছে বুলি ধৰিবই নোৱাৰে। গাঁতটোৰ তলিত কিছুমান খেৰ, বাঁহ আদি ডাঠকৈ পাৰি ৰখা হয়। বনৰীয়া হাতীৰ কোনোবা এটাই নজনাকৈয়ে গাঁতৰ ওপৰত আগচেং দুখন পেলাই দিয়াৰ লগে লগে সি গাঁতৰ তললৈ সৰি পৰে। এবাৰ গাঁতৰ ভিতৰত সোমাই পৰিলে থিয় গৰাৰ ওপৰলৈ উঠি ওলাই আহিব নোৱাৰা হৈ পৰে। গাঁতৰ যি কোনো ফালে থকা থিয় গৰাৰ মাটিবোৰ কাটি কাটি জন্তুটোক ওপৰলৈ উঠি আহিবৰ বাবে সুবিধা কৰি দিয়া হয়। লগে লগে তাৰ ডিঙিত সৰি পৰাকৈ এডাল ৰচি পেলাই দিয়া হয়। ওপৰলৈ উঠি আহিব পাৰিলেও সি ৰচিডাল ছিঙি পলাই যোৱাৰ উপায় নাথাকে। এই পদ্ধতিত কবায়ত্ত কৰা বনৰীয়া হাতী পাছত শিক্ষা দি ঘৰচীয়ালৈ ৰূপান্তৰ কৰা হয়।

## জংগী চিকাৰ

নেপালত জংগী চিকাৰ পদ্ধতিত বনৰীয়া হাতীক বশ্যতা স্বীকাৰ কৰোৱাৰ এটা অভিনৱ প্ৰথা প্ৰচলিত আছিল। এই প্ৰথাৰে হাতী ধৰাৰ নিয়ম পৃথিৱীৰ অন্য কোনো ঠাইতে নাই। প্ৰকৃততে এই পদ্ধতিত বনৰীয়া হাতীক বশ মনাই ঘৰচীয়া কৰা ৰীতিক ৰাজকীয় মৰ্যাদা দিয়া হয়। কোনো ঠাইত প্ৰকাণ্ড আকাৰৰ দুৰ্দান্ত হাতীৰ আৱিৰ্ভাৱ হ'লেই মহাৰজাক জনাব লাগে। মহাৰজাৰ ইচ্ছা অনুযায়ী

সেই দুৰ্দান্ত হাতীক ছলে-বলে-কৌশলে বশ মনাবৰ বাবে চিকাৰীৰ দল যথাস্থানলৈ প্ৰেৰণ কৰা হয়। হাবিৰ মাজত বিচৰণ কৰি ফুৰা দুৰ্দান্ত হাতীটোক কেইবাটাও ঘৰচীয়া দঁতাল হাতীয়ে মাউতৰ সহায়ত চাৰিওফালৰ পৰা বেৰি ধৰে। সিহঁতৰ মাজত খণ্ড যুদ্ধৰ সূত্ৰপাত হয়। ঘৰচীয়া হাতীকেইটাৰ দাঁতৰ প্ৰচণ্ড আঘাতত বনৰীয়া হাতীটোৱে ত্ৰাহি মধুসূদন দেখিবলগীয়া হয়। অৱশেষত ভাগৰি পৰি সি আত্মসমৰ্পণ কৰিবলৈ বাধ্য হয়।

## ঔষধৰ সহায়ত হাতী ধৰাৰ নিয়ম

আধুনিক যুগত বন্দুকৰ গুলিৰে বনৰীয়া জন্তুৰ গাত ঔষধ প্ৰয়োগ কৰি কিছু সময়ৰ বাবে অচেতন কৰিব পৰাৰ অভিনৱ প্ৰথা আৱিষ্কাৰ কৰি উলিওৱা হৈছে। এই ধৰণৰ বন্দুকক ট্ৰেংকুলাইজাৰ গান বা অচেতন কৰিব পৰা গুণসম্পন্ন বন্দুক বুলি কোৱা হয়। এই ধৰণৰ বন্দুকেৰে গুলিবিদ্ধ কৰি জন্তু বিশেষৰ গাত যি ঔষধ প্ৰয়োগ কৰা হয় সেই ঔষধে জন্তুটোক অচেতন কৰি পেলায়। বাঘ, সিংহৰ নিচিনা মহা পৰাক্ৰমী হিংসাকুৰীয়া জন্তুবো এইদৰে অচেতন কৰি মানুহে হাতেৰে লৰা-চৰা কৰিব পৰা অৱস্থা কৰে। সেই সময়ত জন্তুটোৱে মৃতপ্ৰায় অৱস্থাৰ সন্মুখীন হ'বলগীয়া হয়। তাৰ পাছত নিৰাময়মূলক ঔষধ প্ৰয়োগ কৰিহে জন্তুটোৰ চেতনা ঘূৰাই অনা হয়। বিশেষজ্ঞসকলে অভিমত প্ৰকাশ কৰে যে এই পদ্ধতিত বনৰীয়া হাতী ধৰায়ৰ কৰি স্থানান্তৰ সাপেক্ষে অন্য পৰিবেশত মেলি দিব পৰা যায়।

যিবোৰ ঠাইত বনৰীয়া হাতীৰ সংখ্যা বেছি আৰু য'ত বাস কৰি থকা হাতীৰ উপদ্ৰৱত জনসাধাৰণৰ দুৰ্গতি হয় তেনেবোৰ ঠাইত ট্ৰেংকুলাইজাৰ গান প্ৰয়োগ কৰি বনৰীয়া হাতীক অচেতন কৰিব পাৰি। তেনেদৰে অচেতন কৰা হাতীক ট্ৰাকত তুলি অন্য ঠাইলৈ নি বেছি পৰিমাণৰ হাতী ধাৰণ কৰিব পৰা বনভূমিত মেলি দিব পাৰি। উল্লেখযোগ্য যে বনৰীয়া হাতীক পুনৰ্স্থাপন কৰাৰ বাবে এই ব্যৱস্থা কাৰ্যকৰী-ভাৱে আজিলৈকে ক'তো প্ৰয়োগ কৰা হোৱা নাই। এই পদ্ধতিত হাতী ধৰা যে ব্যয়বহুল আৰু কষ্টসাধ্য হ'ব সেই কথা নকলেও হ'ব। তদুপৰি দূৰত্বৰ পৰিমাণ কম হ'লে মেলি দিয়া ঠাইৰ পৰা বনৰীয়া হাতীবোৰ আগৰ ঠাইলৈকে আকৌ ঘূৰি অহাৰ সম্ভাৱনাকো উলাই কৰিব নোৱাৰি।

ওপৰে ওপৰে লক্ষ্য কৰিলে এছিয়াৰ আটাইবোৰ হাতীকে দেখাত একে যেনেই লাগে। এটা হাতীৰ চেহেৰা-পাতিৰ লগত আন এটা হাতীৰ চেহেৰা-পাতিৰ কিবা যে পাৰ্থক্য আছে এই কথা ধৰিবলৈ টান হৈ পৰে। কিন্তু যিবিলাক মানুহে হাতীৰ লগতে লীলা-খেলা কৰি আহিছে সেইবিলাক মানুহে অতি সহজে এই ব্যৱধান ধৰিব পাৰে। দেহৰ গঠন প্ৰণালীত প্ৰতিফলিত হোৱা ৰূপৰ তাৰতম্যৰ ওপৰত ভিত্তি কৰি এই হাতীবিলাকক বেলেগ বেলেগ নামৰ দ্বাৰা চিনাক্তকৰণ হয়। যিবিলাক

হাতী সাধাৰণতে বেছি ওখ হয় আৰু যাৰ সন্মুখৰ ভাগ দেহৰ পাছৰ অংশতকৈ তালে-খিনি ওখ হয় তেনে হাতীক 'মিৰিকা বান্ধ'ৰ হাতী বুলি কোৱা হয়। হাবিৰ মাজত চৰি ফুৰা এই বান্ধৰ হাতী দূৰৰ পৰা টলুটলকৈ জিলিকি থাকে আৰু মিৰিকা বান্ধৰ হাতী দেখাতো শুৱনি হয়। আন কিছুমান হাতীৰ গাটো অলপ খোপোৰা হয় আৰু এনে হাতীৰ দেহৰ আগভাগ আৰু পাছভাগৰ উচ্চতাত পাৰ্থক্য থকা দেখা নাযায়। এই বিধৰ হাতীবিলাকক 'কোমোৰা বান্ধ'ৰ হাতী বুলি অভিহিত কৰা হয়। তৃতীয় বিধ হাতী চাপৰ আৰু গঁঠীয়া হয় আৰু এনে হাতীক 'গেৰা বান্ধ'ৰ হাতী বুলি কোৱা হয়। হাতীৰ সাধাৰণতে ১৮ টাকৈ নখ থাকে। এনে হাতীক ১৮ নখীয়া হাতী বুলি কোৱা হয়। ১৬ নখীয়া হাতীও কেতিয়াবা দেখিবলৈ পোৱা যায়। ২০ আৰু ২২ নখীয়া হাতী অৱশ্যে অতি বিৰল।



কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানত চৰি ফুৰা এটা বনৰীয়া হাতী।

মেঘালয়ৰ কোনো কোনো ঠাইত গঁঠীয়া জাতৰ আন এবিধ হাতী বাস কৰে বুলি জনা যায়। এই বিধ হাতী তাত আলেঙে আলেঙে বাস কৰি থকাৰ সঠিক প্ৰমাণ এতিয়াও সাব্যস্ত হোৱা নাই। আকাৰত এই বিধ হাতী ইমান সৰু যে সিহঁতক সাধাৰণ হাতীৰ একো একোটা পোৱালি যেনহে লাগে। এনে হাতীক পিগমি এলিফেন্ট বা দুৱাৰ্ফ এলিফেন্ট নামেৰে অভিহিত কৰিব পাৰি। সৰু আকাৰৰ এই বিধ বিচিত্ৰ হাতী আৱিস্কাৰ কৰি উলিয়াব পাৰিলে বন্যপ্ৰাণীৰ জগতলৈ এক অভিনৱ অৱ-দান আহি পৰিব। ব্ৰহ্মদেশত এবিধ শুভ্ৰবৰ্ণৰ হাতী বাস কৰে বুলি জনা যায়। তাৰ মানুহে এই বগা বৰণীয়া হাতীক পবিত্ৰ জ্ঞান কৰে। বগা হাতীক এটা বেলেগ প্ৰজাতিৰ জন্তু বুলি গণ্য কৰিব নোৱাৰি। তাত বাস কৰা সাধাৰণ বৰণৰ হাতীৰ পৰাই কেতিয়াবা বগা হাতীৰ জন্ম হয়।

ঘৰচীয়াকৈ পুহি প্ৰতিপালন কৰা হাতীবিলাক সাধাৰণতে প্ৰভু-ভক্ত হ'লেও কেতিয়াবা কেতিয়াবা সিহঁতৰ দুই-এটাই অতিশয় উগ্ৰ মূৰ্তি ধাৰণ কৰে। ভাটি খোলাৰ সময়ত হাতীয়ে তেনে উগ্ৰ মনোভাৱ প্ৰদৰ্শন কৰে। এনে অৱস্থা প্ৰাপ্ত হাতীক গুণ্ডা বুলি কোৱা হয়। কোনো কোনোৱে ইয়াকে পগলা হাতী বুলিও ক'ব খোজে।

ঘৰচীয়া হাতীৰ দুই-এটাই কেতিয়াবা বেতিয়া পগলাৰ নিচিনা হৈ উগ্ৰ মূৰ্তি ধাৰণ কৰে তেতিয়া মাউত আৰু ঘাঁহীৰ (ঘাঁচীৰ) জীৱন বিপদাপন্ন হৈ পৰে। কাৰণ এই অৱস্থাত জন্তুটোৱে মাউত-ফান্দীৰ বাইক-বচন মানিব নোখোজে। অবাধ্য প্ৰকৃতিৰ হাতীটোৱে কেতিয়াবা আচম্বিতে মাউত বা ঘাঁহীক (উচ্চাৰণত ঘাঁচী বুলি কোৱা হয়) আক্ৰমণ কৰি তৎমুহূৰ্তে মৃত্যুৰ মুখলৈ ঠেলি দিয়ে। শুনা যায় যে ঘাঁহীতকৈ মাউতলৈহে পগলা হাতীৰ আক্ৰোশ বেছি। সৰহ ভাগ ক্ষেত্ৰত মাউতেহে পগলা হাতীৰ দ্বাৰা আক্ৰান্ত হৈ প্ৰাণ বিসৰ্জন দিবলগীয়া হয়। সাধাৰণতে মাউতেহে ঘৰচীয়া হাতীক পৰিচালনা কৰি ইফালে-সিফালে লৈ ফুৰে। অবাধ্য প্ৰকৃতি প্ৰদৰ্শন কৰা হাতীক কেতিয়াবা এই মাউতেই নিৰ্দয়ভাৱে শাস্তি দিবলগীয়া হয়। আনহাতে দেখা যায় যে ঘাঁহীয়ে হাতীক খুৱাবৰ বাবে হাবিৰ পৰা ঘাঁহ-বন আদি সংগ্ৰহ কৰি আনে। সেইকাৰণে ঘাঁহীৰ প্ৰতি হাতীয়ে অলপ মৰম বা সহানুভূতি থকা যেন লাগে। অৰণ্যে খোৱা বস্তু (যেনে ধান, বুট মাহ ইত্যাদিৰ দৈনিক বেচন) সময় মতে দিয়াৰ অলপ হীন-ডেঢ়ি হ'লে ঘাঁচীৰ ওপৰতো কেতিয়াবা ই প্ৰতিশোধ লয়।

বনৰীয়া হাতীৰ চাহনৰ মাজতো কেতিয়াবা অকস্মাতে একোটা দুৰ্দান্ত হাতীৰ উৎপত্তি হোৱা দেখিবলৈ পোৱা যায়। একনী ডাঙৰ আকাৰৰ বুঢ়ী হাতীয়ে একোটা-চাহনক পৰিচালনা কৰি হাবিৰ মাজত লৈ ফুৰে। বাকীবোৰ হাতীয়ে তাইকে অনুসৰণ কৰে। মতা, মাইকী আৰু পোৱালিৰ সমাবেশত একোটা চাহনৰ সৃষ্টি হয়। সাধাৰণতে প্ৰায় ১০।১৫ টা হাতী একোটা চাহনত একেলগে চৰি ফুৰা অৱস্থাত দেখা যায়। কেতিয়াবা কেতিয়াবা কেইবাটাও সৰু চাহন লগ হৈ একো একোটা ডাঙৰ চাহনৰ সৃষ্টি হয়। চাহনৰ মাজত থকা যিটো হাতী আটাইতকৈ ডাঙৰ আৰু শক্তিশালী হয় সেইটো হাতীয়ে চাহনৰ মাজত আধিপত্য বিস্তাৰ কৰে। সাধাৰণতে এই প্ৰকাণ্ড হাতীটোৱে চাহনৰ মাজত একেলগে চৰি ফুৰা অন্যান্য মতা হাতীবিলাকৰ প্ৰতি কোনো আক্ৰোশৰ ভাব প্ৰদৰ্শন কৰা দেখা নাযায়। চাহনৰ মাজত সিহঁতৰ উপস্থিতিয়ে তাৰ বাবে কোনো প্ৰকাৰৰ সমস্যাৰ সৃষ্টি নকৰে। মাইকী হাতীৰ সঙ্গমকাল আহি পালে সি উদণ্ড হৈ পৰে আৰু চাহনৰ মাজত থকা অন্যান্য প্ৰতিদ্বন্দ্বী হাতীকেইটাক চাহনৰ মাজৰ পৰা বাহিৰ কৰি দিবৰ বাবে সি যুদ্ধত প্ৰবৃত্ত হয়। যুদ্ধত জয় লাভ কৰি সি চাহনৰ মাজৰ পৰা বাকী-কেইটা মতা হাতীক বাহিৰ কৰি দিয়ে। এনে ধৰণৰ বিজয়ী হাতীক চাহানীয়া গুণ্ডা নামেৰে অভিহিত কৰা হয়।

চাহনৰ মাজৰ পৰা খেদা খোৱা হাতীৰ দুই-এটাই অলপ আঁতৰলৈ গৈ অকলশৰীয়া জীৱন আৰম্ভ কৰে। তেনে ধৰণৰ গুণ্ডা হাতীক "একনুৱা" গুণ্ডা বুলি কোৱা

হয়। তাহনৰ মাজত থকা অন্যান্য গুণ্ডা হাতীক "মখ্না গুণ্ডা" নামেৰে অভিহিত.কৰা হয়। কেতিয়াবা কেতিয়াবা দুটা বা ততোধিক গুণ্ডা হাতী লগলাগি মিলজুলি জীৱন যাপন কৰিবলৈ লয়। এনে হাতীক "মালবুৰীয়া" নামেৰে অভিহিত কৰা হয়। একনুৰা গুণ্ডা আৰু মালবুৰীয়া হাতীয়ে কেতিয়াবা হাবিৰ মাজৰ পৰা ওলাই আহি মানুহৰ ক্ষতিসাধন কৰেহি।

## হাতীৰ দাঁতৰ লক্ষণ

(১) দঁতাল হাতীৰ দাঁতযোৰা যদি ভলুকাদঁতীয়া হাতীৰ দাঁতৰ দৰে মোটা নহৈ অলপ পাতল চানেকীয়া হয় আৰু সেই দাঁতযোৰা যদি ধেনুভিৰীয়াকৈ মাটিৰফালে মুখ কৰি থাকে তেতিয়া সেই দাঁত পাতালপুনীয়া দাঁত বুলি অভিহিত কৰা হয়।

(২) যিবিলাক দঁতাল হাতীৰ মাত্ৰ এটাহে দাঁত থাকে তেনে হাতীক গণেশ বুলি কোৱা হয়।

(৩) যি হাতীৰ দাঁতযোৰা শুঁৰৰ তলতে লুকাই থাকে তেনে হাতীকে মখনা বুলি কোৱা হয়।

(৪) কিছুমান মতা হাতীৰ একেবাৰেই বাহিৰলৈ ওলাই পৰা দীঘল দাঁতৰ চিন-চাব নাথাকে। তেনে হাতীক মখা বুলি কোৱা হয়।

আমাৰ অসমৰ আঢ্যৱন্ত লোকে আগতে ঘৰত হাতী পুহিছিল। সেই সময়ত হাতীক এক প্ৰকাৰ সন্মানৰ নিদৰ্শন বুলি গণ্য কৰা হৈছিল। অৱশ্যে আজি-কালিও বহুতো সমৰ্থবান লোকে হাতী পোহে আৰু সেই হাতীক নানা ধৰণৰ কামত নিয়োগ কৰি অৰ্থ উপাৰ্জনৰ পথ উলিয়ায়। আজিকালি আগৰ দৰে হাতী পোহনীয়া কৰি প্ৰতিপালন কৰিবলৈ ঠাই নাইকিয়া হৈ পৰিল। আগতে যিবোৰ ঠাই ঘৰচীয়া হাতী চৰিবৰ বাবে ব্যৱহাৰ কৰা হৈছিল এতিয়া সেইবোৰ ঠাইৰ সৰহ ভাগ মুকলি পথাৰত পৰিণত হ'ল। জনসংখ্যা বিস্ফোৰণৰ ফলত হাতীক প্ৰতিপালন কৰি ৰখা ঠাই সংকোচিত হৈ আহিল। সেইবাবে হাতী পোহাৰ চখ আজিকালি আমাৰ মানুহৰ মাজত কমি আহিছে।

এছিয়াৰ হাতীৰ পৰমায়ু ৬০।৭০ বছৰ বুলি জনা যায়। মাইকী হাতীয়ে ১৮ মাহমানৰ পৰা আৰম্ভ কৰি ২২ মাহ গৰ্ভত সন্তান ধাৰণ কৰে। মাইকী পোৱালিৰ ক্ষেত্ৰত প্ৰায় ১৮ মাহ আৰু মতা পোৱালিৰ বাবে ২১ বা ২২ মাহ সময় পোৱালি জগিবৰ বাবে আৱশ্যক হয় বুলি জনা যায়। প্ৰায় ১৩ বা ১৪ বছৰ বয়সত মাইকী হাতীয়ে প্ৰথম পোৱালি জগায়। প্ৰায় তিনি বছৰমান বয়স পৰ্যন্ত পোৱালিয়ে মাকৰ গাখীৰ খাই জীৱন ধাৰণ কৰে। তাৰ পাছত সেই পোৱালিয়ে ঘাঁহত মুখ দিবলৈ আৰম্ভ কৰে। ঘাঁহ খাবলৈ আৰম্ভ কৰাৰ পাছতো পোৱালিটোৱে বহুত দিনলৈ মাকৰ লগতে থাকে। জনা যায় যে দ্বিতীয় পোৱালি জগাবলৈ মাকজনীক প্ৰায় ৮ টামান বছৰৰ ব্যৱধান আৱশ্যক হয়।

# গঁড় জাতীয় প্ৰাণীবিলাক

প্ৰাগ্‌ ঐতিহাসিক যুগত যিবিলাক বিভিন্ন জাতৰ বন্যপ্ৰাণী এই পৃথিৱীখনৰ ভিন ভিন ঠাইত বাস কৰিছিল সেইবিলাকৰ ভিতৰত বহুতো প্ৰকাৰৰ বিচিত্ৰ প্ৰাণী ইতিমধ্যে চিৰদিনৰ বাবে লোপ পাইছে। জীৱ জগতৰ মাজত সংঘটিত হোৱা প্ৰৱহমান ক্ৰম বিকাশে প্ৰাণীবিলাকলৈ পৰিৱৰ্তনৰ সোঁত বোৱাই আনিলে। যাৰ ফলস্বৰূপে বহুতো জাতৰ প্ৰাণীৰ আগমন ঘটিল। আন কিছুমানে নতুন ৰূপত আত্মপ্ৰকাশ কৰিবলৈ আৰম্ভ কৰিলে। কালৰ কুটিল গৰ্ভত নিৰ্বাপিত হোৱা প্ৰাণী কিছুমানৰ জীৱাশ্মবিলাক সূক্ষ্মভাৱে পৰীক্ষা-নিৰীক্ষা কৰি জীৱবিদসকলে লুপ্ত হোৱা প্ৰাণীবিলাকৰ বিষয়ে বহুতো তথ্য উদ্‌ঘাটন কৰিছে। নানা ঘাত-প্ৰতিঘাতৰ পৰিৱৰ্তনক হেলাৰঙে আওকাণ কৰি যিবিলাক প্ৰাগ্‌ ঐতিহাসিক যুগৰ বন্যপ্ৰাণীয়ে আজিকোপতি বসতি সাব্যস্ত কৰিবলৈ সক্ষম হৈছে সেই আটাইবিলাকৰ ভিতৰত গঁড় নামেৰে পৰিচিত বিচিত্ৰ প্ৰাণীবিলাকলৈও আঙুলিয়াব পাৰি। তাৰ ভিতৰত যিবিধ গঁড় জাতীয় প্ৰাণীক অসমত বাস কৰা দেখা যায় সেই বিধক গ্ৰেইট্‌ ইণ্ডিয়ান ওৱান হৰ্ণড্‌ ৰাইনোচেৰাচ বা বৃহৎ আকাৰৰ এটা খৰ্গসম্পন্ন ভাৰতীয় গঁড় বুলি অভিহিত কৰা হয়। এই বিধ গঁড় জাতীয় প্ৰাণীৰ বাহিৰে এছিয়া আৰু আফ্ৰিকা মহাদেশ দুখনত আন কেবাবিধৰো গঁড় বাস কৰি থকা দেখিবলৈ পোৱা যায়। উল্লেখযোগ্য যে এছিয়া আৰু আফ্ৰিকা মহাদেশৰ বাহিৰে পৃথিৱীৰ অন্য কোনো এখন মহাদেশত গঁড় জাতীয় প্ৰাণীক বনৰীয়া অৱস্থাত স্বাভাৱিক পৰিবেশত বাস কৰা দেখা নাযায়। আটাইবিলাক গঁড় জাতীয় প্ৰাণীক একত্ৰ কৰি ৰাইনোচেৰ'চিডি নামৰ এটা কুল বা পৰিয়ালত অন্তৰ্ভুক্ত কৰি ৰখা হৈছে।

তৃণ আৰু পল্লৱভোজী প্ৰাণীবিলাকৰ ভিতৰত অন্তৰ্ভুক্ত হৈ থকা অন্যতম গোষ্ঠীৰ প্ৰাণী হিচাপে গঁড় জাতীয় প্ৰাণীবিলাকৰ দেহত কিছুমান স্বতন্ত্ৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণৰ বিকাশ হোৱা দেখা যায়। সৰ্বপ্ৰথমে ক'ব পাৰি যে গঁড় জাতীয় প্ৰাণীবিলাকক অযুগ্ম অংগুলিবিশিষ্ট প্ৰাণীৰ বৰ্গত অন্তৰ্ভুক্ত কৰা হয়। সেইকাৰণে সিহঁতক পেৰিচোডেক্টিলা বা অযুগ্ম অংগুলি থকা প্ৰাণী বুলি কোৱা হয়। উল্লেখযোগ্য যে গঁড় জাতীয় প্ৰাণীবিলাকৰ দৰে ঘোঁৰা, গাধ, জেব্ৰা আদি প্ৰাণীয়েও অযুগ্ম চৰিত্ৰৰ আঙুলি ধাৰণ কৰে। গঁড়ৰ ক্ষেত্ৰত দেখিবলৈ পোৱা যায় যে ইহঁতৰ ঠেঙৰ

আগভাগত তিনিটা তিনিটাকৈ খুৰা সদৃশ প্ৰকাণ্ড আকাৰৰ নখৰ উৎপত্তি হয়। ঘোঁৰা প্ৰভৃতি প্ৰাণীবোৰৰ ঠেঙত মাত্ৰ এটাকৈ খুৰা থাকে।

সকলো ক্ষেত্ৰতে গঁড় জাতীয় প্ৰাণীবোৰৰ শৰীৰটো অভাৱনীয়ভাৱে মোটা হোৱা দেখা যায়। দেহৰ আকাৰৰ তুলনাত ইহঁতৰ ঠেংকেইখনে চুটি ৰূপ ধাৰণ কৰে। ইহঁতৰ গাত উৎপন্ন হোৱা ছালখন অতিপাত ডাঠ হয় আৰু এই ডাঠ ছালখনৰ উপৰিভাগত ঠৰঙা বিধৰ সেৰেঙা সেৰেঙা নোম থাকে। ডিঙি আৰু গলধন মগুহাল হয়। ঠিক সেইদৰে এইবিলাক বিচিত্ৰ প্ৰাণীৰ মুখৰ আকাৰ ডাঙৰ হোৱা দেখা যায়। ইহঁতৰ মুখৰ ওপৰিভাগত যি শিঙৰ উৎপত্তি হয় সেই শিঙক আমাৰ ভাষাত শিং বুলি নকৈ খৰ্গ নামেৰে অভিহিত কৰা হয়। ভাৰতীয় গঁড়ৰ ছালখনে মেৰুটামেৰুটি ৰূপ ধাৰণ কৰে। আফ্ৰিকা মহাদেশীয় গড়ৰ ছালত এই বৈচিত্ৰ্য পৰিলক্ষিত নহয়।

আগতেই উল্লেখ কৰি অহা হৈছে যে এছিয়া আৰু আফ্ৰিকা মহাদেশৰ অনুকূল পৰিবেশ কিছুমানে গড় জাতীয় প্ৰাণীৰ বসতি স্থানবোৰ অদ্বিতীয়ভাৱে নিৰ্ণয় কৰিছে। বিৰাট আকাৰৰ তৃণ-পল্লৱভোজী জন্তু হোৱাৰ বাবে নিৰ্বিঘ্নে জীয়াই থাকিবলৈ ইহঁতক যথেষ্ট পৰিমাণৰ খাদ্য সামগ্ৰী লাগে। এই প্ৰাণীবিলাকে বাস কৰিবলৈ লোৱা স্বাভাৱিক পৰিবেশবিলাকত যথেষ্ট পৰিমাণৰ পানী থকাটো নিতান্ত আৱশ্যক। ঘোঁৰা, গাধ আদি অযুগ্ম অংগুলিবিশিষ্ট প্ৰাণীৰ দৰে এই গঁড় গোষ্ঠীৰ প্ৰাণীবোৰক জাক পাতি বাস কৰা দেখিবলৈ পোৱা নাযায়। কেইবাটাও গঁড় একেডোখৰ ঠাইতে চৰি ফুৰা অৱস্থাত দেখিবলৈ পোৱা গ'লেও সিহঁতৰ মাজত পাৰস্পৰিক আকৰ্ষণ আৰু জাক পাতি থকাৰ মনোভাৱ তীব্ৰ হোৱা দেখা নাযায়। প্ৰকাণ্ড অৱয়ৱৰ ভাৰাক্ৰান্ত প্ৰাণী হ'লেও গঁড়বোৰে অতি বেগত দৌৰিব পাৰে। ভাৰতীয় গঁড়ৰ মুখত মাত্ৰ এটাকৈ খৰ্গৰ উৎপত্তি হয়। আফ্ৰিকা মহাদেশত যি কেইবিধ গঁড় বাস কৰে সেইকেইবিধ গঁড়ৰ কিন্তু দুটা দুটাকৈ খৰ্গ থাকে। এছিয়া মহাদেশৰ দক্ষিণ পুবৰফালে থকা দেশবিলাকত যি কেইবিধ মজলীয়া আকাৰৰ গঁড় বাস কৰে সিহঁতৰ মাজতো দুটা খৰ্গ থকা এবিধ গঁড় বাস কৰা দেখা যায়।

ভাৰতবৰ্ষৰ পূৰ্বাঞ্চলত বাস কৰা ডাঙৰ আকাৰৰ গঁড়ক ৰাইনোচেৰাচ্ ইউনিকৰ্ণিচ বুলি কোৱা হয়। এই বিধ গঁড়ৰ সৰহ সংখ্যক প্ৰাণীক অসমতে বাস কৰা দেখা যায়। এটা খৰ্গ থকা আন এবিধ সৰু আকাৰৰ গঁড় পূৰ্বতে পূৰ্বাঞ্চলত দেখা গৈছিল।

এটা খৰ্গসম্পন্ন সৰু আকাৰৰ গঁড়ৰ বসতিস্থান পূৰ্বতে পশ্চিম বঙ্গৰ সুন্দৰবন বনাঞ্চলৰ পৰা আৰম্ভ কৰি অসমৰ কোনো কোনো অৰণ্যভূমিলৈ সম্প্ৰসাৰিত হৈ আছিল বুলি জনা যায়। বৰ্তমানে ভাৰতবৰ্ষত এই বিধ গঁড়ৰ চিনচাব পাবলৈ নাইকিয়া হৈ পৰিল। মালয়াছিয়াৰ অন্তৰ্গত থকা উদজং কুলন অভয়াৰণ্য নামৰ বন্যপ্ৰাণী অধ্যুষিত পৱিত্ৰভূমিত এই বিধ গঁড়ৰ গোটাচেৰেক এতিয়াও বৰ্তি আছেগৈ বুলি জনা যায়। বৈজ্ঞানিক ভাষাত এই বিধ গঁড়ক ৰাইনোচেৰাচ্ চুন্দাইকাচ বুলি অভিহিত কৰা হয়। এছিয়া মহাদেশৰ কোনো কোনো ঠাইত আন এবিধ দুটা

খগসম্পান্ন সৰু আকাৰৰ গঁড় বাস কৰে বুলি জনা যায়। এই বিধ গঁড়ক ডাইদাৰ-মোচেৰাচ্ চুমাত্ৰায়েন্সিচ বুলি কোৱা হয়। এই বিধ গঁড়ো আগতে অসমত বাস কৰিছিল। এতিয়া মৰি-হাজি নাইকিয়া হ'ল।

আফ্ৰিকা মহাদেশত দুবিধ গঁড় জাতীয় প্ৰাণীক বাস কৰা দেখা যায়। তাৰে এবিধক কৃষ্ণবৰ্ণৰ গঁড় বা ক'লা গঁড় আৰু দ্বিতীয় বিধক শুক্লবৰ্ণৰ গঁড় বা বগা গড় নামেৰে জনা যায়। বিজ্ঞানসন্মতভাৱে ইয়াৰ প্ৰথম বিধক ডাইচেৰাচ্ বাইকৰ্ণিচ আৰু দ্বিতীয় বিধক ডাইচেৰাচ চাইমচ্ বুলি কোৱা হয়। ভাৰতবৰ্ষৰ হিমালয়ৰ শৈলমালাৰ নামনি ভাগত শিৱালিক নামৰ এশাৰী পৰ্বত আছে। এই পৰ্বতমালাৰ আশে-পাশে থকা ঠাইবোৰত আন দুবিধ গঁড় অতীজতে বাস কৰি আছিল। তাৰে এবিধক ৰাইনোচেৰচ চিলভেনচিচ্ আৰু দ্বিতীয় বিধক ৰাইনোচেৰচ্ পেলিয়ানডিকচ বুলি অভিহিত কৰা হয়। এই দুয়োবিধ প্ৰাণী এতিয়া লুপ্ত হৈছে।

# এটা খৰ্গ থকা ভাৰতীয় বৃহৎ গঁড়

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—পেৰিচোডেক্টিলা
কুল—ৰাইনোচেৰ'টিডি
প্ৰজাতি—ৰাইন'চেৰাচ ইউনিকৰ্ণিচ

যিবিধ গঁড় গোষ্ঠীৰ প্ৰাণী অসমৰ চাৰিসীমাৰ অন্তৰ্গত যুগ-যুগান্তৰৰ পৰা বাস কৰিছে সেই বিধ বিচিত্ৰ জন্তুৱে বন্যপ্ৰাণী জগতত এক পৰম আশ্চৰ্যৰ অভিলেখ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। সৰ্বসাধাৰণৰ ভাষাত এই বিধ প্ৰাণীক বুজাবলৈ আমাৰ মানুহে কেৱল "গঁড়" শব্দটোকে প্ৰয়োগ কৰে। ইংৰাজী ভাষাত [illegible] জাতীয় প্ৰাণী-বোধক বুজাবলৈও ৰাইন'চেৰাচ শব্দ ব্যৱহাৰ কৰা হয়। অৱশ্যে [illegible] ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত বাস কৰা বিধ গঁড়ক "গ্ৰেট ইণ্ডিয়ান [illegible] ৰাইন'চেৰাচ্" নামেৰে অভিহিত কৰা হয়। ইংৰাজী ভাষাৰ [illegible] পুৰাই আৰু অন্যান্য জাতীয় গঁড়বিলাকৰ লগত ইয়াৰ [illegible] চাৰিত্ৰিক গুণাৱলী সাব্যস্ত কৰিবলৈ আমাৰ ইয়াত সচৰাচৰ [illegible] ভাৰতীয় বৃহৎ গঁড়" নামেৰে নামকৰণ কৰিব পৰা [illegible] প্ৰচলিত নিয়ম অনুযায়ী কেৱল "গঁড়" শব্দটোকে এই [illegible] বুজাবলৈ ব্যৱহাৰ কৰা হয়। বৈজ্ঞানিক দৃষ্টিভংগী আৰু [illegible] প্ৰতিপন্ন কৰা বিষয়ত নীৰলীয়া শব্দাৱলীৰ সংযোগ অপৰিহাৰ্য বুলি [illegible] লাগিব।

অসমকে কেন্দ্ৰ কৰি পূৰ্বাঞ্চলৰ বিভিন্ন ঠাইত গঁড় [illegible] বিস্তাৰ কৰি আছে সেইবিলাকৰ ভিতৰত কেৱল অসমৰ অনুকূল [illegible] সৰ্বাধিক সংখ্যক প্ৰাণী ধাৰণ কৰি আছে এই কথা [illegible] প্ৰতিপন্ন হৈছে। আচলতে ভাৰতবৰ্ষৰ ভিতৰত অসমৰ বাহিৰে কেৱল [illegible] গোটাচেৰেক গঁড় বাস কৰি থকা দেখিবলৈ পোৱা গৈছে। [illegible] অভয়াৰণ্যত বাস কৰি থকা গঁড়ৰ সংখ্যা এতিয়া প্ৰায় ৫০ [illegible] হৈছেগৈ। অসমৰ অনুকূল জলবায়ুৰ পৰিবেশে ধাৰণ কৰা এই জাতীয় জন্তুৰ [illegible] সংখ্যা দুই হাজাৰৰ কম নহ'ব। ইয়াৰ ভিতৰত বন্যপ্ৰাণীৰ [illegible]

উদ্যানতে প্ৰায় এহেজাৰটামান গঁড়ে থলুৱাভাৱে বসতি কৰি আছে। নগাঁও জিলাৰ উত্তৰ অঞ্চলত সংস্থাপিত লাওখোৱা অভয়াৰণ্যখনেও কিছু সংখ্যক গঁড় জাতীয় প্ৰাণী ধাৰণ কৰিছিল। এইখন জিলাৰে পশ্চিমৰ ফালে মায়ং অঞ্চলত প্ৰতিষ্ঠিত পবিতৰা সংৰক্ষিত বনাঞ্চলত ভালে কেইটামান গঁড়ে বসতি সাব্যস্ত কৰিবলৈ সমৰ্থ হৈছে। উত্তৰ পাৰে থকা ওৰাং অভয়াৰণ্যতো গঁড় জাতীয় প্ৰাণীয়ে প্ৰাধান্য লাভ কৰিব পাৰিছে। এই একেখন জিলাৰ অন্তৰ্গত উপস্থাপিত ব্ৰহ্মপুত্ৰৰ মাজত থকা বুঢ়াচাপৰি সংৰক্ষিত বনাঞ্চল আৰু কাজিৰঙাৰ উত্তৰ ফালে থকা ব্ৰহ্মপুত্ৰৰ পাৰৰ পাণপুৰ বনাঞ্চলেও কিছু



কাজিৰঙাৰ হাবিত চৰি ফুৰা এটা খৰ্গ থকা বৃহৎ ভাৰতীয় গঁড়

সংখ্যক গঁড়ৰ বাবে বসতিস্থান নিৰ্ণয় কৰিছে। তদুপৰি মানাহ অভয়াৰণ্য তথা ব্যাঘ্ৰ যোজনাত অন্তৰ্ভুক্ত এলেকাত কিছু সংখ্যক গঁড় স্থানীয়ভাৱে বসতি বিস্তাৰ কৰিবলৈ সমৰ্থ হৈছে। আনহাতে গঁড়ৰ স্বাভাৱিক বসতিস্থান আৰু বিচৰণ ভূমি কেৱল ওপৰত উল্লেখ কৰি অহা বনভূমিবিলাকতহে যে সীমিত হৈ আছে সেই কথা সত্য বুলি ক'ব নোৱাৰি। কামৰূপ জিলাৰ কুৰুৱা বনাঞ্চল, শিৱসাগৰ জিলাৰ পানীডিহিং বনাঞ্চল আৰু অন্যান্য চাপৰিবিলাকতো কম-বেছি পৰিমাণে গঁড় জাতীয় প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়।

কুৰি শতিকাৰ আৰম্ভণিতে যেতিয়া কাজিৰঙা সংৰক্ষিত বনাঞ্চল পোন প্ৰথমতে প্ৰতিষ্ঠা কৰা হৈছিল তেতিয়া তাত নল, খাগৰি, ইকৰা আদি ঘাঁহ জাতীয় উদ্ভিদেৰে পৰিপূৰ্ণ বালিঅঁহীয়া আৰু দ চানেকীয়া ঠাইবোৰত প্ৰায় ১২ টা মানহে গঁড় বাস কৰিছিল। কোৱা বাহুল্য যে এই বিচিত্ৰ প্ৰাণীৰ সংৰক্ষণ ব্যৱস্থা নিকপ্‌কপীয়া কৰিবলৈকে এই বনাঞ্চলৰ সীমাৰেখা নিৰূপণ কৰিবলৈ তেতিয়া জৰিপ কাৰ্য অসমৰ বনবিভাগে হাতত লৈছিল। যিজন উদ্যোগী আৰু কৰ্মনিষ্ঠা বন বিষয়াই অশেষ পৰিশ্ৰম কৰি জৰিপ কাৰ্য সম্পাদন কৰি কাজিৰঙাৰ মানচিত্ৰত ৰূপদান দিছিল সেইজনৰ নাম স্মৰণযোগ্যভাৱে আদৰণীয় হোৱা আৱশ্যক। সেইজন ক্ষণজন্মা বন বিষয়াৰ নাম আছিল স্বৰ্গীয় মুন্সী মিৰি। অকাল মৃত্যুৱে এওঁৰ জীৱন অকালতে নিৰ্বাপিত কৰিলে। অসমৰ বনবিভাগে পাহৰণিৰ গৰ্ভত এই গৰাকী কৰ্মচাৰীক বিলীন হ'বলৈ নিদি কাজিৰঙাৰ দক্ষিণ ফালে ৰাষ্ট্ৰীয় পথৰ কাষত থকা এটা টিলাত তেওঁৰ নামত এটা নিৰীক্ষণ স্তম্ভ প্ৰতিষ্ঠা কৰি তেওঁৰ ব্যক্তিত্বক কৃতজ্ঞতাৰে সোঁৱৰাৰ ব্যৱস্থা কৰিলে। সুদীৰ্ঘ কাল কাজিৰঙাৰ সামান্য সংখ্যক গঁড়ে নিৰাপত্তাৰ ভোগদখল সাব্যস্ত কৰাৰ ফলশ্ৰুতি এতিয়া পৰিস্ফুটভাৱে প্ৰতীয়মান হৈছে। কাজিৰঙা বনাঞ্চল এতিয়া কেৱল অভয়াৰণ্য হৈয়েই থকা নাই। পূৰ্বাঞ্চলত থকা এই অভয়াৰণ্যখনত এতিয়া ৰাষ্ট্ৰীয় উদ্যানৰ পূৰ্ণমৰ্যাদা আৰোপিত হৈছে। পক্ষান্তৰত কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান তথা সমস্ত অসমে বিশ্ব বন্যপ্ৰাণীৰ মানচিত্ৰত এখন উচ্চমানৰ আসন লাভ কৰিবলৈ সমৰ্থ হৈছে। তদুপৰি গঁড় জাতীয় জন্তুৰ বাহিৰেও অন্যান্য সকলো জাতৰ বিচিত্ৰ বন্যপ্ৰাণীয়ে ইয়াত নিৰ্ভয়ে বাস কৰি থকাৰ সুবিধা পাইছে।

সৌন্দৰ্যৰ মাপ-কাঠিৰে জুখি চালে গঁড় জাতীয় প্ৰাণীবোৰক ধুনীয়া বুলি ক'ব নোৱাৰি। বিস্ময়ৰ প্ৰাচুৰ্যেৰে ভৰপূৰ এইবিধ প্ৰাচীন প্ৰাণ ঐতিহাসিক যুগত বাস কৰা জন্তুবিলাকৰ অন্যতম জীৱন্ত সাথৰ বুলি গণ্য কৰা হয়। কোটি কোটি বছৰৰ পূৰ্বে পৃথিৱীৰ বিভিন্ন অঞ্চলৰ ভিন ভিন পৰিৱেশত যিবিলাক বৈচিত্ৰ্যময় প্ৰাণী বাস কৰিছিল অভ্যুত্থানৰ পটভূমিত সেইবিলাক জীৱৰ সৰহভাগ পৃথিৱীৰ পৰা চিৰদিনৰ বাবে বিদায় ল'বলগীয়া হ'ল। দৈহিক গঠন প্ৰণালীৰ ক্ৰমবৰ্দ্ধমান বিকাশে আন কিছুমানৰ অৱয়বলৈ বহুতো পৰিৱৰ্তন কঢ়িয়াই আনিলে। জীৱবিদ বিজ্ঞানীসকলে অভিমত প্ৰকাশ কৰিব খোজে যে গঁড় জাতীয় জন্তুৰ দেহলৈ নামি অহা শাৰীৰিক আৰু চাৰিত্ৰিক পৰিৱৰ্তন তেনেই সামান্য। সেইকাৰণে গঁড়বিলাকক প্ৰাচীন কালত পৃথিৱীত বাস কৰা প্ৰাণীবিলাকৰ অন্যতম প্ৰতিনিধি বুলি ক'ব পাৰি।

ভাৰতীয় গঁড়ৰ মাত্ৰ এটাকৈ শিং থাকে। অসমীয়া ভাষাত এই শিঙক খৰ্গ বোলা হয়। কপালৰ ওপৰৰ ফালে নাকৰ বিন্ধা দুটাৰ উপবিভাগত শিঙৰ ঠাইত এপাট খৰ্গৰ বিকাশ সাধন হোৱা দেখা যায়। খৰ্গৰ গুৰিভাগ জন্তুৰ সন্মুখৰ ডাঠ ছালৰ লগত লিপিত খাই থাকে। আগৰ অংশ ক্ৰমে ওপৰলৈ সৰু হৈ গৈ একেবাৰে আগটো অনুপ জোঙা ৰূপ ধাৰণ কৰে। খৰ্গপাটৰ গুৰিৰ লগত জন্তু-

টোৰ মাওখোলাত বিকশিত হোৱা হাড়ৰ কোনো যোগাযোগ পৰিলক্ষিত নহয়। ইয়াৰ উৎপত্তি ছালৰ উপৰিভাগৰ পৰা আৰম্ভ হোৱাৰ বাবে হাড়ৰ লগত ইয়াৰ পোন-পটীয়া সম্পৰ্ক থকা দেখা নাযায়। জন্তুবিশেষৰ বয়স বৃদ্ধি হৈ যোৱাৰ লগে লগে এই খৰ্গপাট আকাৰত বাঢ়ি যায় আৰু ইয়াৰ দীৰ্ঘতাই সেই অনুপাতে বিস্তৃত ৰূপ ধাৰণ কৰে। প্ৰতিবেশী আৰু প্ৰতিদ্বন্দ্বী গঁড়ৰ লগত যুঁজ-বাগৰত প্ৰবৃত্ত হ'লে খৰ্গপাটৰ ক্ষতিসাধন ঘটে আৰু তাৰ ফলত খৰ্গপাট ভোটা হোৱাকৈ চুটি হৈ পৰে। সময় আগবঢ়াৰ লগে লগে চুটি হৈ পৰা খৰ্গপাট লাহে লাহে বাঢ়িবলৈ ধৰে। আনহাতে গঁড়ৰ খৰ্গক গৰু-ম'হৰ শিঙৰ লগত তুলনা কৰিব পৰা নাযায়। কিয়নো এই প্ৰাণী-বিলাকৰ শিঙৰ দৰে গঁড়ৰ খৰ্গ কোনো এবিধ গোটা পদাৰ্থৰ দ্বাৰা নিৰ্মিত হোৱা আত্ম-ৰক্ষাৰ সঁজুলি বুলি গণ্য কৰিব নোৱাৰি। কিছুমান চুলি বা নোম গোট মাৰি এই খৰ্গৰ উৎপত্তি হয়। শত্ৰুজাতীয় প্ৰাণীক আক্ৰমণ কৰিবৰ বাবে গঁড়ে এই খৰ্গপাট পোনপটীয়াকৈ ব্যৱহাৰ কৰা দেখা নাযায়। শত্ৰুক প্ৰহাৰ কৰি জখম কৰিবলৈ গঁড়ে পোন চাটেই দাঁত আৰু মুখৰ আগভাগ কামত লগোৱা দেখা যায়। ইয়াৰ পাছত শিং বা খৰ্গ পাটেৰে উজাল মাৰি জন্তুটোক দূৰলৈ ওফৰাই দিয়ে। গঁড়ৰ প্ৰত্যেক-খন ঠেঙতে তিনিটা তিনিটাকৈ নখ থাকে। তৰ্জনী, মধ্যমা আৰু অনামিকা আঙুলিৰ আগভাগ ৰূপান্তৰিত হৈ নখৰ ৰূপত বিকশিত হয়। বৃদ্ধ আৰু কনিষ্ঠ আঙুলি সম্পূৰ্ণ-ভাবে অদৃশ্য হয়। খুৰাৰ নিচিনা অলপ বহল আকাৰৰ নখ থকা প্ৰাণী হোৱাৰ বাবে গঁড় জাতীয় জন্তুকো আজোলেট গোষ্ঠীত অন্তৰ্ভুক্ত কৰা হৈছে। ভাৰতীয় গঁড়ৰ ছালখন তৰপা-তৰপী হয়। গাৰধনৰ ওপৰৰ ফালে থকা ছালৰ চলংখন পিঠিৰ উপৰিভাগলৈকে বিয়পি থাকে। পাছ তপিনা আঙুৰি থকা ছালখনৰ উপৰিভাগত খহৰ নিচিনা ওখোৰা-মোখোৰা দাগ থাকে।

গঁড়ৰ ঠেংকেইখন জন্তুটোৰ শৰীৰৰ তুলনাত চুটি বুলি ক'ব পাৰি। নিলগৰপৰা লক্ষ্য কৰিলে ইয়াক প্ৰকাণ্ড আকাৰৰ এটা এন্দুৰ বা নিগনি জাতীয় প্ৰাণীৰ নিচিনা দেখি। দেখাত লেধেপা ধৰণৰ জন্তু হ'লেও ই বোকামাৰ দ চানেকীয়া ঠাই-বোৰত অতি সহজে খোজ কাঢ়ি যাব পাৰে। আৱশ্যক হ'লে পানীৰ তলত ডুব গৈ থকা বোকাময় ঠাইবোৰতো দৌৰি যোৱাৰ নিচিনাকৈ অলপ বেগত খোজ কাঢ়ি যোৱাত ইয়াৰ অকণো অসুবিধা নহয়। দ-চানেকীয়া মুকলি ঠাইত থকা বাঁহনি পথাৰ-বিলাকত এই বিধ প্ৰাণীক মুকলি মনেৰে চৰি ফুৰা দেখিবলৈ পোৱা যায়। কেতিয়াবা কেতিয়াবা পানীৰ মাজত বা বোকাময় ঠাইত ই পৰি থাকে। বিহমেটেকা আদি উদ্ভিদেৰে পৰিপূৰ্ণ হৈ থকা বিলৰ মাজত কি ... খাঁহ জাতীয় উদ্ভিদ থকা দ পানীত পৰি থাকিও সময়খিনি অতিবাহিত কৰি থকা অৱস্থাত ইয়াক দেখিবলৈ পোৱা যায়। বিলৰ পাৰৰ ঘাঁহনিবোৰত কেতিয়াবা ভালেমান প্ৰাণী ওচৰা-ওচৰিকৈ চৰি ফুৰে। মাক-পোৱালি লগ লাগি চৰি ফুৰা অৱস্থাতো এই বিধ প্ৰাণীক দেখা পোৱা আশা কৰিব পাৰি। বয়স ভাটি দিয়া দুই-এটা প্ৰাণীয়ে মাজে-সময়ে অকল-শৰীয়াভাবেও চৰি ফুৰে। প্ৰতিদ্বন্দ্বী গঁড়ে মাইকী গঁড়ৰ সঙ্গ লাভ কৰিবৰ বাবে খণ্ড

যদ্ধত প্ৰবৃত্ত হয় আৰু এনে যুদ্ধত পৰাজয় বৰণ কৰা বুঢ়া গঁড়ে নিজগলৈ আঁতৰি গৈ অকলশৰীয়াকৈ জীৱন যাপন কৰিবলগীয় হয়। এইদৰে নিসঙ্গ জীৱন অতিবাহিত কৰিবলৈ বাধ্য হোৱা বুঢ়া গঁড়ৰ দুই-এটাই গাঁৱৰ ওচৰত থকা বুকলি ঠাইলৈ ওলাই আহি নিৰাপত্তাৰ বাবে মানুহৰ আশ্ৰয়ত বাস কৰিবলৈ আৰম্ভ কৰে।

গঁড়ৰ খৰ্গত কিবা বিশেষ গুণ আছে বুলি বহুতো মানুহে বিশ্বাস কৰে। জনগণৰ মাজত এই বিশ্বাস ঘনীভূত হৈ থকাৰ ৰহস্য ভালদৰে জনা নাযায়। কাৰণ বৈজ্ঞানিক দৃষ্টিকোণৰ ফালৰ পৰা পৰীক্ষা-নিৰীক্ষা কৰি চোৱাৰ ফলত খৰ্গত কোনো ঔষধ সম্ভূত উপকৰণ মিহলি হৈ থকাৰ প্ৰমাণ পোৱা নাই। গঁড়ে সাধাৰণতে একে-ডোখৰ ঠাইতে মলত্যাগ কৰে আৰু এইদৰে প্ৰতিদিনে মলত্যাগ কৰিবৰ বাবে নিৰ্বাচন কৰি লোৱা ঠাইডোখৰলৈ একেটা পথেৰে গঁড়ে অহা-যোৱা কৰে। খিপ্ৰাণীয় ভাৱে কিবা কাৰণত গঁড় ধৰিবলগীয়া হ'লে, গঁড় অহা-যোৱা কৰা পথত গাঁত খান্দি চিনিব নোৱাৰাকৈ তাৰ ওপৰখন ঘাঁহ-বন আদিৰে ঢাকি ৰখা হয়। কোনো গঁড়ে এই গাঁত চিনিব নোৱাৰি তাৰ ওপৰত ভৰি দিলে লাহেকৈ তললৈ সৰি পৰি ওলাব নোৱাৰা হৈ পৰে। তেতিয়া মানুহে এই গাঁতটোৰ একাষৰ পৰা লাহে লাহে মাটিবোৰ কাটি আঁতৰাই দিয়ে আৰু লগে লগে তাৰ মুখত এটা চকা লগোৱা গড়াল বহুৱাই দিয়া হয়। মজবুতকৈ কাঠেৰে নিৰ্মিত গড়ালটোৰ দুৱাৰখন, ওপৰকালে তুলি দিলে পলাই সাৰিবলৈ চেষ্টা কৰোতে গঁড়টো গড়ালত সুমাই পৰে। তেতিয়া হাতীৰ সহায়ত গড়ালেৰে সৈতে সেই গঁড়টো টানি নিয়া হয় আৰু নদীৰ পাৰৰ সুবিধাজনক ঠাইত আগতে নিৰ্মাণ কৰি ৰখা কাঠপুলিৰ মজবুত গড়াল এটাৰ ভিতৰত তাক মেলি দিয়া হয়।

প্ৰথম অৱস্থাত হাবিৰ পৰা নতুনকৈ ধৰি অনা গঁড়ে মানুহলৈ ভয় কৰে আৰু শৰীৰৰ সমস্ত শক্তি প্ৰয়োগ কৰি গড়াল ভাঙি পলাবলৈ চেষ্টা কৰে। ওপৰৰ পৰা পেলাই যোগান ধৰা ঘাঁহ-পাত আদিত লাহে লাহে সি মুখ দিবলৈ আৰম্ভ কৰে। মানুহৰ পৰা এইখিনি মৰম পালে সি লাহে লাহে ভদ্ৰ ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰে। মৰম লগা মাতেৰে ঘাঁহ আদি খাবলৈ বুলি গড়ালৰ একাষৰ পৰা আন কাষলৈ মাতিলে সি বিনা সংকোচে সেইবোৰ খাদ্য বস্তু খাবলৈ আগবাঢ়ি আহে। আধুনিক যুগত টেংকুইলাইজাৰ গান বা ঔষধ মিহলুৱা বন্দুকৰ গুলিৰে বিদ্ধ কৰি বন্যপ্ৰাণীক অস্থায়ীভাৱে অচেতন কৰিব পৰাৰ নিয়ম ওলাইছে। এইদৰে অচেতন কৰা জন্তুক লাহেকৈ এটা গড়ালৰ ভিতৰত সুমুওৱাৰ ব্যৱস্থা কৰা হয়। বন্তেকৰ পাছতেই নিৰাময়সূচক ঔষধ প্ৰয়োগ কৰি জন্তুটোৰ গাঁলৈ চেতনা ঘূৰাই অনা হয়। তেতিয়া তাক যথাস্থানলৈ কঢ়িয়াই নিয়াৰ ব্যৱস্থা কৰা হয়। বিশেষজ্ঞসকলে অভিমত প্ৰকাশ কৰে যে গঁড় জাতীয় প্ৰাণীক কবায়ত্ত কৰিবলৈ এই অভিনৱ পদ্ধতি অনায়াসে প্ৰয়োগ কৰিব পৰা যায়।

মাইকী গঁড়ে এবাৰত মাত্ৰ এটাকৈ পোৱালি জগায়। নতুনকৈ জগা পোৱালি-টোৱে মাকৰ গাখীৰ খাবৰ বাবে লগে লগে ফুৰে। মাকে পোৱালিটোক বাঘজাতীয় হিংস্ৰকীয়া প্ৰাণীৰ আক্ৰমণৰ পৰা ৰক্ষা কৰি থাকে। মাকৰ গাখীৰ খাবলৈ এৰা পোৱালিকো বহুত দিনলৈ মাকৰ লগে লগে ঘূৰি ফুৰা দেখিবলৈ পোৱা যায়।

# ঘোঁৰা, গাধ, জেব্ৰা ইত্যাদি

ঘোঁৰা, গাধ আৰু জেব্ৰাবিলাকক একেলগে লগ লগাই ইকুইদি নামৰ এটা কুল বা পৰিয়ালত অন্তৰ্ভুক্ত কৰা হৈছে। উল্লেখযোগ্য যে আঙ্গোলেট বা খুৰা-সম্পন্ন প্ৰাণীবিলাকক আৰ্টিওডেক্টিলা আৰু পেৰিচোডেক্টিলা নামৰ দুটা বৰ্গত ভাগ কৰা হৈছে। ঘোঁৰা, গাধ আৰু জেব্ৰাবিলাকৰ মাত্ৰ এটাকৈ আঙুলিৰ বিকাশ হয়। এই আঙুলিৰ আগডোখৰ এটা আৱৰণেৰে ঢাক খাই থাকে। সেই কাৰণে এইবিলাক প্ৰাণীক অযুগ্ম অংগুলিসম্পন্ন প্ৰাণী বুলি কোৱা হয়। এই সম্পৰ্কত উনুকিয়াই থ'ব পাৰি যে গঁড় জাতীয় প্ৰাণীবিলাককো অযুগ্ম অংগুলি বিশিষ্ট প্ৰাণী বুলি গণ্য কৰা হয়। অৱশ্যে গঁড়ৰ ক্ষেত্ৰত এটাৰ সলনি তিনিটাকৈ নখ বা খুৰা সম্পন্ন আঙুলি থাকে।

ভাৰতবৰ্ষত বনৰীয়া ঘোঁৰা আৰু জেব্ৰা জাতীয় কোনো প্ৰাণীক মুকলিমূৰীয়াকৈ স্বাভাৱিক পৰিবেশত বাস কৰা দেখিবলৈ পোৱা নাযায়। জেব্ৰা আফ্ৰিকা মহাদেশীয় বন্যপ্ৰাণী। সেইখন মহাদেশত জেব্ৰা গোষ্ঠীত অন্তৰ্ভুক্ত হৈ থকা একাধিক জাতৰ প্ৰাণী বাস কৰা দেখা যায়। কুৱাগা নামৰ নাম এবিধ জেব্ৰা গোষ্ঠীৰ বিচিত্ৰ প্ৰাণী সেইখন মহাদেশত পূৰ্বতে বাস কৰিছিল। এতিয়া সেই বিধ জন্তুৰ বংশধৰ ভাত আছে নে নাই সেই বিষয়ে সঠিকভাৱে জনা নাযায়। বহুতো জাতৰ বনৰীয়া ঘোঁৰা পৃথিৱীৰ বিভিন্ন ঠাইৰ মানুহে ঘৰত পুহি প্ৰতিপালন কৰি আহে আৰু ভাৰবাহী জন্তু হিচাপে সিহঁতক নানা কামত লগায়। প্ৰচণ্ড বেগত একে-লেখাৰিয়ে ভাগৰ নলগাকৈ দৌৰি দৌৰি যাব পৰাৰ ক্ষমতা থকাৰ বাবে মানৱ জাতিৰ জীৱনত ঘোঁৰা জাতীয় প্ৰাণীৰ অৱদান অপৰিহাৰ্যভাৱে আদৰণীয় হৈ আহিছে। উল্লেখযোগ্য যে এছিয়া মহাদেশৰ মঙ্গোলিয়াৰ ফালে থকা বৃক্ষহীন বাঁহনি পথাৰবিলাকত এবিধ বনৰীয়া ঘোঁৰা স্থানীয়ভাৱে নিগাজীকৈ বাস কৰে। সমগ্ৰ পৃথিৱীত এই বিধ বনৰীয়া ঘোঁৰাকে এই জাতীয় একমাত্ৰ বনৰীয়া প্ৰতিনিধি বুলি জনা যায়। জনপ্ৰিয় ভাষাত এই বিধ বনৰীয়া ঘোঁৰা জাতীয় প্ৰাণীক জেভালস্কিৰ ঘোঁৰা বুলি কোৱা হয়। দক্ষিণ আমেৰিকাৰ পাম্পাচ আৰু উত্তৰ আমেৰিকাৰ প্ৰেইৰী ভূমিবিলাকত কিছুমান বনৰীয়া ঘোঁৰাক জাক পাতি বাস

কৰা দেখিবলৈ পোৱা যায়। এইবিলাক ঘোঁৰা জাতীয় প্ৰাণীক কিন্তু প্ৰকৃততে বনৰীয়া ঘোঁৰাৰ আখ্যা দিব নোৱাৰি। ঘৰচীয়া ঘোঁৰা কিছুমান কেনেবাকৈ মানুহৰ ঘৰৰ পৰা পলাই গৈ এই বিস্তীৰ্ণ আকাৰৰ মুকলিমূৰীয়া ঘাঁহনিবিলাকত বনৰীয়া ৰূপে থাকিবলৈ ল'লেগৈ। শুদ্ধ অসমীয়া ভাষাত এইবিলাক ঘোঁৰাক বন-ঘৰচীয়াৰ আখ্যা দিব পাৰি। এনেবিলাক ঠাইত জাকে জাকে বিচৰণ কৰি ফুৰা ঘোঁৰাবোৰ আমেৰিকাৰ মানুহে সংৰক্ষণ কৰি ৰখাৰ যাৱতীয় ব্যৱস্থা হাতত লৈছে। সিহঁতৰ কিছুমানক ঘৰচীয়া ঘোঁৰাৰ পিঠিত উঠি যোৱা মানুহে খেদি খেদি আনি বেৰি-কুৰি ৰখা ঠাইত সোমাবলৈ দি পুনৰ ঘৰচীয়া কৰে।

গাধ জাতীয় বন্যপ্ৰাণীবিলাকৰ ভিতৰত কেইবিধমান এছিয়া মহাদেশত আৰু আৰু এবিধক আফ্ৰিকাত বাস কৰা দেখা যায়। এছিয়া মহাদেশত বাস কৰা গাধবিলাকৰ চেহেৰা গাধ ফৈদৰ ঘোঁৰা গোষ্ঠীৰ প্ৰাণীৰ লগত বহুত মিল থকা দেখা যায়। ভাৰতবৰ্ষত যিবিধ ফৈদৰ গাধ বাস কৰে সেই বিধৰ কাতিস্থান বা ৰাজস্থানৰ বালি-অঁহীয়া ঠাই কিছুমানত নিৰ্ণয় হৈছে। তিব্বতত কিয়াং নামেৰে জনাজাত এবিধ বনৰীয়া গাধ বাস কৰে। আকাৰত এই বিধ গাধ আটাইতকৈ ডাঙৰ বুলি জনা যায়। তদুপৰি দেখাতো এই বিধ গাধ বেছ ধুনীয়া হয়। আফ্ৰিকা মহাদেশত যিবিধ গোষ্ঠীৰ গাধ বাস কৰে সেই বিধ গাধৰ কাণ দুখন তুলনামূলকভাৱে দীঘল হোৱা দেখা যায়। এই বিধ গাধৰ ঠৈছত উৎপন্ন হোৱা ধুৰাবোৰ আবালো গৰু হয়।

পৰৱৰ্তী প্ৰবন্ধৰ পৰিধিতে ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত বাস কৰা গাধৰ বিষয়ে আলোচনা কৰিবলৈ চেষ্টা কৰা হ'ব।





এটা ভাৰতীয় বনৰীয়া গাধ

# ভাৰতৰ বনৰীয়া গাধ

শ্ৰেণী স্তন্যপায়ী
বৰ্গ—— পেৰিচোডেক্টিলা
কুল——ইকুইডি
প্ৰজাতি——ইকুচ হেমিওনচ্ খোৰ

ঘোঁৰা, গাধ আৰু জেব্ৰা এই তিনিবিধ প্ৰাণীক বিজ্ঞানসন্মতভাৱে একেটা কুলতে অন্তৰ্ভুক্ত কৰা হৈছে। ইহঁতক এইদৰে একেলগে সামৰি ৰখাৰ কাৰণ কেইবাটাও। পোন প্ৰথমতেই ক'ব পাৰি যে এই কেইবিধ প্ৰাণীৰ প্ৰত্যেকৰে ঠেংত নখৰ সলনি এটা এটাকৈ খুৰাৰ উৎপত্তি হয়। স্তন্যপায়ী জন্তুবিলাকৰ প্ৰত্যেকৰ ক্ষেত্ৰত পাঁচটা পাঁচটাকৈ আঙুলি থকাটো প্ৰকৃতিৰ সাধাৰণ নিয়ম। আনহাতে আটাইবিলাক প্ৰাণীৰে এই নখ পূৰ্ণাঙ্গভাৱে বিকশিত হোৱা দেখা নাযায়। ঘোঁৰা, গাধ আৰু জেব্ৰাৰ ক্ষেত্ৰত কেৱল মধ্যমা আঙুলিটোৰে পূৰ্ণবিকাশ ঘটে আৰু এই আঙুলিটোকে সামৰি লৈ একোটাকৈ খুৰাৰ উৎপত্তি হয়। তৰ্জনী আৰু মধ্যমা আঙুলি দুটা অদৃশ্য হৈ থাকে আৰু বৃদ্ধ আৰু কনিষ্ঠৰ কোনো চিন চাব থকা দেখা নাযায়। এইবিলাক জন্তুৱেও গৰু-ম'হৰ দৰে ঘাঁহ পাগুলি পাগুলি খাই জীৱন ধাৰণ কৰে। আগদাঁতবোৰৰ উপৰি ভাগ খহটা আৰু থলা-বমা হোৱাৰ বাবে সেই দাঁতবাৰৰ সহায়ত ইহঁতে ঘাঁহ আদি ছিঙি আজুৰি মুখৰ ভিতৰলৈ নিয়াত অকণো অসুবিধা নহয়।

বনৰীয়া গাধ সৌৰাষ্ট্ৰৰ ৰাণ অৱ কচ্ছ্ নামৰ বালিএঁহীয়া ঠাইবিলাকত আৰু পাতি পাতি বাস কৰা দেখিবলৈ পোৱা যায়। ইয়াৰ বাহিৰে ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত থকা অন্য কোনো ঠাইতে বাস কৰি থকা দেখা পাবলৈ আশা কৰিব নোৱাৰি। ভাৰত উপ-মহাদেশৰ ভিতৰত বেলুচিস্থানৰ ফালে এই বিধ জন্তুৰ বসতিস্থান আৰু বিচৰণ ভূমি সম্প্ৰসাৰিত হোৱা দেখিবলৈ পোৱা যায়।

আমাৰ দেশৰ ভাটিৰ ফালৰ মানুহবিলাকে গাধ জাতীয় প্ৰাণী ঘৰতে পুহি প্ৰতিপালন কৰে। শাৰীৰিক আৰু চাৰিত্ৰিক গুণাৱলীত বনৰীয়া গাধ আৰু ঘৰচীয়া গাধৰ মাজত বিশেষ পাৰ্থক্য থকা দেখিবলৈ পোৱা নাযায়। ঘোঁৰা আৰু গাধৰ সংমিশ্ৰণত

যিবিধ প্ৰাণীৰ উৎপত্তি হয় সেই বিধ প্ৰাণীক খচ্চৰ বা মিউল নামেৰে অভিহিত কৰা হয়। এই দুয়ো বিধ প্ৰাণীকে সেই কালৰ মানুহবিলাকে ভাৰ বাহী জন্তু হিচাপে কামত লগায়। উল্লেখযোগ্য যে খচ্চৰ জাতীয় প্ৰাণীয়ে কোনো পোৱালি নজগায়। মানুহে যকৰা কামত নিয়োগ কৰা যিবিলাক খচ্চৰ জাতীয় প্ৰাণী আমি সাধাৰণতে দেখিবলৈ পাওঁ সেইবিলাক ঘোঁৰা আৰু গাধৰ সংমিশ্ৰণত উৎপত্তি হয়।

বনৰীয়া গাধৰ গাত হোৱা নোমবিলাকৰ বৰণ সাধাৰণতে মদকৰা হয়। এই নোমবোৰৰ উপবিভাগত বিশেষ কাৰুকাৰ্য বিকশিত হোৱা দেখা নাযায়। এক জাতীয় প্ৰাণীবিলাকৰ দৰে গাধৰ ডিঙিত কোনো এল বিচনী নাথাকে। কিন্তু কপালৰ ওপৰৰ পৰা আৰম্ভ কৰি গলধনৰ ওপৰ ভাগেদি পিঠিৰ কালৰ বাউসিৰ ওপৰলৈকে একোছা চুলি বা দীঘল দীঘল নোম থাকে। বৰণত এই চুলিখিনি ক'লা চাপেকীয়া মুগা ৰঙৰ। পিঠিৰ ওপৰেদি এই চুলিখিনি নেজৰ গুৰিলৈকে বাগৰি পৰা দেখা গ'লেও সেইখিনি ঠাইত এই চুলিবিলাক সিমান দীঘল হোৱা দেখা নাযায়।

সৌৰাষ্ট্ৰৰ কচ্ছ অঞ্চলত বাস কৰা গাধবিলাকে বিচৰণ কৰিবৰ বাবে মুৰ্কলিমূৰীয়া আৰু বালিঅঁহীয়া ঠাইবোৰ বিচাৰি লয়। মৰুভূমি সদৃশ বৃক্ষহীন বালিয়া ঠাইবোৰৰ মাজে মাজে যিবিলাক সাৰুৱা ঠাইৰ উৎপত্তি হয় সেইবিলাকক মৰুদ্যানৰ আখ্যা দিব পাৰি। এনেবোৰ ঠাইত স্বাভাৱিকতে গজা ঘাঁহ জাতীয় উদ্ভিদৰ ওপৰত নিৰ্ভৰ কৰি এই বিধ প্ৰাণীয়ে জীৱন নিৰ্বাহ কৰে। বাৰিষা কাল আহি পালে দ-চাপেকীয়া ঠাইবোৰ পানীৰে উপচি পৰে। পানী শুকাই যাবলৈ আৰম্ভ কৰাৰ লগে লগে ঘাঁহ জাতীয় উদ্ভিদৰ পোখাবোৰ তাত গজিবলৈ আৰম্ভ কৰে। তেতিয়া তাত থকা গাধবোৰে ঘাঁহৰ কুমলীয়া পাতবোৰ ছিঙি ছিঙি খাবলৈ বৰ ভাল পায়। দ-চাপেকীয়া ঠাইবোৰ পানীৰে ডুব গৈ থকা সময়ছোৱাত তাত থকা বনৰীয়া গাধবোৰে ওখ ঠাই বিচাৰি টলৌ টলৌকৈ ঘূৰি ফুৰিবলগীয়া হয়। তাৰে কিছুমান ঠাইত বছৰৰ সকলো সময়তে ঘাঁহ আদি উদ্ভিদৰ উৎপত্তি হয় যদিও পানী শুকাই গ'লে গাধবিলাকে সেইবোৰ ঠাই পৰিত্যাগ কৰি আঁতৰলৈ গুচি যাবলগীয়া হৈ পৰে। সেই কাৰণতে বছৰৰ সৰহখিনি সময়ত যিবোৰ দ-চাপেকীয়া ঠাইত সাধাৰণতে পানী গোট খাই থাকে গাধৰ জাকবোৰে তেনেবোৰ ঠাইত থাকিবলৈ উপযুক্ত পৰিবেশ নিৰ্বাচন কৰি লয়। এনে বিলাক ঠাইত কেতিয়াবা বহুত সংখ্যক গাধৰ সমাবেশ পৰিলক্ষিত হয়।

গাধীৰ সঙ্গম কাল আহি পালে জাকৰ মাজৰ পৰা লাহেকৈ আঁতৰ হৈ যোৱাৰ প্ৰবৃত্তি প্ৰদৰ্শন কৰে। এটা গাধই প্ৰতিদ্বন্দ্বী গাধবোৰক পৰাভূত কৰি তাইক অনুসৰণ কৰে। আগষ্ট, চেপ্টেম্বৰ আৰু অক্টোবৰ মাহকেইটাত এই অভিনয়ে পূৰ্ণ বিকাশ লাভ কৰে। গৰ্ভধাৰণৰ সময় প্ৰায় ১১ মাহ। গাধীয়ে এবাৰত এটাকৈ পোৱালি জগায়।

গৰু, ম'হ, ছাগলী আৰু ভেড়া জাতীয় যিবিলাক স্তন্যপায়ী বন্যজন্তু ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত বাস কৰি থকা দেখা যায় সেইবিলাকৰ গাইগুটীয়া বিৱৰণ বিতংভাৱে আগ বঢ়োৱাৰ আগতে এই আটাইবিলাক প্ৰাণীৰ সমষ্টিগত বৈশিষ্ট্যৰ বিষয়ে থাউকতে আলোচনা কৰা হওক। মানৱ দেহৰ অঙ্গ-প্ৰত্যঙ্গবিলাকক যদি আলম স্বৰূপে লোৱা যায় তেতিয়া দেখিবলৈ পোৱা যাব যে সকলো গোষ্ঠীৰ প্ৰাণীৰ ঠেঙত পাঁচোটা পাঁচোটাকৈ আঙুলি আৰু নখৰ উৎকৰ্ষ সাধন হয়। গৰু, ম'হ, ছাগলী আৰু ভেড়াৰ ক্ষেত্ৰত দেখিবলৈ পোৱা যায় যে সিহঁতৰ ঠেঙৰ হাতোৰাত নখৰ সলনি খুৰাৰ উৎপত্তি হয়। মানুহৰ হাত বা ভৰিৰ আঙুলিবোৰৰ দৰে এই জন্তুত বৰ্ণনা কৰা জন্তুবিলাকৰ আঙুলিয়ে পূৰ্ণাঙ্গভাৱে বিকাশ লাভ কৰা দেখা নাযায়। মানুহ আৰু বান্দৰ গোষ্ঠীৰ প্ৰাণীবিলাকৰ প্ৰত্যেকটো আঙুলিয়ে পূৰ্ণবিকাশ লাভ কৰে আৰু এই আঙুলিবোৰৰ আগ ভাগত একো একোটা নখৰ উৎপত্তি হয়। এই আঙুলিবিলাকক ক্ৰমে বৃদ্ধ, তৰ্জনী, মধ্যমা অনামিকা আৰু কনিষ্ঠ নামেৰে অভিহিত কৰা হয়। গৰু, ম'হ, ছাগলী আৰু ভেড়া জাতীয় প্ৰাণীবিলাকৰ ক্ষেত্ৰত দেখা যায় যে তৃতীয় আৰু চতুৰ্থ স্থানত থকা মধ্যমা আৰু অনামিকাৰ বাহিৰে বাকী কেইটা আঙুলিয়ে পূৰ্ণাঙ্গভাৱে বিকাশ লাভ কৰিব নোৱাৰে। মধ্যমা আৰু অনামিকা আঙুলিৰ প্ৰত্যেক ঠেঙত একো একো যোৰা খুৰাৰ উৎপন্ন হয়। বাকী কেইটা আঙুলি অদৃশ্য হৈ মাংসৰ তলত লুকাই থাকে। তাৰে এটাই নিচেই সুক্ষ্ম ৰূপত ঠেঙৰ পিছৰ ফালে ওলাই থাকে। এই আটাইবিলাক প্ৰাণীক ফটা-খুৰা থকা প্ৰাণী বুলি কোৱা হয়।

এই প্ৰবন্ধত উল্লেখ কৰা চতুষ্পদী জন্তু কেইবিধৰ দেহত আন কিছুমান শাৰীৰিক গুণৰ বিকাশ সাধন হোৱা দেখিবলৈ পোৱা যায়। এই জন্তুবিলাকে ঘাঁহ, খেৰ আদি খাদ্য সামগ্ৰীবোৰ মুখত দিয়েই অলপমান সময়ৰ বাবে চোবাই পেটৰ প্ৰথম কুঠলিটোলৈ প্ৰেৰণ কৰে। অৱসৰ সময়ত এই খাদ্য সামগ্ৰীখিনি পেটৰ প্ৰথম কোঠাৰ পৰা উগাৰি মুখলৈ উলিয়াই আনে আৰু সেইবোৰ পাগুলি পাগুলি চোবাই পুনৰ পেটলৈ পঠিয়াই দিয়ে। সেইকাৰণে ইহঁতক ঘাঁহ পাগুলি খোৱা জন্তু বুলি কোৱা হয়। ইহঁতৰ দেহৰ আন এটা বৈশিষ্ট্য হ'ল এয়ে যে ইহঁতবিলাক প্ৰাণীৰ মুখত ছিঙি খোৱা আৰু কুটি খোৱাৰ উপযোগী জোঙা দাঁত নাথাকে ঘাঁহ জাতীয় উদ্ভিদ আৰু গছ-গছনিৰ পাতবোৰ আজুৰি খাবৰ বাবে ইহঁতক জোঙা আকাৰৰ দাঁত বা ইন্‌চিচাৰ টিথৰ প্ৰয়োজন নহয়। বাঘ, শিয়াল আদি মাংসাহাৰী জন্তুবিলাকে হাড়ত লাগি থকা মাংসবোৰ ছিঙি ছিঙি আনিবলগীয়া হয়। তৃণভোজী আৰু পল্লৱসেৱী প্ৰাণী হোৱাৰ বাবে গৰু, ম'হ, ছাগলী আদি প্ৰাণীয়ে হাড়ত লাগি থকা মাংসবোৰ দাঁতেৰে ছিঙি আনিবলগীয়া নহয়। সেইবাবে এইবিলাক প্ৰাণীৰ ক্ষেত্ৰত কেনাইন টিথ বা কুকুৰ দাঁত আৰু ইন্‌চিচাৰ টিথ বা ছিঙি খোৱা দাঁতৰ উৎপত্তি সাধন হোৱা দেখা নাযায়। ইহঁতৰ আগদাঁতবোৰ জোঙা নহৈ চেপেটা ধৰণৰ হয় আৰু কোনো কোনো ক্ষেত্ৰত তলৰ পাৰি দাঁতৰ সলনি অলপ টান বিধৰ আলুৰ বিকাশ সাধন হোৱা দেখা যায়।

এই জন্তুবিলাকৰ পাকস্থলীত এটাৰ ঠাইত দুটাকৈ আহাৰ ধাৰণ কৰিব পৰা কুঠলি থাকে। বাঁহ, গছৰ পাত, খেৰ আদি খাদ্য-সামগ্ৰী মুখত দিয়েই এই জন্তুবোৰে পাউন্স নামৰ প্ৰথম পৰ্যায়ৰ কোঠাটোলৈ নোচোবোৱাকৈ প্ৰেৰণ কৰি দিয়ে। তুলনা-মূলকভাৱে পাকস্থলীৰ প্ৰথম কোঠাটো আকাৰত ডাঙৰ হয় আৰু সেইকাৰণে ইয়াৰ ভিতৰত যথেষ্ট পৰিমাণৰ খোৱা বস্তু সঞ্চিত কৰি ৰাখিবৰ বাবে জেগা থাকে। জিৰণিৰ সময়ত জন্তুটোৱে ডাঙৰ আকাৰৰ কোঠাটোৰ পৰা আহাৰখিনি অলপ অলপকৈ উগাৰি মুখৰ ভিতৰলৈ উলিয়াই আনে আৰু সেই সামগ্ৰীখিনি গুৰি দাঁতেৰে চোবাই চোবাই পুনৰ গিলি পেলায়। মুখৰ লালটিৰ লগত মিহলি হৈ গ'লে এই ছিঙা ভঙা খাদ্যখিনি লোপ্‌ থুপীয়া হৈ পৰে। তেতিয়া সেইখিনি খাদ্য পাকস্থলীত সহজে হজম হৈ যায়। পেটৰ প্ৰথম কোঠাত গোট খাই থকা গোটেইখিনি কেঁচা খাদ্য খণ্ড-খণ্ডকৈ চোবাই শেষ নকৰা পৰ্যন্ত এই পদ্ধতিৰ পুনৰাবৃত্তি চলি থাকে। দ্বিতীয় পৰ্যায়ত এইদৰে চোবাই চোবাই তৈয়াৰ কৰা খাদ্য সামগ্ৰীখিনি পাকস্থলীৰ দ্বিতীয়টো কোঠালৈ গুচি যায়গৈ। প্ৰথম কোঠাটোৰ বৈশিষ্ট্য হ'ল এয়ে যে ইয়াৰ চাৰিওফালে থকা আৱৰণখনৰ কাষত মৌচাকৰ দৰে খহটা বাকলি থাকে। এই কোঠাটোক ৰেটিকিউলাম্‌ নামেৰে অভিহিত কৰা হয়। পেটু-নাৰীৰ মাজত এই খাদ্যখিনিয়ে হেঁচা খাই খাই মিহলি হোৱাৰ ফলত দ্বিতীয় পৰ্যায়ৰ পৰিবৰ্তন ঘটে। লডাৰ দৰে টোপোলা বান্ধি বান্ধি গঢ় লোৱা পদাৰ্থখিনি তৃতীয় আৰু চতুৰ্থ কোঠালৈ গুচি যায়। হজম হোৱাৰ আচল কামখিনি চতুৰ্থ পৰ্যায়ৰ কোঠাত সম্পাদন হয়গৈ।

দাঁত আৰু নখ কিম্বা খুৰাৰ জৰিয়তে প্ৰতিফলিত হোৱা শাৰীৰিক গুণাৱলী আৰু পাকস্থলীৰ বিশিষ্ট আকাৰে প্ৰদৰ্শন কৰা কাৰুকাৰ্যৰ বাহিৰেও এই জন্তুবিলাকৰ গাত আন কিছুমান বৈশিষ্ট্যৰ বিকাশ সাধন হোৱা দেখা যায়। এই বিশিষ্ট গুণবিলাক জন্তু বিশেষৰ শিঙৰ গঠন প্ৰণালীৰ দ্বাৰা প্ৰতিফলিত হয়। এই আটাইবিলাক জন্তুৰ মূৰত যে এযোৰা এযোৰাকৈ শিং থাকে এই কথা দোহাৰিবৰ প্ৰয়োজন নাই। সাধা-ৰণতে মাইকী জন্তুৰ মূৰত শিঙ নগজে। এই শ্ৰেণীৰ জন্তুৰ শিংবোৰৰ গঠন প্ৰণালী গোটা চানেকীয়া হয় আৰু এই শিঙৰ ভিতৰখন বাঁহৰ চুঙাৰ দৰে ফোঁপোলা হয়। শিঙৰ বাকলিখনৰ ভিতৰত যিডোখৰ ফোঁপোলা ঠাই থাকে সেই ঠাইডোখৰ মজ্জাৰ দ্বাৰা তৈয়াৰী নলাই অধিকাৰ কৰে।

ভাৰতবৰ্ষত বিবিলাক প্ৰাণীয়ে এই তত্ত্বত উল্লেখ থকা জন্তুবোৰক প্ৰতিনিধিত্ব কৰি যুগ যুগান্তৰৰ সাধৰ বহন কৰি আহিছে সেইবিলাকৰ প্ৰজাতিগত বৰ্ণনা তলৰ প্ৰবন্ধসমূহৰ যোগেদি প্ৰকাশ কৰিবলৈ চেষ্টা কৰা হ'ল।

# গৌওৰ, মেঠোন বা বনগৰু

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—আৰটিওডেক্টিলা
উপবৰ্গ—ৰোমিনেন্টিয়া
কুল—বভিদি
প্ৰজাতি—বাইবচ্ গৌৰাচ্

গৌওৰ বা মেঠোন নামেৰে জনাজাত এবিধ বনৰীয়া জন্তুক বনগৰু গোষ্ঠী অন্তৰ্ভুক্ত হৈ থকা প্ৰাণীবিলাকৰ একমাত্ৰ ভাৰতীয় প্ৰতিনিধি বুলি গণ্য কৰিব পাৰি ইংৰাজী ভাষাত কোনো কোনোৱে এই বিধ প্ৰাণীক ভাৰতীয় বাইচন বুলি ক'ব খোজে। আনহাতে এই বিধ প্ৰাণীক বাইচন নামেৰে অভিহিত কৰিব নোৱাৰে বুলি বহুতো বন্যপ্ৰাণীবিদে অভিমত প্ৰকাশ কৰা দেখা যায়। ইউৰোপ মহাদেশত বিবিধ বাইচন গোষ্ঠীৰ প্ৰাণী সেৰেঙা সেৰেঙাকৈ ঠায়ে ঠায়ে বাস কৰে সেই বিধ প্ৰাণীৰ লগত গৌওৰ নামৰ ভাৰতবৰ্ষীয় বন্যপ্ৰাণীৰ কোনো সাদৃশ্য থকা দেখা নাযায়। ইউৰোপীয় বাইচনবোৰক শান্ত প্ৰকৃতিৰ গৰু জাতীয় বন্যপ্ৰাণী বুলি ক'ব পাৰি। সেই বিধ প্ৰাণীৰ কপালত একোছা দীঘল দীঘল কেশৰ সদৃশ চুলি বা নোম থকা দেখা যায়। আমেৰিকাতো বাইচন গোষ্ঠীৰ আন এবিধ বিচিত্ৰ প্ৰাণী বাস কৰে। সেই বিধ প্ৰাণীক আমেৰিকাৰ মানুহে আমেৰিকাৰ বাইচন বুলি কয়। কোনো কোনো মানুহে আমেৰিকাত থকা বিধ প্ৰাণীক বুজাবলৈ বফেলো শব্দটো ব্যৱহাৰ কৰে। ইয়াৰ পৰা দেখা যায় যে আমেৰিকাবাসী বাইজে আমেৰিকাৰ বাইচনক বুজাবলৈ "বাইচন" আৰু "বফেলো" এই দুয়োটা শব্দ ঠাই অনুযায়ী স্থানীয়ভাৱে ব্যৱহাৰ কৰে। আমেৰিকাৰ প্ৰসিদ্ধ বন্যপ্ৰাণীবিদ্ দাৰৱাৰ্ড এলেনে আমেৰিকান বাইচনৰ বৰ্ণনা এঠাইত এনেদৰে লিপিবদ্ধ কৰিছে। বহল দৃষ্টিভঙ্গীৰ ফালৰ পৰা বিচাৰ বিবেচনা কৰি চাই ভাৰতৰ গৌওৰ বা মেঠোন নামৰ প্ৰাণীক ইণ্ডিয়ান বাইচন বুলি অভিহিত কৰিব পাৰি। প্ৰেটাৰে লিখা বুক্ অৱ ইণ্ডিয়ান এনিমেলচ্ নামৰ পুথিতো ইণ্ডিয়ান বাইচন শব্দই গৌওৰ শব্দৰ লগতে স্থান পাইছে।

অৰুণাচল প্ৰদেশ আৰু নগাভূমিৰ লোকসকলৰ কিছুমানে মেঠোন নামৰ এবিধ গৰু জাতীয় প্ৰাণী ঘৰত পোহে। ঘৰচীয়া প্ৰাণী হ'লেও এই বিধ মেঠোনক তেওঁলোকে

গোহালিত বান্ধি নাৰাখি হাবিত মেলি দিয়ে। সময় মতে নিজৰ নিজৰ মেঠোন হাঁহিৰ মাজৰ পৰা ধৰি আনি ভোজ ভাতৰ আয়োজন কৰে। দুখন গাঁৱৰ মাজত বিবাদৰ সত্রপাত হ'লে মীমাংসাৰ বাবে এখন গাঁৱৰ মানুহে জৰিমনা স্বৰূপে এটা মেঠোন দিবলগীয়া হয়। কন্যাৰ মূল্য হিচাপেও কেতিয়াবা দৰাঘৰৰ ফালৰ পৰা কইনা ঘৰলৈ আগ বঢ়াবলগীয়া হয়।

ঘৰচীয়া মেঠোনৰ শিঙযোৰা বনৰীয়া গৌওৰৰ শিঙৰ তুলনাত দীঘল আৰু পাতলীয়া হোৱা দেখা যায়। তদুপৰি ঘৰচীয়া মেঠোনৰ দেহত উৎকৰ্ষ সাধন হোৱা লোমবোৰৰ বৰণ জন্তু অনুযায়ী বেলেগ হোৱা দেখা যায়। কিছুমান মেঠোন কজলা আৰু আন কিছুমান বিভিন্ন বৰণৰ। জীৱবিদ্ সকলৰ বহুতে অভিমত প্ৰকাশ কৰে যে ঘৰচীয়াকৈ পালন কৰা মেঠোনবিলাক বনৰীয়া গৌওৰৰ পৰাই উৎপত্তি হৈছে।



গৌওৰ বা বনগৰু

অসমৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত যিবিলাক সংৰক্ষিত বনাঞ্চল প্ৰতিষ্ঠিত হৈ আছে সেই আটাইবিলাকতে কম-বেছি পৰিমাণে গৌওৰ নামৰ প্ৰাণীক বাস কৰা দেখিবলৈ পোৱা যায়। সৰহ ভাগ ক্ষেত্ৰতে ইয়াক গাইগুটীয়াভাৱে কিম্বা একাধিক প্ৰাণীৰ বিক্ষিপ্ত সমাবেশত অকস্মাত দেখা পাবলৈ আশা কৰিব পাৰি। হাবি বননিবিলাকত নিৰলে বাস কৰা প্ৰাণীবিলাকৰ দুই-চাৰিটাই কেতিয়াবা বাহিৰৰ ফালে থকা খেতি পথাৰৰ ঠাইবোৰতো ভুমুকি মাৰেহি। তেনে অৱস্থাত ইহঁতৰ জীৱন বিপন্ন হৈ দুই-এটাই মানুহৰ অত্যাচাৰত প্ৰাণ বিসৰ্জন দিবলগীয়া হয়। আন

হাতে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান আৰু মানাহ অভয়াৰণ্যত যি কেইটা গৌওৰ প্ৰাণী শান্তিপূৰ্ণভাৱে বাস কৰি আছে সেইকেইটা প্ৰাণীৰ জীৱনলৈ এনে ধৰণৰ দুৰ্যোগ আহি পোৱা দেখা নাযায়। সেইবিলাক ঠাইতো ইহঁতৰ সামাজিক বা পাৰিবাৰিক জীৱনৰ গাঁথনি গভীৰ হোৱা দেখিবলৈ পোৱা নাযায়। এটা এটা পৰিয়াল বা জাকৰ অন্তৰ্গত যথেষ্ট সংখ্যক প্ৰাণী একেলগে বাস কৰিলেও সিহঁতক বিক্ষিপ্তভাৱে বিচৰণ কৰা দেখা যায়। উত্তৰ পাৰে অৱস্থিত দৰং বন সংমণ্ডলৰ অন্তৰ্গত থকা চাৰ দুৱাৰ, বালিপাৰা, নদুৱাৰ, বিশ্বনাথ, বিহালি আদি সংৰক্ষিত বনাঞ্চলত এই জাতীয় প্ৰাণী বিক্ষিপ্তভাৱে বাস কৰা দেখা যায়। দৰং পূব আৰু দৰং পশ্চিম বন-সংমণ্ডলৰ দ্বাৰা অনুশাসিত আৰু পৰিচালিত এই সংৰক্ষিত বনাঞ্চলবিলাকত বাস কৰা গৌওৰ জাতীয় প্ৰাণীৰ বিচৰণ ভূমি উত্তৰ ফালে থকা অৰুণাচল প্ৰদেশৰ ছাৰি বননিযোম-লৈকে বিস্তাৰিত হৈছে।

ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে অৱস্থিত যি কেইখন বনভূমিত গৌওৰ জাতীয় প্ৰাণী কেতিয়াবা অকস্মাতে দেখা পাবলৈ আশা কৰিব পাৰি সেইবিলাকৰ ভিতৰত লামডিং, ডিফু, ধনশিৰী আৰু লাংটিং মোপা বনাঞ্চলবিলাকৰ নাম বিশেষভাৱে উল্লেখ কৰিব পাৰি। উত্তৰ কাছাৰ জিলাৰ পশ্চিমফালে ক্ৰোংমিং নামৰ যিখন সংৰক্ষিত বনাঞ্চল আছে সেই বনাঞ্চলৰ এটা বৃহৎ অংশ কপিলী ভেলী বিদ্যুৎ প্ৰকল্পই দখল কৰিলে। তাৰ পৰিণতিত এই ভিতৰুৱা বনাঞ্চলখনত নিৰলে বাস কৰা বন্যপ্ৰাণী জগতত যি প্ৰচণ্ড আঘাত পৰিল সিয়েই ইয়াত থকা গৌওৰ জাতীয় জন্তুবো যমকাল হ'ল। এইখন বনভূমিৰ অৱশিষ্ট অৰণ্যৰ মাজত এই বিধৰ বন্যপ্ৰাণী এতিয়ালৈকে বাচি আছে নে নাই সেই বিষয়ে স্পষ্টভাৱে জনা নাযায়। নগাভূমিৰ অন্তৰ্গত থকা ইন্‌টাঙ্কি অভয়াৰণ্য আৰু পুলি বদ্‌জে নামৰ অভয়াৰণ্যত কিছু সংখ্যক গৌওৰ জাতীয় বন্যপ্ৰাণী থলুৱাভাৱে বাস কৰি থকাৰ কথা জনা যায়। মেঘালয়ৰ চিজু অভয়াৰণ্য আৰু বলফাক্‌ৰাম ৰাষ্ট্ৰীয় উদ্যানত ভালেমান সংখ্যক গৌওৰ জাতীয় প্ৰাণীয়ে স্থানীয়ভাৱে বসতি বিস্তাৰ কৰি আছে। পশ্চিমবঙ্গৰ উত্তৰ অঞ্চলত অৱস্থিত গৰুমাৰা, জলপাইগুৰি, মহানন্দী, অভয়াৰণ্য, জলদাপাৰা অভয়াৰণ্য আৰু চাৰামাৰি অভয়াৰণ্যত কিছুসংখ্যক এই বিধ বিচিত্ৰ বন্যপ্ৰাণী বিক্ষিপ্তভাৱে আছে বুলি জনা যায়। অৰুণাচল প্ৰদেশৰ অন্তৰ্গত প্ৰতিষ্ঠিত অভয়াৰণ্য কেইখনৰ ভিতৰত নামদাফা অভয়াৰণ্য, ইটানগৰ অভয়াৰণ্য আৰু পাকুই অভয়াৰণ্যত কম-বেছি পৰিমাণে গৌওৰ জাতীয় বন্যপ্ৰাণী বাস কৰে।

বিহাৰৰ পালামৌ অভয়াৰণ্যতো গৌওৰ জাতীয় বন্যপ্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়। উৰিষ্যাৰ চাট্‌কুছিয়া গৰ্জ অভয়াৰণ্য, কুলদিহা অভয়াৰণ্য, কাৰলাপাট অভয়াৰণ্য, সপ্তসূৰ্য অভয়াৰণ্য, কাপিলাচ অভয়াৰণ্য, উছাকুঠি অভয়াৰণ্য, চিমলিপাল অভয়াৰণ্য আৰু কালাচুনি অভয়াৰণ্য আদি বনভূমি বিলাকত কম-বেছি পৰিমাণে গৌওৰ বাস কৰা দেখা যায়। মধ্যপ্ৰদেশত স্থাপন কৰা অভয়াৰণ্য কেইবাখনতো গৌওৰ জাতীয় প্ৰাণীয়ে বসতি বিস্তাৰ কৰি থলুৱাভাৱে বাস কৰে। তাৰ ভিতৰত বান্ধৱগড় ৰাষ্ট্ৰীয় উদ্যান, বৰী অভয়াৰণ্য, কুত্ৰী অভয়াৰণ্য, তামুৰ পিগ্‌লা অভয়াৰণ্য,

পান্না অভয়াৰণ্য, গোমাৰ্ডা অভয়াৰণ্য, সীতানদী অভয়াৰণ্য আৰু বাগ্‌দাৰা অভয়াৰণ্যৰ নাম বিশেষভাৱে উল্লেখ কৰিব পৰা যায়। ইয়াৰ বাহিৰেও আচানাক্‌বাৰ অভয়াৰণ্য, পাঞ্চ অভয়াৰণ্য আৰু সিদ্ধাবি অভয়াৰণ্যতো এই বিধ বিচিত্ৰ বন্যপ্ৰাণী থলুৱাভাৱে বাস কৰে বুলি জনা যায়। মহাৰাষ্ট্ৰৰ নাৱেগাঁও অভয়াৰণ্যত এই জাতীয় গোটাচেৰেক বন্যপ্ৰাণী বাস কৰা দেখা যায়। তদুপৰি নাগপুৰৰ পৰা প্ৰায় ১৬০ কিলোমিটাৰ দিলগত নাজিৰা নাবৰ যিখন অভয়াৰণ্য আছে তাতো গৌওৰ জাতীয় প্ৰাণীয়ে বসতি বিস্তাৰ কৰি স্থানীয়ভাৱে বাস কৰিছে।

দক্ষিণ ভাৰতৰ তামিল নাডু, কেৰেলা, কৰ্ণাটক আৰু অন্ধ্ৰপ্ৰদেশৰ বিভিন্ন ঠাইৰ অনুকূল পৰিবেশবিলাকত গৌওৰ জাতীয় বন্যপ্ৰাণীয়ে বসবাস কৰি আছে। ইয়াৰ ভিতৰত কৰ্ণাটকৰ অন্তৰ্গত থকা বান্দিপুৰ অভয়াৰণ্যৰ নাম বিশেষভাৱে উল্লেখ কৰিব পাৰি। এইখন দক্ষিণ ভাৰতীয় ৰাজ্যৰ ভিতৰত থকা অন্যান্য অভয়াৰণ্যবিলাকৰ কেইবা-খনতো গৌওৰ জাতীয় প্ৰাণী থলুৱাভাৱে বাস কৰে। এই অভয়াৰণ্যবিলাকৰ ভিতৰত সোমেশ্বৰ অভয়াৰণ্য, নোগো অভয়াৰণ্য, স্বাৰাৰাপি অভয়াৰণ্য, বিলিগিৰী অভয়া-ৰণ্য, ভদ্ৰ অভয়াৰণ্য, ছাটিগালি অভয়াৰণ্য আৰু ডাণ্ডেলি অভয়াৰণ্যৰ নাম উল্লেখ কৰিব পৰা যায়। কেৰেলাৰ অন্তৰ্গত থকা এৰাভিকুলম অভয়াৰণ্য, পৰম্বিকুলাম অভয়াৰণ্য আদি কেইবাখনো অভয়াৰণ্যকে কেন্দ্ৰ কৰি অন্যান্য ঠাইৰ উপযুক্ত পৰিবেশ কিছুমানত এই বিধ বিচিত্ৰ প্ৰাণীয়ে নিগাজীকৈ বাস কৰিবলৈ উপযুক্ত পৰিবেশ নিৰ্বাচন কৰি লৈছে। তামিলনাডুৰ অন্তৰ্গত প্ৰতিষ্ঠিত হোৱা আন্নামালাই অভয়াৰণ্যখনকে কেন্দ্ৰ কৰি আন কেইবাখনো অভয়াৰণ্য আৰু সংৰক্ষিত বনভূমিত গৌওৰ জাতীয় বন্যপ্ৰাণী বাস কৰে। উল্লেখযোগ্য যে আন্দামান নিকোবৰ দ্বীপপুঞ্জতো গৌওৰ জাতীয় প্ৰাণীয়ে বসতি বিস্তাৰ কৰিবলৈ সক্ষম হৈছে।

ওপৰত উল্লেখ কৰা বৰ্ণনাৰ পৰা প্ৰমাণিত হয় যে পশ্চিমফালে অৱস্থিত, গুজৰাট, ৰাজস্থান আদি ৰাজ্যৰ বাহিৰে ভাৰতবৰ্ষৰ প্ৰায় আটাইবিলাক ৰাজ্যতে গৌওৰ জাতীয় বন্যপ্ৰাণী কম বেছি পৰিমাণে বাস কৰে। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ বাহিৰত এই বিধ বিচিত্ৰ প্ৰাণীয়ে ব্ৰহ্মদেশৰ মাজেদি থাইলেণ্ড পৰ্যন্ত বিস্তাৰ কৰি বাস কৰিছে।

গৌওৰ জাতীয় প্ৰাণীৰ আগভাগ ওখ আৰু মজবুত হয়। ইয়াৰ গাটোৰ আগছোৱাৰ তুলনাত পাছৰ ছোৱা ক্ৰমে চিয়াঁ হৈ যোৱাৰ নিচিনা দেখি। শৰীৰৰ সৰ্বা-ঙ্গীন অৱস্থাই এনে ধৰণৰ গঢ় লয় যে ইয়াক এটা অতি শক্তিসম্পন্ন দেখনিয়াৰ জন্তু বুলি ক'ব পাৰি। ইয়াৰ মূৰ ভাগত যিযোৰা ধুনীয়া আকৃতিৰ শিঙৰ উৎপত্তি হয় সেই শিঙযোৰাৰ গুৰিভাগ মোটা আৰু আগফালে ক্ৰমে সৰু হৈ যোৱা বিধৰ হয়। শিঙৰ উপৰিভাগ অতি মিহি আৰু নিমজ হোৱা দেখা যায়। ধনুভিৰীয়াকৈ ভাঁজ খাই ক্ৰমে ওপৰমুৱা হৈ লাহেঁকৈ ভিতৰফালে দোঁ খাই থকা শিঙযোৰাই অনুপম সৌন্দৰ্যৰ সৃষ্টি কৰে। কোনো কোনো চৰাল মানুহে এই বিধ বিচিত্ৰ জন্তুৰ

বিতোপন শিঙযোৰা কাঠ বা ধাতু নির্মিত ঠাচত বঢ়িয়াকৈ সজাই বৈঠকখানাৰ জেউতি চৰায়। অন্যান্য জাতীয় গৰু-ম'হৰ শিঙবোৰৰ দৰে এই বিধ গো-গোষ্ঠীয় প্ৰাণীৰ শিঙৰ ভিতৰখন বাঁহৰ চুঙাৰ দৰে ফোঁপোলা হয়। ফোঁপোলা শিঙৰ ভিতৰত অৱশ্যে একোডাল মজ্জাৰে নির্মিত গোটা আধাৰৰ নলী থাকে। শিঙৰ ওপৰি অংশত সামান্য ধৰণৰ খাঁজ কটা চিন থাকে। জন্তুটোৰ কপালৰ আগভাগ চেপেনাৰ নিচিনাকৈ অলপ উঠঙা হয়। সবল সুস্থিৰ আকাৰ, উঠঙা কপাল আৰু ধনুভিৰীয়াকৈ পৰিধান কৰা ধুনীয়া শিঙযোৰাৰে সৈতে এই বিধ প্ৰাণী হঠাৎ হাবিৰ মাজত দেখিবলৈ পালে তাক বলবীৰ্যৰ অনুপম নিদৰ্শন যেন লাগে। সমগ্ৰ শৰীৰৰ উপৰিভাগত বিৰাজ কৰা আৰু ঘন ক'লাকৈ গোটা গাঁওচুৰা নৰম নোমবোৰে জন্তুটোক চকুত ধৰাকৈ বিতোপন কৰি ৰাখে। ভৰিত এ [illegible] মুগা [illegible] শিঙ তাৰ উপৰিভাগত



আদ্-ঘৰচীয়া মেঠোনৰ মাক-পোৱালি

বগা বৰণে বিৰাজ কৰে। এই বিধ গো-গোষ্ঠীয় প্ৰাণীৰ অন্যতম শাৰীৰিক বৈশিষ্ট্য হ'ল এয়ে যে ইয়াৰ গলধনৰ উপৰি ভাগৰ পৰা আৰম্ভ কৰি পিঠিৰ মাজ ভাগলৈকে বিয়পি এটা দীঘলীয়া গঢ়ৰ ধনুভিৰীয়া চুট থাকে। আঁঠুৰ অলপমান তলৰ পৰা আৰম্ভ কৰি খুৰাৰ ওপৰ অঞ্চলত যিখিনি নোমৰ উৎপত্তি হয় সেই গোটেইখিনি নোমে শুক্ল বৰ্ণ ধাৰণ কৰে। ঠেঙকেইখনত এই ধৰণৰ বগা বৰণীয়া নোমবোৰ থকাৰ বাবে জন্তুটোৰে প্ৰত্যেকখন ঠেঙত একোপাতকৈ দীঘল মোজা পিন্ধি থকা যেন লাগে। বয়স ভাটি দিলে গোটেইটো গাত গজা নোমবোৰ লাহে লাহে ক'লা হ'বলৈ ধৰে আৰু বুঢ়া বয়সত জন্তুটো সম্পূৰ্ণৰূপে ক'লা হৈ পৰে

এই বিধ প্ৰাণীৰ চকুৰ মণি দুটা বৰণত মুগা চানেকীয়া হয় আৰু এই মুগা বৰণৰ চকুৰ মণিহাল নিলগৰ পৰা টিল টিল্কৈ জিলিকি থকা দেখা যায়। এই মুগা বৰণৰ চকুৰ মণি দুটাত পোনপটীয়াকৈ সূৰ্যৰ ৰশ্মি পৰিলে চকু দুটাৰ বৰণ নীলা হৈ পৰা যেন লাগে।

ডাঠ হাবিৰ মাজত থকা নিৰ্জন পৰিবেশত নিৰলে বাস কৰি থাকিবলৈ এই বিধ প্ৰাণীয়ে ভাল পায়। সাধাৰণতে মানুহৰ সমাগমৰ পৰা ইহঁতে আঁতৰি থাকে। খোৱা বস্তুৰ সন্ধানত হাবিৰ মাজত পৰিভ্ৰমণ কৰি ঘূৰি ফুৰোতে কেতিয়াবা হাবি বননিৰ কাষত থকা খেতি পথাৰৰ মাজত সোমায়হি। হাবিলৈ যোৱা পথ বাট-পথ বিচাৰি ইফাল-সিফাল কৰোতে ই পথভ্ৰষ্ট হৈ কেতিয়াবা জনবসতিৰ মাজত থকা সৰু-সুৰা হাবিৰ মাজত সোমাই পৰেহি। তেনে অৱস্থাত সংশ্লিষ্ট বিভাগে সিহঁতক খেদা খেদি কৰি পুনৰ হাবিৰ ভিতৰলৈ পঠাই দিয়াৰ ব্যৱস্থা কৰে।

সাধাৰণতে গাইগুটীয়াভাৱে বিচৰণ কৰি ফুৰা বিধৰ প্ৰাণী হ'লেও সোণন পুং থকা ঠাইবোৰত কেইবাটাও জন্তুৰ সমাবেশ ঠাই অনুযায়ী পৰিলক্ষিত হয়। পানী খোৱাৰ সময় আৰু পাছত দলবোৰে গাইৰ সঙ্গ-সুখ কামনা কৰি একেটা ঠাইতে গোট খায়হি। তেনে পৰিবেশত দলদইতৰ মাজত অনিবাৰ্যভাৱে ভাগ পৰিলক্ষিত হয়। যুঁজ-বাগৰত প্ৰবৃত্ত হৈ সিহঁতে খুন্দিয়া-খুন্দি কৰিবলৈ আৰম্ভ কৰে। যুঁজত পৰাজয় বৰণ কৰা বলদে আঁতৰি যাবলৈ বাধ্য হয়।

গো গোষ্ঠীভুক্ত অন্যান্য প্ৰাণীবিলাকৰ দৰেই গৌৰবিলাকে এবাৰত মাত্ৰ এটাকৈ পোৱালি জগায়। পোৱালি জগোৱাৰ সময় পোৱালিৰ দেহত উৎপন্ন হোৱা নোম-বোৰৰ বৰণ বগচুৱা হয়। কালক্ৰমত এই নোমবোৰৰ ৰং লাহে লাহে সলনি হৈ স্বাভাৱিক বৰণলৈ ৰূপান্তৰ হয়। জন্মৰ কিছু সময়ৰ পাছতে পোৱালিটোৱে ইফাল সিফাল কৰিবলৈ আৰম্ভ কৰে। এনেদৰে ডাঙৰ হৈ স্বাধীন মতে ঘূৰি ফুৰাৰ উপযুক্ত নোহোৱা পৰ্যন্ত পোৱালিয়ে মাকৰ লগ নেৰে।

# চুঁবৰী-গৰু

শ্ৰেণী--- স্তন্যপায়ী
বৰ্গ---- আৰটিওডেক্টিলা
উপবৰ্গ--- ৰোমিনেন্টিয়া
বংশ---- বভিডি
প্ৰজাতি---প্ৰোফেগাছ গ্ৰোনিয়াৰ

চুঁবৰী-গৰু নামৰ এবিধ গৰু জাতীয় বনৰীয়া জন্তু হিমালয় শৈলমালাৰ সৰকাস্থ্য ঠাইবিলাকত আলেঙে আলেঙে বাস কৰে। এইবিধ বন্যপ্ৰাণীক প্ৰকৃতপক্ষে ভাৰতবৰ্ষৰ থলুৱা প্ৰাণী বুলি ক'ব নোৱাৰি। তিব্বতৰ মালভূমি অঞ্চলকে সামৰি লৈ চীন দেশৰ পশ্চিমফালে বিস্তৃত পাৰ্বত্য এলেকাত চুঁবৰী-গৰুৰ নিৰাপদে বাস কৰিবৰ বাবে উপযুক্ত পৰিবেশ। অৱশ্যে কাশ্মীৰ আৰু লাডাখৰ উত্তৰ অঞ্চলৰ পৰ্বতীয়া ঠাইবিলাকতো এইবিধ বিচিত্ৰ প্ৰাণীয়ে মাজে সময়ে ভুমুকি মাৰেহি। এইটো কাৰণৰ ওপৰতে নিৰ্ভৰ কৰি চুঁবৰী-গৰু নামৰ জন্তুবিশেষক ভাৰতীয় বন্যপ্ৰাণীবিলাকৰ অন্যতম প্ৰতিনিধি বুলি গণ্য কৰিবলগীয়া হৈছে। কেতিয়াবা কেতিয়াবা চুঁবৰী-গৰুৰ দুই এটাই শতদ্ৰু উপত্যকাৰ পাৰ্বত্য ঠাইবোৰতো ভুমুকি মাৰেহি। অৱশ্যে ঘৰচীয়া অৱস্থাত এইবিধ প্ৰাণীক হিমালয় পৰ্বতমালাৰ ওপৰৰ ফালে অৱস্থিত বহুতো অঞ্চলত দেখিবলৈ পোৱা যায়। ভুটান, নেপাল আদি ঠাইৰ বহুতো জনজাতীয় মানুহে এইবিধ প্ৰাণীক ঘৰচীয়া হিচাপে প্ৰতিপালন কৰি ৰাখে আৰু ইয়াক ভাৰবাহী জন্তু হিচাপে পৰ্বতীয়া ঠাইবিলাকত এঠাইৰ পৰা আন ঠাইলৈ বয়বস্তু কঢ়িয়াই নিয়া কামত নিয়োগ কৰে। ভুটিয়াবিলাকে চুঁবৰী-গৰুৰ নোমাল নেজৰ থোপাবোৰ কোছাকোছে কাটি আনি ভৈয়ামৰ বজাৰত বিক্ৰী কৰেহি। হিন্দুসকলে চুঁবৰীৰ নেজৰ থোপাক পবিত্ৰ জ্ঞান কৰে আৰু পূজা-পাতলত পূজাৰ বেদীৰ ওপৰত তৰি দিয়া চন্দ্ৰতাপত আঁৰি দিয়ে। চুঁবৰীৰ নেজেৰে ইষ্ট দেৱতাক বিচিও দিয়া হয়।

চুঁবৰী-গৰুৰ অৱয়বটো অন্যান্য গৰু জাতীয় প্ৰাণীবিলাকৰ দেহৰ তুলনাত দীঘলীয়া। আনহাতে ঠেং চাৰিখন তুলনামূলকভাৱে চুটি হয়। ইয়াৰ গলধনৰ পৰা আৰম্ভ কৰি বুকৰ আগ ভাগ মাটিৰফালে হাউলি থাকে। এইবিধ প্ৰাণীৰ শিং বোৰা অন্যান্য গৰু জাতীয় জন্তুৰ শিঙৰ তুলনাত দীঘল আৰু মোটা

চানেকীয়া হয়। গলধনৰ ওপৰত পিঠিৰফালে হেলনীয়াকৈ বৈ পৰা ধৰণৰ একোটাকৈ চুট্ থাকে। পিঠিৰ ওপৰিভাগত থকা ভাঁজত কোনো প্ৰকাৰৰ কুঁজ থকাৰ আভাস পৰিলক্ষিত নহয়। দুয়োটা শিঙৰ মাজৰ কপালৰ অংশ উঠঙা হৈ জিলিকি থাকে। তদুপৰি তালুৰ পৰা একোছা চুলি দীঘলীয়া হৈ তলৰফালে ওলমি থকা দেখিবলৈ পোৱা যায়। গাটোৰ দুয়ো কাষৰ পৰা কিছুমান চুলি বিশৃঙ্খলভাৱে মাটিলৈ ওলমি পৰাকৈ ওলাই আছে। কেতিয়াবা এই নোমবিলাকৰ দীৰ্ঘতা ইমান বেছি হয় যে সেইবোৰৰ মাটিত চুঁচৰি যোৱাৰ নিচিনা অৱস্থা হয়গৈ।


হিমালয় শৈলমালাৰ নিবাসী চুঁৱৰী-গৰু

এইবিধ প্ৰাণীয়ে থিয় গৰাৰ পৰ্বতীয়া ঠাইবোৰত তললৈ গবি পৰাৰ অকণো নথকাকৈ অনায়াসে খোজ কাঢ়িব পাৰে। আবকালি আহি পালে এই প্ৰাণীবিলাকে

অতিপাত ঠাণ্ডা ঠাইত অতি কষ্টেৰে দিন অতিবাহিত কৰিবলগীয়াত পৰে। জলবায়ুৰ প্ৰতিকূল অৱস্থাৰ লগত যুঁজ-বাগৰ কৰি সিহঁতে জাৰকালি কটাই দিয়ে। বয়সপ্ৰাপ্ত প্ৰাণী-বোৰে এই যুদ্ধত জয়লাভ কৰিব পাৰিলেও কোনো কোনো ক্ষেত্ৰত নতুনকৈ জগা পোৱালিৰ দুই-এটাই মৃত্যুবৰণ কৰিবলগীয়া হয়। গাত গজা দীঘল দীঘল নোমবোৰে শৰীৰৰ উত্তাপ সমভাৱে ৰখাত ভালেখিনি সহায় কৰে।

এইবিধ প্ৰাণীয়ে এবাৰত এটাকৈ পোৱালি জগায়। শৰৎ-হেমন্ত কালত বলদ আৰু গাইৰ মাজত সম্প্ৰীতিৰ ভাব গভীৰ হয় বহাগ-জেঠ মাহত পোৱালি জগে।

# বনৰীয়া ম'হ

শ্ৰেণী--স্তন্যপায়ী
বৰ্গ---আৰটিওডেক্টিলা
উপবৰ্গ---ৰোমিনেন্টিয়া
কুল---বভিডি
প্ৰজাতি--বুবালচ্ বুবালিচ্

ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত কিছুমান বনভূমিৰ অনুকূল পৰিবেশত বনৰীয়া ম'হজাতীয় প্ৰাণী আলেঙে আলেঙে বাস কৰা দেখিবলৈ পোৱা যায়। আমাৰ মানুহে যিবিলাক ম'হ সম্পত্তি হিচাপে প্ৰতিপালন কৰি নানা কামত নিয়োগ কৰে সেইবিলাকক এতিয়ালৈকে হাবি-বননি বিলাকত স্বাধীনচিতীয়া হৈ বাস কৰা বনৰীয়া ম'হবিলাকৰে বংশধৰ বুলি ক'ব পাৰি। বনৰীয়া ম'হবিলাক সাধাৰণতে চেঙা হয় আৰু সিহঁতে মানুহৰ কাষ চাপিব নোখোজে। অসমৰ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান আৰু মানাহ অভয়াৰণ্যত বনৰীয়া ম'হ জাক পাতি থাকে। একোটা জাকত এটা শক্তিশালী মতা আৰু বিভিন্ন বয়সৰ পোৱালিৰে সৈতে কেইবাজনীও মাইকী ম'হ চৰি ফুৰা দেখিবলৈ পোৱা যায়। মানুহ অথবা অন্য কোনো শত্ৰুজাতীয় প্ৰাণী ওচৰ চাপি অহাৰ উমান পালে নতুনকৈ জগা পোৱালিকেইটাক মাজত লৈ গোটেই জাক ম'হে ফেৰ পাতি ধৰা দেখা যায়। বনৰীয়া ম'হৰ প্ৰকাণ্ড আকাৰৰ শিং যোৰাক আত্মৰক্ষাৰ সজুলি আৰু শত্ৰুক আক্ৰমণ কৰাৰ প্ৰধান অস্ত্ৰ বুলি গণ্য কৰিব পাৰি। এই শিং যোৰাৰ সহায়ত ম'হে বাঘৰ নিচিনা ম'হা পৰাক্ৰমী আৰু দুৰ্দান্ত প্ৰাণীকো আক্ৰমণ কৰিবলৈ সংকোচবোধ নকৰে। সাধাৰণতে বাঘৰ পৰা আঁতৰি থাকিবলৈ এইবিধ প্ৰাণীয়ে যত্ন কৰে আৰু পোৱালিবোৰক ৰক্ষা কৰিবলৈ নানা কৌশল অৱলম্বন কৰে।

কাজিৰঙা আৰু মানাহৰ বাহিৰে দৰং জিলাৰ অন্তৰ্গত ওৰাং অভয়াৰণ্য আৰু নগাঁও জিলাৰ লাওখোৱা অভয়াৰণ্যতো কিছু সংখ্যক বনৰীয়া ম'হ জুম পাতি বাস কৰা দেখিবলৈ পোৱা যায়। তদুপৰি উত্তৰ পাৰৰ অন্যান্য বনভূমিবিলাকৰ কিছুমানত এইবিধ বন্যপ্ৰাণীয়ে বিক্ষিপ্তভাৱে ভিন ভিন পৰিবেশত বাস কৰে। তাৰ ভিতৰত শোণিতপুৰ জিলাৰ সোণাই-ৰূপাই অভয়াৰণ্য আৰু লক্ষীমপুৰ জিলাৰ পাভ অভয়াৰণ্যকো অন্তৰ্ভুক্ত কৰি ল'ব পাৰি। সোণাই-ৰূপাই অভয়াৰণ্যৰ এটা বৃহৎ অংশ সৈন্য বাহিনীৰ ছাউনীলৈ ৰূপান্তৰিত হোৱাত এই অভয়াৰণ্যত নিৰলে বসবাস কৰা বন্যপ্ৰাণীবিলাকৰ ওপৰত যি প্ৰচণ্ড আঘাত পৰিল তাৰ পৰিণতিত সেই এলেকাৰ

বনৰীয়া ম'হকেইটাও নিলগলৈ আঁতৰি যাবলৈ বাধ্য হ'ল। অতীজতে লক্ষীমপুৰ জিলাৰ পাভ অভয়াৰণ্যখন মূলুৰাভাৱে [illegible] লোৱা বনৰীয়া ম'হক নিৰাপদে ৰাখিবৰ বাবেই প্ৰতিষ্ঠা কৰা হৈছিল। সেই সময়ৰ উদ্যোগী বন-বিষয়া মিঃ মিলৰয় চাহাবে এই বনাঞ্চলক অভয়াৰণ্যলৈ ৰূপান্তৰিত কৰিবৰ বাবে ব্যৱস্থা হাতত লৈছিল। অৱশেষত তেওঁৰ নাম চিৰস্মৰণীয় কৰাৰ উদ্দেশ্যে এই অভয়াৰণ্যৰ নাম মিলৰয় বফেলো চেঞ্চুৱাৰী নামেৰে অভিহিত কৰা হ'ল। এতিয়া ইয়াত বনৰীয়া ম'হৰ সমাগম অতি সামান্য বুলিয়েই ক'ব লাগিব। ৰিজাৰ্ভৰ চাৰিও-ফালে মানুহে বসতি বিস্তাৰ কৰি স্বাভাৱিক পৰিবেশৰ সাল-সলনি ঘটোৱাত ম'হ জাতীয়



বনৰীয়া ম'হৰ এটা পাল

প্ৰাণীবোৰৰ থকা ঠাইৰ পৰিমাণ সংকুচিত হ'ল। পাছে অৰণ্যৰ পৰা এতিয়া অতীতৰ গৌৰৱে মেলানি মাগিছে।

অসমৰ বাহিৰে ভাৰতবৰ্ষৰ অন্যান্য কেইবাখনো ৰাজ্যত বনৰীয়া ম'হ জাতীয় প্ৰাণীয়ে পাল পাতি বাস কৰা পৰিলক্ষিত হয়। এই আটাইবোৰ ঠাইতে নিগাজীকৈ বাস কৰা ম'হবিলাকৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণাগুণৰ বিকাশত বিশেষ পাৰ্থক্য থকা দেখা নাযায়। পূৰ্বাঞ্চলৰ ৰাজ্যকেইখনৰ ভিতৰত মেঘালয়ৰ পৰ্বতীয়া ঠাইৰ কোনো কোনো পৰিবেশত এইবিধ প্ৰাণী বাস কৰি থকাটো প্ৰমাণিত হৈছে। ১৯৮১ চনৰ এপ্ৰিল-মে' মাহত গাৰোপাহাৰ জিলাৰ অন্তৰ্গত বলফাক্ৰাম প্ৰস্তাৱিত অভয়াৰণ্যত যি বন্যপ্ৰাণীৰ পিয়ল-কাৰ্য সম্পাদিত হৈছিল সেই পিয়লৰ গণনা অনুযায়ী এই পাৰ্বত্য এলেকাত সৰ্বমুঠ ২৪টা বিভিন্ন বয়সৰ বনৰীয়া ম'হ পোৱা হয়। সংৰক্ষণৰ কঠোৰ ব্যৱস্থা প্ৰৱৰ্তন কৰিব পাৰিলে এই অৰণ্যভূমিত নিৰলে বাস কৰা বনৰীয়া ম'হৰ সংখ্যাই উৰ্দ্ধমুখী গতি লাভ কৰিব পাৰিব। উল্লেখযোগ্য যে বলফাক্ ৰামৰ প্ৰাকৃতিক সৌন্দৰ্য অতি মনোৰম। ইয়াতে মহাদেউ গৰ্জ নামৰ যি গভীৰ জলাশয় চিৰ প্ৰৱাহমান জলৰাশিয়ে বিৰাজ কৰিছে তাৰ লগত পৃথিৱীৰ যি কোনো ঠাইৰ উচ্চ পৰ্যায়ৰ প্ৰাকৃতিক পৰিবেশক বিজাব পাৰি। তদুপৰি বল্‌ফাক্‌ৰাম মালভূমিৰ আখ্যা পোৱা ঠাইৰ অনুপম্ পৰিবেশ আৰু চাৰিওফালৰ পাহাৰবিলাকে পৰিধান কৰা সেউজীয়া গছৰ ঢৌ কটা আচ্ছাদনে গোটেই এলেকাটোক স্বৰ্গপুৰী কৰি ৰাখিছে।

উত্তৰ প্ৰদেশৰ প্ৰশস্ত ভূমিখণ্ডকে কেন্দ্ৰ কৰি উত্তৰ ভাৰতৰ যি কেইখন ৰাজ্যৰ মাজেদি পৱিত্ৰ প্ৰাণা গঙ্গানদী প্ৰৱাহমান হৈ আছে সেই ঠাইবোৰৰ নদীকূলীয়া অনুকূল পৰিবেশেও কিছু সংখ্যক বনৰীয়া ম'হ ধাৰণ কৰিছে। মধ্য প্ৰদেশত ৰায়পুৰ নামৰ যিখন জিলা আছে সেই জিলাৰ অন্তৰ্গত থকা বনভূমিবিলাকৰ উপযুক্ত পৰিবেশবোৰত এইবিধ বন্যপ্ৰাণীয়ে নিগাজীকৈ বাস কৰিবৰ বাবে অনুকূল ঠাই বিচাৰি ল'বলৈ সক্ষম হৈছে। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ বাহিৰে যি যি দেশত বনৰীয়া ম'হ স্বাধীনচিতীয়াভাৱে বাস কৰি থকাৰ কথা জনা যায় তাৰ ভিতৰত ভাৰতৰ উত্তৰ ফালে হিমালয় শৈলমালাৰ বুকু সুশোভিত কৰি ৰখা পৰম সৌন্দৰ্যময়ী নেপালৰ কথাও উল্লেখ কৰিব পাৰি।

চেহেৰা-পাতি আৰু চাৰিত্ৰিক গুণাগুণৰ বিকাশত বনৰীয়া ম'হ আৰু ঘৰচীয়া ম'হৰ মাজত বিশেষ পাৰ্থক্য থকা দেখা নাযায়। সাধাৰণতে ঘৰচীয়াবিলাকতকৈ বনৰীয়া ম'হবোৰ অধিক বলবান আৰু দেখনিয়াৰ হয়। সিহঁত সাধাৰণতে নিপোটল আৰু নোদোকা হয়। স্বাধীন মনেৰে হাবিৰ মাজত ঘাঁহ আদি খাই জীৱন ধাৰণ কৰিবলৈ পোৱাৰ বাবেই সিহঁতৰ দেহলৈ অভূতপূৰ্ব শক্তিৰ জোৱাৰ নামি আহে বুলি ক'ব পাৰি। বিচৰণ-ভূমিৰ ব্যাপকতা, খাদ্য-সামগ্ৰীৰ উভৈনদী অৱস্থা আৰু অন্যান্য প্ৰাণীৰ লগত ঘটিবলগীয়া সংঘাতৰ সূক্ষ্ম সম্ভাৱনাই এইবিধ বন্যপ্ৰাণীৰ স্বাস্থ্য অটুট

ৰখাত পৰোক্ষভাৱে সহায় কৰে। নানাহ অভয়াৰণ্যৰ বেকী আৰু নানাহ নদীৰ পাৰৰ হাবিতলীয়া ঠাইবোৰত নিৰলে বাস কৰা বনৰীয়া ম'হৰ স্বাস্থ্য কাজিৰঙা অভয়াৰণ্যৰ বোকাময় ঠাইত বাস কৰা ম'হতকৈ বেছি উন্নত হোৱাৰ কাৰণ এই সূত্ৰৰ দ্বাৰা বিশ্লেষণ কৰিব পাৰি। বহুত ক্ষেত্ৰত দেখা যায় যে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ দাঁতিকাষৰীয়া গাঁওবিলাকত বাস কৰা ঘৰচীয়া ম'হবোৰে উদ্যানৰ বনৰীয়া ম'হৰ লগত একেলগে চৰি ফুৰে। বনৰীয়া মাইকী ম'হে ঘৰচীয়া মতাৰ লগ লগাৰ ফল স্বৰূপে এই বনৰীয়া ম'হবিলাকৰ স্বাস্থ্য আৰু বলশক্তিৰ অৱনতি হৈছে বুলি কোৱাৰ থল নথকা নহয়। আনহাতে বনৰীয়া মতা ম'হৰ সহযোগত ঘৰচীয়া মাইকী ম'হৰ যি পোৱালি জন্ম হয় সেই পোৱালি অধিক বলবান আৰু নোদোকা হোৱা দেখিবলৈ পোৱা যায়। বনৰীয়া মতা ম'হৰ সহায়ত ঘৰচীয়া মাইকী ম'হে জগোৱা পোৱালিবোৰ সাধাৰণতে চেঙা আৰু উদণ্ড প্ৰকৃতিৰ হোৱা দেখা যায়। এনে পোৱালিৰ দেহত বিকাশিত হোৱা চাৰিত্ৰিক বৈচিত্ৰ্যই প্ৰমাণ কৰে যে সেই পোৱালি বনৰীয়া ম'হৰ সংমিশ্ৰণৰ ফলত উৎপত্তি হৈছে।

বনৰীয়া ম'হৰ সব শৰীৰত গজা নোমবিলাকৰ বৰণ ক'লা হোৱাৰ বাবে গোটেই জন্তুটোৱে ক'লাৰূপ ধাৰণ কৰে। সাধাৰণতে ঘৰচীয়া ম'হবোৰো ঠিক সেইদৰে ক'লা হয়। অৱশ্যে আমাৰ ঘৰচীয়া ম'হবিলাকৰ মাজত কেঁতিয়াবা দুই-এটা বগা বৰণৰ ম'হো দৃষ্টিগোচৰ হয়। বনৰীয়া ম'হৰ মাজত এই বৈচিত্ৰ্য পৰিলক্ষিত হোৱাৰ নিদৰ্শন নাই। ইতিপূৰ্বে স্থানান্তৰত উল্লেখ কৰা হৈছে যে ম'হ জাতীয় প্ৰাণীৰ ঠেঙৰ আগভাগত নখৰ সলনি খুৰাৰ উৎপত্তি হয়। এই খুৰাই সোঁ মাজতে দীঘলে দীঘলে দুফাল হৈ অৰ্দ্ধ চন্দ্ৰাকৃতিৰ ৰূপ ধাৰণ কৰে। খুৰাৰ আৱৰণ বা বাকলি দুখনে তৃতীয় আৰু চতুৰ্থ স্থানত উৎপত্তি হোৱা আঙুলি দুটাৰ ওপৰত লাগি থকা মজ্জা আৰু মাংস ভাগ ঢাকি ৰাখে। কনিষ্ঠ আঙুলিকেইটাই ঠেং কেইখনৰ পাছৰ ফালে আৰু খুৰাৰ ঠিক ওপৰতে সামান্য আকাৰৰ নখৰ ৰূপ লৈ আত্মপ্ৰকাশ কৰে। উল্লেখ-যোগ্য যে থকা ঠাইৰ পাৰিপাৰ্শ্বিক অৱস্থাই খুৰাৰ গঠন প্ৰণালীত বিশিষ্ট ৰূপ উৎপাদন কৰাত প্ৰভাৱ বিস্তাৰ কৰে। আমাৰ অসমৰ ফালে বাস কৰা ম'হবিলাকে দ চাপৰীয়া ঠাইবোৰ কামত বাবে বাচনি কৰি লয়। বহুত সময়ত ইহঁতে পানীত নামি পানী বোকাতে লুতুৰি-পুতুৰি হৈ থাকে। পিছে মাটিত খুৰাৰ সহায়ত খোপনি পুতি পুতি ইহঁতে খোজ কাঢ়ি যাবলগীয়া হয় বাবে ইহঁতৰ খুৰাই অলপ মেলাই ৰূপ ধাৰণ কৰে। মধ্যপ্ৰদেশৰ ফালৰ বনাঞ্চলবিলাকত সচৰাচৰ বাস কৰি থকা বনৰীয়া ম'হবিলাকে এনে অৱস্থাৰ সন্মুখীন হ'বলগীয়া নহয়। সেইকাৰণে সিহঁতৰ খুৰা-বোৰ মেলাহি নহৈ চাপ খাই থকাকৈ গোটা হয়।

বনৰীয়া ম'হৰ শিং আৰু আমাৰ অসমৰ ঘৰচীয়া ম'হৰ শিঙৰ আয়তন আৰু আকৃতিত বিশেষ পাৰ্থক্য থকা দেখা নাযায়। অৱশ্যে ভাৰতৰ ফালৰ মানুহে পোহা ঘৰচীয়া ম'হবিলাকৰ শিঙৰ আকৃতি বেলেগ হয়। এইবিলাক ম'হৰ শিংকেইৰ আকাৰত তেনেই সংক্ষিপ্ত হয় আৰু ইহঁতৰ শিঙত বনৰীয়

আৰু দুৰ্দান্ত চৰিত্ৰৰ আভাস প্ৰস্ফুটিত হোৱা দেখা নাযায়। বনৰীয়াই হওক কিম্বা ঘৰচীয়া ম'হেই হওক এই শিংযোৰাক আমাৰ ইয়াৰ ম'হবোৰৰ ক্ষেত্ৰত বল, শক্তি আৰু আসুৰিক চৰিত্ৰৰ নিদৰ্শন বুলি গণ্য কৰিব লাগিব। আত্মৰক্ষাৰ বাবে আৰু শত্ৰুজাতীয় প্ৰাণীক আক্ৰমণ কৰিবৰ বাবে এই শিং সাধাৰণতে ব্যৱহাৰ কৰা হয়। দুটা প্ৰতিদ্বন্দ্বী ম'হে যুঁজ-বাগৰত প্ৰবৃত্ত হ'বলগীয়া হ'লে এই শিংযোৰাক যুজৰ অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰা হয়। মাইকী ম'হৰ সাহচৰ্যত একাধিপত্য বিস্তাৰ কৰিবৰ বাবে দুটা গেঁৰা ম'হৰ মাজত কেতিয়াবা যুঁজৰ সূত্ৰপাত হয়। বিজয়ী ম'হে মাইকী ম'হ জাকক নিজৰ ফলীয়া কৰি লয় আৰু যুঁজত পৰাজয় বৰণ কৰা ম'হ পলাই যাবলৈ বাধ্য হয়। বলবীৰ্য সম্পন্ন মতা ম'হৰ গাত এই অৰিয়াঅৰি ভাব সঞ্চিত হৈ থকাৰ সুবিধা লৈ আমাৰ মানুহে মাঘ বিহুৰ সময়ত পথাৰত ম'হ যুঁজৰ আয়োজন কৰে আৰু বহুতো বিহুৱলীয়া মানুহে সেই যুঁজ চাই আনন্দ উপভোগ কৰে।

ম'হৰ শিঙৰ ভিতৰখন ফোঁপোলা হয়। সাধাৰণতে সেই শিং সৰি নপৰে। শিঙৰ গুৰিফালৰ উপৰিভাগত অলপ মেৰুটা-মেৰুটি বিধৰ পখালি পখালি দাগ অঙ্কিত হৈ থাকে। আগৰ ছোৱা অলপ মিহি হয়। প্ৰকাণ্ড শিং যোৰা মূৰৰ উপৰি ভাগত ধনুভিৰীয়াকৈ ভিতৰৰ ফালে পাক খাই থাকে। কিছুমান বনৰীয়া ম'হৰ শিং যোৰাই মেলাহি ৰূপ ধাৰণ কৰে। একেটা পালৰ ভিতৰতে দুয়ো প্ৰকাৰৰ শিং থকা ম'হ চৰি ফুৰা দেখা যায়।

মাইকী ম'হে এবাৰত এটাকৈ পোৱালি জগায়। নতুনকৈ জগা পোৱালিৰ গাৰ বৰণ অলপ মুগা হয়। বহুত দিনলৈকে পোৱালিয়ে মাকৰ লগ নেৰে। ঘাঁহত মুখ দিব পৰা হ'লে ই লাহেকৈ স্বাধীন জীৱন যাপন কৰিবলৈ আৰম্ভ কৰে।

# বনৰীয়া ছাগলী

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—আৰ্টিওডেক্টিলা
উপবৰ্গ—ৰোমিনেন্টিয়া
কুল—বভিদি
প্ৰজাতি—কেপ্ৰা হিৰ্কাচ্

অসম আৰু অসমৰ ওচৰ-চুবুৰীয়া ৰাজ্যবোৰ ইথনত এবিধ বনৰীয়া ছাগলী বাস কৰে। এইবিধ প্ৰাণীক ছেৰাও বুলি কোৱা হয়। হিমালয় পৰ্বতমালাত আন এবিধ বনৰীয়া ছাগলী বাস কৰে। এই দ্বিতীয় বিধ বন্য প্ৰাণীক বুজাবলৈ গড়াল শব্দটো ব্যৱহাৰ কৰা হয়। এই দুয়োবিধ প্ৰাণীক বুজাবলৈ আমাৰ মানুহে থাউকতে দেও-ছাগলী শব্দ ব্যৱহাৰ কৰা দেখা যায়। জীৱবিদ্ সকলে এই দুয়োবিধ প্ৰাণীক ছাগলী এন্টেলপ নামৰ এটা বিশেষ গোষ্ঠীত অন্তৰ্ভুক্ত কৰিছে। ভাৰতবৰ্ষৰ পশ্চিমফালে থকা হিমালয়ৰ পাৰ্বত্য অঞ্চলত আন এবিধ ছাগলী গোষ্ঠীৰ প্ৰাণী বাস কৰে। এইবিধ প্ৰাণীক বুজাবলৈ কিন্তু বন-ৰীয়া ছাগলী শব্দ দুটাকে ব্যৱহাৰ কৰা হয়।

আধুনিক যুগৰ ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত এইবিধ বন্যপ্ৰাণী নিগাজীকৈ বাস কৰি বৰ্তি আছে নে নাই সেই বিষয়ে সঠিকভাৱে জনা নাযায়। পাকিস্থানৰ সিন্ধুপ্ৰদেশত এইবিধ প্ৰাণীক বাস কৰা দেখা যায়। বেলুচিস্থানৰ শিলাময় পৰ্বতীয়া ঠাই কিছুমানতো বনৰীয়া ছাগলী বাস কৰে। এছিয়া মহাদেশৰ পশ্চিম ফালে থকা কোনো কোনো ঠাইত আৰু পাশ্চাত্যৰ ফালে থকা কোনো কোনো ঠাইৰ অনুৰূপ পৰিবেশত আন কেইবাজাতো বনৰীয়া ছাগলী বাস কৰা দেখিবলৈ পোৱা যায়। এইবিলাক ছাগলীক আমাৰ দেশত বাস কৰা বনৰীয়া ছাগলীৰে উপজাতি হিচাপে চিনাক্তকৰণ কৰা হয়।

দেখাত এইবিধ বনৰীয়া ছাগলীক মানুহৰ ঘৰত পোহা ছাগলী জাতীয় ঘৰচীয়া জন্তুৰ নিচিনা দেখি। আকাৰত কিন্তু ই আনি ঘৰত পোহা ছাগলী-বোৰতকৈ ভালেখিনি ডাঙৰ হয়। আমাৰ দেশত ৰাম ছাগলী নামৰ বিবিধ ডাঙৰ আকাৰৰ ঘৰচীয়া ছাগলী আছে বনৰীয়া ছাগলীবিলাক আকাৰত কম-বেছি পৰিমাণে ঠিক সেই গোষ্ঠীৰ ছাগলীৰ সমানেই হ'ব। এক্লো একোটা পূৰ্ণবয়সীয়া বনৰীয়া ছাগলীৰ উচ্চতা প্ৰায় এক মিটাৰৰ ওচৰা-ওচৰি হ'ব। মূৰৰ ওপৰত ঘৰচীয়া

বাম ছাগলীবোৰক বনৰীয়া ছাগলী পৰিবৰ্তিত সংস্কৰণ বুলি গণ্য কৰিব পাৰি। জীৱবিদ্ সকলে ক'ব খোজে যে ঘৰচীয়া ছাগলীবোৰ আচলতে বনৰীয়া ছাগলীৰ বংশধৰ। বনৰীয়া মতা ছাগলীৰ এযোৰা দীঘল চানেকীয়া আৰু দেখনিয়াৰ শিং থাকে। এই শিং যোৰা ধনুভিৰীয়াকৈ পাছৰ ফালে হেলনীয়া আকাৰত চাল খাই থাকে। শিঙৰ মাজ ভাগমানৰ পৰা আৰম্ভ কৰি ওপৰ ভাগত খলপা-খলপী দাগ থাকে। গাত গজা নোমবোৰৰ বৰণ মুগা চানেকীয়া হয়। বাৰিষা কালত এই নোমবোৰ উজ্জ্বল হৈ পৰে। বয়স বাঢ়ি যোৱাৰ লগে লগে এই নোমবোৰ শেঁতা হয় আৰু বৃদ্ধ অৱস্থাত জন্তুটো অধলা হৈ পৰে।



বনৰীয়া ছাগলী

এহাবধ ছাগলী জাতীয় প্ৰাণীৰ গাত উৎপন্ন হোৱা নোমবোৰত বাৰ্দ্ধক্যৰ চিন প্ৰতিফলিত হোৱা দেখা যায়। সেইকাৰণে এই জাতীয় প্ৰাণীৰ নোমৰ অৱস্থা পৰ্যবেক্ষণ কৰি জন্তুটোৰ আনুমানিক বয়স নিৰ্ণয় কৰিব পাৰি। তদুপৰি পূৰ্ণ বয়সীয়া বনৰীয়া ছাগলীৰ পিঠিৰ উপৰি ভাগেদি মেৰুদণ্ডটোৰ খাজে খাজে নেজৰ গুৰিলৈকে এডাল দীঘলীয়া পাটি বিয়পি থকা দেখা যায়।

এইবিধ বনৰীয়া ছাগলীয়ে ভাৰতবৰ্ষৰ ভৌগোলিক সীমাৰেখা অতিক্ৰম কৰি পাকিস্থানৰ সিন্ধু প্ৰদেশত বাস কৰা দেখিবলৈ পোৱা যায়। ইহঁতে জাক বান্ধি একেলগে বাস কৰে। মতা, মাইকী আৰু পোৱালিবোৰক লৈ একোটা জাকত কেতিয়াবা বহুত সংখ্যক প্ৰাণীৰ সমাবেশ হয়। ঠেঙৰ আগভাগত উৎপন্ন হোৱা দুপতীয়া খুৰাৰ সহায়ত এইবিধ প্ৰাণীয়ে দুৰ্গম পৰ্বতীয়া ঠাইত অনায়াসে বগাই ফুৰিব পাৰে। থিয় গৰাৰ ওপৰৰ ফালে থকা নিচেই ঠেক পথবোৰ অনুসৰণ কৰি ইহঁতে দুৰ্গম ঠাইবোৰলৈ নিৰাপদে পৰ্বত বগাই যাব পাৰে। থিয় পৰ্বতৰ উচ্চ শিখৰত উঠি লৈ ইয়াৰ মতাটোৱে শত্ৰুৰ গতিবিধি লক্ষ্য কৰে। শত্ৰু জাতীয় প্ৰাণীৰ উমান পালে বিপদৰ সঙ্কেত দি বাকী ছাগলীক পলাই যাবলৈ উদগনি দিয়ে।

এইবিধ ছাগলীয়ে বছৰত এবাৰকৈ পোৱালি জগায়। ইহঁতৰ একে বাৰতে তিনিটা-চাৰিটা পোৱালি হয়।

# হিমালয়ৰ থাৰ

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—আৰটিওডেক্টিলা
কুল—বভিড়ি
প্ৰজাতি—হেমিট্ৰাগাছ জেম্লাজিকাচ্

ভাৰতবৰ্ষৰ উত্তৰফালে থকা হিমালয় পৰ্বতমালাৰ ওখ ওখ শিলাময় পৰিবেশত থাৰ নামৰ এবিধ বনৰীয়া ছাগলী আলেঙে আলেঙে বাস কৰা দেখা যায়। থাৰ নামেৰে জনাজাত বনৰীয়া ছাগলীবিলাকৰ বিশেষত্ব হ'ল এয়ে যে এইবিলাক ছাগলীৰ কোনো ডাড়ি গজা দেখা নাযায় আৰু ইহঁতৰ শিং যোৰা চুটি আৰু পাছৰ ফালে ভাঁজ খোৱা ধৰণৰ হয়। ভাৰতবৰ্ষত থাৰ ফৈদৰ দুবিধ ছাগলী বাস কৰে। তাৰে ভিতৰত যিবিধ থাৰ হিমালয় শৈলমালাৰ বিভিন্ন পৰিবেশত বাস কৰে সেইবিধক হিমালয়ৰ থাৰ নামেৰে অভিহিত কৰা হয়। পৰ্বতৰ ওপৰৰ যিবোৰ শিলাময় দুৰ্গম ঠাইত অন্যান্য প্ৰাণী যাবলৈ ভয় কৰে সেইবোৰ ঠাইতে থাৰ নামৰ প্ৰাণীবিলাকে নিৰলে বাস কৰে। পৰ্বতৰ ওপৰত থিয় গৰাৰে আগুৱা পাথৰৰ চপৰাবোৰত ঠেঙৰ খুৰা পিছলি নপৰাকৈ এইবিধ প্ৰাণীয়ে অনায়াসে খোজকাঢ়ি অহা-যোৱা কৰিব পাৰে। দুই-এজন চিকাৰ বিলাসী আৰু মাংস লোভী মানুহৰ বাহিৰে অন্য মানুহে সেইবোৰ ঠাইত ভৰি দিব নোখোজে। আনহাতে থাৰবিলাকে সেই দুৰ্গম ঠাইবোৰকে নিৰাপদ ঠাই বুলি ভাবে আৰু সেইবোৰ ঠাইৰ ওপৰতে আত্মৰক্ষাৰ ব্যৱস্থা কৰি লয়। জীৱ জগতৰ শাৰীৰিক আৰু মানসিক পটত বিকশিত হোৱা এই অভিনৱ ব্যৱস্থা সঁচাকৈয়ে চমকপ্ৰদ্ বুলি ক'ব লাগিব।

হিমালয়ৰ থাৰ নামৰ প্ৰাণী বিধক বিলোপন প্ৰাণীৰ আখ্যা দিব নোৱাৰি। আনহাতে এইবিধ বনৰীয়া ছাগলীৰ দেহত কিছুমান নিজস্ব বৈশিষ্ট্য বিকশিত হোৱা দেখিবলৈ পোৱা যায়। দীঘল চানেকীয়া নোমৰ আৱৰণৰ এইবিধ ছাগলীয়ে নিজস্ব বৈশিষ্ট্যৰ গহীন গম্ভীৰ ৰূপত আত্ম প্ৰকাশ কৰে। দীঘল দীঘল নোমেৰে আগুৱা ছালখনেৰে সৈতে স্বৰূপ প্ৰকাশ কৰা এইবিধ প্ৰাণীক নিলগৰ পৰা বেছ্ ধুনীয়া যেনেই লাগে। গাত গজা দীঘল দীঘল নোমবোৰ অৱশ্যে তেনে ধৰণৰ মিহি বা নিমজ হোৱা দেখা নাযায়। ঘৰচীয়াকৈ পোহা ভেৰা জাতীয় প্ৰাণীৰ গাত বিকশিত হোৱা নোমবোৰৰ দৰে থাৰৰ নোমবোৰ নিশৃঙ্খল হৈ থাকে। জন্তুটোৰ

শৰীৰৰ তুলনাত মূৰটো সৰু হয় আৰু এই মূৰত গজা শিং যোৰাও ঠিক সেইদৰে আকাৰত সৰু আৰু চুটি হয়। সৰু আকাৰৰ শিং যোৰাই সামান্যভাৱে ওপৰৰ ফালে ভাঁজ লৈ ধনুভিৰীথাকৈ পাছৰ ফালে হাউলি থাকে। ইয়াৰ কাণ দুখনো বৰ বেছি ডাঙৰ হোৱা দেখা নাযায়। মুখৰ আগৰ ফালে যিবোৰ নোমৰ উৎপত্তি হয় সেই নোমবোৰক তুলনামূলকভাৱে মিহি আৰু নিমজ বুলি ক'ব পাৰি। গাত গজা নোমবোৰৰ বৰণ বগচুৱাকৈ মুগা হয়। জন্তুভেদে এই নোমবোৰৰ বৰণৰ গভীৰতাত তাৰতম্য পৰিলক্ষিত হয়।



হিমালয়ৰ থাৰ

হিমালয় পৰ্বতমালাৰ ওপৰ ফালে থকা কিছুমান ঠাইত ডাঙৰ আকাৰৰ গছ-গছনি থকা দেখা নাযায়। তেনেবোৰ ঠাইত ঘাঁহ জাতীয় উদ্ভিদে প্ৰাধান্য লাভ কৰে। থাৰ নামৰ ছাগলীবিলাকে পৰ্বতপৃষ্ঠত এনেবিলাক মুকলি ঠাইলৈ ওলাই আহি চৰিবলৈ ভাল পায়। আনহাতে এই ধৰণৰ মুকলি ঠাইবোৰৰ কাষে কাষে যিবিলাক কাঠনি বাৰী আছে সেই হাবিবোৰৰ মাজতে ইহঁতে সময়সাপেক্ষে [illegible] কৰিবলৈ ভাল পায়। বৰফ ৰেখাৰ তলৰ ফালে থকা এই হাবি-বননিবোৰৰ অঁক

পাইন আদি গছেৰে পৰিপূৰ্ণ হৈ থাকে। থাৰবিলাকে সচৰাচৰ বাস কৰিবৰ বাবে, এনে ধৰণৰ ঠাবিবোৰকে নিৰ্বাচন কৰি লয়। পোৱালিৰে সৈতে মাইকী থাৰৰ দুই চাৰিটা প্ৰাণী মুকলি ঠাইলৈ ওলাই আহি ঘাঁহত মুখ দিয়েহি যদিও ভোবোলা মতা-বোৰে সাধাৰণতে মুকলি ঠাইলৈ ওলাই আহিব নোখোজে। ৰাতিপুৱাৰ সময়ছিনিত আৰু পাছবেলা মতা থাৰবিলাকে কিছু সময়ৰ বাবে মুকলি ঠাইবিলাকলৈ ওলাই আহিলেও দিন দুপৰত নিহঁতে গছবিৰ মাজত আত্মগোপন কৰি থাকিবলৈহে ভাল পায়। ৰাতিপুৱা আৰু আবেলি সময়ছিনিত এই মতাবোৰে মুকলি ঠাইলৈ ওলাই আহিবলগীয়া হ'লে সিহঁতে পৰ্বতৰ ওপৰৰ ফালে থকা ওখ ওখ পাথৰৰ ওপৰলৈ উঠি গৈ শত্ৰুজাতীয় প্ৰাণীৰ আলেখ লেখ নিৰীক্ষণ কৰেগৈ। শত্ৰুজাতীয় প্ৰাণীক নিলগতে দেখা পালে চন্তৰীৰ দৰে পহৰা দিয়া মতাবোৰে বিপদৰ সঙ্কেত দি পলাই সাৰিবলৈ বাকীবোৰ থাৰক সতৰ্ক কৰি দিয়ে।

অন্যান্য বিধৰ বনৰীয়া ছাগলীবোৰৰ দৰেই থাৰবিলাকে সাধাৰণতে জুম পাতি বাস কৰিবলৈ ভাল পায়। মতা-মাইকী আৰু বেলেগ বেলেগ বয়সৰ পোৱালিবোৰক সামৰি লৈ একোটা জাকৰ সৃষ্টি হয়। পাল খোৱাৰ সময় আহি পালে ভোবোলা মতাবোৰৰ মাজত অহিয়া-অহিৰ ভাব সৃষ্টি হয়। মাইকী ছাগলী বা থাৰক নিজৰ ফলীয়া কৰি ল'বৰ বাবে পৈনত বয়সৰ মতাৰ মাজত যুঁজ-বাগৰৰ সৃষ্টি হয়। যুঁজত জয় লাভ কৰা মতা একোটাই মাইকী থাৰবিলাকৰ মাজত আধিপত্য বিস্তাৰ কৰে। পৰাজয় বৰণ কৰা থাৰে সেই ঠাই ত্যাগ কৰি আঁতৰলৈ গুচি যাবলৈ বাধ্য হয়। যুঁজ-বাগৰত প্ৰবৃত্ত হোৱা দুই-এটা থাৰে কেতিয়াবা ওখ গৰাৰ পৰা গভীৰ তলিত সৰি পৰি প্ৰাণ বিসৰ্জন দিবলগীয়া হয়।

এইবিধ ছাগলী জাতীয় বিচিত্ৰ প্ৰাণীয়ে সাধাৰণতে বাৰিষা কালত পোৱালি জগায়। পাৰ্বত্য অঞ্চলত বাস কৰা মানুহবিলাকে নানা কৌশল অৱলম্বন কৰি থাৰ জাতীয় প্ৰাণী কিছুমানক নিৰ্দয়ভাৱে হত্যা কৰে। তেওঁলোকে এইবিধ বনৰীয়া ছাগলীৰ মাংস ভুতি-বুদ্ধি লগাই খায়। এইবিধ ছাগলী গোষ্ঠীৰ প্ৰাণীৰ মাংসবোৰ খাবলৈ টিকা হয় বুলি জনা যায়। তদুপৰি এই মাংসৰ পৰা হেনো এক প্ৰকাৰৰ অকটা গোন্ধ বাহিৰ হয়। মাইকী থাৰ-ছাগলীৰ মাংসবোৰ কিন্তু কোমল হয় আৰু তাৰ পৰা কোনো প্ৰকাৰৰ গোন্ধ নোলায়। সেইকাৰণে সেই ফালৰ মানুহে মাইকী থাৰৰ মাংস খাবলৈ ভাল পায় বুলি জনা যায়।

# নীলগিৰি থাৰ

শ্ৰেণী— স্তন্যপায়ী
বৰ্গ— আৰ্টিওডেক্টিলা
উপবৰ্গ— ৰোমিনেন্টিয়া
কুল— বভিডি
প্ৰজাতি— হেমিট্ৰাগছ হাইল'ক্ৰিয়াছ

ভাৰতবৰ্ষৰ চাৰিসীমাৰ অন্তৰ্গত যিবিলাক বনৰীয়া ছাগলী আৰু ছাগলী এন্টেলপ্ গোষ্ঠীৰ প্ৰাণী বাস কৰি আছে সেইবিলাকৰ সচৰাচৰ বসতিস্থান আৰু বিচৰণ ভূমি হিমালয় শৈলমালাৰ সুউচ্চ পাৰ্বত্য ভূভাগ আৰু ইয়াৰ নামনি অঞ্চলতে কেন্দ্ৰীভূত হৈ থকা দেখিবলৈ পোৱা যায়। এই প্ৰাণীবিলাকৰ বিচৰণ ভূমি দক্ষিণৰ ফালে বিয়পি থকা বিস্তীৰ্ণ ভূ-ভাগলৈ সম্প্ৰসাৰিত হোৱা দেখা নাযায়। ইয়াৰ পৰা এটা সিদ্ধান্তত উপনীত হ'ব পাৰি যে হিমালয় পৰ্বতমালাৰ ওখ ওখ ঠাই আৰু এই পৰ্বতমালাক পৰিবেষ্টিত কৰি থকা নামনিৰ সমভূমি আৰু পৰ্বতীয়া পৰিবেশে এই প্ৰাণীবিলাকৰ বাবে অনুকূল বাতাবৰণৰ সৃষ্টি কৰিছে।

আনহাতে দাক্ষিণাত্যৰ ফালে নীলগিৰি নামৰ যি পৰ্বত মালাই বিস্তাৰ লাভ কৰি আছে সেই পৰ্বতমালাৰ ওখ-চাপৰ ঠাইবোৰত "নীলগিৰি থাৰ" নামেৰে জনাজাত আন এবিধ বনৰীয়া ছাগলী জাতীয় প্ৰাণী বাস কৰা দেখা যায়। অকলশৰীয়াভাৱে মাত্ৰ এবিধ বনৰীয়া ছাগলীয়ে দাক্ষিণাত্যত প্ৰতিষ্ঠা লাভ কৰা কথাটোৱে ভাৰতবৰ্ষত এই গোষ্ঠীৰ বন্যপ্ৰাণী বিতৰণত এক অভিনৱ অভিলেখৰ সৃষ্টি কৰিব পাৰিছে। সি যিয়েই কি নহওক এই বিষয়ত এটা কথা উল্লেখযোগ্য যে গোটেই ভাৰতভূমিত দুই প্ৰজাতিৰ থাৰ নামেৰে জনাজাত বনৰীয়া ছাগলী বাস কৰে। তাৰে এবিধক হিমালয়ৰ থাৰ আৰু আনবিধক নীলগিৰিৰ থাৰ নামেৰে অভিহিত কৰা হয়। হিমালয় পৰ্বতমালাত বসতি কৰা থাৰ নামৰ প্ৰাণীৰ বিষয়ে ইতিমধ্যে আলোচনা কৰি অহা হৈছে। হিমালয়ৰ থাৰ দক্ষিণ ভাৰতত বাস কৰা দেখা নাযায়। সেইবিলাক ঠাইত হিমালয়ৰ থাৰক নীলগিৰি থাৰ নামৰ বনৰীয়া ছাগলীয়ে প্ৰতিনিধিত্ব কৰিছে। এইবিধ বন্যপ্ৰাণীৰ সচৰাচৰ বসতিস্থান নীলগিৰি পৰ্বতমালাৰ পৰা আৰম্ভ কৰি পশ্চিমঘাট পৰ্বতলৈকে সম্প্ৰসাৰিত হৈছে।

বিভিন্ন জাতৰ অন্যান্য বনৰীয়া ছাগলীবোৰৰ দৰেই নীলগিৰি থাৰে জাক পাতি বাস কৰিবলৈ ভাল পায়। দিনদুপৰৰ প্ৰখৰ ৰ'দৰ উত্তাপৰ পৰা

হাত সাৰিবলৈ ইহঁতে গহ্বৰৰ নিচিনা পাথৰৰ তলত আশ্ৰয় লৈ সময় অতিবাহিত কৰে। আবেলি পৰত যেতিয়া বেলিটোৱে পশ্চিম আকাশত মাৰ যাবলৈ আৰম্ভ কৰে তেতিয়া ইহঁতে মুকলিমূৰীয়া ঠাইবোৰলৈ জাক বান্ধি ওলাই আহে আৰু তাত স্বাভাৱিকতে উৎপন্ন হোৱা ঘাঁহ-বন আদি খাবলৈ আৰম্ভ কৰে। সন্ধিয়াৰ আগে আগে সিহঁত আঁতৰি গৈ সুবিধাজনক ঠাইত পুনৰ আশ্ৰয় লয়গৈ। পিছদিনা ৰাতিপুৱা হাবিৰ মাজৰ পৰা সিহঁত জাক বান্ধি পুনৰ ওলাই আহে আৰু দুপৰীয়া নোহোৱা পৰ্যন্ত মুকলি ঠাইত চৰি ফুৰেহি। মাইকী পোৱাৰ সময় পিচৰা মতাবোৰৰ মাজত কেতি-



নীলগিৰি থাৰ

য়াবা খণ্ডযুদ্ধ আৰম্ভ হয়। যুঁজ-বাগৰত পৰাজয় বৰণ কৰা পাছে কেতিয়াবা নিসঙ্গ জীৱন যাপন কৰিবলগীয়া হয়। নীলগিৰি থাৰ জাতীয় প্ৰাণীৰ সৰ্বমুঠ সংখ্যা এহেজাৰৰ বেছি নহ'ব বুলি অনুমান কৰা হৈছে। সাধাৰণতে এইবিধ প্ৰাণীৰ মাইকী-বোৰে এবাৰত এটাকৈ পোৱালি জগায় যদিও একেবাৰতে দুটাকৈ পোৱালি জগোৱাও দেখিবলৈ পোৱা যায়।

# মাৰখৰ

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ—আৰ্টিওডেক্টাইলা

উপবৰ্গ—ৰোমিনেন্টিয়া

কুল—বভিডি

প্ৰজাতি—কেপ্ৰা ফেলকনেৰি

ভাৰত উপমহাদেশৰ অন্তৰ্গত ছাগলী গোষ্ঠীৰ যি কেইবিধ বনৰীয়া জন্তু সচৰাচৰ বাস কৰা দেখিবলৈ পোৱা যায় সেই আটাইকেইবিধৰ ভিতৰত মাৰখৰ নামেৰে জনা-জাত প্ৰাণীবিধেই দেখাত আটাইতকৈ মনোমোহা বুলি ক'ব পাৰি। ইহঁতৰ দীঘলীয়া শিংযোৰা দেখাত অতি মনোৰম। অনিয়মিতভাৱে দীঘল আকৃতিৰ শিংযোৰা পকোৱা কৰ্কি ধনুভিৰীয়াকৈ ভাঁজ খাই থাকে। প্ৰত্যেকটো শিঙৰ উপৰি-ভাগত পকাপকি পকাইকৈ আগৰ ফালে খাপ কটাৰ নিচিনা দাগ থাকে। ডিঙি ভাগত নিখিনি ডাঙৰ নিচিনা দীঘল দীঘল নোম বা চুলিৰ উৎপত্তি হয় সেই নোমখিনিয়ে আগ ঠেং দুখনৰ আঁঠু পৰ্যন্ত বিস্তাৰ লাভ কৰি থকা দেখিবলৈ পোৱা যায়। পেটৰ তলৰ ফালে থকা নোমবিলাকেও অলপ দীঘল ৰূপ ধাৰণ কৰে। সাধাৰণতে জন্তুটোৰ গাৰ নোমবিলাকৰ বৰণ মুগা চানেকীয়া হ'লেও জাৰৰ দিনবোৰ আহি পোৱাৰ লগে লগে এই নোমবোৰে বৰণ সলাবলৈ আৰম্ভ কৰে। সেই সময়ত নোমবোৰ জঁটৰ নিচিনা হয় আৰু এইদৰে জঁটলগা নোমখিনিৰ বৰণ ধোঁৱা চানেকীয়া হৈ পৰা দেখা যায়। গৰম কালি আহি পালে গাৰ নোমবোৰে আকৌ মিহি ৰূপ ধাৰণ কৰে আৰু তেতিয়া জন্তুটোৰ গাত থকা ৰঙচুৱা মুগা বৰণখিনি আগৰ দৰে জিলিকিবলৈ আৰম্ভ কৰে। কম বয়সীয়া পোৱালিবোৰৰ গাত গজা নোমখিনি চুটি হৈ থাকে। বয়স যোৱাৰ লগে লগে এই নোমবোৰ লাহে লাহে দীঘল হ'বলৈ আৰম্ভ কৰে। পূৰঠ বয়সৰ মাৰখৰগাত গজিবলগীয়া আটাইবোৰ নোমৰ উৎপত্তি হৈ জন্তুটোৱে যেতিয়া সম্পূৰ্ণাঙ্গ ৰূপত আত্মপ্ৰকাশ কৰে তেতিয়া তাক আমাৰ মানুহে ঘৰত পোহা এটা ভোৰোলা ছাগলী যেন দেখি। মাইকী মাৰখৰবিলাক মতাতকৈ আকাৰত সৰু হয় আৰু সিহঁতৰ গাত উৎপন্ন হোৱা নোমবিলাকৰ বৰণ অলপ ক'লা চানেকীয়া হোৱা দেখা যায়।

থকা ঠাইৰ বিভিন্নতা আৰু জলবায়ুৰ বৈচিত্ৰ্যাই প্ৰভাৱ বিস্তাৰ কৰাৰ পৰিপ্ৰেক্ষিতত মাৰখৰ জাতীয় প্ৰাণীৰ কেইবাটাও উপজাতিক বেলেগ বেলেগ ঠাইত লগ পাবলৈ

আশা কৰিব পাৰি। এই উপজাতিবিলাকৰ ভিতৰত অন্তৰ্ভুক্ত হৈ থকা জন্তুৰ শাৰীৰিক পাৰ্থক্য ইমান নগণ্য যে সিহঁতক বেলেগ উপজাতিৰ প্ৰাণী হিচাপে চিনাক্তকৰণ কৰা কাম সহজ বুলি ক'ব নোৱাৰি। বৈজ্ঞানিক দৃষ্টিভঙ্গীৰে পৰীক্ষা নিৰীক্ষা কৰি জীৱবিদ্ বিজ্ঞানাচাৰ্যসকলে ইহঁতৰ মাজত বিকশিত হোৱা পাৰ্থক্যখিনি বিচাৰি উলিয়াবলৈ সক্ষম হৈছে। মাৰখৰৰ দৰে একাধিক উপজাতিৰ বেশত বিকশিত হোৱা অন্যান্য কেইবাবিধো জন্তু ভাৰত উপমহাদেশৰ অন্তৰ্গত বাস কৰা দেখিবলৈ পোৱা যায়। উদাহৰণ স্বৰূপে মণিপুৰ ৰাজ্যত থলুৱা প্ৰাণী হিচাপে বসবাস কৰা চাঙ্গাই বা ধনুশিঙীয়া হৰিণ আৰু ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যৰ বিভিন্ন পৰিবেশত স্থানীয়-ভাৱে বসতি কৰি অহা দল হৰিণ নামৰ প্ৰাণী দুবিধৰ নাম এই সম্পৰ্কত উল্লেখ কৰিব



মাৰখৰ

পাৰি। ধনুশিঙীয়া হৰিণৰ তিনিটা উপজাতি আছে। মণিপুৰত থকা চাঙ্গাই নামৰ প্ৰাণীবিশেষে তাৰে এটা উপজাতিক প্ৰতিনিধিত্ব কৰিছে। থামিন নামেৰে জনাজাত আন দুটা উপজাতিৰ ধেনুশিঙীয়া হৰিণৰ বসতিস্থান ব্ৰহ্মদেশ আৰু থাইলেণ্ডৰ ফালে সম্প্ৰসাৰিত হৈছে।

হিমালয় শৈলমালাত কাশ্মীৰৰ ফালে যিবোৰ পৰ্বতীয়া ঠাই আছে তাতে সমুদ্ৰ পৃষ্ঠৰ উচ্চতাই নিৰ্দ্ধাৰণ কৰা অনুকূল পৰিবেশবিলাকত দুটা উপজাতিৰ মাৰখৰ জাতীয়

প্ৰাণী বাস কৰে। নিম্নস্তৰৰ সামুদ্ৰিক উচ্চতাই প্ৰাধান্য লাভ কৰা ঠাইবোৰত সচৰাচৰ বাস কৰা মাৰখৰবিলাকৰ শিংবোৰাই অলপ মেলাহি ৰূপ ধাৰণ কৰে। ইহঁতৰ বিচৰণ ভূমি আৰু স্বাভাৱিক পৰিবেশ উচ্চ-স্তৰৰ পৰ্বতমালালৈ বিস্তাৰিত হোৱা দেখা নাযায়। এইবিধ মাৰখৰৰ শিংবোৰৰ বৈশিষ্ট্য হ'ল এয়ে যে প্ৰত্যেকটো শিঙৰ গঠন প্ৰণালীত মেৰপা-মেৰপি ৰূপ প্ৰতিফলিত হয়। এই পাৰ্বত্য অঞ্চলৰ ওপৰৰ ফালে থকা বৰফ ৰেখাৰ চুবুৰীয়া ঠাইবোৰত মাৰখৰ জাতীয় বনৰীয়া ছাগলীৰ শিংবোৰা মেলাহি নহৈ ভিতৰৰ ফালে চক্ৰ আকাৰত ঘূৰ খোৱা হয়। তদুপৰি এই উপজাতিৰ প্ৰাণীৰ মূৰত উৎপত্তি হোৱা শিঙত আগৰ বিধৰ শিঙৰ দৰে কেইবাটাও ভাঁজ থকা দেখা নাযায়। প্ৰত্যেকটো শিঙে মাত্ৰ দুটা দুটা ভাঁজত মেৰ খাই আগৰ ফালে হাউলি থাকে। বিজ্ঞানসন্মতভাৱে এই দুই উপ-প্ৰজাতিৰ মাৰখৰক ক্ৰমে কেপ্ৰা ফেলক'নেৰি ফেলক'নেৰি আৰু কেপ্ৰা ফেলক'নেৰি কাশ্মীৰেনচিচ নামেৰে অভিহিত কৰা হৈছে। আনগাতে আফগানিস্থানৰ ভৌগোলিক সীমাৰেখাই যিখিনি পাৰ্বত্য ঠাই অধিকাৰ কৰি আছে সেইখিনি ঠাইত সচৰাচৰ বাস কৰা মাৰখৰ-বিলাকৰ শিঙৰ বেলেগ ৰূপ প্ৰতিফলিত হোৱা দেখা যায়। নিজস্ব বিচিত্ৰ ৰূপত এই উপ-প্ৰজাতিৰ প্ৰাণীৰ শিংবোৰৰ বিকাশ সাধন হোৱা দেখা যায়। ইহঁতৰ শিংবোৰে খাঁজ কটা বিধৰ পকোৱা-পকি ৰূপ ধাৰণ কৰে। বিজ্ঞানসন্মতভাৱে এইবিধ মাৰ-খৰক কেপ্ৰা ফেলক'নেৰি মেগাচেৰাচ্ নামেৰে অভিহিত কৰা হৈছে। চুলেইমানৰ পাৰ্বত্য অঞ্চলত থলুৱাভাৱে বসবাস কৰা উপ-প্ৰজাতিৰ মাৰখৰ শিঙত এইমাত্ৰ উল্লেখ কৰি অহা দুবিধ মাৰখৰৰ শিঙৰ বৈচিত্ৰ্য বিকশিত হোৱা দেখা নাযায়। এই পৰ্বতীয়া ঠাইবোৰত সচৰাচৰ বাস কৰিবলৈ উপযুক্ত পৰিবেশ নিৰ্বাচন কৰি লোৱা উপ-প্ৰজাতিৰ মাৰখৰক কেপ্ৰা ফেলক'নেৰি ফাৰদিনি নামেৰে অভিহিত কৰা হৈছে।

মাৰখৰবিলাকৰ গাত অন্যান্য বনৰীয়া ছাগলী গোষ্ঠীৰ প্ৰাণীৰ চাৰিত্ৰিক গুণসমূহ বিকশিত হোৱা দেখা যায়। উদাহৰণ স্বৰূপে ক'ব পাৰি যে অন্যান্য বনৰীয়া ছাগলী জাতীয় প্ৰাণীবিলাকৰ দৰে মাৰখৰবিলাকেও জাকৰুৱাভাৱে বাস কৰে। এই বিধ প্ৰাণীয়ে কিন্তু চিৰকাল বৰফৰ তলত পোত খাই থকা পৰ্বতীয়া ঠাইবোৰত বাস কৰিবলৈ ভাল নাপায়। বৰফ-ৰেখাৰ নামনিভাগত অৱস্থিত যিবোৰ পাৰ্বত্য এলেকাত গছ-গছনিৰ উৎপত্তি হয় আৰু য'ত বিৰাট বিৰাট পাথৰৰ দ্বাৰা নিৰ্মিত খলা-বমা পৰি-বেশে প্ৰাধান্য লাভ কৰে তেনেবোৰ ঠাইতে উপযুক্ত স্থান নিৰ্বাচন কৰি লৈ মাৰখৰ-বিলাকে সময় অতিবাহিত কৰে। মতা, মাইকী আৰু বিভিন্ন বয়সৰ পোৱালিবোৰক একেলগে সামৰি লৈ একো একোটা মাৰখৰৰ জুম বা জাকৰ সৃষ্টি হয়। একোটা জাকৰ মাজত সাধাৰণতে বাস কৰি থকা ডোবোলা মতা মাৰখৰবোৰে গৰম কালি জাকৰ মাজৰ পৰা আঁতৰি আহি গাই-গুটীয়াভাৱে নিসঙ্গ জীৱন যাপন কৰিবলৈ লয়। জাৰৰ দিন কাষ চাপি অহাৰ লগে লগে মতা মাৰখৰবোৰে পুনৰ জাকৰ মাজত সোমাবলৈ আৰম্ভ কৰে। এইখিনি সময়তে ডোবোলাইঁতে মাইকী মাৰখৰৰ সঙ্গ লৈ সময়খিনি অতিবাহিত কৰে। গৰমৰ দিনবোৰ পুনৰ কাষ চাপি আঁহোতে সেঁৱা

আহোঁতেই মাইকী মাৰখৰবোৰে পোৱালি জগাবলৈ আৰম্ভ কৰে। সাধাৰণতে মাইকী মাৰখৰবোৰে এবাৰত দুটাকৈ পোৱালি উৎপাদন কৰে যদিও কোনো কোনো ক্ষেত্ৰত এবাৰত মাত্ৰ এটা পোৱালি জগোৱাহে দেখিবলৈ পোৱা যায়।

## আইবেক্স

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—আৰ্টিওডেক্টিলা
উপবৰ্গ—ৰোমিনেন্টিয়া
কুল—বভিডি
প্ৰজাতি—কেপ্ৰা আইবেক্স চাইবিৰিকা

পৃথিবীৰ বিভিন্ন ঠাইত বনৰীয়া অৱস্থাত বাস কৰা ছাগলী গোষ্ঠীৰ প্ৰাণীবিলাকৰ ভিতৰত আইবেক্স নামেৰে জনাজাত প্ৰাণীয়ে এখন বিশিষ্ট আসন লাভ কৰিবলৈ সমৰ্থ হৈছে। আইবেক্স শব্দটো পশ্চিমীয়া আৰু সেইবাবে এই শব্দৰ উৎপত্তি ইউৰোপ মহাদেশেই বুলি ক'ব লাগিব। গোটেই পৃথিবীখনত সৰ্বমুঠ ন বিধমান আইবেক্স সম্প্ৰদায়ৰ জন্তু এতিয়াও বনৰীয়া অৱস্থাত স্বাধীনচিতীয়াকৈ বাস কৰি থকাৰ কথা জনা যায়। তাৰ ভিতৰত কেইবিধমান এছিয়া, ইউৰোপ আৰু আফ্ৰিকা মহাদেশত আৰু এবিধ পশ্চিম গোলাৰ্দ্ধৰ উত্তৰ অঞ্চলত বসতি কৰে বুলি প্ৰমাণ পোৱা গৈছে। পশ্চিমীয়া হ'লেও আইবেক্স শব্দই আজিকালি পৃথিবী জোৰাকৈ জনপ্ৰিয়তা লাভ কৰিব পাৰিছে। ইয়াৰ ভিতৰত মাত্ৰ এবিধ প্ৰাণী হিমালয় পৰ্বতমালাৰ ওখ ওখ ঠাইবোৰত নিগাজীকৈ বাস কৰে। যিবিধ আইবেক্স হিমালয় শৈলমালাৰ অনুকূল পৰিবেশত বাস কৰে সেইবিধ প্ৰাণীক কাশ্মীৰৰ মানুহে চাকিন আৰু কাইল আৰু উত্তৰ প্ৰদেশত থকা কুলু অঞ্চলৰ মানুহবিলাকে টাংৰল নামেৰে অভিহিত কৰে। জনপ্ৰিয় ইংৰাজী ভাষাত ইয়াক হিমালয়ান আইবেক্স বুলি কোৱা হয়। অসমীয়া ভাষাত সংক্ষেপতে ইয়াক আইবেক্স বুলি ক'ব পাৰি।

আইবেক্স পংক্তিভুক্ত ছাগলীবিলাকৰ শাৰীৰিক বৈশিষ্ট্য হ'ল এনে যে সকলো ক্ষেত্ৰতে ইহঁতৰ শিংযোৰ আকাৰত অস্বাভাৱিকভাৱে দীঘল হয়। এই শিংযোৰ মূৰৰ ওপৰলৈ উঠি গৈ পাছৰ ফালে ধনুভিৰীয়াকৈ ঘূৰ খাই থাকে। পাছৰ ফালে হাউলি থকা শিংযোৰাই সেনাহি ৰূপ ধাৰণ কৰে আৰু জন্তুটোক নিলগৰ পৰা জিলিকি থকাকৈ দেখনিয়াৰ কৰি ৰাখে। মতা আইবেক্সবিলাকৰ খুঁতৰিত দীঘল দীঘল ডাড়িৰ উৎপত্তি হয়। মাইকীৰ ক্ষেত্ৰত এনে ধৰণৰ ডাড়ি হোৱা দেখিবলৈ পোৱা নাযায়। শিঙৰ আকাৰ পৰ্যাপ্তকৈ ত্ৰিকোণীয়া হয় আৰু শতেৰাতৈ শিঙৰ তলিৰ পৰা আৰম্ভ কৰি আগলৈকে সমান্তৰালভাৱে কটা খলপা নাপি থাকে। সমস্ত শৰীৰত বিদ্য-



হিমালয়ৰ আইবেক্স

মান হৈ থকা নোমবোৰৰ বৰণ মুগা হয় আৰু তাৰ উপৰি ভাগত ক'লা চানেকীয়া ছিটিকনিৰ আভাগে কম-বেছি পৰিমাণে বিৰাজ কৰে। তদুপৰি নোমৰ আৱৰণখনত কিছুমান চকুৰে ভালদৰে মনিব নোৱাৰা চৰকা-চকল দাগ থাকে। গৰমৰ দিনত এই ধৰণৰ বিচিত্ৰ দাগবোৰ বেছিকৈ জিলিকি উঠে। শীতকালত পৰ্বতীয়া ঠাইবোৰত যেতিয়া অতিপাত ঠাণ্ডা

পাৰ তেতিয়া এই নোমবোৰৰ স্বাভাৱিক বৰণ পৰিবৰ্তন হয়। মুগা বৰণীয়া নোমবোৰে গেৰুৱা ৰূপ ধাৰণ কৰে। তাৰ ওপৰত সামান্যভাৱে ৰঙচুৱা চামনিৰ উজ্জ্বল চিক্‌মিকনি দেখা যায়। মিহি নোমৰ আৱৰণখন তেতিয়া অলপ খহটা আৰু ঠৰঙা হৈ পৰে। এই ঠৰঙা নোমবোৰৰ ভিতৰফালে ছালৰ ওপৰত লাগি থকা এচমকা কোমল কোমল নোমৰ সৃষ্টি হয়। কপাহৰ নিচিনা এই নোমৰ আচ্ছাদনখনে জন্তুটোৰ শৰীৰৰ উত্তাপৰ ভাৰসাম্যতা ৰক্ষা কৰাত সহায় কৰে।

অৰ্থনৈতিক দৃষ্টিকোণৰ পৰা বিবেচনা কৰি চালে দেখা যায় যে আইবেক্স নামৰ বন্যপ্ৰাণীয়ে কাশ্মীৰত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিবলৈ সক্ষম হৈছে। এইবিধ প্ৰাণীৰ গাত উৎপন্ন হোৱা দীঘল নোমবোৰৰ তলৰ ফালে এক প্ৰকাৰৰ কপাহ সদৃশ কোমল কোমল নোমৰ উৎপত্তি হয়। কাশ্মীৰৰ মানুহে এই নোমবোৰৰ পৰা এক উন্নত পৰ্যায়ৰ উল সূতা তৈয়াৰ কৰে। তদুপৰি ইয়াৰ পাৰি ছালখন এখনিয়াই তাৰ পৰা এবিধ উত্তম ধৰণৰ ছামৰা প্ৰস্তুত কৰা হয়। এইবিধ প্ৰাণীৰ নোমৰ পৰা যি উল বা উণসূতা উৎপাদন কৰা হয় সেই উলৰ নানা ধৰণৰ গৰম মোজা, হাত মোজা, চুয়েটাৰ আদি গৰম বস্ত্ৰ তৈয়াৰ কৰা হয়। কম্বল, চাদৰ, গলাবান আদি নানা-তিয়াল কাপোৰ তৈয়াৰ কৰা কামতো এইবিধ উল ব্যৱহাৰ কৰা হয়। কম্বল, চাদৰ আদি ব্যৱহাৰ্য কাপোৰৰ ভিতৰফালে আইবেক্সৰ কোমল কোমল নোমবোৰৰ পৰা তৈয়াৰ কৰা এতৰপ চামনি লগাই দি এবিধ উন্নত পৰ্যায়ৰ গৰম কাপোৰ তৈয়াৰ কৰা হয়। এইবিলাক সামগ্ৰীৰ চাহিদা পূৰণ কৰিবৰ বাবে কাশ্মীৰৰ মানুহে বহুতো সংখ্যক আইবেক্স নিধন কৰিবলগীয়া হৈছিল। ইয়াৰ ফলশ্ৰুতিত এইবিধ বিচিত্ৰ জন্তুৰ সংখ্যা স্বাভাৱিক পৰিবেশত আশাতীতভাৱে কমি অহাৰ উপক্ৰম হ'ল। বন্য প্ৰাণীৰ সংৰক্ষণ আৰু সুপৰিচালনাৰ নীতি-নিয়মবিলাক প্ৰৱৰ্তন কৰাৰ পাছৰ পৰা এইবিধ বিচিত্ৰ প্ৰাণীয়ে আত্মপ্ৰতিষ্ঠা লাভ কৰিবলৈ সক্ষম হৈছিল।

# ভাৰাল বা নীলাভেড়া

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—আৰটিওডেক্টিলা
উপবৰ্গ—ৰোমিনেন্টিয়া
কুল—বভিডি
প্ৰজাতি—চিউড্ইচ্ নাহোৰ

হিমালয় পৰ্বতমালাৰ ওপৰৰ ফালে থকা দুৰ্গম পৰিবেশত যি কেইবিধ বনৰীয়া ভেড়া জাতীয় প্ৰাণী আলেঙে আলেঙে বাস কৰে সেই কেইবিধৰ ভিতৰত ভাৰাল বা নীলাভেড়া নামেৰে জনাজাত প্ৰাণীক অন্যতম বুলি গণ্য কৰিব পাৰি। শৈলমালাৰ ওপৰ অঞ্চলত ঠায়ে ঠায়ে কিছুমান আহল বহল পথাৰ থাকে আৰু সেইবোৰ ঠাইত ঘাঁহ জাতীয় উদ্ভিদৰ বাহিৰে ডাঙৰ আকাৰৰ গছ-গছনি থকা দেখিবলৈ পোৱা নাযায়। নীলা ভেড়া জাতীয় প্ৰাণীয়ে এইবোৰ মুকলি মূৰীয়া ঠাইকে বাস কৰিবৰ বাবে সাধাৰণতে নিৰ্বাচন কৰি লয়। সিহঁতে ৰৰফৰ সীমাৰেখাবোৰ অতিক্ৰম কৰি বৰফাচ্ছন্ন উচ্চ শিখৰলৈ উঠিব নোখোজে। মুকলিপথাৰবোৰত লহপহকৈ গজা ঘাঁহবোৰ টানি আজুৰি খাই ইহঁতে জাক পাতি অনাই বনাই ঘূৰি ফুৰে। চুটি চাপৰ গছৰ কুঁহিপাত, পাথৰৰ উপৰি ভাগত উৎপন্ন হোৱা শেলুৱৈ গোষ্ঠীৰ উদ্ভিদ আদিয়ে ইহঁতৰ বাবে বিকল্প খাদ্য-সামগ্ৰীৰ যোগান ধৰে। সাধাৰণতে হেলনীয়া ঠাইবোৰত ঘূৰি পকি ফুৰা বিধৰ প্ৰাণী হ'লেও নীলা ভেড়াবিলাকে পাথৰ, শিল আদিৰে পৰিপূৰ্ণ দুৰ্গম পৰ্বতীয়া ঠাইবোৰত থকা উচ্চ শিখৰত আৰোহণ কৰিবলৈ অকণো ভয় নকৰে। ফটা খুৰাৰ ঠেঙেৰে খোপনি লৈ ইহঁতে নিৰ্ভয়ে এইবোৰ ভয়াবহ পৰিবেশত খোজ কাঢ়ি ফুৰিব পাৰে। শত্ৰুজাতীয় প্ৰাণীৰ আক্ৰমণৰ পৰা নিজকে বচাই ৰাখিবলৈ ইহঁতে উচ্চ শিখৰলৈ আৰোহণ কৰিবলগীয়া হয়। পৰ্বতীয়া ঠাইবোৰত ঘূৰা ঘূৰি কৰি ফুৰা অৱস্থাত ইহঁতে মাজে সময়ে সুবিধাজনক ঠাই বিচাৰি লৈ তাতে শুই বহি খন্তেক জিৰণি লয়। কিছু সময় এইদৰে জিৰণি লোৱাৰ পাছত পুনৰ চৰিবৰ বাবে ইফালে সিফালে ঘূৰা-ঘূৰি কৰি ফুৰিবলৈ আৰম্ভ কৰে। ইহঁতৰ গাত উৎপন্ন হোৱা মুগা বৰণীয়া নোমখিনিৰ সৈতে সেই ঠাইত থকা শিলাময় পৰিবেশৰ ৰৰণ এনেভাৱে মিলি যায় যে নিলগৰ পৰা নিৰীক্ষণ কৰিলে সিহঁতক সহজে চিনি উলিওৱা টান হৈ পৰে।

নীলাভেড়াবিলাকক আচলতে দেখাত ছাগলী গোষ্ঠীৰ প্ৰাণী যেন লাগে। ইয়াৰ শৰীৰত ভেড়া আৰু ছাগলী —এই দুয়ো বিধ প্ৰাণীৰ শাৰীৰিক লক্ষণ সংমিশ্ৰিত-

ভাৱে বিকাশ হোৱা দেখা যায়। বাহ্যিক দৃষ্টিত অবিকল ছাগলী গোষ্ঠীৰ প্ৰাণীৰ নিচিনা হ'লেও ইয়াৰ খুঁতৰিত আন আন জাতীয় মতা ছাগলীবোৰৰ দৰে ডাঢ়িৰ নিচিনা দীঘল নোমৰ উৎপত্তি নহয়। তদুপৰি ছাগলী জাতীয় প্ৰাণীবিলাকৰ গাৰ পৰা যি গোন্ধ ওলায় তেনে গোন্ধ এইবিধ প্ৰাণীৰ গাৰ পৰা ওলোৱা দেখা নাযায়। ভাড়ালৰ প্ৰত্যেকখন ঠেঙৰ খুৰাত সংলগ্ন হৈ থকা একো একোটা মাংসগ্ৰন্থি থাকে। ছাগলী জাতীয় প্ৰাণীবিলাকৰ এই গুণ থাকিলেও সি কেৱল আগঠেং দুখনতে সীমাবদ্ধ হৈ থকা দেখিবলৈ পোৱা যায়। শাৰীৰিক গুণাগুণত এনে বিসদৃশ লক্ষণ থকালৈ লক্ষ্য ৰাখি এইবিধ প্ৰাণীক মোটা-মুটিভাৱে ভেড়াৰ শাৰীত স্থান দিয়া হৈছে।



ভাড়াল বা নীলাভেড়া

ভাড়ালৰ শিং যোৱাৰ গঠন প্ৰণালীত ছাগলী গোষ্ঠীৰ প্ৰাণীৰ শিঙৰ গঠন প্ৰণালীৰ লগত মিল হৈ থকা দেখা যায়। ইত্যাদি কাৰণত এইবিধ বন্যপ্ৰাণীৰ দেহত কিছুমান বুজিব নোৱাৰা গুণাৱলীৰ বিকাশ সাধন হৈছে বুলি জীৱবিদ্‌সকলে ক'ব খোজে।

# উৰিয়াল, চাপু বা লাডাকী ভেড়া

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—আৰ্টিঅ'ডেক্টিলা
উপবৰ্গ—ৰোমিনেন্টিয়া
কুল—বভিডি
প্ৰজাতি—অ'ভিচ্ অৰিয়েণ্টেলিচ্

ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত কেইবাখিনিও ঠাইত ভেড়া বা মেৰ জাত গোষ্ঠীৰ প্ৰাণী বনৰীয়া অৱস্থাত বাস কৰা দেখিবলৈ পোৱা যায়। তাৰ ভিতৰত পঞ্জাৱ আৰু কাশ্মীৰৰ ফালে বাস কৰা উৰিয়াল নামৰ এবিধ বন্যপ্ৰাণীৰ নাম বিশেষভাৱে উল্লেখ কৰিব পাৰি। পঞ্জাৱৰ মানুহে ইয়াক উৰিয়াল বুলি কয় আৰু কাশ্মীৰৰ ফালৰ মানুহবিলাকে এই একেবিধ প্ৰাণীকে বুজাবলৈ চাপু শব্দটো ব্যৱহাৰ কৰে। তদুপৰি এইবিধ প্ৰাণীক বুজাবলৈ কোনো কোনো ঠাইৰ মানুহে লাডাকী ভেড়া বা লাডাকী ছাগলী শব্দ ব্যৱহাৰ কৰা দেখা যায়। ভাৰত আৰু পাকিস্থানৰ আন্তৰ্জাতিক সীমাৰেখা অতিক্ৰম কৰি এইবিধ প্ৰাণীক পাকিস্থানৰ সিন্ধু-প্ৰদেশত বাস কৰা দেখিবলৈ পোৱা যায়। পাকিস্থানৰ সিফালে বেলুচিস্থানৰ পাৰ্বত্য ভূ-ভাগতো লাডাকী ছাগলী বাস কৰে। সিন্ধুপ্ৰদেশ আৰু বেলুচিস্থানত এইবিধ বন্যপ্ৰাণীক বুজাবলৈ "কাৰ" আৰু "গেদ" শব্দ ব্যৱহাৰ কৰে। সাধাৰণতে ভেড়াক বুজাবলৈ "কাৰ" আৰু ভেড়ীক বুজাবলৈ "গেদ" শব্দ ব্যৱহাৰ কৰা হয়। এইবিধ ভেড়াৰ সচৰাচৰ বাসস্থান আৰু বিচৰণ ভূমিয়ে ভাৰত উপ মহাদেশখনৰ চাৰিসীমা অতিক্ৰম কৰি উত্তৰে তিব্বত মালভূমি আৰু উত্তৰ-পশ্চিমৰ ফালে পাৰস্য পৰ্যন্ত বিয়পি আছে বুলি জনা যায়।

আকাৰত উৰিয়ালবিলাক অন্যান্য ভেড়া গোষ্ঠীৰ প্ৰাণীবোৰতকৈ তুলনামূলকভাৱে সৰু হয়। এইবিধ প্ৰাণীৰ তিনিটা উপ-প্ৰজাতি আছে।

বিভিন্ন জলবায়ু আৰু সমুদ্ৰ পৃষ্ঠৰ পৰা তুলনামূলক উচ্চতাৰ মাত্ৰাই প্ৰভাৱ বিস্তাৰ কৰা যি কোনো উগ্ৰ পৰিবেশত এই গোষ্ঠীৰ ভেড়াবিলাকে কৃতকাৰ্যতাৰে বাস কৰি জীৱন নিৰ্বাহ কৰিব পাৰে। অৱশ্যে জলবায়ুৰ প্ৰভাৱে ইহঁতৰ দেহত উৎপন্ন হোৱা নোমবোৰৰ বৰণৰ গভীৰতাত হীন-ডেঢ়ি ঘটায়। শাৰীৰিক গঠনৰ ভঙ্গীমাতো ইহঁতৰ মাজত কিছুমান লেখত ল'বলগীয়া পাৰ্থক্য পৰিলক্ষিত হয়। শাৰীৰিক

আৰু চাৰিত্ৰিক গুণত প্ৰতিফলিত হোৱা ভিন্ন প্ৰকাশৰ ওপৰত ভিত্তি কৰিয়েই ওপৰত উল্লেখ কৰি অহা তিনিটা উপ-প্ৰজাতিৰ সৃষ্টি কৰা হৈছে। উল্লেখযোগ্য যে প্ৰকাণ্ড আকাৰৰ গছ-গছনিৰে পৰিপূৰ্ণ গভীৰ অৰণ্যভূমিত লাডাকী-ভেড়াবিলাকে বাস কৰিবলৈ ভাল নাপায়। লাডাকৰ ফালে হিমালয় শৈলমালাৰ উচ্চ-স্তৰৰ পৰ্বতীয়া ঠাইত বিবিলাক বৃক্ষহীন মুকলি ঘাঁহনি পথাৰ আছে লাডাকী ভেড়াবিলাকে তেনেবোৰ ঠাইতে থাকিবলৈ অনুকূল পৰিবেশ বিচাৰি লয়।




উৰিয়াল বা চাপু

উৰিয়ালবিলাকক সৰল, নিৰ্জু আৰু ভয়াতুৰ প্ৰকৃতিৰ প্ৰাণী বুলি ক'ব পাৰি। ইহঁতে মানুহৰ ছাটেই সহ্য কৰিব নোৱাৰে। সেইকাৰণে জন বসতিৰ ওচৰৰ ঠাই-বোৰত বাস কৰিবলৈ ইহঁতে ভাল নাপায়। পৰ্বতৰ ওপৰৰ ফালে থকা খিয় গৰাৰ পাহাৰবোৰ বগাই বগাই শিখৰৰ ওচৰৰ ভয়াবহ ঠাইবোৰলৈ ইহঁতে অনায়াসে আৰোহণ কৰিব পাৰে। লাডাখ অঞ্চলত বাস কৰা উৰিয়ালবিলাক তুলনামূলকভাৱে অলপ ডাঙৰ হয়। ইহঁতৰ শিংযোৰা মূৰৰ ওপৰিভাগতে উৎপত্তি হৈ পিছৰ ফালে পাক খাই ধনুৰ আকাৰে ঘূৰি পিঠিৰ ওপৰ ভাগত শেষ হয়গৈ। শিঙৰ ওপৰ ভাগত খাজ কটা দাগ থাকে।

সেই শিংবোৰাৰ গঠন প্ৰণালী লক্ষ্য কৰিলে এনে ভাৱ মনলৈ আহে যেন কোনোবাই শিং বোৰা খণ্ড খণ্ডকৈ কাটিবৰ বাবে এখন কটাৰীৰে দাগ দি দি ৰাখিছে। বেলেগ বেলেগ স্বাভাৱিক পৰিবেশত বাস কৰা উৰিয়ালৰ শিঙে বেলেগ ৰূপ ধাৰণ কৰা দেখিবলৈ পোৱা যায়। আনকি একে ঠাইতে একেলগে জাক বান্ধি চৰি ফুৰা উৰিয়াল জাতীয় ভেড়াৰ শিঙত জন্তু ভেদে বেলেগ বেলেগ ৰূপৰ বিকাশ সাধন হোৱা দেখিবলৈ পোৱা যায়। জাৰকালিৰ দিনবোৰ আহি পালে মতা ভেড়াবিলাকে ভেড়ীহঁতৰ সঙ্গ-সুখ লাভ কৰিবলৈ একে ঠাইতে থুপ খায়হি। ভেড়ীবোৰে একেবাৰতে কেৰাটাও পোৱালি জগায়।

# নয়ন বা তিব্বতৰ বনৰীয়া ভেড়া

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—আৰ্টিঅ'ডেক্টিলা
উপবৰ্গ—ৰোমিনেন্টিয়া
কুল—বভিডি
প্ৰজাতি—অভিচ্ অমন্ হজ্চনি

হিমালয় পৰ্বতমালাৰ বিভিন্ন পৰিবেশত বাস কৰা ভিন্ ভিন্ জাতৰ বনৰীয়া ভেড়া বিলাকৰ ভিতৰত নয়ন নামেৰে জনাজাত ভেড়াক আকাৰত আটাইতকৈ ডাঙৰ বুলি জনা যায়। এইবিধ বিচিত্ৰ প্ৰাণীৰ দেহত কিছুমান নিজস্ব শাৰীৰিক আৰু চাৰিত্ৰিক গুণ বিকশিত হোৱা দেখা যায়। আচলতে এইবিধ ভেড়া দেখাত তুলনামূলক ভাৱে অন্যান্য ভেড়া জাতীয় প্ৰাণী বিলাকতকৈ ডাঙৰ হয় আৰু ইয়াৰ গাটোও আনবিলাক ভেড়াৰ দৰে দেখেঁয়া নহয়। এই বিষয়ত এন্টেলপ গোষ্ঠীৰ প্ৰাণীবোৰৰ লগত সহজে তুলনা কৰিব পাৰি। এন্টেলপ বিলাকৰ দৰে এইবিধ প্ৰাণীৰ গাটো লিহিকিৰীয়া হয়। ইয়াৰ শিং যোৰাৰ গুৰিভাগ অভাৱনীয় ভাৱে মোটা আৰু নিপোতল হয়। মূৰৰ ওপৰ ভাগৰ পৰা মোটা আকাৰৰ শিংযোৰা ওলাই আহি পাছৰ ফালেদি পাক খাই ঘূৰি কাণ দুখনৰ তলত শেষ হৈছে। প্ৰকাণ্ড আকাৰৰ শিং যোৰাৰে সৈতে অলংকৃত হৈ থকা জন্তুটোক দেখিলে মনত এনে ভাৱৰ উদয় হয় যেন ই দুপাত ভেৰাকুলীয়া ভূষণ পৰিধান কৰি ক'ৰবালৈ সাজি কাছি যাবলৈ ওলাইছে। এই শিং দুপাতৰ উপৰিভাগ খাঁজ খাঁজ কৈ কটা বিধৰ পখালি মুৰা দাগেৰে পৰিপূৰ্ণ হৈ থাকে। খাঁজ কটা শিং যোৰাৰ গঠন প্ৰণালীয়ে কিছুমান আঙঠি লগালগাই গাঠি লোৱা মালাৰ স্বৰূপ প্ৰদৰ্শন কৰে।

মতা ভেড়াবিলাকৰ দেহৰ উপৰিভাগত উৎপন্ন হোৱা নোমবিলাকে হালধীয়াকৈ মুগা বা কপিলা বৰণ ধাৰণ কৰে। জন্তুটোৰ পাৰ্শ্ব ভাগত বিকশিত হোৱা নোমবোৰে কৃষ্ণ বৰ্ণৰ ৰূপ প্ৰদৰ্শন কৰে। পেটৰ তলৰ ফালে থকা নোমবোৰৰ বৰণ বগলী পখীৰ দৰে ভকুৱা হয়। ঠিক সেইদৰে গলখনৰ আগৰ ফালে থকা ঠাইত যিবোৰ নোমৰ উৎপত্তি হয় সেই নোমবোৰেও শুভ্ৰবৰ্ণ ধাৰণ কৰে। পাছ-ভৰিনা আৰু নেজডালৰ ভৰিৰ চাৰিওফালে পুঞ্জীভূত হৈ থকা নোমবোৰৰ বৰণেও ঠিক সেইদৰে বগা ৰূপত আত্মপ্ৰকাশ কৰা পৰিলক্ষিত হয়। মতা ভেড়া বিলাকৰ বয়স ভাটি দিবলৈ আৰম্ভ কৰাৰ লগে লগে সিহঁতৰ ডিঙিৰ পৰা ওলমি পৰা কিছুমান জট লগা নোমৰ উৎপত্তি

হয়। এই ধৰণেৰে বিকশিত হোৱা অথবা লোমৰ আৱৰণখন অৱশেষ বছৰটোৰ আটাই কেইটা মাহতে জন্তুটোৰ গাত প্ৰকাশ পোৱা দেখিবলৈ পোৱা যায়। জাৰৰ দিনতহে এই জাতীয় লোমবোৰ উৎপন্ন হয় আৰু গৰমৰ দিনবোৰ ক্ৰমে আগ বাঢ়ি অহাৰ লগে লগে এই লোমবোৰ মাটিত সৰি পৰি গোটেই জানোৱাৰটোৰ বেহ-ৰূপ ঠিক আগৰ নিচিনা হৈ পৰে। ভেড়াৰ দেহত এইবিধ প্ৰাকৃতিক বৈচিত্ৰ্যৰ বিকাশ সাধন হোৱা দেখা পোৱা যায়। সেইদৰে দেহত একেবিধৰ উপৰুৱা লোমৰ উৎপত্তি হ'লেও সেই লোমৰ পৰিমাণ একেবাৰে সামান্য হয়। কোনো কোনো ভেড়াৰ ক্ষেত্ৰত এই ধৰণৰ লোম গজা একেবাৰে দেখিবলৈ পোৱা নাযায়।



নয়ন বা তিব্বতৰ বনৰীয়া ভেড়া

নয়ন নামেৰে জনাজাত বনৰীয়া ভেড়া প্ৰকৃততে হাডেহিমজুৰ তিব্বত মালভূমিৰ পৰ্বতীয়া ঠাইত বাস কৰা বৰৰ বন্যপ্ৰাণী বুলি জনা যায়। তিব্বতৰ গাতে লাগি থকা গিৰিৰাজ হিমালয় পৰ্বতমালাৰ উচ্চ শিখৰ বিলাকৰ চৌপাশে থকা ঠাইবোৰলৈও এইবিধ বিচিত্ৰ প্ৰাণীৰ দুই চাৰিটা মাজে সময়ে আহি অস্থায়ী ভাৱে বাস কৰেহি। ভাৰত ভূমিৰ উত্তৰ প্ৰান্তত যি আকাশ চুম্বী হিমালয় পৰ্বতমালাই দণ্ডায়মান হৈ যুগ-যুগান্তৰৰ বুৰঞ্জী লিপিবদ্ধ কৰি ৰাখিছে সেই পৰ্বতমালাই এচিয়া মহাদেশখনক পূবা-পশ্চিমাকৈ বিভক্ত কৰি ইয়াৰ দুয়োফালে বাস কৰি থকা বন্যপ্ৰাণী বিলাকৰ বাবে দৃশ্যমান প্ৰাচীৰৰ

( Visible Barrier ) সৃষ্টি কৰিছে। সেই বাবে হিমালয়ৰ উত্তৰে বাস কৰা বহুতো জাতৰ স্থলবাসী ( Terrestrial ) বা ভূচৰ বন্যপ্ৰাণীয়ে প্ৰব্ৰজন ( Migration ) কৰিব নোৱাৰাকৈ সিপাৰতে চিৰকালৰ বাবে বাস কৰি থাকি যাব লগীয়া হ'ল। ঠিক সেইদৰে ভাৰত ভূমিত থলুৱা ভাবে বাস কৰা বহুতো জাতৰ ভূচৰ প্ৰাণীয়ে উত্তৰৰ ফালে প্ৰব্ৰজন কৰিব নোৱাৰিলে। প্ৰব্ৰজনৰ পথত বাধা প্ৰাপ্ত হোৱা বন্যপ্ৰাণীবিলাকে এইদৰে বিচিত্ৰতাৰ পৰিবেশ গঢ়ি তুলিছে। নয়ন নামেৰে জনাজাত ভেড়া জাতীয় বন্যপ্ৰাণী এই স্বাভাৱিক বিস্ময়ৰ অন্যতম নিদৰ্শন বুলি আঙুলিয়াব পাৰি। কেতিয়াবা কেতিয়াবা অৱশ্যে নয়ন বা তিব্বতীয় ভেড়াৰ গোটাচেৰেক প্ৰাণীয়ে দৃশ্যমান প্ৰাচীৰৰ বাধা অতিক্ৰম কৰি হিমালয় পৰ্বতমালাৰ উচ্চ শিখৰ বিলাকত প্ৰবেশ কৰেহি। হিমালয় পৰ্বতৰ কিছুমান অনুকুল পৰিবেশত এইবিধ ভেড়াৰ কিছু সংখ্যক প্ৰাণীয়ে স্থায়ীভাৱে বাস কৰি থকাবো উমান পোৱা গৈছে।

পাৰ্বত্য অঞ্চলৰ যিবোৰ ঠাইত ভাওৰ জাতীয় বিনালোম গছৰ উৎপত্তি হোৱা দেখিবলৈ পোৱা নাযায় আৰু য'ত মজলীয়া আকাৰৰ গছ আৰু ঘাঁহ জাতীয় উদ্ভিদে প্ৰাধান্য লাভ কৰি অনুপম শীতল পৰিবেশৰ সৃষ্টি কৰে নয়ন বা তিব্বতীয় ভেড়া জাতীয় প্ৰাণীয়ে তেনেবোৰ ঠাইতে নিগাজীকৈ বাস কৰিবলৈ অনুকূল পৰিবেশ বিচাৰি লয়। জাৰ কালি এইবোৰ পৰ্বতীয়া ঠাইতো মহা বিপদৰ সূত্ৰপাত হয়। তেতিয়া এইবোৰ ঠাইত বৰফ পৰি মাটিৰ উপৰিভাগ বৰফৰ চামনিয়ে ঢাকি পেলাবলৈ আৰম্ভ কৰে। সেই সময়ত এই বিধ জন্তুৱে মহা বিপৰ্যয়ৰ সন্মুখীন হ'ব লগীয়া হয়। গোটেইটো অঞ্চল বৰফৰ চপৰাবোৰৰ তলত সোমাই পৰিলে জন্তুবোৰে বুলিলে খাবলৈ ঘাঁহ এডাল নাইকিয়া হৈ পৰে। তেতিয়া সিহঁতে নামনিৰ ফালে থকা বৰফহীন ঠাইবোৰলৈ জাক বান্ধি বান্ধি নামি আহিবলৈ বাধ্য হয়। গৰমৰ দিনত তাৰে কিছুমান ঠাইত থকা বৰফৰ চামনিবোৰ লাহে লাহে গলিবলৈ আৰম্ভ কৰে। তাৰ ফলশ্ৰুতিত বৰফৰ চামনিৰ তলত চেপা খাই থকা ঘাঁহবন কিছুমানে মূৰ ডাঙি ওপৰলৈ উঠি আহে। নয়ন জাতীয় ভেড়াই সেইবোৰ টানি আজুৰি খাই মহা সঙ্কটৰ দিনবোৰ কোনো ৰকমে অতিবাহিত কৰি জীৱনটো ৰক্ষা কৰে। বৰফৰ চামনিবোৰ সম্পূৰ্ণৰূপে গলিগৈ যেতিয়া সমস্ত পৰিবেশ বৰফ শূণ্য হৈ পৰে তেতিয়া তাত নানা জাতীয় ঘাঁহবনে সঞ্জীৱনী শক্তি লাভ কৰি সেউজীয়া ৰূপ ধাৰণ কৰে। নানাবিধ ঘাঁহ বনৰ বিতোপন ফুলে ৰমক জমক পৰিবেশৰ সৃষ্টি কৰে। নয়ন গোষ্ঠীৰ প্ৰাণীবোৰে তেতিয়া অপাৰ আনন্দত মতলীয়া হৈ ঘাঁহত মুখ দি দি ইফালে সিফালে ঘূৰি ফুৰিবলৈ আৰম্ভ কৰে। নেপাল আৰু ছিকিমৰ মোহময়ী পৰ্বতীয়া পৰিবেশ বিলাকেও এইবিধ বিচিত্ৰ প্ৰাণীৰ বাবে অনুকুল পৰিবেশৰ সৃষ্টি কৰে।

জাৰকালি যেতিয়া হিমালয় পৰ্বতমালাৰ ওপৰৰ ফালে থকা উচ্চ শিখৰ বিলাক বৰফৰ চামনিয়ে ঢাকি পেলায় তেতিয়া নয়নৰ জাকবোৰে একেলগে গোট খাই খাই নামনিৰ বৰফহীন ঠাইবোৰলৈ নামি আহে। ৰাতিপুৱা ভাগতে জিৰণি লোৱা ঠাইবোৰৰ পৰা সিহঁতে লাহেকৈ ওলাই ঘাঁহবনৰ অন্বেষণত ইফালে সিফালে অনাই বনাই ঘূৰি

কৰে। ভৰ দুপৰীয়াৰ সময়খিনিত সিহঁতে জিৰণি লৈ গছৰ তলত কিম্বা তেনে ধৰণৰ আওহতীয়া ঠাইত পৰি থাকে। আবেলি পৰত বেলিটোৱে পশ্চিম আকাশত নাৰ যাবলৈ আৰম্ভ কৰাৰ সময় নহালৈকে সিহঁতবোৰে আকৌ খাদ্য দ্ৰব্যৰ উৱাদিহ লৈ পৰিভ্ৰমণ কৰে। বৰফৰ চামনি সম্পূৰ্ণভাৱে গলি গৈ শেষ নোহোৱা ঠাইত পৰিভ্ৰমণ কৰিব লগীয়া হ'লে এইবিধ প্ৰাণীয়ে ঠেঙৰ খুৰাৰ সহায়ত শুকানমুৱা ঠাইত থকা বৰফ গলা ঠাইবোৰ খুচৰি বাঁহবনৰ আগবোৰ উলিয়াই লয়। তেনেবোৰ ঠাইতে ইটোৱে সিটোৰ গাতে গা লগাই গোটেই নিশা পৰি থাকে।

বসন্ত কাল আহি পালে মতা ভেড়া বিলাকে মাইকী হঁতৰ সঙ্গ সুখ পৰিত্যাগ কৰি আকৰ মাজৰ পৰা আঁতৰি যায়। বৰ্ষাকাল আহি পালেও ইহঁতে নিসঙ্গ জীৱন যাপন কৰি উদাসীন প্ৰবৃত্তি প্ৰদৰ্শন কৰি থাকে। যেতিয়া জাৰ কালিৰ দিনবোৰ ওচৰ চাপি আহিবলৈ আৰম্ভ কৰে তেতিয়া ভেড়াবোৰে ভেড়ীহঁতৰ সঙ্গ সুখ বিচাৰি উদণ্ড চৰিত্ৰ প্ৰদৰ্শন কৰে। পোৱালি জগাবৰ বাবে ভেড়ীহঁতে কেইমাটাও মাহ অপেক্ষা কৰিব লগীয়া হয়। পৰ্বতৰ ওপৰৰ ফালে থকা সুবিধা জনক ঠাই বিচাৰি লৈ মাইকী জনীয়ে তাতে পোৱালি জগায়।



# হৰিণ গোষ্ঠীৰ প্ৰাণী

গৰু, ম'হ, ছাগলী আৰু এন্টেলোপ গোষ্ঠীৰ প্ৰাণীবোৰৰ লগত হৰিণ গোষ্ঠীৰ প্ৰাণীৰ বহুতো বিষয়ত মিল থকা দেখা যায়। এই আটাইবিলাক প্ৰাণীৰ দেহত কিছুমান উদ্ভিদভোজী শাৰীৰিক আৰু চাৰিত্ৰিক গুণৰ বিকাশ সাধন হোৱা পৰিলক্ষিত হয়। ঘাঁহ-পাত আদি উদ্ভিদজাত খাদ্য সামগ্ৰী ভক্ষণ কৰি এই জালোৱাৰ বিলাকে জীৱন ধাৰণ কৰে। ঘাঁহ আদি পাগুলি পাগুলি খাই হজম কৰাটো এই জন্তুবিলাকৰ আন এটা চাৰিত্ৰিক গুণ বুলি ক'ব পাৰি। এই আটাইবিলাক জন্তুৰে মূৰত শিং গজে। গৰু, ম'হ আদিৰ ক্ষেত্ৰত দেখা যায় যে সিহঁতৰ শিংবোৰ এখন বাকলি সদৃশ আবৰণৰ দ্বাৰা গঠিত হয়। এই বাকলিৰ ভিতৰত কোমল ধৰণৰ শাহৰ এডাল নলীৰ উৎপত্তি হয়। এইবিলাক শিং কেতিয়াও সৰি নপৰে আৰু জন্তুটো আকাৰত ডাঙৰ হৈ যোৱাৰ লগে লগে এই শিং যোৰ ক্ৰমে ডাঙৰ হৈ গৈ থাকে। হৰিণ গোষ্ঠীৰ প্ৰাণীবিলাকৰ মূৰত যি শিঙৰ উৎপত্তি হয় সেই শিঙৰ ভিতৰখন গৰু ম'হৰ শিঙৰ ভিতৰৰ দৰে ফোঁপোলা হোৱা দেখা নাযায়। গোটেইটো শিং গোটা পদাৰ্থৰ দ্বাৰা নিৰ্মিত হয়। এই শিং বিলাকত একাধিক শাখা প্ৰশাখাৰ উৎপত্তি হয়। তদুপৰি হৰিণৰ শিং মাজে সময়ে সৰি পৰে আৰু তাৰ ঠাইত নতুন শিঙৰ উৎপত্তি হয়। নতুন শিঙৰ আগ ভাগ ভেলভেটৰ নিচিনা কোমল নোমৰ দ্বাৰা আবৃত হৈ থাকে। শিং ডাঙৰ হ'বলৈ আৰম্ভ কৰাৰ লগে লগে এই ভেল্‌ভেটৰ নোমবোৰ লাহে লাহে সৰি পৰে। তেতিয়া শিংযোৰাৰ পূৰ্ণবিকাশ সাধন হয়।

হৰিণ জাতীয় প্ৰাণীবিলাকে সিহঁতৰ শিংবিলাক আত্মৰক্ষাৰ কামত ব্যৱহাৰ কৰে। অৱশ্যে গৰু, ম'হ, ছাগলী আদি জন্তুৰ ক্ষেত্ৰতো এই গুণৰ বিকাশ সাধন হোৱা দেখিবলৈ পোৱা যায়। শৰপহু, দলহৰিণ আদি জন্তুৰ শিংযোৰা অতিপাত ডাঙৰ আৰু ডাল-মেলা আকৃতিৰ হোৱাৰ বাবে হাবি বননিত ঘূৰি ফুৰোতে এইবিলাক জন্তুৱে বহুতো অসুবিধাৰ সন্মুখীন হ'ব লগীয়া হয়। শত্ৰুজাতীয় প্ৰাণীয়ে খেদি আহিলে ইহঁতৰ বিৰাট শিংযোৰা গছ লতাত লাগি ধৰে। এনে পৰিস্থিতিত কোনো কোনোটো হৰিণে শত্ৰুৰ হাতত প্ৰাণ বিসৰ্জন দিব লগীয়া হয়। হৰিণীহঁতৰ ওপৰত একাধিপত্য লাভ কৰিবলৈ কেতিয়াবা সমবয়সীয়া পুৰুষ হৰিণৰ মাজত খণ্ড যুদ্ধৰ সূত্ৰপাত হয়। এই খণ্ডযুদ্ধত অৱতীৰ্ণ হ'বৰ বাবে ইহঁতে বিৰাট আকাৰৰ শিং যোৰা কামত লগাব লগা হয়। কেতিয়াবা কেতিয়াবা দুটা হৰিণৰ শিঙত ভোতাপুতি লাগি একলগে লোৱাবা হৈ পৰে। অৱশেষত সিহঁতৰ দুয়োটাই এনে অৱস্থাতে কেইবাদিনো পৰি থাকি মৃত্যুক আঁকোৱালি লোৱাৰ বাহিৰে অন্য পথ নাইকিয়া হৈ পৰে। ●

# শৰ-পহু

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—আৰটিওডেক্টিলা
উপবৰ্গ—ৰোমিনেন্সিয়া
গোত্ৰ—চাৰভিডি
প্ৰজাতি—ৰোচা ইউনিকলৰ

এচিয়া মহাদেশৰ বিভিন্ন দেশৰ অনুকূল পৰিবেশ বিলাকত বাস কৰি থকা স্তন্যপায়ী জন্তুবিলাকৰ ভিতৰত শৰ পহু নামেৰে জনাজাত হৰিণৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি। আকাৰত এইবিধ হৰিণক এচিয়া মহাদেশীয় পহুৰ ভিতৰত আটাইতকৈ ডাঙৰ বুলি গণ্য কৰিব পাৰি। অসমৰ বনভূমি বিলাকতো এইবিধ হৰিণ বাস কৰা দেখা যায়। অতীজতে যেতিয়া অসমৰ সৰহ ভাগ ঠাই হাবি বননিৰে পৰিপূৰ্ণ হৈ আছিল তেতিয়া এইবিধ হৰিণক য'তে ত'তে দেখিবলৈ পোৱা গৈছিল। এতিয়া নানা কাৰণবশতঃ এই বনভূমি বিলাকৰ পৰিসৰ সঙ্কোচিত হোৱাত শৰপহুৰ থকা ঠাইবোৰ লাহে লাহে কমি আহিল। তদুপৰি মাংসলোভী মানুহে যথে মথে ইয়াক নিধন কৰিবলৈ ধৰাত জন্তু সংখ্যা আশাতীত ভাৱে কমি আহিল। বৰ্তমানে কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান, মানাহ অভয়াৰণ্য আদিৰ বাহিৰে বাকীবিলাক ঠাইত এইবিধ হৰিণ দুষ্প্ৰাপ্য হ'বলৈ আৰম্ভ কৰিলে। ভাৰতবৰ্ষৰ অন্যান্য বহুতো ঠাইত এইবিধ হৰিণ বাস কৰা দেখা যায়। অন্যান্য ৰাজ্যৰ মানুহবিলাকে ইয়াক চাম্বাৰ নামেৰে অভিহিত কৰে। ভাৰতৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি এচিয়া মহাদেশৰ আন কেইবাখনো দেশলৈ এইবিধ হৰিণে বসতি বিস্তাৰ কৰিব পাৰিছে। তাৰ ভিতৰত পাকিস্থান, শ্ৰীলঙ্কা, বাংলা দেশ, ব্ৰহ্মদেশ, মালয়েছিয়া আৰু ইন্দোনেছিয়াৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পৰা যায়। এইদৰে বিভিন্ন দেশৰ ভিন্ ভিন্ পৰিবেশত বাস কৰা শৰ পহুৰ শাৰীৰিক গুণাগুণত সামান্য পৰিবৰ্তন পৰিলক্ষিত হয়। এই দৃষ্টিকোণৰ পৰা বিবেচনা কৰি শৰপহু প্ৰজাতিৰ হৰিণ বিলাকক কেইবাটাও উপ-প্ৰজাতিত স্থান দিয়া হৈছে। শ্ৰীলঙ্কাত যি প্ৰজাতিৰ শৰ পহু বাস কৰে সেই প্ৰজাতিৰ শৰপহুক জীৱবিদ বিজ্ঞানী সকলে ৰোচা ইউনিকলৰ ইউনিকলৰ নামেৰে অভিহিত কৰিছে। ভাৰতবৰ্ষৰ চাৰি সীমাৰ ভিতৰত বাস কৰা বিধ শৰপহুক বিজ্ঞান সন্মত ভাৱে ৰোচা ইউনিকলৰ নাইগ্ৰাচ আৰু মালয়াছিয়াৰ ফালে থকা বিধক ৰোচা ইউনিকলৰ ইকুইনচ নাম দিয়া হৈছে। এই তৃতীয়বিধ শৰপহুক অসমতো বাস কৰা দেখা যায়।

ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যত যি প্ৰজাতিৰ শৰপহু বাস কৰে সেই প্ৰজাতিৰ শৰপহুৰ শাৰীৰিক গুণাগুণতো বিভিন্ন ৰূপ পৰিলক্ষিত হয়। তাৰ ভিতৰত পশ্চিম ভাৰতৰ অন্তৰ্গত থকা ৰাজ্যসমূহত বিবোৰ শৰপহু বাস কৰে সেইবোৰ শৰপহু দেখাত অতি মনোৰম বুলি কোৱা হয়। দক্ষিণ ভাৰতৰ ফালে বাস কৰা বিধ শৰপহুৰ শিংযোৰা আটাইতকৈ ধুনীয়া বুলি কোৱা হৈছে। উল্লেখযোগ্য যে মালয়েছিয়া আৰু ইন্দোনেছিয়াৰ ফালে বাস কৰা শৰপহুৰ গাত এনে সৌন্দৰ্যৰ বিকাশ হোৱা দেখা নহয়।



শৰপহু

সি যিয়েই কি নহওক শৰপহু জাতীয় হৰিণৰ দেহত নিজস্ব বৈশিষ্ট্য আছে। ইয়াৰ নোমবিলাক মিহি বা মিমজ হোৱা দেখা নাযায়। এই নোমবোৰ ঠৰঙা আৰু খহটা বিধৰ হ'লেও প্ৰকাণ্ড শিং যোৰাৰে সৈতে বিৰাট আকাৰৰ জন্তুটো ভাকত জিলিকা হয়। শৰপহুৰ গলধনত একোছা দীঘল চানেকীয়া নোমৰ বিকাশ সাধন হোৱা দেখা যায়। এই নোমক শৰপহুৰ কেশৰ বুলি অভিহিত কৰিব পাৰি।

শৰপহুৰ দেহত উৎপত্তি হোৱা নোমবোৰৰ ৰং ধোঁৱা বৰণীয়া বা ৰঙচুৱাকৈ মুগা বুলি ক'ব পাৰি। কিন্তু তলপেটৰ ফালে গজা নোমখিনি দেহৰ অন্যান্য ঠাইত গজা নোমৰ বৰণৰ তুলনাত অলপ শেঁতা হোৱা দেখা যায়। মাইকী শৰ পহুক আমাৰ মানুহে ভেলেঙী বুলি কয় আৰু শৰ পহুৰ তুলনাত ভেলেঙীৰ গাত গজা নোমবোৰৰ বৰণ পাতলীয়া আৰু শেঁতা হয়। তদুপৰি ভেলেঙীৰ মূৰত কোনো প্ৰকাৰৰ

শিঙৰ উৎপত্তি হোৱা দেখা নাযায়। আনহাতে মতা শৰ পহুৰ শিংবোৰাই প্ৰকাণ্ড ৰূপ ধাৰণ কৰে। শিংবোৰাত ডাল আৰু শাখা ডালৰ উৎপত্তি হৈ ভমকাফুলীয়াকৈ আকৰ্ষণীয় হোৱা দেখা যায়। এনে ধৰণেৰে ডাল পাত মেলি বিকশিত হোৱা শিঙক ইংৰাজী ভাষাত শিং বা হৰ্ণ বুলি নকৈ এন্ট্লাৰ নামেৰে অভিহিত কৰা হয়। অসমীয়া ভাষাত ডালমেলা শিং বুলি সংক্ষেপতে কৈ থব পৰা যায়। শিঙৰ গুৰিৰ পৰা সন্মুখৰ ফালে ওলাই অলপ দূৰত ওপৰৰ ফালে ধনুভিৰীয়াকৈ উঠি যোৱা এডাল শাখা শিঙৰ উৎপত্তি হয়। মূল শিং ডালক "ব্ৰাওটাইন্" বুলি কোৱা হয়। প্ৰত্যেক ডাল মূল শিং সামান্য ভাৱে পাছৰ ফালে হাউলি গৈ ওপৰমুৱা হয়। ওপৰ ছোৱাত এই মূল শিংডাল দুটা ডালত বিভক্ত হৈছে।

শৰ পহুৱে দিন দুপৰত গভীৰ অৰণ্য ভূমিত প্ৰবেশ কৰি সময়খিনি অতিবাহিত কৰিবলৈ ভাল পায়। গছৰ চাঁয়াত ইহঁতে চেপেটা মাৰি পৰি থাকে আৰু মতা হৰিণে শত্ৰুৰ গতিবিধি লক্ষ্য কৰি থাকে। আবেলি সময়ত হৰিণ জাকে লাহেকৈ হাবিৰ মাজৰ পৰা মুকলিমুৰীয়া ঠাইবোৰলৈ ওলাই আহে আৰু কুমলীয়া ঘাঁহ, কুঁহিপাত আদিত মুখ দি দি চৰিবলৈ আৰম্ভ কৰে। সন্ধিয়াৰ সময়খিনি কাষ চাপি অহাৰ লগে লগে ইহঁতে পুনৰ হাবিৰ মাজত প্ৰবেশ কৰি আত্মগোপন কৰিবলৈ যত্ন কৰে। ৰাতাৰাতি হাবিৰ মাজতে আশ্ৰয় লৈ থাকে। পাছ দিনা ৰাতিপুৱা বেলিটো ওপৰলৈ উঠিবলৈ আৰম্ভ কৰাৰ লগে লগে শৰপহু বিলাকে আকৌ চৰিবলৈ ওলাই আহে।

এইবিধ হৰিণৰ দৃষ্টি শক্তি তীক্ষ্ণ নহ'লেও ঘ্ৰাণ আৰু শ্ৰৱণ শক্তি অতিশয় প্ৰবল হোৱা দেখা হয়। হাবিৰ মাজত অকণো সাৰসুৰ শব্দৰ উৎপত্তি নকৰাকৈয়ে এইবিধ প্ৰাণীয়ে আলেঙে আলেঙে পৰিভ্ৰমণ কৰি ফুৰিব পাৰে। পানীত সাঁতুৰি যোৱা বিষয়তো এইবিধ হৰিণে অভূতপূৰ্ব পাৰদৰ্শিতা প্ৰদৰ্শন কৰিব পাৰে। পানীত ওপঙি ওপঙি সাঁতুৰি যোৱা সময়ত এইবিলাক হৰিণে মূৰটো পানীৰ ওপৰলৈ উঠাই ৰাখে। মুখখনৰে সৈতে মূৰটো পানীৰ উপৰি ভাগত ওপঙাই ৰখাৰ ফলত প্ৰকাণ্ড শিংযোৰা পানীৰ তলত ডোব যোৱাৰ কোনো ভয় নাথাকে। প্ৰতি বছৰে এই জাতীয় হৰিণৰ শিংযোৰা মাটিত সৰি পৰে আৰু তাৰ ঠাইত নতুন শিঙৰ উৎপত্তি হয়। শিংযোৰ সৰি পৰাৰ পাছত শিঙৰ গুৰিৰ কোমল মজ্জাখিনি ওলাই পৰে। নতুনকৈ গজা শিঙৰ উপৰিভাগত ভেল্ভেটৰ নিচিনা আলসুৱা নোমৰ উৎপত্তি হয়। এই সময়খিনিত শৰপহুৱে অতিমাত্ৰ সতৰ্কতা অৱলম্বন কৰি থাকিব লগীয়া হয়।

এইবিলাক হৰিণ যৈদুৰ প্ৰাণীয়ে জাককৰাকৈ সমাজ পাতি বাস কৰে। এই দৃষ্টিকোণৰ ফালৰ পৰা বিবেচনা কৰি চালে শৰপহুক সমাজপ্ৰিয় প্ৰাণীৰ আখ্যা দিব পাৰি। ভেলেঙী আৰু বিভিন্ন বয়সৰ পোৱালি লগ লাগি একো একোটা জাক বা জমৰ সৃষ্টি হয়। একোটা জাকত এটা ডাঙৰ আকাৰৰ মতা হৰিণে প্ৰভুৰ বিস্তাৰ

কৰে। সম বয়সৰ অন্যান্য মতা হৰিণে আহি যাতে তাৰ পাৰিবাৰিক জীৱনত আলৈ আহুকালৰ সৃষ্টি কৰিব নোৱাৰে তাৰ বাবে সি বিশেষ সতৰ্কতা অৱলম্বন কৰিব লগা হয়। যুঁজ বাগৰত প্ৰবৃত্ত হৈ সি মাইকী হৰিণ জাকক নিজৰ ফলীয়া কৰি ল'বলৈ চেষ্টা কৰে। যুঁজত পৰাজয় বৰণ কৰা হৰিণে জুমৰ মাজৰ পৰা আঁতৰি গৈ অলপ আঁতৰত নিসঙ্গ জীৱন যাপন কৰিবলৈ বাধ্য হয়। কাতি-আঘোন মাহত মতা-মাইকী হৰিণৰ সঙ্গম ঘটে। সঙ্গম কাল আৰু ঋতুৰ অৱসান ঘটিলে মতা হৰিণে ভেলেঙী-হঁতৰ সাহচৰ্য ত্যাগ কৰি কেৱলীয়া জীৱন যাপন কৰিবলৈ আৰম্ভ কৰে। গৰমৰ দিনত ভেলেঙীহঁতে পোৱালি জগায়। এবাৰত এজনী হৰিণে এটাকৈ পোৱালি দিয়ে।



# দলে হৰিণ

শ্ৰেণী---স্তন্যপায়ী
বৰ্গ---আৰটিওডেক্টিলা
উপবৰ্গ---ৰোমিনেন্টিয়া
কুল---চাৰ্ভিডি
প্ৰজাতি---ৰোচাৰভাচ্ ডেভৌচিলি

অসমৰ জলবায়ু আৰু প্ৰাকৃতিক পৰিৱেশে যি কেইবিধ হৰিণ জাতীয় প্ৰাণীক ধাৰণ কৰিব পাৰিছে সেই কেইবিধৰ ভিতৰত দলহৰিণ অন্যতম। অসমৰ বাহিৰে ভাৰতবৰ্ষৰ আন কেইখনমান ৰাজ্যত এইবিধ হৰিণে বসতি বিস্তাৰ কৰিবলৈ সক্ষম হৈছে। তাৰ ভিতৰত মধ্য প্ৰদেশত অৱস্থিত কান্হা নেচনেল পাৰ্কখনৰ নাম বিশেষভাৱে উল্লেখযোগ্য। উত্তৰ প্ৰদেশৰ তেৰাই অঞ্চলত এইবিধ হৰিণে বসতি কৰিবলৈ অনুকূল পৰিৱেশ নিৰ্বাচন কৰি লব পাৰিছে। পশ্চিমবঙ্গত সুন্দৰবন নামৰ যিখন সাগৰপৰীয়া অভয়াৰণ্য আছে সেই অভয়াৰণ্যখনতো এইবিধ প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়। উল্লেখযোগ্য যে পশ্চিম বঙ্গৰ সুন্দৰবন অভয়াৰণ্য, অসমৰ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান আৰু অন্যান্য দ চাপৰিয়া ঠাইবোৰত সচৰাচৰ বাস কৰা দল হৰিণৰ ঠেঙৰ খুৰা বহল হয়। পানীয়ে গৰকা বোকাময় পৰিৱেশত বাস কৰিবলগীয়া হোৱাৰ বাবে খুৰাৰ আকাৰ এনে হয়। আনহাতে মধ্য প্ৰদেশৰ শুকান আৰু কঠিন মাটিত বাস কৰা দল হৰিণৰ খুৰা গোটা হৈ পৰে।

কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ দ-চাপৰিয়া বিলৰ পাৰত এইবিধ হৰিণক জাক বান্ধি ফুৰা অৱস্থাত দেখিবলৈ পোৱা যায়। পিতনিৰ পাৰৰ ঘাঁহনিত ইহঁত জাক বান্ধি চৰি ফুৰে। বাঘ আৰু অন্যান্য শত্ৰু জাতীয় প্ৰাণীৰ উমান পালে ইহঁত সতৰ্ক হৈ পৰে আৰু বিপদৰ হাত সাৰিবলৈ দৌৰি পলায়। হাতীৰ পিঠিত উঠি যোৱা দৰ্শন-প্ৰাৰ্থীসকলক ইহঁতে এনেদৰে ৰ'লাগি চায় যেন গোটেই জাকে অতিথিক আদৰণিহে জনাইছে। ইহঁতৰ কাষ চাপিবলৈ গলে হৰিণ জাক লাহেকৈ আঁতৰি যায়। কেতিয়াবা যদি হাতীৰ পিঠিত উঠি দৰ্শন প্ৰাৰ্থীয়ে হৰিণ জাকক অনুসৰণ কৰাৰ উমান পায়

তেতিয়া গোটেই জাকটোৱেই ওচৰতে থকা ওখ ওখ ঘাঁহ জাতীয় উদ্ভিদৰ মাজত আত্মগোপন কৰিবলৈ চেষ্টা কৰে। কেতিয়াবা কেতিয়াবা ইহঁতে পানীত বুৰ গৈ থকা দ পথাৰতো চৰি ফুৰে। এই বিশেষ চাৰিত্ৰিক বৈশিষ্ট্যৰ কাৰণেই এইবিধ হৰিণক মানহে দল হৰিণ বুলি কয়। দল পাতি পাতি বাস কৰা প্ৰবৃত্তি থকাৰ বাবেও হয়টো এইবিধ প্ৰাণীক দল হৰিণ বুলি কোৱা হয়। হিন্দী ভাষাত দল হৰিণক বাৰ-শিঙা' বোলা হয়।

দল হৰিণৰ বৰ্ণ মুগা চানেকীয়া হয়। শৰপত্তৰ দৰে ইয়াৰ ডিঙি ভাগতো একোছা দীঘল চুলি বা নোম থাকে। গৰমৰ দিনত গাৰ নোমবোৰ শেঁতা পৰে। তেতিয়া জন্তুবিশেষৰ গাৰ নোমত সাধাৰণ ভাবে ফুটুকা-ফুটুকী দাগৰ উৎপত্তি হয়



দল-হৰিণ

নতুনকৈ জগা পোৱালিৰ গাতো তেনে ধবধব ফুটুকা-ফুটুকী দাগৰ উৎপত্তি হোৱা দেখিবলৈ পোৱা যায়। পোৱালিবোৰ ক্ৰমে ডাঙৰ হৈ অহাৰ লগে লগে এই দাগবোৰ লাহে লাহে নাইকিয়া হ'বলৈ আৰম্ভ কৰে আৰু অৱশেষত সম্পূৰ্ণভাৱে অদৃশ্য

হয়। মতা হৰিণৰ ডাল মেলা শিং থাকে। মাইকী হৰিণৰ ক্ষেত্ৰত এনে ধৰণৰ শিঙৰ উৎপত্তি হোৱা দেখা নাযায়। মতা হৰিণে এই শিং বোৰ সমবয়সীয়া বা বিভিন্ন বয়সৰ প্ৰতিবেশী হৰিণৰ সৈতে যুঁজ-বাগৰ কৰোঁতে আৰু শত্ৰু জাতীয় প্ৰাণীৰ আক্ৰমণক প্ৰতিহত কৰিবৰ বাবেও ব্যৱহাৰ কৰে। আনহাতে হাবিৰ মাজত ফুৰোতে দল হৰিণক প্ৰকাণ্ড আকাৰৰ শিংবোৰাই যথেষ্ট আহুকালত পেলায়। ডাঠ হাবিৰ মাজেৰে দৌৰি যাওঁতে গছৰ ডালেপাতে শিঙৰ ঠাল-ঠেঙুলিবোৰ লাগি ধৰিলেই হাবি ফালি আগ বাঢ়িব নোৱাৰা হৈ পৰে। বাঘ, বাং কুকুৰ আদি শত্ৰু জাতীয় প্ৰাণীয়ে এই সুযোগতে জন্তুটোৰ ওপৰত জপিয়াই পৰি তাৰ প্ৰাণবায়ু বাহিৰ কৰি দিয়ে।

আটাইবিলাক দলহৰিণৰ শিঙৰ গঠন-ভঙ্গী একে নহ'লেও সিহঁতৰ মাজত অতি সামান্য পাৰ্থক্য হে দেখা যায়। দল হৰিণৰ শিঙক দুটা বিশেষ শ্ৰেণীত অন্তৰ্ভুক্ত কৰা হৈছে। প্ৰথম শ্ৰেণীৰ শিং মূৰৰ ওপৰত গজাৰ পিছত পাছৰ ফালে হেলনীয়াকৈ ভাঁজ লৈ আগৰ ফালে ধনুভিৰীয়াকৈ আগ বাঢ়ি পুনৰ ওপৰমুৱা হয় মাজ ভাগতে মূল শিং ডাল কেইবা ভাগতো ভাগ হৈ শাখা প্ৰশাখাৰ সৃষ্টি হয় দ্বিতীয় বিধ শিঙৰ বিশেষত্ব এয়ে যে ইয়াৰ মূল ঠাবি দুডালে মূৰৰ সমতলৰ পৰা সমকৌণিক ভাৱে থিয় হৈ লাহেকৈ ধনুভিৰীয়া হৈ বহুতো ঠাই আগুৰি থাকে। প্ৰথম প্ৰকাৰৰ শিং বোৰাতকৈ দ্বিতীয় পৰ্যায়ৰ শিংবোৰ দেখনিয়াৰ। সেই কাৰণে বৈঠক খানাত, ঘৰৰ বেৰ, খুটা আদিত সুন্দৰ ভাৱে সজাই থবৰ বাবে এই বিধ শিং মানুহে পছন্দ কৰে।

শৰ পহুৰ দৰে দলহৰিণেও সমাজ পাতি বাস কৰিবলৈ ভাল পায়। মতা মাইকী আৰু বিভিন্ন বয়সৰ পোৱালিবোৰক লৈ একো একোটা জুম বা জাকৰ সৃষ্টি হয়। এটা বৃহৎ আকাৰৰ মতা হৰিণে বহুতো সংখ্যক মাইকী হৰিণক লৈ একো একোখন সংসাৰ পাতি মেলে। সাধাৰণতে আটাইবিলাক হৰিণে মিলা প্ৰীতিৰে বাস কৰে যদিও সঙ্গমৰ সময় আহি পালে মতাবোৰৰ মাজত কাজিয়া পেচালৰ সৃষ্টি হয়। বিজয়ী হৰিণে হৰিণীহঁতৰ সঙ্গ সুখ ভোগ কৰে আৰু পৰাজয় বৰণ কৰিব লগীয়া হোৱা হৰিণে স্থান ত্যাগ কৰি নিসঙ্গ জীৱন অতিবাহিত কৰে। এইবিধ হৰিণক নিশাচৰ প্ৰাণী বুলি ক'ব নোৱাৰি। অৰণ্যে বাতিও ইহঁতক চৰি ফুৰা দেখা যায়। বাতিপুৱা আৰু আবেলিৰ শীতল পৰিবেশত ইহঁতে চৰি ফুৰে আৰু দিন-দুপৰত গছৰ ছাঁত জিৰণি লয়। ইহঁতৰ ঘ্ৰাণশক্তি প্ৰবল। দৃষ্টি আৰু শ্ৰৱণৰ ক্ষেত্ৰত মজলীয়া। বছেৰেকত জাৰকালি মাইকী হৰিণে এবাৰত এটাকৈ পোৱালি দিয়ে।



# ফুটুকী হৰিণ

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----আৰটিওডেক্টিলা
উপ-বৰ্গ----ৰোমিনেন্টিয়া
কুল----চাৰ্ভিডি
প্ৰজাতি----এক্সিচ্ এক্সিচ্

আমাৰ দেশৰ হৰিণ গোষ্ঠীৰ প্ৰাণীবিলাকৰ ভিতৰত ফুটুকী হৰিণেই আটাইতকৈ শুৱনি। হিন্দী ভাষাত এইবিধ হৰিণক চিতল আৰু ইংৰাজী ভাষাত 'স্পটেড্ ডিয়েৰ' নামেৰে জনা যায়। গোটেই গাতে ফুটুকা-ফুটুকী দাগ থকাৰ বাবে অসমীয়া ভাষাত ইয়াক ফুটুকী হৰিণ বোলা হয়। অসমৰ বাহিৰে ভাৰতবৰ্ষৰ অন্যান্য ঠাইতো এইবিধ হৰিণ বাস কৰা দেখা যায়। তাৰ ভিতৰত পশ্চিম বঙ্গ, বিহাৰ, উৰিষ্যা, উত্তৰ প্ৰদেশ, মহাৰাষ্ট্ৰ, ৰাজস্থান, কৰ্ণাটক, কেৰেলা, অন্ধ্ৰপ্ৰদেশ, তামিল নাডু আৰু গুজৰাটৰ নাম এই ক্ষেত্ৰত উল্লেখ কৰিব পাৰি। মুঠতে ক'ব পাৰি যে উত্তৰে হিমালয় পৰ্বতমালাৰ নামনি ভাগৰ পৰা আৰম্ভ কৰি দক্ষিণলৈকে আৰু পূবে অসমৰ পৰা আৰম্ভ কৰি পশ্চিমৰ ফালে গুজৰাটলৈকে এইবিধ বিচিত্ৰ পশুৰ বসতিস্থান বিয়পি আছে। অসমৰ চাৰি সীমাৰ ভিতৰত ফুটুকী হৰিণক দেখা যায় যদিও ইয়াৰ বিচৰণ ভূমি নামনি অসমতে সীমাবদ্ধ বুলি ক'ব লাগিব। উজনি আৰু মধ্য অসমত ফুটুকী হৰিণ দেখিবলৈ পোৱা নাযায়। কাছাৰ জিলা আৰু পাৰ্বত্য অঞ্চললৈ ইয়াৰ বসতি সম্প্ৰসাৰিত হোৱা নাই। গোৱালপাৰা জিলাৰ চিৰাং আৰু মানাহ সংৰক্ষিত বনাঞ্চলত এইবিধ হৰিণক বিক্ষিপ্ত ভাৱে থকা দেখা যায়। সংখ্যা হিচাপে অসমত ফুটুকী হৰিণৰ উৎপত্তি তেনেই সামান্য বুলি ক'ব লাগিব। ভাৰতীয় বন্যপ্ৰাণী সংৰক্ষণ আইনৰ ধাৰা অনুযায়ী এইবিধ হৰিণক নিষিদ্ধ জন্তু বুলি গন্য কৰা হৈছে।

বগা ফুটুকা-ফুটুকী আৰু সোণবৰণীয়া মৃগা বৰণৰ এইবিধ হৰিণক অপৰূপ সৌন্দৰ্যৰ প্ৰতীক যেন লাগে। শৰীৰৰ পাৰ্শ্ব ভাগত শাৰী শাৰীকৈ থকা ফুটুকা-ফুটুকী দাগবোৰৰ মাজে মাজে আঁত হেৰাই যায়। ফুটুকী হৰিণৰ শিং যোৰ গুৰিতে দুটা ভাগত বিভক্ত হয়। মূল শিঙৰ গুৰিৰ পৰা এডাল শাখা শিং আগৰ ফালে ওলাই আছে।

এই শাখা শিং দুডাল সন্মুখৰ ফালে বাঢ়ি গৈ ওপৰমূৰা হয়। ধনুভিৰীয়াকৈ ওপৰ মূৰা হোৱা শিং দুডাল মাই শিঙৰ মাজভাগ মানতে শেষ হয়গৈ। মাই শিং বোৰা কেটীয়াকৈ অলপ পাছৰ ফালে বাঢ়ি মেলাহিভাৱে ওপৰমূৰা হয়। এই মূল শিঙৰ আগ ভাগত চুটি আকাৰৰ শাখা শিং একোডালৰ উৎপত্তি হয়। হৰিণীৰ শিং নাথাকে।

ফুটুকী হৰিণে সাধাৰণতে ছাঁয়াযুক্ত হাবিৰ মাজত থাকিবলৈ ভাল পায়। বেছি ঘাঁহনি থকা ঠাইতে এই হৰিণৰ বসতি ঘন। হাবিৰ মাজত থাকি ভাল পোৱা প্ৰাণী হলেও মাজে সময়ে জাক পাতি পাতি ইহঁতে মুকলি মূৰীয়া ঘাঁহনি পথাৰবিলাকলৈ



।ফুটুকী হৰিণ (মতা)

ওলাই আহে। দুপৰীয়া সময়ত ইহঁতে গছৰ তলত শুই থাকে। আবেলি আৰু ৰাতিপুৱা ভাগত চৰিবৰ বাবে মুকলি ঠাইলৈ জাক পাতি ওলাই আহে। কোক্‌ৰাঝাৰ জিলাৰ চিৰাং সংৰক্ষিত বনাঞ্চলত থকা ঝাৰবাৰী নামৰ আঞ্চলিক বন কাৰ্যালয়ৰ নিচেই কাষতে থকা মুকলি ঠাইডোখৰত ফুটুকী হৰিণ জাকে জাকে চৰি ফুৰা দেখিবলৈ পোৱা গৈছিল। জোনাক নিশা ইহঁতৰ একোটা জাক চৰি ফুৰা দেখা গৈছিল। আজি কালি সেই বিলাক ঠাইত ফুটুকী হৰিণ দেখিবলৈ নোহোৱা হ'ল। নামনি অসমৰ বনভূমি বোৰতো ফুটুকী হৰিণৰ সংখ্যা আশাতীতভাৱে হ্ৰাস পোৱা দেখা গৈছে।

ভাৰতবৰ্ষৰ অন্যান্য ঠাইত এইবিধ প্ৰাণীক এতিয়াও জাক পাতি ফুৰা অৱস্থাত

।ায়। একো একোটা জাকত পোন্ধৰ বিশ্টা লৈকে হৰিণ থকা দেখা ায়। জাকত থকা সৰহ সংখ্যকেই মাইকী হৰিণ। ডালপাত মেলা শিং ়াৰ দেখিয়েই পোৱালি আৰু মাইকী মখাৰ মাজত মতা হৰিণক সহজে চিনি উলিয়াব াৰি। একো একোটা জাকত থকা মতা আৰু মাইকী ফুটুকী হৰিণৰ সংখ্যাৰ অনুপাতৰ পৰা অনুমান কৰিব পাৰি যে শৰ পহৰ দৰে এইবিধ হৰিণৰ মতাবোৰৰ মাজতো যুঁজ-বাগৰ হয়। যুঁজত জয়লাভ কৰা হৰিণেই মাইকী মখাৰ ওপৰত একাধিপত্য বিস্তাৰ কৰে আৰু পৰাজয় বৰণ কৰা হৰিণে সেই ঠাই ত্যাগ কৰি অলপ আঁতৰত অকলশৰীয়াকৈ জীৱন কটাব লগীয়া হয়। মানুহে বসতি কৰা গাওঁভুঁইবিলাকৰ আশে-পাশে থকা অৰণ্যভূমিত এইবিধ হৰিণক প্ৰায়েই দেখা যায়। বাঘ, আদি শত্ৰু জাতীয় প্ৰাণীৰ পৰা ৰক্ষা পৰিবলৈ এইবিধ হৰিণে এনে ব্যৱস্থা লয় বুলি অনুমান হয়। অৱশ্যে বহুত সময়ত ইহঁতৰ কিছুমানে নিষ্ঠুৰ মানুহৰ হাততো প্ৰাণ বিসৰ্জন দিব লগীয়া হয়। অন্যান্য জাতীয় হৰিণ আৰু বান্দৰ আদি প্ৰাণীৰ সহযোগত বাস কৰিও এইবিধ প্ৰাণীয়ে শত্ৰুৰ আক্ৰমণৰ পৰা ৰক্ষা পৰিবলৈ চেষ্টা কৰে। কাৰণ শত্ৰু জাতীয় কোনো প্ৰাণীৰ ওচৰলৈ অহাৰ উমান পালে এই জন্তুবিলাকে সঙ্কেট সূচক ধ্বনি কৰি হৰিণবোৰক পলাই সাৰিবলৈ সচেত কৰি দিয়ে।

বছৰৰ বিভিন্ন সময়ত ফুটুকী হৰিণে শিং সলায়। পুৰণি শিং বোৰ মাটিত সৰি পৰে আৰু তাৰ ঠাইত নতুন শিং গজি উঠে। নতুনকৈ ওলোৱা শিঙৰ আগ ভাগ পাতলীয়া নোমৰ আৱৰণেৰে ঢাক খাই থাকে। এই হৰিণবিলাকে সেই সময়ত অতি সাৱধানেৰে থাকিব লগীয়া হয়। কাৰণ অন্যান্য হৰিণৰ লগত যুঁজ বাগৰত প্ৰবৃত্ত হ'বলগীয়া হ'লে এই কোমল আৱৰণত ঘা লাগি দুৰাৱস্থা হোৱাৰ সম্ভাৱনা থাকে। ফুটুকী হৰিণে এবাৰত দুটা বা তিনিটা পোৱালি জগায়।



# ধনু শিঙীয়া হৰিণ বা চাঙাই

শ্ৰেণী---স্তন্যপায়ী
বৰ্গ---আৰ্টিওডেক্টিলা
উপবৰ্গ---ৰোমন্থিনেন্টিয়া
কুল---চাৰ্ভিডি
প্ৰজাতি---চাৰভাচ্ এল্ডি এল্ডি

ভাৰতবৰ্ষৰ পূব প্ৰান্তত অৱস্থিত মণিপুৰ ৰাজ্যত 'ব্ৰাও এণ্ট্লাৰ্ড দিয়েৰ' বা চাঙাই নামেৰে জনাজাত এবিধ বিচিত্ৰ হৰিণ বাস কৰে। 'চাঙাই' শব্দটো মণিপুৰী ভাষাৰ পৰা আহিছে। এই শ্ৰেণীৰ হৰিণক আন এটা উপ-প্ৰজাতিৰ প্ৰাণীক বুজাবলৈ ব্ৰহ্মদেশৰ মানুহে 'থামিন' শব্দ ব্যৱহাৰ কৰে। অসম আৰু পূৰ্বাঞ্চলৰ অন্য কোনো এখন ৰাজ্যতো এইবিধ আপুৰুগীয়া হৰিণক স্বাভাৱিক অৱস্থাত দেখা নাযায়। সমগ্ৰ ভাৰতৰ অন্য কোনো ঠাইতে এই হৰিণৰ অস্তিত্ব প্ৰতিপন্ন হোৱা নাই। সেই বাবে মণিপুৰ ৰাজ্যত চাঙাই হৰিণে এক অদ্বিতীয় অভিলেখৰ সৃষ্টি কৰিব পাৰিছে বুলি ক'ব লাগিব। অসমীয়া ভাষাত এইবিধ হৰিণক ধনু-শিঙীয়া হৰিণ বোলা হয়। অৱশ্যে চাঙাই নামেৰে এই হৰিণ জনাজাত। ধনুশিঙীয়া হৰিণৰ তিনিটা উপজাতি থকাৰ কথা জনা যায়। মণিপুৰৰ বনাঞ্চলত থকা সেই উপ-প্ৰজাতিক বিজ্ঞান সন্মতভাৱে "চাৰভাচ্ এল্ডি এল্ডি" বুলি কোৱা হয়। ব্ৰহ্মদেশত বাস কৰা উপ-প্ৰজাতিৰ চাঙাইক "চাৰভাচ এল্ডি থামিন" আৰু থাইলেণ্ডৰ ফালে সচৰাচৰ বাস কৰা ধনু-শিঙীয়া হৰিণ বা চাঙাই হৰিণক 'চাৰভাচ্ এল্ডি চিয়ামেন্সিচ্' বোলা হয়। বৰ্তমান অৱস্থাৰ পৰি-প্ৰেক্ষিতত এই তিনিওটা উপ-প্ৰজাতিত অন্তৰ্ভুক্ত হৈ থকা প্ৰাণীবোৰৰ সংখ্যা হ্ৰাস পাই আহিছে। ফলত ইহঁত দুৰ্লভ জন্তু হৈ পৰিছে।

বিখ্যাত লগ্টাক হ্ৰদ মণিপুৰতে অৱস্থিত। এই সৰোবৰলৈ মণিপুৰৰ ৰাজধানী ইম্ফলৰ পৰা যাব পাৰি। চাৰিওফালে কৰ্দৈ-সীৰিয়া পাহাৰে পৰিবেষ্টিত এই সৰোবৰৰ প্ৰাকৃতিক দৃশ্য অতি মনোৰম। এই সৰোবৰৰ এটা অংশত ধনুশিঙীয়া হৰিণ যুগ যুগান্তৰৰ ঘাত প্ৰতিঘাত অতিক্ৰম কৰি নিৰলে বাস কৰি আহিছে। এই ঠাইৰ স্বাভাৱিক পৰিৱেশে ধনুশিঙীয়া হৰিণৰ বাবে অনুকূল পৰিৱেশৰ সৃষ্টি কৰিছে।

ল টাক সৰোবৰৰ অন্তৰ্গত এডোখৰ অলপ আহল-বহল ঠাইত ধনুশিঙীয়া হৰিণৰ-কেইটামান পাল চৰি ফুৰা দেখিবলৈ পোৱা যায়। এই ডোখৰ বন্যপ্ৰাণী প্ৰধান ঠাইক কেইবোল্ লামঝাও' নামেৰে জনা যায়। চাঙ্গাই জাতীয় হৰিণবোৰক নিৰাপদে প্ৰতিপাল কৰি ৰাখি ইয়াৰ জন্তু সংখ্যা বৃদ্ধি কৰিবৰ বাবে এই ডোখৰ পবিত্ৰ ভূমিক 'কেইবোল্ লাম্ঝাও' ৰাষ্ট্ৰীয় উদ্যানৰ মৰ্যাদা দিয়া হৈছে। এই সুন্দৰ উদ্যানখনক ওপঙি



ধনুশিঙীয়া হৰিণ

থকা উদ্যান বুলি কোৱা হয়। আগতেই উল্লেখ কৰা হৈছে যে কেইবোল লাম-ঝাও ৰাষ্ট্ৰীয় উদ্যানখন লগ্টাক্ সৰোবৰৰ একাংশত প্ৰতিষ্ঠা কৰা হৈছে। সৰোবৰৰ অৱশিষ্ট অংশৰ দৰে উদ্যানত অন্তৰ্ভুক্ত হৈ থকা ঠাইখিনিবো বছৰৰ সৰহ ভাগ সময় পানীৰ তলতে ডুব গৈ থাকে। উদ্যানৰ মাজ ভাগত দুই এটা ডখ চানেকীয়া

টিলা আছে। বাৰিষা কালত এই টিলা কেইটা পানীৰ ওপৰত ভাহি থকা যেন দেখি। ইয়াৰ ভিতৰতে এটা ডাঙৰ ওখ টিলাত মণিপুৰৰ বনবিভাগে এটা দৰ্শনোপযোগী নিৰীক্ষণ স্তম্ভ নিৰ্মাণ কৰি ৰাখিছে। এই নিৰীক্ষণ স্তম্ভৰ পৰা বাজত থিয় হৈ চাৰিও ফালে লক্ষ্য কৰিলে ওপঙা উদ্যানৰ মনোৰম দৃশ্য উপভোগ কৰিব পাৰি। এই মনোযোহা টিলাটোলৈ নাৱেৰেহে যাব পাৰি। হ্ৰদটো ওখ ওখ বাঁহ জাতীয় উদ্ভিদে মেট্‌ মৰাকৈ ঢাকি ৰখাৰ বাবে নিৰীক্ষণ নাও চলাই যাব নোৱাৰি। সেইবাবে টিলাটোত থকা নিৰীক্ষণ স্তম্ভলৈ যোৱাত পৰ্যটকক সুবিধা দিবৰ বাবে ওপঙি থকা বাঁহবোৰ উঠাই ৰাখি এটা পানী পথ নিৰ্মাণ কৰা হৈছে।

খৰালি কালত যেতিয়া হ্ৰদৰ পানী শুকাবলৈ ধৰে তেতিয়া যাব ঠাইবোৰ একেবাৰে শুকাই যায়। চাঙ্গাই হৰিণৰ পালবোৰে তেতিয়া পদুৰ জলত আশ্ৰয় লৈ সময় কটায়। বাঁহনিত শুই থকা অৱস্থাত নিলগৰ পৰা সিহঁতক চিনি পোৱা টান। বাৰিষা কালত ওখ বাঁহবনবোৰ শিপাৰে সৈতে পানীৰ ওপৰলৈ উঠি আহি উপঙি থকা উদ্যানত পৰিণত হয়। শিপাৰ কোছাবোৰত শেলুৰৈ, মেটেকা আদিৰ ডাঠ চামনি পৰি গোটেই গোপা একেলগে কলগছৰ ভুৰৰ দৰে উপঙি পৰে। শিপাৰ চামনিবোৰ ইমান ডাঠ হয় যে তাৰ উপৰি ভাগত চাঙ্গাই বিলাকে হেলাৰঙে বিচৰণ কৰি ফুৰিব পাৰে। উপঙি থকা চামনিখন বতাহত লৰচৰ কৰিবলৈ ধৰিলে অলপ দূৰৈৰ হৰিণবোৰক আলাসতে নাচি থকা যেন লাগে। সেই বাবে ব্ৰাও এন্টলাৰ্ড দিয়েৰ বা চাঙ্গাই নামৰ হৰিণবোৰক নাচনী হৰিণ বুলিও কোৱা হয়। বাঁহৰ শিপাৰ পৰা উৎপত্তি হোৱা ওপঙা আৱৰণখনক মনিপুৰী ভাষাত ফুমদি বুলি কোৱা হয়।

মণিপুৰ ৰাজ্যৰ স্বাভাৱিক পৰিবেশত থকা চাঙ্গাই হৰিণৰ পৰিস্থিতি সন্তোষজনক বুলি ক'ব নোৱাৰি। কেইবোল লামঝাও ৰাষ্ট্ৰীয় উদ্যানত বাস কৰা চাঙ্গাই হৰিণৰ সৰ্বমুঠ সংখ্যা এশতকৈ বেছি হয় নে নহয় সন্দেহজনক। পানীত উপঙি থকা উদ্যানখনত বাস কৰাৰ বাবে খোজ কাঢ়ি বা নাৱৰ ওপৰত উঠি চাঙ্গাইৰ সংখ্যা নিৰ্ণয় কৰিব নোৱাৰি। মণিপুৰ চৰকাৰৰ বনবিভাগে সেই কাৰণে হেলিকপ্টাৰৰ সহায়ত কেইবোল লামঝাও ৰাষ্ট্ৰীয় উদ্যানত থকা চাঙ্গাইৰ পিয়লকাৰ্য্য সম্পাদন কৰাৰ ব্যৱস্থা ইতিমধ্যে হাতত লৈছে। উদ্যানৰ চাৰিওফালে ধান খেতিৰ উপযোগী দ মাটি থকাত স্থানীয় লোকে উদ্যানৰ ভিতৰত থকা মাটিতো বেদখল আৰম্ভ কৰিছে। তদুপৰি খাদ্যৰ উপযোগী লোভনীয় প্ৰাণী হোৱাৰ বাবে এইবিধ প্ৰাণীক মনে মনে বধ কৰা দেখা যায়। অনুশাসন আৰু পৰিচালনা ব্যৱস্থা নিয়াৰিকৈ প্ৰবৰ্তন কৰি সংৰক্ষণ কটকটীয়া কৰিব নোৱাৰিলে এইবিধ আপুৰুগীয়া প্ৰাণীয়ে অচিৰে পৃথিবীৰ পৰা মেলানি মাগিব লাগিব।

ব্ৰহ্মদেশত এতিয়ালৈকে বৰ্তি থকা থামিন নামৰ ব্ৰাও এন্টলাৰ্ড দিয়েৰ বা ধনুশিঙীয়া হৰিণৰ ভবিষ্যত উজ্জ্বল বুলি ক'ব নোৱাৰি। সেই দেশৰ চৰকাৰে চাঙ্গাইৰ বংশবৃদ্ধি কৰিবৰ বাবে কি ব্যৱস্থা হাতত লৈছে স্পষ্ট ভাবে জনা নাযায়।

তৃতীয় উপপজাতিৰ প্ৰাণীবিলাকৰ সচৰাচৰ বসতিস্থান দক্ষিণ পূব এচিয়াৰ বিভিন্ন দেশ বুলি জানিব পৰা হৈছে। থাইলেণ্ড, লাওচ আৰু কাম্বোডিয়াৰ বিভিন্ন ঠাইত এই বিধ প্ৰাণীয়ে পূৰ্বতে বাস কৰিছিল বুলি জনা যায়। সেই কেইখন দেশত থকা পৰ্ণ-নিপাতি হাবি বননিয়ে এইবিধ প্ৰাণীৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰিছিল। ক্ৰমান্বয়ে হাবি বননিবোৰ কাটি-ছিঙি এইবিলাক ঠাইত মানুহে খেতি পথাৰ কৰিবলৈ লোৱাত ইহঁতৰ সচৰাচৰ বসতি স্থানৰ সংকোচন ঘটিল। অৱশেষত সৰহ ভাগ ঠাইৰ পৰা এইবিধ প্ৰাণী সম্পূৰ্ণৰূপে বিলুপ্ত হ'ব লগীয়া হ'ল। বহুতো হৰিণে চিকাৰীৰ হাতত প্ৰাণ বিসৰ্জন দিব লগীয়া হ'ল।

এই দেশবিলাকত পূৰ্বতে বাস কৰা উপ-প্ৰজাতিৰ ধনু-শিঙীয়া হৰিণৰ বংশবৃদ্ধি কৰিবৰ বাবে ইতিপূৰ্বে থাইলেণ্ড চৰকাৰে কাম হাতত লৈছিল বুলি জনা যায়। ১৯৭৪ খৃষ্টাব্দত থাইলেণ্ডৰ ৰাজকীয় বনবিভাগে এই জাতৰ এজনী মাইকী হৰিণ সংগ্ৰহ কৰি ঘৰচীয়াকৈ প্ৰতিপালন কৰিছিল। ঘৰত জগোৱা পোৱালিৰে বংশ বৃদ্ধি কৰাৰ আশাপ্ৰদ আঁচনি প্ৰৱৰ্তন কৰি জন্তুবিশেষৰ ভৱিষ্যত উজ্জ্বল কৰিবলৈ এওঁলোকে যত্ন কৰিছিল। ঘৰত তুলি-তালি ডাঙৰ কৰা হৰিণবোৰ পুনৰ স্বাভাৱিক পৰিবেশনত মেলি দিয়াটোৱেই এইখন আঁচনিৰ মুখ্য উদ্দেশ্য আছিল। এই আঁচনি সফল কৰিবৰ বাবে তেওঁলোকে মতা পহুৰো যোগাৰ কৰিছে। ইয়াৰ ফল স্বৰূপে উৎপাদন হোৱা পোৱালি কেইটা বেছি দিন বাচি নথকাত গোটেই পৰিকল্পনাটোৱেই ওলট্ পালট্ হৈ পৰিল। অৱশেষত থাইলেণ্ডৰ বনবিভাগে এই আঁচনি বাদ দিবলৈ বাধ্য হ'ল।

পেৰিচৰ চিৰিয়াখানাত এনে ধৰণৰ এটা আঁচনি প্ৰৱৰ্তন কৰা হৈছিল। ১৯৭৮ চনত এই চিৰিয়াখানাত শ্যাম দেশীয় থামিনৰ মাত্ৰ এটা পোৱালি জগিছিল। কিছু দিনৰ পাছত এই পোৱালিটোৰ মৃত্যু হোৱাত সেই চেষ্টাও বিফল হ'ল। থাইলেণ্ডৰ বন্যপ্ৰাণী বিভাগে ৱাচিংটন চিৰিয়াখানাত সংৰক্ষণ কৰি ৰখা এহাল হৰিণ হৰিণী খাও খিয়াও অভয়াৰণ্যত বংশ বৃদ্ধিৰ বাবে মেলি দিছিলহি। সিহঁতৰ পোৱালি হৈছিল যদিও কালক্ৰমত সেই পোৱালি কেইটাৰো মৃত্যু হয়। খাও খিয়াও অভয়াৰণ্যত প্ৰাকৃতিক শিক্ষা কেন্দ্ৰ নামৰ যিটো অনুষ্ঠান খোলা হৈছে সেই অনুষ্ঠানৰ ভাৰপ্ৰাপ্ত বিষয়া মিঃ ফাইৰত চাইলাটপজাৰ ব্যক্তিগত তত্বাৱধানত ১৯৮১ চনৰ ১২ অক্টোবৰ তাৰিখে এজনী হৰিণে এটা পোৱালি জগায়। তেওঁ অনুধাৱন কৰা উচ্চাভিলাসী আঁচনিয়ে এতিয়াও পূৰ্ণ বিকাশ লাভ কৰিব পৰা নাই। সি যিয়েই কি নহওক ইতিমধ্যে থাইলেণ্ডৰ ৰাজকীয় চৰকাৰে এইজন অনুৰাগী ব্যক্তিক পুৰস্কৃত কৰি অনুপ্ৰেৰণা যোগাইছে।

মণিপুৰ-বাসী চাঙাই জাতীয় উপ-প্ৰজাতিৰ পহুৱে অৱশ্যে ওপৰত উল্লেখ কৰি অহা ধৰণৰ বিপৰ্যয়ৰ সন্মুখীন হ'ব লগীয়া হোৱা নাই। কেইবোল্ লামঝাও ৰাষ্ট্ৰীয় উদ্যানত এতিয়াও কিছু সংখ্যক চাঙাই আছে। তদুপৰি ভাৰতবৰ্ষৰ বিভিন্ন চিৰিয়াখানাত এইবিধ হৰিণক আথে-বেথে প্ৰতিপালন কৰি বংশবৃদ্ধিৰ আঁচনি সফলকামী

কৰিব পাৰিছে। গতিকে মণিপুৰ নিবাসী ধনুশিঙীয়া হৰিণৰ ভবিষ্যত এতিয়াও অন্ধকাৰ হোৱা নাই বুলি ক'ব পাৰি। অৱশ্যে স্বাভাৱিক পৰিবেশত ইয়াৰ ৰক্ষণাবেক্ষণ অধিক শক্তিশালী কৰি তোলাটো অতি আৱশ্যকীয় বিষয় হৈ পৰিছে।

ধনুশিঙীয়া হৰিণৰ গাৰ নোমবোৰ খহটা আৰু ঠৰঙা হোৱা দেখা যায়। এই নোমবোৰ ৰঙচীয়াকৈ পীত বৰ্ণ হয়। ধনু ভিৰীয়া শিং যোৰাৰে সৈতে জন্তুটো দেখাত সুদৰ্শন। মাইকী হৰিণৰ শিং নাথাকে। মতা পহুৰ শিং যোৰাৰ গঠন প্ৰণালীত নিজস্ব বৈশিষ্ট্য ফুটি ওলায়। মূল শিং দুডাল গুৰি ভাগতে মেলাহি খাই ধনু-ভিৰীয়াকৈ ওপৰৰ ফালে চক্ৰাকাৰে বাঢ়ি যায়। বছৰৰ যেই কোনো সময়তে এইবিধ হৰিণে পোৱালি জগায়।



# খটীয়া হৰিণ

শ্ৰেণী---স্তন্যপায়ী
বৰ্গ----আৰ্টিওডেক্টলা
উপবৰ্গ----ৰোমিনেন্টিয়া
কুল---চাৰ্ভিডি
প্ৰজাতি----এক্সিচ্ পৰ্চিনচ্

এচিয়া মহাদেশৰ বিভিন্ন ঠাইত বাস কৰা হৰিণ গোষ্ঠীৰ প্ৰাণীবিলাকৰ ভিতৰত খটীয়া হৰিণ বা হৰ্গ-দিয়েৰ নামৰ হৰিণ অন্যতম। আকাৰত এইবিধ প্ৰাণী শৰপহু, দলহৰিণ, হাঙ্গুল আদিতকৈ সৰু আৰু মুগৰী পহুতকৈ ভালেখিনি ডাঙৰ হয়। এইবিধ হৰিণৰ চাৰিত্ৰিক বৈশিষ্ট্য হ'ল, শৰপহু, দলহৰিণ আদিৰ দৰে ইহঁতে হাবি-বননিত জুম পাতি বাস নকৰে। অনুকূল পৰিবেশত দলে দলে বাস কৰা অন্যান্য হৰিণ থকা কাষৰীয়া ঠাইবোৰত এইবিধ হৰিণৰ গোটাচেৰেকক স্বাধীন মনেৰে চৰি ফুৰা দেখা যায়। অন্যান্য হৰিণৰ সাহচৰ্যত প্ৰতিবেশী হিচাপে থকা শ্ৰেণীৰ প্ৰাণী হ'লেও বহুত সময়ত ইয়াক অকলশৰীয়াকৈ চৰি ফুৰা দেখা যায়। জুম পাতি বাস নকৰিলেও ইহঁতক উদাসীন জীৱন যাপন কৰা প্ৰাণী বুলি ক'ব নোৱাৰি। কেতিয়াবা নিচেই ওচৰা-ওচৰিকৈ আৰু কেতিয়াবা অলপ আঁতৰি ইহঁতে আপোন মনেৰে ঘাঁহ আদি খাই ফুৰে। অন্য জাতীয় হৰিণৰ জুমৰ মাজত বিপদসংকেত দিয়াৰ উমান পালে ওচৰত চৰি থকা খটীয়া-হৰিণ কেইটাও সক্ষম হৈ পলায়ন মুখি পালৰ লগতে ছিটিকি পলাই আত্মৰক্ষাৰ ব্যৱস্থা কৰে।

পশ্চিমফালে থকা পঞ্জাব, হাৰিয়ানা আৰু উত্তৰ প্ৰদেশৰ পৰা অসম আৰু অন্যান্য ৰাজ্যলৈ ইয়াৰ বসতিস্থান বিয়পি আছে। ভাৰতৰ বাহিৰে শ্ৰীলঙ্কা, বাংলাদেশ, ব্ৰহ্মদেশ, পাকিস্তান আদিতো ইয়াক কম-বেছি পৰিমাণে বাস কৰা দেখিবলৈ পোৱা যায়। অসমৰ কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান আৰু মানাহ ব্যাঘ্ৰ যোজনাৰ অন্তৰ্গত থকা বিস্তৃত এলেকা ওৱাং অভয়াৰণ্য আদিত এইবিধ হৰিণক বিক্ষিপ্ত ভাৱে বিচৰণ কৰি ফুৰা দেখা যায়। সাধাৰণতে ওখ-চাপৰ ঘাঁহ জাতীয় উদ্ভিদেৰে পৰিপূৰ্ণ মুকলি-মুৰীয়া ঠাই, সেৰেঙা হাবি আৰু নদীনলা আদিৰ পাৰত থকা আওহতীয়া ঠাইবোৰত খটীয়া-হৰিণে বসবাস কৰে। পশ্চিম বঙ্গৰ উত্তৰ অঞ্চলত থকা জলদাপাৰা অভয়াৰণ্য, গৰুমৰা জলপাই-

গুৰি অভয়াৰণ্য, মহানদী অভয়াৰণ্য আদিত এইবিধ হৰিণক বাস কৰা দেখিবলৈ পোৱা যায়। উত্তৰ প্ৰদেশৰ কৰবেট নেচনেল পাৰ্ক, দুধৱা নেচনেল পাৰ্ক আদিকে কেন্দ্ৰ কৰি অন্যান্য বহুতো ঠাইলৈকে এইবিধ হৰিণৰ বসতি স্থান বিয়পি আছে। পাকিস্তানত থকা সিন্ধু নদীৰ অৱবাহিকা অঞ্চলত যিবোৰ মুকলি হাবি আছে সেইবোৰতো এইবিধ হৰিণৰ বসতিস্থান বিয়পি আছে। ভাৰতবৰ্ষৰ পূবৰ ফালে এই বিধ হৰিণৰ বিচৰণ ভূমি টেনাচিৰিম্ পৰ্যন্ত বিয়পি আছে। দক্ষিণ ভাৰতত এইবিধ হৰিণক দেখা নাযায়। অৱশ্যে শ্ৰীলঙ্কাত ইয়াক বাস কৰা দেখা যায়।



এটা কম-বয়সীয়া খটীয়া হৰিণ

খটীয়া হৰিণৰ গা অলপ দীঘলীয়া আৰু দোদোকা হয়। ঠেং কেইখন তুলনামূলক ভাৱে চুটি হোৱাৰ বাবে জন্তুটোক দেখাত খোপোৰা যেন লাগে। এই হৰিণৰ গোটেই গাতে নোমৰ বৰণ মুগা-চানেকীয়া হয়। অৱশ্যে বয়স ভাটি দিবলৈ ধৰাৰ লগে লগে হৰিণ আৰু হৰিণীৰ গাৰ নোমবোৰ ক'লা হ'বলৈ ধৰে। নোমৰ আগত বগা আৰু ৰঙা বৰণৰ জিলিকনি থকা বাবে ৰ'দত থকা সময়ত ইয়াৰ গা টোত তিৰ্‌বিৰণি উঠা দেখা যায়। কাণ দুখনৰ ভিতৰফাল আৰু চুটি নেজডালৰ আগত

থকা নোমখিনি বগা বৰণৰ হয়। গৰমৰ দিনত সিহঁতৰ গাত গজা নোমবোৰ শেঁতা পৰিবলৈ ধৰে। জাৰ কালি সেই নোমবোৰ আগৰদৰে উজ্জ্বল আৰু মিহি হৈ পৰে। তেতিয়া জন্তুটো মৰম লগা হয়। নতুনকৈ জগা পোৱালিবোৰৰ গাত গজা মুগা বৰণীয়া নোমবোৰৰ মাজত বগা বৰ ফুটুকা-ফুটুকী দাগ থাকে। তেতিয়া এই পোৱালি হৰিণটোক এটা ফুটুকী হৰিণৰ পোৱালি যেন লাগে। পোৱালিটো অলপ ডাঙৰ হোৱালৈকে তাৰ গাত এই ফুটুকী দাগবোৰ থাকে। জন্তুটো ডাঙৰ হ'লে এই বগা দাগবোৰৰ চিন-চাব একেবাৰে নাইকিয়া হৈ পৰে। অৱশ্যে কেতিয়াবা বয়সীয়া খটীয়া হৰিণৰ গাতো পাতলীয়াকৈ ফুটুকী-ফুটুকী দাগ দেখা যায়। এই দাগবোৰে কেতিয়াবা কেতিয়াবা এই জাতৰ একোটা হৰিণক চিনাক্ত কৰি উলিওৱাত সহায় কৰে।

খটীয়া হৰিণৰ শিংযোৰা অন্যান্য জাতীয় হৰিণৰ শিঙৰ তুলনাত চুটি আৰু সৰু। মাই শিং ডাল হাড়ৰ মাজৰ পৰা ওলাই আহে আৰু এই শিঙৰ গুৰি ভাগ পাতল চানেকীয়া কোমল নোমেৰে ঢাক খাই থাকে। মূল শিঙৰ গুৰি ভাগৰ পৰা এডাল এডাল শাখা শিঙৰ উৎপত্তি হয় আৰু এই চুটি আকাৰৰ শাখা শিং দুডাল ওপৰৰ ফালে মুখ কৰি থাকে। মূল শিং ডাল পাছৰ ফালে ঢাল খাই গৈ আগ ভাগত ওপৰমুৱা হয়। আগ ভাগত এই মূল শিং ডাল দুভাগত বিভক্ত হয়।

খটীয়া হৰিণৰ খোজ-কাটল গাহৰি জাতীয় প্ৰাণীবোৰৰ খোজ-কাটলৰ দৰে। সেই বাবে ইংৰাজী ভাষাত এই বিধ হৰিণক হগ-দিয়েৰ বোলা হয়। গাহৰিৰ দৰে খুচ-খুচাই খুচ-খুচাই এইবিধ হৰিণে ঘাঁহ খাই খাই ইফালে সিফালে ঘূৰি ফুৰে। কিবা কাৰণত দৌৰ দি যাব লগীয়া হ'লে ই তল-মূৰকৈ যায়। অন্যান্য হৰিণৰ দৰে খটীয়া-হৰিণে দৌৰোতে জপিয়াই নাযায়। আগতেই উল্লেখ কৰা হৈছে যে খটীয়া হৰিণে জুম পাতি বাস নকৰে। গাইগুটীয়া ভাবে আপোন মনেৰে চৰি ফুৰে। অৱশ্যে একেডোখৰ ঠাইতে কেইবাটাও হৰিণ চৰি ফুৰে। এইদৰে থাকিয়েই সিহঁতে জাতিগত একতাৰ বাহ্যিক প্ৰদৰ্শন কৰা দেখা যায়।

নিচেই ৰাতিপুৱা বা গধূলি পৰত খটীয়া হৰিণ চৰিবৰ বাবে ওলায়। দিন দুপৰতো ইহঁতক চৰি ফুৰা দেখা যায়। এপ্ৰিল মে'ই মাহত সাধাৰণতে খটীয়া হৰিণে পোৱালি জগায়। গৰ্ভধাৰণৰ কাল প্ৰায় আঠ মাহ বুলি জনা যায়।



# সুগৰী পহু

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----আৰ্টিওডেক্টিলা
উপবৰ্গ----ৰোমিনেন্টিয়া
কুল----চাৰ্ভিডি
প্ৰজাতি- - মুনটিয়াকচ্ মুন্ট্জাক্

অসমৰ হাবিত থকা হৰিণ গোষ্ঠীৰ প্ৰাণীবিলাকৰ ভিতৰত সুগৰী পহু আকাৰত আটাইতকৈ সৰু। এই বিধ পহু আমাৰ মানুহৰ বৰ চিনাকি। কাৰণ সুগৰী হৰিণক কম-বেছি পৰিমাণে অসমৰ প্ৰায়বিলাক হাবি বননিত দেখিবলৈ পোৱা যায়। এই হৰিণ ৫০ চেন্টিমিটাৰৰ পৰা ৮০ চেন্টিমিটাৰৰ ভিতৰত ওখ হোৱা দেখা যায়। পিঠিৰ উপৰিভাগ ধনুভিৰীয়া যেন দেখি। মতা সুগৰী পহুৰ শিং চুটি আৰু সৰু। মূল শিং ডাল ১২ বা ১৩ চেন্টিমিটাৰতকৈ বেছি দীঘল হোৱা দেখা নাযায়। মাইকী সুগৰী পহুৰ শিং নগজে। মতা পহুৰ শিঙত মাত্ৰ এডাল শাখা শিঙৰ উৎপত্তি হয়। এই শাখা শিং দুডাল দুয়োডাল মূল শিঙৰ মাজৰ ফালে সূক্ষ্মকৌণিক ভাবে ভাঁজ লৈ থাকে। মূল শিঙৰ অৱশিষ্ট অংশতকৈ শাখা শিং ডালেমানখিনি চুটি। মূল শিঙৰ গুৰিত অলপ ওপৰলৈকে পথালিকৈ গোলাকাৰত নোমাল ছালৰ আৱৰণ থাকে। চকু-কাণৰ ওপৰৰ ফালে শিঙৰ গুৰি ভাগ দীঘলীয়াকৈ উঠংগা হৈ থাকে। মুখৰ আগ ফালৰ গঠন প্ৰণালী এনে ধৰণৰ হোৱাৰ বাবে ইংৰাজী ভাষাত এইবিধ হৰিণক বিৰ্ফেচেড্ ডিয়েৰ বুলিও কোৱা হয়। অন্যান্য পহুৰ শিঙৰ দৰে সুগৰীয়েও বছৰৰ মূৰত শিং সলায়। মূৰৰ শিং মাটিত সৰি পৰে আৰু তাৰ ঠাইত নতুন শিং গজে।

সুগৰী পহুৱে সাধাৰণতে অলপ ডাঠ ধৰণৰ হাবিত থাকিবলৈ ভাল পায়। ইহঁতে ৰাতি হাবিত লুকাই থাকে আৰু দিনত মাজে সময়ে মুকলি ঠাইলৈ ওলাই আহি ঘাঁহ বন খাই মুকলি মনেৰে চৰি ফুৰেহি। হাবিৰ মাজত চৰি ফুৰোতে সুগৰী পহুৱে মাজে মাজে দীঘলীয়া উকি মাৰে আৰু এই উকিৰ ধ্বনি অলপ আঁতৰৰ পৰাই শুনিবলৈ পোৱা যায়। উকিৰ ধ্বনিৰ পৰাই এখন হাবিত সুগৰী হৰিণ থকা নথকাৰ কথা

সহজে জানিব পাৰি। যিবিলাক অৰণ্যত শৰপহু, দল হৰিণ আদি পহু জাকে জাকে চৰি ফুৰে তেনে হাবিত সুগৰী পহুৱেও এই জাকবোৰৰ ওচৰা-ওচৰিকৈ অলেঙে আলেঙে চৰি ফুৰে। বাঘ আদি হিংসাকুৰীয়া প্ৰাণীয়ে যাতে সিহঁতক সহজে আক্ৰমণ কৰিব নোৱাৰে আৰু কেনেবাকৈ আক্ৰমণ কৰিলেও যাতে সিহঁত অকলে বলিৰ পাঠা হ'ব লগীয়া নহয় তাৰ বাবে ইহঁতে এইদৰে অন্যান্য পহুৰ জাকৰ কাষে কাষে থাকিবলৈ বিচাৰে। কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ ভিতৰৰ বিলবিলাকৰ পাৰত আৰু অন্যান্য মুকলি পথাৰত বহুতো সুগৰী পহু এইদৰে আন জাতীয় হৰিণৰ সৈতে চৰি ফুৰা দেখিবলৈ পোৱা যায়। গঁড় বনৰীয়া ম'হ আদি তৃণ পল্লৱভোজী জন্তুৰ সহযোগতো



সুগৰী পহু

ইহঁতৰ কিছুমানে এইদৰে চৰি ফুৰে। ওখ চাপৰ গছ-গছনি থকা মুকলি হাবিত দুই চাৰিটা সুগৰী পহুক বিক্ষিপ্ত ভাৱে খটীয়া হৰিণৰ সৈতে চৰি ফুৰাও দেখিবলৈ পোৱা যায়। মানাহ আৰু ওৰাং অভয়াৰণ্যতো যথেষ্ট পৰিমাণৰ সুগৰী পহু অকলশৰীয়াকৈ নতুবা জাক পাতি চৰি ফুৰা দেখা যায়।

ৰাজপুতনাৰ মৰুভূমি অঞ্চল আৰু হিমালয় শৈলমালাৰ বৰফে গৰকা ওখ ওখ ঠাইবোৰক বাদ দি ভাৰতবৰ্ষৰ প্ৰায় সকলোবিলাক হাবিতে কম-বেছি পৰিমাণে সুগৰী পহু থকা দেখিবলৈ পোৱা যায়। চিৰকলীয়া ঘৰযৰেখাৰ নামনি ভাগত

থকা পৰ্বতীয়া ঠাইবোৰৰ কোনো কোনো ঠাইতো এইবিধ প্ৰাণী বাস কৰে। ভাৰত-বৰ্ষৰ চাৰিসীমাৰ বাহিৰে এই বিধ পহুৰ বিচৰণ ভূমি চীন দেশ, জাপান, ফৰ্মুছা আদিলৈ সম্প্ৰসাৰিত হৈছে। বাংলাদেশ আৰু পাকিস্থানৰ উপৰি শ্ৰীলঙ্কাতো সুগৰী পহু বাস কৰা দেখা যায়। থকা ঠাইৰ বিভিন্নতাৰ ওপৰত নিৰ্ভৰ কৰি বাস কৰা তিনিটা উপ-প্ৰজাতিৰ প্ৰাণীয়ে ভিন্ ভিন্ পৰিবেশত প্ৰতিষ্ঠা লাভ কৰিবলৈ সমৰ্থ হৈছে। বিভিন্ন উপপ্ৰজাতিৰ সুগৰী পহুক বিজ্ঞানসম্মত ভাৱে পৰিচয় কৰি দিবৰ বাবে জীৱ-বিদ্ বিজ্ঞানী সকলে বেলেগে বেলেগ উপ-প্ৰজাতিৰ নামেৰে ইহঁতক নামকৰণ কৰিছে। সাধাৰণতে দিন-দুপৰত চৰি ফুৰা প্ৰকৃতিৰ প্ৰাণী হ'লেও কেতিয়াবা কেতিয়াবা জোনাক নিশা ইহঁতৰ কিছুমানক চৰি ফুৰা দেখিবলৈ পোৱা যায়। কেনেবাকৈ ভয় খোৱাৰ আগন্তুক হ'লে এই বিধ হৰিণে উধাতু খাই ছিটিকি পলাবলৈ আৰম্ভ কৰে। পলায়ণ মুখী সুগৰী পহুৱে এক প্ৰকাৰৰ চিঁ চিঁ শব্দ উচ্চাৰণ কৰে। কাজিৰঙা অভয়াৰণ্যৰ মুকলি ঠাইবোৰত চৰি ফুৰা সুগৰী পহু বিলাকে মানুহলৈ সিমান ভয় নকৰে। হাতীৰ পিঠিত উঠি উদ্যানত প্ৰবেশ কৰা দৰ্শন-প্ৰাৰ্থী সকলে নিচেই ওচৰৰ পৰাই সুগৰী পহু চাব পাৰে।

এইবিধ হৰিণে বছৰৰ সকলো সময়তে পোৱালি জগায়। সাধাৰণতে এবাৰত এটাকৈ পোৱালি জগে। নতুনকৈ জগা পোৱালিৰ গাত বগা বগা বৰণৰ দাগ থাকে। প্ৰায় এবছৰৰ ভিতৰতে এই বগা দাগবোৰ নাইকিয়া হয়।



# কাশ্মীৰি হৰিণ বা হাঙ্গুল

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----আৰটিওডেক্টিলা

উপবৰ্গ---ৰোমিনেণ্টিয়া

কুল----চাৰভিডি

প্ৰজাতি---চাৰভাচ্ ইলিফাচ্ হাঙ্গল

কাশ্মীৰত হাঙ্গুল নামৰ এজাতি হৰিণ বাস কৰে। ভাৰতবৰ্ষৰ অন্য কোনো ঠাইতে এইবিধ হৰিণ দেখিবলৈ পোৱা নাযায়। হাঙ্গুলক ইউৰোপ মহাদেশত থকা ‘ৰেড দিয়েৰ’ নামৰ হৰিণৰ ভাৰতীয় প্ৰতিনিধি বুলি ক’ব পাৰি। ইউৰোপীয় ‘ৰেড্ দিয়েৰ’ হৰিণৰ বহুতো উপ-প্ৰজাতি আছে বুলি জনা যায়। এই উপ-প্ৰজাতিবোৰৰ সচৰাচৰ বাসস্থান আৰু বিচৰণ ভূমি ইউৰোপ, এচিয়া আৰু আফ্ৰিকা মহাদেশৰ বিভিন্ন ঠাইলৈ সম্প্ৰসাৰিত হৈছে। আনহাতে দেখা যায় যে আফ্ৰিকা মহাদেশৰ কেৱল উত্তৰ অঞ্চলতহে ৰেড্ দিয়েৰে বসতি বিস্তাৰ কৰিব পাৰিছে। এচিয়া মহাদেশৰ ৰেড্ দিয়েৰবিলাকে হিমালয় শৈলমালাৰ দক্ষিণত বসতি কৰিব পৰা নাই। সেই কাৰণে কাশ্মীৰৰ হাঙ্গুলক ভাৰতীয় বন্যপ্ৰাণীৰ অপূৰণীয়া সম্পদ বুলি ক’ব লাগিব। উল্লেখযোগ্য যে ৰেড্ দিয়েৰ শ্ৰেণীৰ হৰিণ পশ্চিম গোলাৰ্দ্ধৰ উত্তৰ অঞ্চলতো আছে। এই সম্পৰ্কত ক’ব পাৰি যে ভাৰতীয় বন্যপ্ৰাণী জগতলৈ হাঙ্গুল জাতীয় প্ৰাণীয়ে অমূল্য বৰঙণি আগ বঢ়াব পাৰিছে। কাশ্মীৰৰ হাঙ্গুলে পশ্চিম সীমান্তত আৰু মণিপুৰৰ চাঙ্গাই হৰিণে পূব সীমান্তত প্ৰহৰীৰ দৰে ভাৰতীয় বন্যপ্ৰাণীৰ মৰ্যাদা অক্ষুণ্ন ৰাখিছে।

হাঙ্গুল হৰিণ আকাৰত আমাৰ অসমৰ দলহৰিণৰ সমান। শাখা প্ৰশাখাৰে সৈতে শোভিত শিঙৰ গঠনত নিজস্ব বৈশিষ্ট্য প্ৰতিফলিত হোৱা দেখা যায়। গাৰ নোমবোৰ বৰণত এদনীয়াকৈ মুগা হয়। বৰ্ষাকালত নোমবোৰ শেঁতা পৰি অলপ ৰঙা বৰণ ধৰে। শীতকালত সেই নোমবোৰ পুনৰ জিলিকি উঠি ধুনীয়া হৈ পৰে। নতুনকৈ জগা পোৱালিৰ নোমত ফুটুকা-ফুটুকী দাগ থাকে। বয়স হোৱাৰ লগে লগে দাগবোৰ লাহে লাহে নোহোৱা হয়। পূৰ্ণ বয়সীয়া হৰিণৰ গাত ফুটুকা-ফুটুকী দাগৰ চিন নাথাকে। বয়স ভাটি দিলেও হৰিণৰ গাত ৰঙা চিন দেখা যায়। এইবিধ হৰিণৰ শিঙত পাঁচডাল পাঁচডাল শাখা শিঙৰ উৎপত্তি হয়।



কাশ্মীৰি হৰিণ

হাঙ্গুলে সাধাৰণতে সেৰেঙা হাবি বননিত চৰি ফুৰে। কেতিয়াবা অকলশৰীয়াকৈ আৰু কেতিয়াবা জাকপাতি ইহঁতক হাবিৰ মাজত চৰি ফুৰা দেখা যায়। ভালেমান হৰিণ লগ লাগি একোটা পাল বা জুমৰ সৃষ্টি হয়। মতা, মাইকী আৰু বিভিন্ন বয়সৰ পোৱালিক একেলগে এটা পালত থকা দেখা যায়। গ্ৰীষ্মকালত হাঙ্গুলে পৰ্বতৰ ওখ ঠাইত অস্থায়ী ভাৱে থাকিবলৈ লয়গৈ। শীতকালত এই ওখ ওখ ঠাইত অতিপাত

ঠাণ্ডা পৰে আৰু বৰফৰ চামনিয়ে সৰহভাগ ঠাই ঢাকি পেলায়। শীতৰ পৰা নিজকে ৰক্ষা কৰিবৰ বাবে হাঙ্গুলে তলৰ ঠাইলৈ নামি আহে আৰু ঘাঁহনি পথাৰবিলাকত মুকলি মনেৰে চৰি ফুৰেহি। অন্যান্য জাতীয় হৰিণৰ দৰেই ইহঁতৰো শিং সৰি পৰে আৰু তাৰ ঠাইত নতুন শিং গজে। শিং সৰি পৰিলে শিঙৰ গুৰিৰ কোমল অংশ ওলাই পৰে আৰু নতুনকৈ গজা শিঙৰ ওপৰত এক প্ৰকাৰৰ কোমল ভেল্‌ভেটৰ সৃষ্টি হয়। এই অৱস্থাত অন্য হৰিণৰ সৈতে কোনো প্ৰকাৰৰ যুঁজ-বাগৰত লিপ্ত নহ'বলৈ জন্তুটোৱে চেষ্টা কৰে। এনে দুৰ্যোগৰ পৰা নিজকে ৰক্ষা কৰিবৰ বাবে বাবে বয়সীয়া মতা হাঙ্গুলে কেতিয়াবা বৰফাবৃত ওখ শিখৰলৈ উঠি যায়। হৰিণীহঁতৰ ওপৰত এটা মতাই প্ৰভুত্ব বিস্তাৰ কৰিবৰ বাবে পৈণত বয়সৰ মতা হৰিণৰ মাজত খণ্ডযুদ্ধ হয়। শিঙে শিঙে জোঁটাপুটি লাগি সিহঁতৰ ভিতৰত ভীষণ যুঁজ লাগে। যুঁজত জয়লাভ কৰা হৰিণটোৱে হৰিণীহঁতক নিজৰ ফলীয়া কৰি ল'বলৈ সমৰ্থ হয়। পৰাজয় হোৱা হৰিণে আঁতৰি গৈ নিঃসঙ্গ জীৱন যাপন কৰিবলগীয়া হয়। শিঙৰ প্ৰচণ্ড আঘাতত দুই এটা হৰিণে কেতিয়াবা প্ৰাণ বিসৰ্জন দিবলগীয়া হয়।

হাঙ্গুল জাতীয় হৰিণৰ ৰক্ষণাবেক্ষণ কট্‌কটীয়া কৰিবৰ বাবে কাশ্মীৰৰ ৰাজ্যিক চৰকাৰে ডাচিগাম অভয়াৰণ্য প্ৰতিষ্ঠা কৰিছে। এই ব্যৱস্থাৰ প্ৰৱৰ্তনে হাঙ্গুলৰ ভবিষ্যত উজ্জল কৰিছে। সাধাৰণতে বহাগ জেঠ মাহত মাইকী হৰিণে পোৱালি জগায়।



# নিগনি হৰিণ

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----আৰটিওডেক্টিলা
উপবৰ্গ----ৰোমিনেন্টিয়া
ফৈদ----ট্ৰেগোলিনা
কুল----ট্ৰেগুলিডি
প্ৰজাতি----ট্ৰেগুলাচ্ মেমিনা

হৰিণ গোষ্ঠীৰ প্ৰাণীৰ ভিতৰত নিগনি হৰিণ বা মাউচ দিয়েৰ আকাৰত সবাতোকৈ সৰু হয়। এই শ্ৰেণীৰ প্ৰাণীক 'ছেভ্ৰোটেইন' বুলিহে জনা যায়। এই প্ৰাণীৰ দাঁত আৰু ঠেঙৰ খুৰাত বিশেষ লক্ষণ দেখা যায়। ঠেঙৰ তৃতীয় আৰু চতুৰ্থ আঙুলি কেইটাৰ আগভাগত খুৰাৰ উৎপত্তি হয়। এই খুৰা লাগি থকা হাড়ডাল অসমাপ্ত ভাৱে জোৰা লাগি থাকে। এই বিশেষ শাৰীৰিক গঠনৰ কাৰণে এইবিলাক প্ৰাণী ঘাঁহ পাগুলি খোৱা অন্যান্য প্ৰাণীবিলাকতকৈ সামান্য ভাৱে বেলেগ। তৃতীয় আৰু পঞ্চম আঙুলি থকা হাড় দুডাল লগ লাগি থাকে। তদুপৰি এইবিলাক প্ৰাণীৰ পাকস্থলীত গৰু, ম'হ, ছাগলী আদিৰ দৰে তিনিটা কুঠলি থাকে। তিনিটা কুঠলিৰ তৃতীয় স্থানত থকা কুঠলিৰ স্বৰূপ এই হৰিণৰ ক্ষেত্ৰত সম্পূৰ্ণভাৱে বিকাশ হোৱা দেখা নাযায়। ইয়াৰ উপৰিও এই প্ৰাণীৰ কোনো শিং নগজে। আগফালে ওপৰ পাৰিত থকা কুকুৰ-দাঁত বা ছিঙি খোৱা দাঁত দুটাৰ ৰূপ বিশেষ ভাৱে লক্ষ্য কৰিব লগীয়া। হাতীৰ দাঁতৰ দৰে ওপৰ পাৰিৰ দুটা আগদাঁত বাহিৰলৈ ওলাই আহি তলৰ ফালে ওলমি থকা দেখিবলৈ পোৱা যায়।

এচিয়া আৰু আফ্ৰিকা মহাদেশতে ছেভ্ৰোটেইন বা নিগনি হৰিণৰ বাসস্থান আৰু বিচৰণ ভূমি সীমাবদ্ধ। এই বিধ বিচিত্ৰ প্ৰাণী আকাৰত ইমান সৰু হয় যে সিহঁতক শহাপহু জাতীয় প্ৰাণীৰ লগতহে তুলনা কৰিব পৰা যায়। নিগনি হৰিণৰ দৰেই কেইবাটাও প্ৰজাতিৰ প্ৰাণী বিভিন্ন ঠাইৰ অৰণ্যত আছে বুলি জনা যায়। এচিয়া আৰু আফ্ৰিকা মহাদেশৰ গ্ৰীষ্ম মণ্ডলে প্ৰভাৱান্বিত কৰা কিছুমান ঠাইত এইবিলাক প্ৰাণীৰ বসতিস্থান। দক্ষিণ-পূব এচিয়াৰ অন্তৰ্গত ব্ৰহ্মদেশ, বৰ্ণিও আৰু ফিলিপাইনত তাৰে দুবিধমান প্ৰাণী বাস কৰে। জাভা দ্বীপৰ ফালে বাস কৰা নিগনি হৰিণক "নাপু" নামেৰে জনা যায়। পূব এচিয়াৰ অৰণ্যত থকা নিগনি হৰিণৰ গাৰ নোমৰ বৰণ সম্পূৰ্ণভাৱে

মুগা ৰঙচুৱা হয়। আফ্ৰিকা মহাদেশৰ পশ্চিম অঞ্চলত থকা নিগনি হৰিণৰ গাত বগা বৰণৰ চেলাপতীয়া দাগ দেখা যায়। এই বিধ প্ৰাণী সাধাৰণতে পানীৰ কাষৰীয়া ঠাইবোৰত বাস কৰা দেখা যায়। এই বিধ নিগনি হৰিণ পানীত সাঁতুৰিব আৰু বুৰ মাৰিব পৰা কামত পাকৈত হোৱা দেখা যায়।

ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত বাস কৰা যিবিধ নিগনি হৰিণ দেখা যায় সেইবিধৰ ক্যাতিস্থান আৰু বিচৰণ ভূমি দক্ষিণ ভাৰতৰ পাৰ্বত্য অঞ্চলতে



এটা নিগনি হৰিণে সাৱধানেৰে শত্ৰুৰ গতিবিধি লক্ষ্য কৰিছে।

সীমাবদ্ধ বুলি প্ৰমাণিত হৈছে। অৱশ্যে ইয়াৰ বসতি শ্ৰীলঙ্কাতো বিয়পি আছে বুলি জনা যায়। নেপালতো এই নিগনি হৰিণ আছে বুলি জীৱবিদ্‌সকলে অভিমত প্ৰকাশ কৰিব খোজে। এইবিধ নিগনি হৰিণৰ শিং সামান্য ভাৱেহে পৰিলক্ষিত হয়। এই শিঙৰ আকাৰ ইমান সৰু যে প্ৰকৃত পক্ষে ইহঁতৰ শিং আছে বুলি ক'বলৈ

টান লাগে। ইহঁতৰ ঠেং কেইখন আকাৰত তেনেই সৰু হয়। জন্তুটোৰ পাছৰ অংশ আগ ভাগতকৈ তুলনামূলক ভাৱে ডাঙৰ আৰু মঙহাল হয়। নেজডাল একেবাৰে চুটি হয়। ইহঁতৰ গাৰ নোমৰ বৰণ ৰঙচুৱাকৈ মুগা হয়। এই ৰঙচুৱা নোমত দেহৰ দুয়োকাষে পথালি পথালিকৈ অঙ্কন কৰি ৰখা দীঘলীয়াকৈ চেলাপতীয়া আঁচ থাকে। নিগনি হৰিণৰ ডিঙিতও তিনিডাল তিনিডালকৈ বগা বৰণৰ ৰেখাৰ উৎপত্তি হয়। পেটৰ তলৰ ফালে থকা নোম সম্পূৰ্ণ ভাৱে বগা হয়।

এই বিচিত্ৰ প্ৰাণীৰ নোমৰ বৰণ পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত ইমান সুন্দৰ ভাৱে মিলি থাকে যে ওচৰতে চেপেটা খাই পৰি থাকিলেও ইয়াক সহজতে বিচাৰি পোৱা টান হৈ পৰে। শত্ৰু প্ৰাণীৰ আক্ৰমণৰ পৰা নিজকে ৰক্ষা কৰিব পৰাৰ এইটো এটা অভিনৱ প্ৰাকৃতিক কৌশল বুলি ক'ব পাৰি। ঘাঁহ-বনেৰে ঢাকি ৰখা পৰ্বতীয়া ঠাইত ইহঁতে সাধাৰণতে আশ্ৰয়লৈ গোপনে থাকে। ডোকমোকালিতে আৰু গধূলি ইহঁতে আহাৰৰ বাবে আশ্ৰয় লোৱা ঠাইৰ পৰা লাহেকৈ ওলাই আহে। দিন দুপৰৰ ৰ'দৰ জিলিঙনিত আৰু ৰাতিৰ আন্ধাৰত আত্মগোপন কৰি থাকে। আহাৰ বিচাৰি ঘূৰি ফুৰা সময়ত শত্ৰুজাতীয় প্ৰাণীৰ উমান পালে ইহঁতে বিজুলি বেগেৰে পলাই গৈ গছৰ ধোন্দ বা পাথৰৰ ফাকত সোমাই আত্মৰক্ষা কৰে। এইবিধ নিগনি হৰিণে সাধাৰণতে বছৰত এটাকৈ পোৱালি জগায় বুলি জনা যায়।



# কস্তুৰী হৰিণ

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----আৰ্টিওডেক্টিলা
কুল----চাৰ্ভিডি
প্ৰজাতি----মচ্কচ্ মুচিফেৰচ্

হিমালয় শৈলমালাৰ বুকুত পশ্চিমফালে কাশ্মীৰৰ পৰা আৰম্ভ কৰি পূবে নেপালৰ মাজেদি ভূটান আৰু ছিক্কিম্ পৰ্যন্ত যিবিলাক ওখ ওখ পৰ্বতীয়া ঠাই আছে সেইবোৰ ঠাইৰ বিভিন্ন পৰিবেশত কস্তুৰী হৰিণ নামৰ এবিধ বিচিত্ৰ প্ৰাণী বাস কৰা দেখা যায়। এইবিধ প্ৰাণীৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণাগুণত কেইটামান বিশিষ্ট ৰূপ পৰিলক্ষিত হয়। কস্তুৰী হৰিণৰ কোনো প্ৰকাৰ শিং গজা দেখা নাযায়। দ্বিতীয়তে অন্যান্য হৰিণ গোষ্ঠীৰ প্ৰাণীবিলাকৰ দৰে এইবিধ হৰিণৰ মুখ মণ্ডলত কোনো প্ৰকাৰৰ মাংসগ্ৰন্থি বা টেমুনা হোৱা দেখা নাযায়। শিঙৰ পৰিবৰ্তে ইয়াৰ ওপৰ পাৰি দাঁতৰ আলুৰ পৰা দুটা দীঘল দাঁত ওলাই আহি তলৰ ফালে ভাঁজ খাই থাকে। এইবিধ প্ৰাণীৰ আটাইতকৈ উল্লেখযোগ্য বৈশিষ্ট্য হ'ল এয়ে যে মতা কস্তুৰী হৰিণৰ নাভিদেশত এটুকুৰা নোমেৰে আবৰা মাংসগ্ৰন্থি থাকে আৰু এই মাংসগ্ৰন্থিকে আমাৰ মানুহে কস্তুৰী বুলি কয়। অন্য ভাষাত ইয়াক গান্ধ-কলাই বোলা হয়। নেজৰ তল ভাগতো এনে ধৰণৰ মাংসগ্ৰন্থিৰ উৎপত্তি হোৱা দেখা যায়। কেচা অৱস্থাত এই মাংসগ্ৰন্থিৰ পৰা এক প্ৰকাৰৰ অকটা গোন্ধ বাহিৰ হয়। শুকাই কণকণীয়া মাৰিলে ইয়াৰ পৰা গান্ধ-কলাইৰ নিজস্ব গোন্ধ বাহিৰ হয়। এই গান্ধ-কলাই ঔষধ প্ৰস্তুত কৰা কামত ব্যৱহাৰ কৰা হয় বুলি জনা যায়। ভূটীয়াসকলে অন্যান্য পণ্য সামগ্ৰীৰ লগতে গান্ধ-কলাই ভূটান পাহাৰৰ পৰা ভৈয়ামলৈ আনে আৰু সীমামূৰীয়া ঠাইত থকা বজাৰবিলাকত বিক্ৰী কৰেহি।

কস্তুৰী হৰিণৰ ঠেংৰ খুৰা কেইটা গোটা হোৱাৰ বাবে পাহাৰীয়া ঠাইত জন্তুটোৱে অনায়াসে খোজ কাঢ়ি যাব পাৰে। হিমালয় শৈলমালাৰ বুকুত সাধাৰণতে যি যি প্ৰকাৰৰ বিশেষ জাতৰ গছ-গছনি গজে সেইবিলাক গছৰ ভিতৰত সৰল বা পাইন জাতীয় গছকে প্ৰথম স্থান দিব পাৰি। হিমালয়ৰ পৰ্বতীয়া ভূ-ভাগত কেবা জাতৰো পাইন জাতীয় গছ-গছনিয়ে অভূতপূৰ্ব প্ৰাকৃতিক সৌন্দৰ্যৰ সৃষ্টি কৰিছে। সমুদ্ৰৰ পৃষ্ঠৰ পৰা তুলনামূলক

উচ্চতা আৰু মাটিৰ লগত মিহলি হৈ থকা ৰসায়নিক উপকৰণৰ নিয়মীয়া মাত্ৰাৰ বাবে গছ-গছনিবোৰ ডাঠকৈ গজি উঠিছে। পৰ্বতৰ নামনিত বহল বহল পাতৰ গছ বেছিকৈ হয়। সেই কাৰণে হিমালয়ৰ মাজ ভাগত নানা ধৰণৰ আপুৰুগীয়া গছ-গছনি



কস্তুৰী হৰিণ

গজি উঠিছে। এহেজাৰ মিটাৰ মান ওখ ঠাইবোৰত ডাঙৰ গছ-গছনি হোৱা দেখা নাযায়। তেনেবোৰ ঠাইত সৰু-সুৰা গছ-গছনি আৰু তৃণ জাতীয় উদ্ভিদেই

বেছি হোৱা দেখা যায়। তাৰ ওপৰত থকা পৰ্বতৰ শিখৰ আৰু কৰ্দৈ-সিৰীয়া পৰ্বতবোৰ বছৰৰ সৰহখিনি সময় বৰফৰ চামনিৰ তলতে ডুব গৈ থাকে।

হিমালয় পৰ্বতৰ এনে মনোমোহা পৰিবেশত বিভিন্ন জীৱ জন্তুৱে আপোন মনেৰে বিচৰণ কৰে।

সৰল জাতীয় গছ-গছনিয়ে প্ৰাধান্য লাভ কৰা ঠাই অতিক্ৰম কৰি যিবোৰ ঠাই বহল পতীয়া গছ-গছনিৰে ভৰি থাকে তেনেবোৰ ঠাইতেই কস্তুৰী হৰিণ থকা দেখা যায়। ইহঁতক কিন্তু জাক বান্ধি থকা দেখিবলৈ পোৱা নাযায়। সাধাৰণতে ইহঁতে অকলশৰীয়াকৈ হাবিৰ মাজৰ অনুকূল পৰিবেশত চৰি ফুৰে। দিন-দুপৰত গছ গছনিৰ তলৰ সুবিধাজনক ঠাইত চেপেটা মাৰি পৰি থাকি ইহঁতে সময় কটায়। আবেলি সময়ত লাহেকৈ ওলাই আহে আৰু নানা প্ৰকাৰৰ মিহলি আহাৰ বিচাৰি খাবলৈ ধৰে। ঘাঁহ-বন, শেলুৱৈ, কুঁহিপাত আদি উদ্ভিদজাতীয় খাদ্যই কস্তুৰী হৰিণে খায়। বাৰিষা কালতে মাইকী কস্তুৰী হৰিণে এবাৰত এটাকৈ পোৱালি জগায়।



# এন্টেলোপ্ আৰু গেজেল জাতীয় প্রাণী

এন্টিলোপ্ আৰু গেজেলক গৰু, ম'হ, ছাগলী, পহু আদি জন্তুৰ লগত সাঙৰি লৈ ৰভিডি কুলত অন্তৰ্ভুক্ত কৰা হৈছে। গৰু, ম'হ আদি জন্তুৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণৰ লগত গেজেল আৰু এন্টেলোপ্ জাতীয় প্রাণীৰ সাদৃশ্য থাকিলেও বহুতো ক্ষেত্ৰত এই দুবিধ প্রাণীৰ গাত কিছুমান নিজস্ব শাৰীৰিক আৰু চাৰিত্ৰিক গুণ প্রতিফলিত হোৱা দেখা যায়। ইহঁতৰ গাত বিশেষ শাৰীৰিক আৰু চাৰিত্ৰিক গুণৰ বিকাশ হোৱালৈ লক্ষ্য ৰাখি জীৱবিদ্ বিজ্ঞানীসকলে ইহঁতৰ বাবে কেইবাটাও উপ-বিভাগ বা উপ-কুলৰ সৃষ্টি কৰিবলগীয়া হৈছে। উল্লেখযোগ্য যে এন্টেলোপ্ আৰু গেজেল গোষ্ঠীৰ প্রাণীবিলাকৰ সৰহ ভাগকেই আফ্রিকা মহাদেশত পোৱা যায়। সেই মহাদেশত বাস কৰা এই শ্রেণীৰ জন্তু বিলাক জাত অনুযায়ী বিভিন্ন ৰূপৰ হয়।

এই শ্রেণীৰ প্রাণীবিলাকৰ বিশেষত্ব হ'ল এয়ে যে ইহঁতৰ শিং যোৰা পহু জাতীয় প্রাণীৰ শিঙৰ দৰে ডাল মেলা নহৈ এডলীয়া হয়। তাৰোপৰি এই শিংবিলাক পকোৱা-পকি অথবা খাপ-কটা যেন দেখি। কিছুমানৰ শিং কম-বেছি পৰিমাণে পোন হয় আৰু আন কিছুমানৰ শিংযোৰাই ধনুভিৰীয়াকৈ পাছৰ ফালে হাউলি থাকে। কিছুমান প্রাণীৰ এই শিং সন্মুখেদি তলমুৱা হয় আৰু ধনুভিৰীয়াকৈ ওপৰমুৱা হয়। দুই এবিধ প্রাণীৰ শিংযোৰাই ম'হৰ শিঙৰ দৰে দুয়ো ফালে বাঢ়ি গৈ পুনৰ ওপৰ-মুৱা হয়। শিংবোৰ ফোঁপোলা নহৈ গোটা হয়। কিছুমান প্রাণীৰ মতা আৰু মাইকী উভয়ৰে শিং আছে যদিও সৰহভাগৰ ক্ষেত্ৰত কেৱল মতাৰহে শিং থকা দেখা যায়।

এন্টিলোপ্ আৰু গেজেল্ জাতীয় প্রাণীবোৰক সৌন্দৰ্যৰ প্রতিমূৰ্ত্তি বুলি ক'ব পাৰি। এন্টেলোপক যদি সুন্দৰ বোলা হয় তেন্তে গেজেল গোষ্ঠীৰ প্রাণীক অপূৰ্ব সুন্দৰৰ মূৰ্তপ্রতীক বুলিব লাগিব। দুয়োবিধ প্রাণীকে বিভিন্ন আকৃতিৰ জন্তুৰে প্রতিনিধিত্ব কৰিছে। এন্টেলোপ্ জাতীয় প্রাণীৰ শিংবিলাক সাধাৰণতে দীঘলীয়া আৰু ঘূৰণীয়া আকৃতিৰ হয়। জাতি ভেদে শিঙৰ গঠন প্রণালীও বেলেগ দেখা যায়। বেছি ভাগৰ ক্ষেত্ৰত এই শিঙৰ গঠন দীঘল-পহীয়াকৈ পোন বা সামান্যভাৱে ধনুভিৰীয়া হ'লেও জাতিভেদে এই শিঙত সপিলগতি দেখা যায়। বেছি ভাগ মতা আৰু মাইকী এন্টেলোপৰ শিং থাকিলেও কিছুমানৰ কেৱল মতাবোৰৰ হে শিং থকা দেখা যায়। তদুপৰি এই শিংবিলাকত পথালিকৈ কটাৰ দৰে সমান্তৰাল আঙঠি

থাকে। গেজেলৰ মতা আৰু মাইকী উভয়ৰে শিং গজা দেখা যায়। গুৰিৰপৰা আগলৈকে এই শিংবিলাকত আঙঠিৰ নিচিনাকৈ পথালিয়ে পথালিয়ে কটা দাগ থাকে। গেজেলৰ গাৰ নোমৰ বৰণ সাধাৰণতে মুগা চানেকীয়া হয় আৰু তাত অন্য বৰণ থকা দেখা নাযায়। আনহাতে এন্টেলোপৰ গাত বিভিন্ন বৰণৰ বং দেখা যায়। এন্টেলোপৰ চকুৰ তল ভাগত এক প্ৰকাৰৰ মাংসগ্ৰন্থি হয়। গেজেলৰ এনে মাংসগ্ৰন্থি হোৱা দেখা নাযায়। কিন্তু ইহঁতৰ গালৰ দুয়ো কাষে বগা বৰণৰ চেলাউৰিৰ দৰে দাগ থাকে।



# কৃষ্ণসাৰ বা ব্লেক্‌বাক্‌

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ---আৰ্টিওডেক্টিলা
উপবৰ্গ--- ৰোমিনেন্টিয়া
কুল----এণ্টিলোপিনি
প্ৰজাতি---এন্টিলোপ্‌ চাৰ্ভিকেপ্ৰা

কৃষ্ণসাৰ বা ব্লেকবাক্‌ নামৰ বন্যপ্ৰাণী এন্টেলোপ্‌ গোষ্ঠীৰ প্ৰাণীৰ ভিতৰত পৰে। এইবিধ প্ৰাণীৰ বাহিৰেও ভাৰতবৰ্ষত আন কেবাবিধো এন্টেলোপ্‌ জাতৰ প্ৰাণী ভিন্‌ ভিন্‌ প্ৰাকৃতিক পৰিবেশত বাস কৰা দেখিবলৈ পোৱা যায়। এইবিলাক প্ৰাণীৰ ভিতৰত নীলগাই আৰু চাৰিশিঙীয়া এন্টেলোপ বা চাওচিঙা নামৰ দুবিধ প্ৰাণীয়েই বিশেষভাৱে উল্লেখযোগ্য। এই আটাই কেইবিধ প্ৰাণীৰ ভিতৰত কৃষ্ণসাৰ নামৰ প্ৰাণীবিধেই দেখাত আটাইতকৈ ধুনীয়া। আচলতে এন্টেলোপ্‌ গোষ্ঠীৰ প্ৰাণীৰ দেহত প্ৰকাশ পোৱা চাৰিত্ৰিক গুণসমূহ কৃষ্ণসাৰৰ দেহত সম্পূৰ্ণভাৱে পৰিস্ফুট হোৱা দেখা যায়। এই জাতৰ এন্টেলোপৰ দেহৰ লোমবোৰৰ বৰণ মঙহুৱাকৈ মুগা হয়। চকু কেইটাৰ চাৰিওকাষে এচটা বগাবৰণীয়া [illegible] চিন দেখা যায়। মুখৰ তলৰ অংশ আৰু নাকৰ চাৰিওকাষে থকা চুটি চুটি লোমবোৰো বগা হয়। ইহঁতৰ নেজ চুটি আৰু নেজডালৰ ওপৰৰ কালে থকা লোমবোৰো সম্পূৰ্ণ বগা। তলপেট আৰু বুকুৰ তলত থকা লোম লোপাও বগা হয় [illegible] এই বগা লোমবোৰ চেলাপতীয়াকৈ ঠেংৰ ভিতৰৰ ফালে বিয়পি থাকে। বহুতীয়া আৰু মুগা লোমৰ ছালৰ মাজে অলপটোক বৰ উজলি দেখি। মাইকী মুগৰ শিং গজা দেখা নাযায়। আনহাতে মতা কৃষ্ণসাৰৰ মূৰত এহালি শিং থাকে। শিং দুডাল গোল নহৈ পেকটা-পেকটি ভাৱে ওপৰলৈ বাঢ়ি যায়। তদুপৰি প্ৰত্যেক ডাল শিঙত পকোৱা-পকি ভাঁজ জিলিকি থকা দেখা যায়।

কৃষ্ণসাৰক সমাজপ্ৰিয় প্ৰাণী বুলি ক'ব পাৰি। বহুতো সংখ্যক মত মাইকী একো একোটা জাক বা জুম সৃষ্টি হয়। এইদৰে একেলগে বাস কৰি আটাইবোৰে সামাজিক আৰু পাৰিবাৰিক জীৱনৰ প্ৰাণকেন্দ্ৰ প্ৰতিষ্ঠা কৰে। কেতিয়াবা কেতিয়াবা

কেৰাটাও জাকৰ কৃষ্ণসাৰবোৰ একেডোখৰ ঠাইতে লগ লাগি একো একোটা প্ৰকাণ্ড জুমৰ সৃষ্টি হয়। দক্ষিণ আৰু পশ্চিম ভাৰতৰ যিবোৰ মুকলি মূৰীয়া বনভূমিত এইবিধ প্ৰাণীৰ উৎপত্তি বেছি হয়, সেইবোৰ ঠাইত কেতিয়াবা এশৰ ওচৰাওচৰি জন্তু গোট খাই অভূতপূৰ্ব পৰিবেশৰ সৃষ্টি কৰে। কিন্তু এই সমাবেশ দীৰ্ঘস্থায়ী হোৱা দেখা নাযায়। কিছুদিন একেলগে বাস কৰি ঘূৰি ফুৰাৰ পিছত সিহঁতে পুনৰ ভাগ ভাগ হৈ আঁতৰি যাবলৈ আৰম্ভ কৰে। ভাগ হৈ যোৱাৰ পূৰ্বে ইহঁতে নিজৰ নিজৰ জুমৰ মাজত আগতে অন্তৰ্ভুক্ত হৈ থকা মৃগবিলাক কেনেকৈ বাচি বাচি উলিয়াব পাৰে সেই ৰহস্য ভেদ কৰা সহজ নহয়। অৱশ্যে মানুহে নিজৰ পৰিয়াল বা সমাজৰ সদস্য সকলক চিনি উলিয়াব পৰাৰ দৰে ইহঁতেও হয়তো লগৰ কৃষ্ণসাৰবোৰক চিনি উলিওৱাত কোনো সমস্যাৰ সৃষ্টি নহয়।



কৃষ্ণসাৰ

কৃষ্ণসাৰ জাতীয় প্ৰাণীবিলাকৰ সামাজিক আৰু পাৰিবাৰিক জীৱনৰ বিষয়ে কেইটামান জানিবলগীয়া ৰহস্যজনক কথা আছে। যদিও একোটা পৰিয়াল বা জাকৰ মাজত একাধিক মতা কৃষ্ণসাৰ থাকে তথাপি সিহঁতৰ মাজৰ এটা বলবীৰ্য সম্পন্ন

কৃষ্ণসাৰেহে মাইকী কৃষ্ণসাৰবোৰৰ ওপৰত একাধিপত্য বিস্তাৰ কৰে। বাকীবিলাকে ৰণত পৰাজয় বৰণ কৰি নিৰৱ হৈ থাকিবলগীয়া হয়। পাৰিবাৰিক জীৱনৰ পৰা বঞ্চিত হোৱা মতা কৃষ্ণসাৰে কেতিয়াবা সমাজ ত্যাগ কৰি কেৱল মতা প্ৰাণীৰে গঠিত হোৱা একোটা উদাসীন পৰিয়ালত একেলগে থাকিব লগীয়া হয়। বনৰীয়া জন্তু জগতত এনে প্ৰক্ৰিয়া অৱশ্যে বিৰল নহয়। কিন্তু গৰহ সংখ্যক মতা জন্তু একেলগ হৈ এখন বেলেগ সংসাৰ সৃষ্টি কৰি থকাটো সঁচাকৈ কৌতূহল জনক।

দক্ষিণ ভাৰতৰ কিছুমান ঠাইৰ মানুহে কৃষ্ণসাৰ নিধন কৰি তাৰ মাংস ভক্ষণ কৰে। কৃষ্ণসাৰ বধ কৰিবৰ বাবে তেওঁলোকে বন্দুক, ধনুকাঁড় আদি মাৰাত্মক অস্ত্ৰ ব্যৱহাৰ কৰে। কুকুৰ-নেচীয়া বাঘ জাতীয় জন্তুৱে কৃষ্ণসাৰক চিকাৰ কৰি বধ কৰে। মুকলি হাবি বননি আৰু গ্ৰামাঞ্চলত বাস কৰা ভগনীয়া কুকুৰ কিছুমানেও ইহঁতক কেতিয়াবা খেদি খেদি মাৰে আৰু তাহাতৰ মাংসবোৰ টানি আজুৰি খায়। এনেবোৰ কাৰণতেই এইবিধ বিচিত্ৰ প্ৰাণীৰ সংখ্যা লাহে লাহে কমি অহাৰ উপক্ৰম হৈছিল। বৰ্তমান ইহঁতৰ সংৰক্ষণ ব্যৱস্থা কট্‌কটীয়াকৈ প্ৰৱৰ্তন কৰাত পৰিস্থিতি উন্নত হোৱা দেখা গৈছে।

ৰাজস্থানৰ কোনো কোনো ঠাইত "বিচনই" সম্প্ৰদায়ৰ মানুহ বাস কৰে। এওঁলোকে সাধাৰণতে নিগাজীকৈ বাস কৰা গাঁৱৰ ওচৰে পাজৰে থকা হাবি বননি বিলাকত কৃষ্ণসাৰ জাতীয় প্ৰাণী বাস কৰে। বিচনই সম্প্ৰদায়ৰ লোকসকলে কৃষ্ণসাৰবিলাকক মৰম আৰু ভক্তিৰে চায়। তেওঁলোকে এইবিধ প্ৰাণীক কেতিয়াও বধ নকৰে। আনকি বাহিৰৰ পৰা অহা চিকাৰীকো কৃষ্ণসাৰ মাৰিবলৈ নিদিয়ে। এই পৰিস্থিতিৰ সুযোগ লৈ ৰাজস্থানৰ ৰাজ্যিক চৰকাৰে ২৩ খন "বিচনই" সম্প্ৰদায়ৰ লোক থকা গাঁৱক সামৰি এটা নিষিদ্ধ এলেকাৰ সৃষ্টি কৰিছে। উল্লেখযোগ্য যে এইটো এলেকাত যথেষ্ট পৰিমাণৰ কৃষ্ণসাৰে থলুৱা ভাৱে বাস কৰে। সংৰক্ষণ ব্যৱস্থা প্ৰৱৰ্তন কৰা এলেকাটোক "ডলি নিষিদ্ধ এলেকা" নামেৰে ঘোষণা কৰা হৈছে। এইখন মৰুভূমিয়ে গৰকা ৰাজ্যত "মৰুভূমি অভয়াৰণ্য" আৰু "সীতামাতা অভয়াৰণ্য" নামৰ দুখন অভয়াৰণ্য প্ৰতিষ্ঠা কৰা হৈছে। সেই দুখন অভয়াৰণ্যত কিছু সংখ্যক কৃষ্ণসাৰ আছে। কৃষ্ণসাৰ জাতীয় প্ৰাণীৰ সংৰক্ষণৰ বাবে মধ্য প্ৰদেশত "দেউলগাওঁ ব্লেক বাক্ চেঞ্চোৱাৰী" নামৰ এখন অভয়াৰণ্যও স্থাপন কৰা হৈছে। এইখন ৰাজ্যৰ অন্তৰ্গত কান্‌হা ৰাষ্ট্ৰীয় উদ্যান আৰু শিৱপুৰী ৰাষ্ট্ৰীয় উদ্যানত যথেষ্ট সংখ্যক কৃষ্ণসাৰ বাস কৰা দেখা যায়। কৰ্ণাটকৰ "তুঙ্গভদ্ৰা অভয়াৰণ্য" আৰু "মালকূট মন্দিৰ অভয়াৰণ্যত" যথেষ্ট সংখ্যক কৃষ্ণসাৰ আছে। বিহাৰত থকা "বকুল-বন অভয়াৰণ্যতো" কিছু সংখ্যক কৃষ্ণসাৰ বাস কৰা দেখা যায়।

কৃষ্ণসাৰে বছৰৰ যিকোনো সময়তে পোৱালি জগায়।



# চাৰিশিঙীয়া এণ্টেলোপ্ বা চাওচিঙা

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—আৰ্টিওডেক্টিলা
উপবৰ্গ—ৰোমিনেন্টিয়া
কুল—বভিদি
উপকুল—ব'চিলাফিনি
প্ৰজাতি—টেট্ৰেচেৰাচ্ কোৱাড্ৰি-কৰ্ণিচ্

চাৰিশিঙীয়া এণ্টেলোপ্ বা চাওচিঙা নামৰ প্ৰাণী বিশেষকৈ দক্ষিণ ভাৰত, মধ্যপ্ৰদেশ আৰু ৰাজস্থানৰ ফালে বাস কৰা দেখা যায়। চাৰিত্ৰিক গুণাগুণত এইবিধ এণ্টেলোপ আৰু নীলগাইৰ মাজত বহুতখিনি সাদৃশ্য থকা দেখিবলৈ পোৱা যায়। সেই কাৰণে জীৱবিদসকলে এই দুয়োবিধ ভাৰতবৰ্ষীয় এণ্টেলোপ্ শ্ৰেণীৰ প্ৰাণীক একেলগে সামৰি লৈ ব'চিলাফিনি নামৰ এটা উপকুল বা উপ-পৰিয়ালত অন্তৰ্ভুক্ত কৰিছে। মধ্যপ্ৰদেশৰ কান্‌হা নেচনেল পাৰ্ক, বান্ধৱগড় নেচনেল পাৰ্ক, শিৱপুৰী নেচনেল পাৰ্ক আৰু কুনুত্ৰী ৱাইল্ড লাইফ চেংচুৱাৰী নামৰ ৰাষ্ট্ৰীয় উদ্যান আৰু অভয়াৰণ্য কেইখনত এইবিধ বিচিত্ৰ প্ৰাণীয়ে নিৰাপদে বাস কৰিবৰ বাবে উপযুক্ত পৰিবেশ বাচি লৈছে। ৰাজস্থানৰ সাৰিস্কা অভয়াৰণ্যত কিছু সংখ্যক চাৰি-শিঙীয়া এণ্টেলোপ্ বা চাওচিঙা বাস কৰা দেখা যায়। গুজৰাটৰ গীৰ ৰাষ্ট্ৰীয় উদ্যানৰ ভিতৰতো এইবিধ এণ্টেলোপৰ কিছুমান জন্তু বাস কৰে। কৰ্ণাটকত বান্দিপুৰ নামেৰে জনাজাত যিখন ৰাষ্ট্ৰীয় উদ্যান আছে সেই উদ্যান খনতো কিছুমান চাওচিঙা আছে। ইয়াৰ বাহিৰেও কৰ্ণাটকৰ "মালাবাথি উপত্যকা অভয়াৰণ্যত" চাওচিঙা জাতীয় এণ্টেলোপ থকা দেখিবলৈ পোৱা যায়। অন্ধ্ৰ প্ৰদেশৰ "পাপীকন্দা অভয়াৰণ্যত" চাওচিঙা থকা দেখা যায়। উল্লেখযোগ্য যে পূব ভাৰতৰ কোনো এখন ৰাজ্যতো এইবিধ প্ৰাণীক বনৰীয়া অৱস্থাত দেখিবলৈ পোৱা নাযায়।

চাৰিশিঙীয়া এণ্টেলোপ্ নামটোৰ পৰাই সহজে অনুমান কৰিব পাৰি যে ইহঁতৰ এযোৰাৰ ঠাইত দুযোৰাকৈ শিঙৰ উৎপত্তি হয়। সন্মুখৰ ফালে হোৱা প্ৰথম যোৰা শিং আকাৰত তেনেই সৰু হয়। সেই কাৰণে আঁতৰৰ পৰা জন্তুটোক নিৰীক্ষণ কৰিব খোজোঁতা হ'লে এই সৰু আকাৰৰ শিং যোৰা ভালকৈ ধৰিব নোৱাৰি। মূৰৰ ললাট ওপৰৰ ফালে কাণ দুখনৰ ঠিক তল ভাগতে যি যোৰা শিং হয় সেই যোৰা শিংকো

আকাৰত দীঘল আৰু ডাঙৰ বুলি ক'ব নোৱাৰি। পাছৰ কালে অৱস্থিত এই শিং যোৰাৰ দীৰ্ঘতা ১০ চেন্টিমিটাৰতকৈ বেছি হোৱা দেখা নাযায়। আগৰ কালে থকা সৰু শিং যোৰা ইমান নগণ্য যে প্ৰায় এক দুই চেন্টিমিটাৰ মানহে মূৰৰ বাহিৰলৈ ওলাই থকা দেখা যায়। চাওচিঙা নামৰ এন্টেলোপৰ আন এটা বৈশিষ্ট্য হ'ল ইহঁতৰ



শিঙৰ উপৰিভাগ পাৰ কটা বা আঙঠি পছীয়া নহৈ সমান বা নিহি ধৰণৰ হয়। নীলগাইৰ শিঙৰ ক্ষেত্ৰতো এনে সাদৃশ্য দেখা যায়। অন্যান্য জাতীয় এন্টেলোপৰ ক্ষেত্ৰত কিন্তু শিঙৰ উপৰিভাগ পথালি পথালিকৈ খাঁজ কটা থাকে। এই গুণৰ ব্যতিক্ৰমে নীলগাই আৰু চাৰিশিঙীয়া এন্টেলোপ্ নামৰ প্ৰাণী দুবিধক পৃথক ভাৱে পৰিচয় কৰিবলৈ বোত্ৰ যোগাইছে। চাওচিঙাৰ আন এটা শাৰীৰিক বৈশিষ্ট্য হ'ল এওঁ

যে ইয়াৰ পাছ ঠেং দুখনৰ খুৰাৰ ওপৰত এযোৰা এযোৰা মাংসগ্ৰন্থিৰ উৎপত্তি হয়। এনে ধৰণৰ মাংসগ্ৰন্থিৰ বিকাশ সাধন হোৱা অন্য কোনো সমগোষ্ঠীৰ প্ৰাণীৰ ক্ষেত্ৰত দেখিবলৈ পোৱা নাযায়। মাইকী চাওচিঙ্গাৰ কোনো শিং নাথাকে।

চাৰিশিঙীয়া এন্টেলোপ্ খিলাকে সাধাৰণতে সৰুসুৰা পাহাৰ আৰু টিলা আদিৰে পৰিপূৰ্ণ মুকলি বিধৰ হাবিৰ মাজত সোমাই থাকিবলৈ ভাল পায়। এনে বাতাবৰণত যিবিলাক ঘাঁহ-বন জাতীয় উদ্ভিদৰ উৎপত্তি হয় আৰু য'ত চুটি চাপৰ গছ আৰু লতা আদিয়ে প্ৰাধান্য লাভ কৰে তেনেবোৰ ঠাইতে এইবিধ প্ৰাণীয়ে মুকলি মনেৰে চৰি ফুৰে। আমাৰ এই ফালৰ ঠাইবোৰত বাস কৰা সুগৰী পহুৰ দৰে এইবিধ প্ৰাণীয়েও এক প্ৰকাৰৰ সুহুৰিৰ নিচিনা শব্দ উচ্চাৰণ কৰি লগৰী বিলাকক ওচৰলৈ মাতি আনিবলৈ চেষ্টা কৰে। এই জাতীয় এন্টেলোপে সাধাৰণতে গাই-গুটীয়া ভাৱে আৰু কেতিয়াবা কেইবাটাও জন্তু ওচৰাওচৰিকৈ থাকি আপোন মনেৰে চৰি ফুৰিবলৈ ভাল পায়। বাৰিষাৰ সময়খিনি আহি পালে মতা আৰু মাইকী এন্টেলোপ্ বিলাকৰ মাজত গভীৰ সম্পৰ্ক গঢ়ি উঠে। এইবিধ প্ৰাণীয়ে সাধাৰণতে এবাৰত এটাকৈ আৰু কেতিয়াবা অকস্মাতে দুটাকৈ পোৱালি জগায়।



# নীলগাই

শ্রেণী----স্তন্যপায়ী

বর্গ----আৰ্টিওডেক্টিলা

উপবর্গ----ৰোমিনেন্টিয়া

কুল----বভিডি

উপকুল----ব'চিলেফিনি

প্রজাতি----ব'চিলাফচ্ ট্রেগোকেমেলচ্

ভাৰতবর্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তর্গত যি কেইবিধ এন্টেলোপ্ গোষ্ঠীৰ প্ৰাণী বাস কৰে সেই আটাই কেইবিধৰ ভিতৰত নীলগাই নামেৰে জনাজাত প্ৰাণী-বিধেই আকাৰত আটাইতকৈ ডাঙৰ হয়। এইবিধ বিচিত্ৰ প্ৰাণীৰ সচৰাচৰ বসতি স্থান হিমালয় পৰ্বতমালাৰ নামনি ভাগৰ পৰা আৰম্ভ কৰি দক্ষিণাত্যৰ ৰাজ্যসমূহলৈ বিয়পি আছে। এন্টেলোপ্ গোষ্ঠীৰ প্ৰাণী হ'লেও হিন্দু সকলে এই প্ৰাণীক গৰু সদৃশ পৱিত্ৰ জ্ঞান কৰি কেতিয়াও বধ নকৰে। সেই বাবে ভাৰতবর্ষত এইবিধ প্ৰাণীৰ ৰক্ষণাবেক্ষণ অতি পুৰণি কালৰে পৰা স্বতঃসিদ্ধ ভাৱে প্ৰৱৰ্তিত হৈ আহিছে। পশ্চিম বঙ্গৰ পৰা আৰম্ভ কৰি পূর্বাঞ্চলৰ ৰাজ্য সমূহত এইবিধ প্ৰাণীক সাধাৰণতে বনৰীয়া অৱস্থাত দেখিবলৈ পোৱা নাযায়। বিহাৰৰ হাজাৰিবাগ অভয়াৰণ্য, কাইমুৰ অভয়াৰণ্য আদি আচুতীয়াকৈ সুৰক্ষিত কৰি ৰখা বন্যপ্ৰাণীৰ পৱিত্ৰ বনভূমি বিলাকত এইবিধ প্ৰাণীক বাস কৰা দেখিবলৈ পোৱা যায়। উৰিষ্যাৰ চাট্কছিয়া গৰ্জ অভয়াৰণ্যতো কিছু সংখ্যক নীলগাই গোষ্ঠীৰ প্ৰাণী বাস কৰে। উত্তৰ প্ৰদেশৰ কৰবেট্ ৰাষ্ট্ৰীয়-উদ্যান, দুধ্ৱা ৰাষ্ট্ৰীয় উদ্যান, ৰাজাজী অভয়াৰণ্য, মতিচুৰ অভয়াৰণ্য, কিচান পুৰ অভয়াৰণ্য, চন্দ্ৰপ্ৰভা অভয়াৰণ্য, বীৰ নাগবাগ অভয়াৰণ্য, বীৰ ভোনাৰ হেৰী অভয়াৰণ্য আৰু বহুতো ৰাষ্ট্ৰীয় উদ্যান আৰু অভয়াৰণ্যত এইবিধ প্ৰাণীক স্বাধীন-চিতীয়া ভাৱে বিচৰণ কৰি ফুৰা দেখিবলৈ পোৱা যায়। মধ্যপ্ৰদেশৰ কান্হা ৰাষ্ট্ৰীয় উদ্যান আৰু শিৱপুৰী ৰাষ্ট্ৰীয় উদ্যানকে কেন্দ্ৰ কৰি অন্যান্য বহুতো বনভূমিত এইবিধ বন্যপ্ৰাণীক বাস কৰা দেখিবলৈ পোৱা যায়। মহাৰাষ্ট্ৰ, ৰাজস্থান, কেৰেলা, কৰ্ণাটক আদি ৰাজ্যসমূহৰ অনুকূল পৰিবেশত নীলগাই বাস কৰা দেখা যায়। গুজৰাটৰ অন্তৰ্গত ভাৰতীয় সিংহ সংৰক্ষণৰ বাবে গীৰ ৰাষ্ট্ৰীয় উদ্যান নামৰ বিখ্যাত বনভূমি আচুতীয়াকৈ ৰখা হৈছে তাতো নীলগাই বাস কৰে।

নীলগাই দেখাত গৰু জাতীয় প্ৰাণীৰ দৰে হ'লেও ইয়াৰ মূৰ আৰু মুখমণ্ডল ঘোঁৰা জাতীয় প্ৰাণীৰ মুখৰ লগত হে মিল হৈ থকা দেখা যায়। মতা নীলগাইৰ মূৰত চুটি শিংবোৰ এডলীয়া হোৱা দেখা যায়। মাইকী নীলগাইৰ শিং থকা দেখা নাযায়। মতাবোৰৰ গালৰ দুয়োকাষে এচটা এচটা দীঘল চানেকীয়া বগা দাগ থাকে আৰু ইহঁতৰ গল-ধনতো আগুঠিৰ নিচিনা বগা দাগ দেখা যায়। তদুপৰি ইহঁতৰ নেজৰ ভিতৰ ফাল, ওঠৰ চাৰিও কাষ আৰু থুতৰিত গজা নোমবোৰো বগা হোৱা দেখা যায়। মতা আৰু মাইকী উভয়ৰ ডিঙিত আৰু গলধনৰ উপৰি



নীলগাই

ভাগত ঘোঁৰাৰ নিচিনাকৈ চেলাপতীয়া নোম থাকে। মতাবোৰৰ ডিঙিত একোচা ক'লা বৰণীয়া নোম হয়। মতা নীলগাইৰ শিঙৰ গুৰি ভাগ ত্ৰিকোণীয়া হয়। জন্তু বিশেষৰ বয়স আৰু আকাৰ অনুযায়ী শিং যোৰা ১৫ চেন্টিমিটাৰ মানৰ পৰা ২০ চেন্টিমিটাৰলৈ দীঘল হয়। মতা নীলগাইৰ কাণৰ ভিতৰৰ ফালে গজা নোম-খিনিও বগা হয়। শিং যোৰাৰ উপৰি ভাগ মিহি আৰু সমান হয়। ইয়াত অপালি পখালিকৈ কটা কোনো দাগ নাথাকে। শিং যোৰা পাছফালে ধনুভিৰীয়া হৈ থাকে।

নীলগাই জাতীয় প্ৰাণীবিলাকে সাধাৰণতে ডাঠ হাবিৰ মাজত থাকিবলৈ ভাল নাপায়। সেয়েহে হাবিবিলাকত থাকিবলৈ উপযুক্ত ঠাই বাচি লয়। সৰুসুৰা টিলাৰে ভৰি থকা পাহাৰী ঠাই আৰু সমভূমিৰ জোপোহা হাবি থকা পাতলীয়া বনভূমিয়ে ইহঁতৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰে। ৰাতিপুৱা বেলি ওলাই অহাৰ সময়ত ইহঁতে জিৰণি লোৱা ঠাইৰ পৰা লাহেকৈ ওলাই আহে আৰু মুকলি মুৰীয়াকৈ হাবি বননিত চৰি ফুৰে। ৰ'দ ৰৰষুণক আওকাণ কৰি ইহঁতে আপোন মনেৰে ইফালে সিফালে ঘূৰি ফুৰে। ঘাঁহ জাতীয় উদ্ভিদ আৰু পাত, লতা আদি খাই জীৱন নিৰ্বাহ কৰে। ভালেখিনি নিশালৈকে ইহঁতে চৰণীয়া ঠাইবোৰত নিশ্চিন্ত মনেৰে চৰি ফুৰে। হাবিত উৎপন্ন হোৱা বগৰী জাতীয় গছৰ ফলবোৰ ইহঁতে ছিঙি ছিঙি খায়। আনকি মাটিত সৰি পৰা বগৰীবোৰো ইহঁতে বুটলি খায়। ইহঁতে একে লেঠাৰিয়ে বহুত দিন পানী নোখোৱাকৈ থাকিব পাৰে।

শত্ৰু জাতীয় প্ৰাণীয়ে আক্ৰমণ কৰিবলৈ অহাৰ আগন্তুক দেখিলে নীলগাই বিলাকে ছিটিকি পলাই সাৰিবলৈ যত্ন কৰে। দৌৰি পলাই যোৱা সময়ত ইহঁতে এক প্ৰকাৰৰ শব্দ উচ্চাৰণ কৰে। ইহঁতে দ্ৰুত গতিত দৌৰিব পাৰে। মল ত্যাগ কৰিব লগীয়া হ'লে গঁড় জাতীয় প্ৰাণীৰ দৰে নীলগাই বিলাকেও প্ৰতিদিনে একে ডোখৰ ঠাইলৈকে যায়। এইদৰে একে ঠাইতে বহুতদিন ধৰি মলত্যাগ কৰাৰ ফলত কোনো কোনো ঠাইত এডোটা দমৰ সৃষ্টি হোৱা দেখা যায়।

নীলগাইক সমাজপ্ৰিয় প্ৰাণী বুলি ক'ব পাৰি। কাৰণ ইহঁতে গাইগুটীয়া ভাৱে চৰি নুফুৰি জাককৰা হৈ চৰণীয়া ঠাইত একান্ত মনেৰে চৰি ফুৰে। মতা, মাইকী আৰু বিভিন্ন বয়সৰ পোৱালিবোৰৰ লগ লাগি এজোটা জাক বা জুমৰ সৃষ্টি হয়।

বছৰৰ যেই কোনো সময়তে নীলগায়ে এবাৰত এটাকৈ পোৱালি জগায়।



# চিন্‌কাৰা বা ভাৰতীয় গেজেল

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----আৰ্‌টিওডেক্টিলা
উপবৰ্গ----ৰোমিনেন্টিয়া
কুল----বভিডি
পজাতি----গেজেলা বেনেটি

ভাৰতবৰ্ষত গেজেল শ্ৰেণীৰ মাত্ৰ এবিধ প্ৰাণীহে থকা দেখিবলৈ পোৱা যায়। ইয়াক চিন্‌কাৰা বা ভাৰতীয় গেজেল বোলা হয়। ইয়াৰ সচৰাচৰ বসতিস্থান পশ্চিম ভাৰত আৰু মধ্যভাৰতৰ বিভিন্ন ঠাইত থকা দেখা যায়। দক্ষিণ ভাৰতৰ ফালে চিন্‌কাৰাৰ বসতি স্থান থকা দেখা নাযায়। অৱশ্যে কৰ্ণাটকৰ কোনো কোনো ঠাইত এইবিধ প্ৰাণীয়ে বাস কৰি আছে। পূব আৰু উত্তৰ-পূব ভাৰতৰ ক'তো বনৰীয়া চিন্‌কাৰা দেখা নাযায়। সেইবাবে অসমৰ মানুহে এইবিধ প্ৰাণীৰ ছাঁটোকো বনৰীয়া অৱস্থাত দেখিবলৈ নাপায়।

মধ্য প্ৰদেশৰ বান্ধৱগড় আৰু শিৱপুৰী নামৰ ৰাষ্ট্ৰীয় উদ্যান দুখনত চিন্‌কাৰা নামৰ গেজেল বাস কৰা দেখা যায়। ইয়াৰ উপৰিও নৰী অভয়াৰণ্য, নৰদেহী অভয়াৰণ্য, গান্ধিপুৰ অভয়াৰণ্য আদি যিবিলাক পবিত্ৰ ভূমি বন্যপ্ৰাণী সংৰক্ষণৰ বাবে উছৰ্গা কৰি ৰখা হৈছে সেইবিলাক ঠাইতো এইবিধ প্ৰাণীক নিবিলে বাস কৰা দেখিবলৈ পোৱা যায়। গুজৰাটৰ গীৰ ৰাষ্ট্ৰীয় উদ্যানত অন্যান্য জাতীয় তৃণভোজী বন্যপ্ৰাণীৰ সহযোগত চিন্‌কাৰাই নিগাজীকৈ বাস কৰিবলৈ পৰিবেশ সৃষ্টি কৰি লৈছে। ৰাজস্থানৰ মৰুভূমিয়ে গৰকা মুকলি-মূৰীয়া মৰুদ্যানবিলাকতো সেৰেঙাকৈ এইবিধ প্ৰাণীক বাস কৰা দেখা যায়। তদুপৰি ৰাজস্থানৰ চাৰিস্কা ব্যাঘ্ৰ যোজনা এলেকা, জয়চামাণ্ড অভয়াৰণ্য, জৱাহৰ সাগৰ অভয়াৰণ্য, ডলি নিষেধ এলেকা, সীতা-মাতা অভয়াৰণ্য আৰু মৰুভূমি অভয়াৰণ্য আদিয়ে সামৰি ৰখা বিভিন্ন অঞ্চলত এইবিধ বন্যপ্ৰাণীক নিবিলে বাস কৰা দেখিবলৈ পোৱা যায়। মহৰাষ্ট্ৰৰ পাঞ্চ ৰাষ্ট্ৰীয় উদ্যান, ইয়াবাল অভয়াৰণ্য আৰু কিন্‌ৱাট অভয়াৰণ্যতো চিন্‌কাৰা নামৰ গেজেল থকা দেখা যায়।

চিন্‌কাৰাৰ শাৰীৰিক গঠন প্ৰণালী সম্পৰ্কে ক'বলৈ গ'লে এইবিধ প্ৰাণীৰ গাটো

অন্যান্য ভাৰতীয় হৰিণ আৰু এন্টেলোপৰ তুলনাত একেবাৰে পাতল হয়। দেহৰ ওপৰৰ নোমৰ বৰণ ৰঙচুৱাকৈ মুগা হয়। পাৰ্শ্ব ভাগত গজা নোমবোৰ অলপ বেছি ৰঙা হয়। পাছ-ঠেঙৰ তপিনাৰ নোমবোৰো ৰঙচুৱা হোৱা দেখা যায়। মুখ মণ্ডলৰ দুয়োকাষে বগা বৰণৰ দাগ থকা দেখা যায়। উল্লেখযোগ্য যে আফ্ৰিকা মহাদেশত



চিন্‌কাৰা

বাস কৰা অন্যান্য জাতৰ গেজেলৰ মুখৰ আগভাগতো এনে ধৰণৰ বগা দাগ হয়। নাকৰ বিন্ধা দুটাৰ ওপৰৰ ফালে এডোখৰ ধোঁৱা বৰণীয়া দাগ থাকে। সন্মুখৰ ফালৰ পৰা জন্তুটোক পোনপটীয়াকৈ নিৰীক্ষণ কৰিলে তাৰ শিং দুটাত কোনো প্ৰকাৰৰ ভাঁজ নাই যেন অনুমান হয়।

কামৰপৰা কেচীয়াকৈ লক্ষ্য কৰিলেহে ধৰিব পাৰি যে জন্তুটোৰ শিং দুটা বাঁহ গছৰ পাৰ এটাৰ দৰে চিধাচিধি পোন নহয়। ইংৰাজী ভাষাৰ এচ্ (S) আখৰ টোৰ দৰে চিন্কাৰা জাতীয় মৃগৰ শিং বোৰাও হাকোটাৰ দৰে দেখা যায়। চিন্কাৰাৰ প্ৰত্যেক ভাল শিঙৰ গুৰি ভাগত আঙঠিৰ চিনচিনা কিছুমান খাঁজ কটা দাগ থাকে। মাইকী চিন্কাৰাৰ মূৰত সাধাৰণতে শিং দেখা নাযায়। তাৰে ভিতৰত দুই চাৰিজনী মাইকী চিন্কাৰাৰ সামান্য আকাৰৰ শিং গজা দেখা যায়।

মুকলি মূৰীয়া হাবি বননি থকা ঠাইকেই চিন্কাৰা জাতীয় প্ৰাণীৰ সচৰাচৰ বাসস্থান বুলি ক'ব পাৰি। গভীৰ অৰণ্যত ইহঁতে থাকিবলৈ ভাল নাপায়। মৰুভূমিয়ে গৰকা বালি-অঁহীয়া ঠাইত ভাঠ হাবি নহয়। ৰাজ-পুতনা মৰুভূমিৰ আশে পাশে থকা পাত-লীয়া হাবি-বননি কিছুমানত এইবিধ প্ৰাণী দেখা যায়। তাত তৰুৱা-কদম জাতীয় এবিধ ছিৰিলি-পতীয়া গছৰ উৎপত্তি হয়। সিজু, নাগফণা, শণ, আকঁণ আদি কোমল জাতীয় উদ্ভিদ এইবোৰ ঠাইত হোৱা দেখা যায়। গ্ৰেইট ইণ্ডিয়ান বাষ্টাৰ্ড বা গোদাবৰ নামৰ এবিধ উদুৰ'বা (ক্লোৰিকাণ) জাতীয় ডাঙৰ পক্ষী এইবোৰ ঠাইত নিগাজীকৈ থাকে। এনেবোৰ ঠাইতে চিন্কাৰাকো আলেঙে আলেঙে চৰি ফুৰা দেখা যায়। দক্ষিণৰফালে কৃষ্ণা আৰু কাভেৰী নদীৰ পাৰ পৰ্যন্ত এইবিধ প্ৰাণীয়ে বসতি বিস্তাৰ কৰি আছে। উত্তৰ ভাৰতৰ কোনো কোনো বনাঞ্চলত এইবিধ প্ৰাণীৰ বসতি বৰ পাতলীয়া দেখা যায়।

সমুদ্ৰৰ উপৰি ভাগৰ তুলনাত বিৰোৰ পৰ্বতীয়া ঠাইৰ উচ্চতা বেছি নহয় আৰু য'ত গভীৰ অৰণ্যৰ কাৰণে জোন-বেলিৰ পোহৰ ভালদৰে নপৰে তেনেকুৱা ঠায়ে চিন্কাৰাৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰে। উত্তৰ ভাৰতৰ ফালে এনেকুৱা ঠাই আছে। গাওঁ-ভূইৰ আশ-পাশৰ মৰু-মুৰা হাবি-বননিত থকা চিনকাৰা জাতীয় প্ৰাণীয়ে মানুহৰ উপস্থিতিক আওকাণ কৰি খেতি-পথাৰত সোমাই শস্যৰ ক্ষতি সাধন কৰে।

চিন্কাৰাৰ সমাজ ব্যৱস্থা আৰু সাংসাৰিক জীৱনৰ বিষয়ে জানিব লগীয়া কথা-খিনিৰ এতিয়া অলপ আলোচনা কৰা যাওক। কৃষ্ণসাৰৰ ( Black-buck ) দৰে ইহঁতে জাক পাতি বাস নকৰে। দিনৰ ভাগত ইহঁতে অকলশৰীয়াকৈ নাইবা কেইটা-মান জন্তুৱে জোপোহা থা মজলীয়া আকাৰৰ ছিৰিলি--পতীয়া গছৰ তলত শুই বহি কটায়। আবেলি পৰত আশ্ৰয় লোৱা ঠাইৰ পৰা লাহেকৈ ওলাই আহি ঘাঁহ বন বিচাৰি ঘনাই বনাই ঘূৰি ফুৰে। ৰাতিপুৱাৰ শীতল পৰিবেশতো ইহঁতে এনেদৰেই ঘূৰি ফুৰে। ইহঁতক চেঙা আৰু ভয়াতুৰ প্ৰকৃতিৰ প্ৰাণী বুলি ক'ব লাগিব। শত্ৰু-জাতীয় প্ৰাণী বা মানুহৰ উমান পালেই ইহঁতে উচাপ্ খাই চাৰিও ফালে ছিটিকি পলাবলৈ আৰম্ভ কৰে। কিছুদূৰ দৌৰি পলাই বোৰাৰ পিছত চিন্কাৰা জাতীয় প্ৰাণীয়ে এঠাইত থমক লাগি বৈ উভটি চায়গৈ। ভয় খোৱাৰ আচল কাৰণটো উপলব্ধি কৰিয়েই ইহঁতে সেই সময়ত এনেকৈ ৰয়গৈ। এইবিধ প্ৰাণীৰ শ্ৰৱণ-শক্তি অতিশয় প্ৰবল হোৱা দেখা যায়। কাৰণ শত্ৰু পক্ষৰ পৰা বি শব্দই কাণত নপৰক

লগে লগে জন্তুবোৰে চাৰিও ফালে ছিটিকি পলাবলৈ আৰম্ভ কৰে। এইবিধ প্ৰাণীৰ দৃষ্টি শক্তিও তদনুযায়ী তীক্ষ হোৱা যেন অনুমান হয়। দূৰৈৰ শত্ৰুজাতীয় প্ৰাণী দৃষ্টি-গোচৰ হোৱাৰ লগে লগে ইহঁতে পলাই পত্ৰং দি নিৰাপদ ঠাইত আশ্ৰয় লয়গৈ। ঘোঁৰ-ভাপৰ উমান লৈ ইহঁতে শত্ৰু ওচৰ চাপি অহা নহাৰ কথাটো সহজে নিৰ্ণয় কৰিব প্যাৰে। এইবিধ প্ৰাণীৰ শ্ৰৱণ আৰু দৃষ্টি শক্তিৰ দৰে ঘ্ৰাণ শক্তিও উগ্ৰ বুলি অনুমান হয়।

চিন্‌কাৰা বিলাকে ঘাঁহবন, গছৰ কুমলীয়া পাত আৰু ফল-মূল আদি খাই জীৱন ধাৰণ কৰে। পানী নোখোৱাকৈয়ে ইহঁতে একে লেঠাৰিয়ে বহুত দিন থাকিব পাৰে। মৰুভূমি অঞ্চলৰ বালিত বা ঘাঁহবনৰ ওপৰত কুঁৰলি পৰি পৰি গোট খোৱা নিয়ৰৰ টোপালবোৰ চিন্‌কাৰাবিলাকে জিভাৰে চেলেকি চেলেকি খাব লগীয়া হয়। কৃষ্ণ-সাৰৰ দৰে মাইকী মৃগৰ সঙ্গসুখ কামনা কৰি মতা চিন্‌কাৰাৰ মাজত কোনো অবিৰা-অৰি ভাৱৰ সৃষ্টি হোৱা দেখা নাযায়। এইবোৰ কাৰণতে চিন্‌কাৰা বিলাকক সবল, শান্ত আৰু নিৰ্জু প্ৰকৃতিৰ প্ৰাণী বুলি ক'ব পাৰি।

মাইকী চিন্‌কাৰাই এবাৰত সাধাৰণতে এটাকৈ পোৱালি জগায়। কেতিয়াবা অৱশ্যে একে বাৰতে একাধিক পোৱালিও জন্ম দিয়া দেখা যায়।



# ছাগলী-এণ্টেলোপ্ ফৈদৰ প্ৰাণী-সমূহ

ঠেংৰ আগ ভাগত যটা আকৃতিৰ খুৰা থকা স্তন্যপায়ী জন্তুবিলাকৰ ভিতৰত গৰু, ম'হ, ছাগলী, ভেড়া, পহু, এন্টেলোপ্ আৰু গেজেল জাতীয় প্ৰাণীবিলাকক অন্তৰ্ভুক্ত কৰা হয়। এই তৃণ-পল্লৱ-ভোজী প্ৰাণীবিলাকে খাদ্য সামগ্ৰী পাগুলি পাগুলি খাই হজম কৰে। সেই কাৰণে ইহঁতক ৰোমিনেণ্ট বা ঘাঁহ পাগুলি খোৱা জন্তু বোলা হয়। এইবিলাক প্ৰাণীৰ আন এটা শাৰীৰিক বৈশিষ্ট্য হ'ল ইহঁতৰ ঠেংত নখৰ গলনি খুৰাৰ উৎপত্তি হয়। সেই কাৰণে ইহঁতক 'আংগোলেট' বা খুৰাবিশিষ্ট প্ৰাণী বুলি কোৱা হয়। এই আটাইবোৰ প্ৰাণীৰ শাৰীৰিক আৰু চাৰিত্ৰিক লক্ষণ জাত অনুযায়ী ইতিপূৰ্বে যথাস্থানত বৰ্ণনা কৰা হৈছে। ছাগলী আৰু এন্টেলোপ্ নামৰ যি দুবিধ প্ৰাণী আছে সিহঁতৰ গাতো কিছুমান শাৰীৰিক বৈশিষ্ট্য দেখা যায়। কিছুমান বন্যপ্ৰাণীৰ দেহত আংশিক ভাৱে ছাগলী আৰু আংশিক ভাৱে এন্টেলোপ্ জাতীয় প্ৰাণীৰ গুণাগুণ দেখা যায়। জীৱবিদ্ সকলে এনে ধৰণৰ প্ৰাণীক ছাগলী--এন্টেলোপ ফৈদৰ প্ৰাণী বুলি ক'ব খোজে।

ভাৰতবৰ্ষৰ অন্তৰ্গত তিনি জাতৰ ছাগলী--এন্টেলোপ্ বাস কৰা দেখিবলৈ পোৱা যায়। সিহঁতক ক্ৰমে ছেৰাও, গড়াল আৰু টাকিন বুলি কোৱা হয়। অসমৰ মানুহে প্ৰথমতে উল্লেখ কৰা দুবিধ প্ৰাণীক 'দেও ছাগলী' বুলি কয়। তৃতীয়বিধ প্ৰাণীৰ ক্ষেত্ৰত অসমীয়া ভাষাত কোনো নাম ব্যৱহাৰ হোৱা নাই।

টাকিন জাতীয় প্ৰাণীও হিমালয় শৈলমালাত [illegible] বাবে অসমীয়া ভাষাত এইবিধ প্ৰাণীৰ নাম পৃথককৈ কোনো আঞ্চলিক [illegible] নাই।

পৃথিৱীৰ অন্যান্য ঠাইত ছাগলী--এন্টেলোপ্ [illegible] কেইবাবিধো প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়। তাৰ ভিতৰত ইউৰোপ মহাদেশত বাস কৰা চামই নামৰ এবিধ বিচিত্ৰ প্ৰাণীৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি। এচিয়া মহাদেশৰ উত্তৰৰ ফালে থকা পাৰ্বত্য অঞ্চলত আৰু উত্তৰ আমেৰিকাত চামুইচ নামৰ প্ৰাণীবিধক বাস কৰা দেখা যায়। উত্তৰ আমেৰিকাৰ পাৰ্বত্য অঞ্চলত বাস কৰা ৰকি মাউন্টেন গ'ট নামৰ আন এবিধ বিশেষ জন্তুক ছাগলী--এন্টেলোপ্ জাতীয় প্ৰাণীবিলাকৰ শ্ৰেণীৰ বুলি ধৰিব পাৰি। কথা প্ৰসংগত ক'ব পাৰি যে ৰকি মাউন্টেন গ'ট বা শিলাময় পৰ্বতবাসী

ছাগলীৰ পাৰ গোটেই নোমবোৰ বগা হয়। গ্ৰীণলেণ্ডত মাস্ক্‌--অক্স্‌ নামৰ আন এবিধ ছাগলী--এন্টেলোপ্‌ জাতিৰ প্ৰাণী বাস কৰে।

ছাগলী এন্টেলোপ শ্ৰেণীৰ প্ৰাণীবোৰৰ শাৰীৰিক বৈশিষ্ট্য হ'ল মতা মাইকী নিৰ্বি-শেষে এইবিলাক প্ৰাণীৰ মূৰত এযোৰা এযোৰাকৈ শিং হয়। পৃথিবীৰ অন্য ছাগলী বা এন্টেলোপ্‌ জাতীয় প্ৰাণীৰ ক্ষেত্ৰত এই বৈশিষ্ট্য দেখা নাযায়। গুৰি ভাগত আঙঠিৰ নিচিনা কিছুমান দাগ থকাৰ বাহিৰে এই শিংবোৰত অন্য কোনো দাগ বা চিন নাথাকে। ইহঁতৰ ওলাই অহা শিং যোৰা ওপৰ--মূৰা হৈ পিছৰ ফালে ধনুভিৰীয়াকৈ ভাঁজ খাই থাকে। চাৰুইচৰ শিং আগৰ ফালে ভাঁজ খাই হাকোটাৰ দৰে দেখা যায়। ওপৰে ওপৰে লক্ষ্য কৰিলে এই আটাইবিলাক বিচিত্ৰ প্ৰাণীক ছাগলী গোষ্ঠীৰ প্ৰাণী যেন লাগে। ইহঁতৰ দাঁতবোৰৰ গঠন জাতীত কিন্তু স্বকীয় বৈশিষ্ট্য দেখা যায়। ইহঁতৰ নেজবোৰ ছাগলী জাতীয় প্ৰাণীৰ নেজৰ দৰে চুটি হয়। আটাইবিলাক প্ৰাণীয়েই পৰ্বতৰ ওপৰৰ শিলাময় পৰিবেশত থাকিবলৈ ভাল পায়। চাৰুইচৰ মূৰৰ ওপৰ ভাগত একোটাকৈ ৰসযুক্ত মাংসগ্ৰন্থি থকা দেখা যায় আৰু পাল খোৱাৰ সময়ত এই মাংসগ্ৰন্থি ওখহি ডাঙৰ হয়। ছেৰাও আৰু গড়াল জাতীয় প্ৰাণীৰ ক্ষেত্ৰত এনে বিশেষত্ব দেখা নাযায়। মূৰৰ মাংসগ্ৰন্থিৰ পৰিবৰ্তে সিহঁতৰ ঠেঙত এক প্ৰকাৰৰ ৰসাল মোনাৰ উৎপত্তি হয়।

ভাৰতবৰ্ষৰ ভৌগোলিক চাৰি সীমাৰ অন্তৰ্গত আৰু বিভিন্ন পৰিবেশত বাস কৰা ছেৰাও, গড়াল আৰু টাকিন নামৰ তিনি বিধ ছাগলী--এন্টেলোপ্‌ জাতীয় প্ৰাণীৰ জীৱন বুৰঞ্জী স্বকীয়া স্বকীয়া ভাৱে তলত উদ্ধৃত কৰাৰ বাবে চেষ্টা কৰা হ'ল।



# ছেৰাও বা দেওছাগলী

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----আৰ্টিওডেক্টিলা
উপবৰ্গ----ৰোমিনেন্টিয়া
কুল----বভিদি
উপকুল----ৰোপ্ৰিকেপ্ৰিনি
প্ৰজাতি----কেপ্ৰিকৰ্ণিচ চুমাত্ৰায়েন্‌চিচ

ছেৰাও বা দেও-ছাগলী নামৰ এবিধ বনৰীয়া জন্তুক ছাগলী-এন্টেলোপ জাতি প্ৰাণীৰ অন্যতম প্ৰতিনিধি বুলি কোৱা হয়। অসমৰ কিছুমান পাৰ্বত্য অঞ্চলত এইবিধ প্ৰাণীক বাস কৰা দেখা যায়। তাৰ ভিতৰত কাৰ্বি-আংলং জিলাৰ অন্তৰ্গত মিকিৰ পাহাৰ সংৰক্ষিত বনাঞ্চলত দেখিবলৈ পোৱা যায়। এই পৰ্বতীয়া জিলাখনৰ অন্যান্য বনভূমি অঞ্চলতো এইবিধ প্ৰাণীয়ে অ'ত ত'ত বাস কৰে বুলি জনা যায়। উত্তৰ কাছাৰ জিলাৰ সংৰক্ষিত বনাঞ্চলতো এইবিধ প্ৰাণীৰ বাসৰ বাবে উপযুক্ত পৰিবেশ আছে। কিন্তু দেও ছাগলীৰ সংখ্যা ইমান নগণ্য যে বিভিন্ন বনাঞ্চলৰ অনুকূল পৰিবেশত নিবলে বাস কৰা দেওছাগলীক সহজে বিচাৰি পোৱা নাযায়। তৃণ--পল্লৱভোজী এইবিধ বন্য প্ৰাণীক মাংসাহাৰী জন্তুৱে পালেই ভক্ষণ কৰে। তদুপৰি মানুহে পালেও ইয়াক সতকাই এৰি নিদিয়ে আৰু নানা কৌশলেৰে বধ কৰি মাংসৰ জুতি লয়। জনসংখ্যাৰ বৃদ্ধিৰ কাৰণে জুম খেতিৰ অন্তৰালত হাবি বননিবোৰ মুকলি হ'বলৈ ধৰাত এইবিধ প্ৰাণীৰ সচৰাচৰ কাতিস্থান আৰু বিচৰণ ভূমি বোৰ পাতল হৈ পৰিছে।

অসমৰ ভৌগোলিক চাৰিসীমাৰ বাহিৰেও পূৰ্বাঞ্চলৰ অন্যান্য ৰাজ্য কেইখনতো ঠাই অনুযায়ী দেওছাগলী অ'ত এটা ত'ত এটাকৈ থকা দেখা যায়। অসম আৰু মেঘালয়ৰ সীমামূৰীয়া বনাঞ্চলত কেতিয়াবা অকস্মাতে দুই চাৰিটা দেওছাগলী দেখা যায়। মেঘালয় ৰাজ্যখনত সংৰক্ষিত বনভূমি নিচেই কম। এতিয়ালৈ মুঠ মাটি কালিৰ প্ৰায় ৩.৬ শতাংশ সংৰক্ষিত বনাঞ্চলত অন্তৰ্ভুক্ত হৈ আছে। বাকী বনাঞ্চল জিলা পৰিষদে পৰিচালনা কৰে। খাচিয়া পাহাৰ জিলাৰ অন্তৰ্গত বনভূমি অঞ্চলৰ মালিকীস্বত্ব চিয়েম, লিংডো প্ৰভৃতি সমাজৰ মূৰব্বীসকল। আন কিছুমান বনভূমি জনসাধাৰণে ৰাইজৰ

উমৈহতীয়া সম্পত্তিৰূপে সংৰক্ষণ কৰি ৰাখিছে। গাৰো পাহাৰ জিলাত থকা অসংৰক্ষিত বনাঞ্চল সমূহৰ মালিকীস্বত্ব নক্‌মা মুৰব্বী সকলৰ । এই বিলাক ঠাইত জনজাতীয় ৰাইজে জুম খেতি কৰে। জনসংখ্যা বৃদ্ধি হোৱাৰ ফলত এই বনভূমিবিলাকৰ পৰিসৰ কমি আহিছে আৰু হাবি-বননিবোৰ খণ্ড বিখণ্ড হোৱাত বনৰীয়া জীৱ-জন্তুৰ স্বাভাৱিক বসতি স্থান আৰু বিচৰণ ভূমি নোহোৱা হৈছে। এই ধ্বংসমুখী পৰিবেশৰ কাৰণে খলুৱাকৈ ঠায়ে ঠায়ে বাস কৰা বিভিন্ন জাতৰ বন্যপ্ৰাণী বিলাকৰ নাজুল-নাথল অৱস্থা হৈছে। দেওছাগলীৰ নিচিনা নিম্নলিখিত বন্যপ্ৰাণীৰ অৱস্থাও শোক লগা। এই পৰিস্থিতিৰ পৰিপ্ৰেক্ষিত মেঘালয়ৰ বিভিন্ন পৰিবেশত বাস কৰা দেওছাগলীৰ সংখ্যা এতিয়া বহু পৰিমাণে কমি আহিছে।



দেওছাগলী

মেঘালয়ৰ গাৰো পাহাৰ জিলা দখনৰ অন্তৰ্গত বল্‌ফাক্‌ৰাং নামৰ এখন অপূৰ্ব সুন্দৰ বনভূমি আছে। এই অৰণ্যভূমিত বহুতো প্ৰজাতিৰ আপুৰুগীয়া বন্যপ্ৰাণী আৰু আৰু নানা শ্ৰেণীৰ দুৰ্লভ উদ্ভিদ আছে। সংৰক্ষিত বনাঞ্চল নহ'লেও এই পবিত্ৰ অৰণ্যভূমিত নিৰ্ভীকৈ থকা বন্যপ্ৰাণী আৰু উদ্ভিদে বহুত দিনৰ আগৰে পৰা সংৰক্ষণ মূলক মৰ্যাদা লাভ কৰিছে। ইয়াৰ পৰ্বতীয়া ঠাইবোৰত মানুহৰ বসতি তেনেই পাতলীয়া। সেই কাৰণে অন্যান্য ঠাইৰ দৰে ইয়াত বন্যপ্ৰাণী আৰু উদ্ভিদৰ ধ্বংস কাৰ্যও হোৱা দেখা নাযায়। এই অৰণ্যভূমিৰ সোঁমাজত থকা বলফাক্‌-ৰাং নামৰ মালভূমি সদৃশ আহল বহল শিলাময় ঠাই ডোখৰক গাৰো জনজাতীয় লোকসকলে পবিত্ৰ জ্ঞান কৰে। গাৰো জনজাতীয় লোকসকলৰ বহুতে বিশ্বাস কৰে যে কোনো মানুহৰ

মৃত্যু হ'লে মৃতকৰ আত্মাই পোন প্ৰথমতে বলকাক্‌ৰাম নামৰ ঠাই ডোখৰলৈ বিচাৰৰ বাবে যায়। মৃতকৰ আত্মাই লগত এটা শক লৈ যাব লাগে। বল্‌কাক্‌ৰামত এখন ভূত পিশাচৰ বজাৰ আছে আৰু এই বজাৰখনক "মেৰাং আস্তে" (পিশাচৰ বজাৰ) বোলা হয়। মৃতকৰ আত্মাই শকটো এজোপা মাক্‌ৰি শাল বা ভে গছত পঘা এডালেৰে বান্ধি পিশাচৰ বজাৰখনত ঘূৰা ঘূৰি কৰে। মৃতাত্মাই চিদামক্‌ (কলীয়া পানীৰ কালিকা ৰূপী পুখুৰী) নামৰ পুখুৰীত স্নান কৰি মেৰাং নক্‌ কান্টেত (পিশাচৰ ডেকাচাং) কিছু সময়ৰ বাবে জিৰণি লৈ মিত্তে আদালতৰ (পিশাচৰ আদালত) আগত হাজিৰ হ'ব লাগে। মিত্তে আদালতত মৃতাত্মাৰ বিচাৰ আৰম্ভ হয়। পবিত্ৰ আৰু নিষ্পাপী আত্মাবিলাকক পোনে পোনে স্বৰ্গলৈ যাবলৈ অনুমতি দিয়া হয়। পাপী আত্মাই জীৱন কালৰ কৰ্মফল অনুযায়ী পুনৰ জন্ম ল'বলৈ পৃথিৱীলৈ উভতি যাব লগা হয়। মহা পাপী বিলাকে ইতৰ প্ৰাণী হিচাপে পৃথিৱীত পুনৰ জন্ম ল'ব লাগে।

বল্‌কাক্‌ৰাম্‌ মালভূমিৰ সিকালে এডোখৰ অটল গভীৰ ঠাই আছে। চাৰিওকালে থিয় থিয় পাহাৰে পৰিবেষ্টিত হৈ থকা এই আহল বহল গহ্বৰৰ পাৰত থিয় হৈ তলৰ ফালে দৃষ্টি নিক্ষেপ কৰিলে তাৰ তলত পোট খাই থকা ক'লা বৰণীয়া পানী একোডোঙাৰ বাহিৰে আন কোনো বস্তু স্পষ্টভাৱে চকুত নপৰে। থিয় গৰা কেইটাক নানা বিধৰ বৃক্ষ লতাই আৱৰি ৰাখিছে। প্ৰকৃতিৰ এই অনুপম দৃশ্য দেখিলে মনত এনে ভাৱৰ উদয় হয় যেন ভগৱানে প্ৰকৃতিৰ সকলো সৌন্দৰ্য ইয়াতে থুপ খুৱাই ৰাখিছে। সেই কাৰণে বলকাক্‌ৰাম্‌ অৰণ্যভূমিক পৃথিৱীৰ শ্ৰেষ্ঠ প্ৰাকৃতিক সৌন্দৰ্যৰ অন্যতম নিদৰ্শন বুলি ক'ব পাৰি। এই অটল গভীৰ পুখুৰীটোক মহাদেউ গৰ্ত্ত বোলা হয়। এনে সুৰক্ষিত পৰিবেশৰ কাৰণে বলকাক্‌ৰাম এলেকাত থলুৱা ভাৱে বাস কৰা বন্য প্ৰাণীৰ সংখ্যা বঢ়ি হৈ আছে। পিয়লত প্ৰমাণিত হৈছে যে বল্‌কাক্‌ৰামত থকা বিভিন্ন বন্যপ্ৰাণীৰ ভিতৰত প্ৰায় একুৰি মান বিভিন্ন বয়স আৰু আকাৰৰ দেও-ছাগলীও আছে। এই পবিত্ৰ ভূমিক এতিয়া ৰাষ্ট্ৰীয় উদ্যান পৰ্যায়লৈ ৰূপান্তৰ কৰা হৈছে।

সেৰোও নামৰ দেও-ছাগলীবিধ পোহনীয়া ছাগলীবোৰতকৈ বহুত পৰিমাণে ডাঙৰ হোৱা দেখা যায়। দেখাত এইবিধ প্ৰাণী ধুনীয়া নহয়। ইহঁতৰ দেহত কিছুমান স্বতন্ত্ৰ গুণ দেখা যায়। সেৰোওৰ নোমৰ বৰণ মুগা আৰু অলপ ঠৰঙা। এই প্ৰাণীৰ নেজ ডাল ঘৰচীয়া ছাগলীৰ নেজৰ দৰেই একেবাৰে চুটি। শিং দুটা পাছৰ ফালে ভাঁজ খাই অলপ ধনুকীয়া হয়। শিং যোৰাৰ গুৰি ভাগত পথালি পথালিকৈ আঙুঠিৰ নিচিনা ভাঁজ থাকে আৰু এই আঙুঠিবোৰ গুৰিৰ পৰা শিঙৰ আধালৈকে বিয়পি থকা দেখা যায়। ডিঙি আৰু গলধনৰ ওপৰ ভাগ মঙহাল আৰু শকত হয়। গলধনৰ পৰা আৰম্ভ কৰি ভৰিটোৰ আগভাগলৈ মাটিৰ ফালে হাউলি থকা দেখা যায়। সাধাৰণতে পৰ্বতীয়া ঠাইৰ বহু ওখলি লোৱোৱা শিলাময় পৰিবেশেই ইহঁতৰ বাসৰ উপযোগী। কেতিয়াবা কেতিয়াবা শিলাময় ঠাইৰ পাথৰৰ কাষ আৰু গহ্বৰৰ দৰে সুৰুঙাবোৰত এইবিধ প্ৰাণীয়ে আশ্ৰয় লৈ থাকে। নিচেই ৰাতিপুৱা ভাগতে আহাৰৰ সন্ধানত এইবিধ প্ৰাণীয়ে জিৰণি লোৱা ঠাইৰ পৰা ওলাই আহে। আবেলিৰ পৰতো ইহঁতে আহাৰ বিচাৰি

কৰে। দুপৰীয়াৰ প্ৰখৰ ৰ'দৰ উত্তাপ ইহঁতে সহ্য কৰিব নোৱাৰে। সেই কাৰণে এই সময়তে ইহঁতে আশ্ৰয়ৰ উপযোগী ঠাই বোৰত লুকাই থাকে।

দেও-ছাগলীক সাধাৰণতে জাক বান্ধি থকা দেখিবলৈ পোৱা যায়। ইহঁতে অকলশৰীয়াকৈ চৰি ফুৰে। অৱশ্যে কেতিয়াবা তলা-উপৰিকৈ আগোম মনেৰে কেবাটাও দেও ছাগলীক চৰি ফুৰা দেখা যায়। মতা আৰু মাইকী উভয়ৰে শিং থাকে। সেই কাৰণে হাবিত চৰি ফুৰা অৱস্থাত মতা আৰু মাইকী দেও-ছাগলীৰ বাছি উলিওৱা টান। হাবিৰ মাজত বা শিলাময় পৰ্বতীয়া ঠাইত অতি সহজে ইহঁতে দৌৰি দৌৰি ঘূৰি ফুৰিব পাৰে। শত্ৰুজাতীয় প্ৰাণী কিম্বা মানুহৰ উমান পালে ইহঁতে চলকতে [illegible] পলাই নিৰাপদ ঠাইত আশ্ৰয় লবলৈ যত্ন কৰে।

মাইকী দেও-ছাগলীয়ে এবাৰত মাত্ৰ এটাকৈ পোৱালি জগায়। অৱশ্যে কেতিয়াবা কেতিয়াবা এই ক্ষেত্ৰত ব্যতিক্ৰম দেখা যায়।



# গড়াল

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----আৰ্টিওডেক্টিলা
উপবৰ্গ----ৰোমিনেন্টিয়া
কুল----বভিদি
উপকুল-----ৰোপ্ৰিকেপ্ৰিনি
প্ৰজাতি----বুদৰকাচ্ নৈক্সিকলৰ

গড়াল নামৰ এবিধ ছাগলী-এন্টেলোপ গোষ্ঠীৰ বন্যপ্ৰাণী হিমালয় পৰ্বত মালাৰ পূব প্ৰান্তত বাস কৰে। ছেৰাও আৰু গড়ালক আমাৰ ভাষাত 'দেও ছাগলী' বোলা হয়। অসমৰ ভৈয়াম অঞ্চলত গড়াল নামৰ প্ৰাণীবিধ বাস কৰাৰ প্ৰত্যক্ষ প্ৰমাণ নাই। পূবাঞ্চলৰ পৰ্বতীয়া ৰাজ্য কেইখনত এইবিধ প্ৰাণী বাস কৰে নে নকৰে সেই বিষয়ে সঠিকভাৱে জনা নাযায়। হিমালয় শৈলমালাৰ বিভিন্ন পৰ্বতীয়া পৰিবেশত গড়ালৰ বসতিস্থান সীমিত হৈ থকাৰ কথা জনা যায়। পশ্চিমৰ ফালে কাশ্মীৰৰ পৰা আৰম্ভ কৰি পূবৰ ফালে থকা অৰুণাচল প্ৰদেশ পৰ্যন্ত গড়ালৰ বসতিস্থান বিক্ষিপ্ত হৈ আছে বুলি প্ৰমাণ পোৱা যায়।

এই ছাগলী-এন্টেলোপ গোষ্ঠীৰ প্ৰাণীবোৰক দুটা উপ প্ৰজাতিত বিভক্ত কৰা হৈছে। গোটেই দেহৰ নোমৰ বৰণৰ বাবে দুয়ো উপ-প্ৰজাতিৰ মাজত আংশিক ভাৱে শাৰীৰিক তাৰতম্য লক্ষ্য কৰা যায়। কাশ্মীৰৰ পাৰ্বত্য অৰণ্যভূমিত বাস কৰা গড়ালৰ নোমৰ বৰণ মটীয়াকৈ হালধীয়া হয়। মধ্য আৰু পূৰ্বাঞ্চলৰ পৰ্বতীয়া ঠাইবোৰত সাধাৰণতে বাস কৰা গড়ালবিলাকতকৈ তুলনামূলক ভাৱে আকাৰতো এইবিধ প্ৰাণী সৰু হয়। মধ্য আৰু পূৰ্বাঞ্চলৰ অন্তৰ্গত বাস কৰা গড়ালৰ নোমবোৰ বৰণ মুগা হোৱা দেখা যায়। দুয়োটা উপ-প্ৰজাতিৰ প্ৰাণীক পৃথকভাৱে বৈজ্ঞানিক নামেৰে নামকৰণ কৰা হৈছে। কাশ্মীৰৰ পৰ্বতাঞ্চলত বাস কৰা গড়ালক "নেমাৰ হেডচ্ গডাল্ গড়াল" বোলা হয়। হিমালয় পৰ্বতমালাৰ বিভিন্ন ঠাই বাস কৰা বিধ গড়ালৰ বৈজ্ঞানিক নাম "নেমাৰহেডচ গড়াল হড্চনি।"

কাশ্মীৰৰ পাৰ্বত্য অঞ্চলক কেন্দ্ৰ কৰি হিমালয় শৈলমালাৰ পশ্চিমাংশত যিবিলাক গড়াল বাস কৰে সিহঁতৰ নোমৰ বৰণ হালধীয়া হয়। এই নোমৰ ওপৰত ছিটিকনিৰ

পৰে এক প্ৰকাৰ ক'লা বৰণীয়া দাগ দেখা যায়। জন্তু ভেদে এই নোমৰ বৰণত তাৰতম্য থাকে। থুতৰি আৰু গালৰ নোমবোৰ বগা হোৱা দেখা যায়। দ্বিতীয় বিধ গড়ালৰ নোমত কলা ৰঙৰ ছিটিকনি থকা দেখা নাযায়। ইহঁতৰ পিঠিৰ ওপৰেদি ৰাজহাড় ডালৰ ভাঁজে ভাঁজে নেজৰ গুৰিলৈকে বিয়পি এডাল দীঘল চানেকীয়া পটি থাকে।

গড়ালৰ সচৰাচৰ বসতি স্থানে ভাৰতৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি পূবৰ ফালে ব্ৰহ্মদেশৰ কিছুমান ঠাইলৈকে বিয়পি পৰিছে। ব্ৰহ্মদেশত সাধাৰণতে বাস কৰা গড়ালবিলাকৰ নেজডাল অলপ দীঘল হয়। হিমালয় পৰ্বতৰ শিলাময় ঠাইতো গড়ালে বাস কৰিবৰ বাবে অনুকূল পৰিবেশ বিচাৰি পায়। এনেবোৰ শিলাময় ঠাইত গছ-গছনি বৰ পাতল। পাথৰৰ ফাঁকে ফাঁকে থকা মাটিবোৰৰ পৰা যিবোৰ গছ ওপৰলৈ



ওলাই আছে সেইবোৰ গছৰ ছায়াই ঠাইডোখৰ শীতল কৰি ৰাখে। কিছুমান ঠাইত পাথৰৰ চটাবোৰ হেলনীয়াকৈ বাহিৰৰ ফালে ওলাই থকা অৱস্থাত দেখা যায়। এনেবোৰ ঠাইতে আশ্ৰয় লৈ দিনটোৰ সময়খিনি নিৰলে অতিবাহিত কৰে। ৰাতিপুৱা বেলি ওলোৱাৰ লগে লগেই ইহঁতে আশ্ৰয় লৈ থকা ঠাইৰ পৰা লাহেকৈ ওলাই আহি ঘাঁহ-বন বিচাৰি ইফালে-সিফালে ঘূৰি ফুৰে। ভৰ দুপৰীয়া ইহঁতে জিৰণি ল'বৰ বাবে সুবিধাজনক ঠাই বিচাৰি লয়। আবেলি পশ্চিম আকাশত বেলি মাৰ যোৱাৰ আগে আগে গড়ালবোৰে আকৌ চৰিবলৈ ওলাই আহে। সন্ধিয়াৰ আগে আগে পুনৰ নিজৰ ঠাইত জিৰণি লয়গৈ। কেতিয়াবা কেতিয়াবা ইহঁতৰ দুই এটাক অকলশৰীয়াকৈ ঘূৰি ফুৰা দেখা যায়। কেতিয়াবা কেইবাটাও গড়াল লগ লাগি একোটা দল বা জাকৰ সৃষ্টি হয়।

এইবিধ প্ৰাণীৰ মাইকীজনীয়ে এবাৰত মাত্ৰ এটাকৈ পোৱালি জগায়। কেতিয়াবা অৱশ্যে এই নিয়মৰ ব্যতিক্ৰম হোৱা পৰিলক্ষিত হয়।

# টাকিন

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----আৰ্টিওডেক্টিলা
উপবৰ্গ----ৰোমিনেন্টিয়া
কুল----বভিডি
উপকুল----ৰোপ্ৰিকেপ্ৰিনি
প্ৰজাতি----বুদৰকাচ্ টেক্সিকলৰ

টাকিন নামৰ এবিধ বিচিত্ৰ প্ৰাণী ভাৰতবৰ্ষৰ পূৰ্বাঞ্চলৰ ফালে থকা হিমালয় গিৰিমালাৰ পৰ্বতীয়া ঠাইত বাস কৰে। ঠাই অনুযায়ী ইয়াৰ কেবাটাও উপ-জাতি বাস কৰাৰ কথা জনা যায়। তাৰ ভিতৰত অৰুণাচল প্ৰদেশৰ মিছিমি পাহাৰ অঞ্চলত বাস কৰা উপ-প্ৰজাতিক "মিছিমি টাকিন" বোলা হয়। দেখাত গৰুৰ নিচিনা হ'লেও এইবিধ প্ৰাণীক ছাগলী--এন্টেলোপ গোষ্ঠীৰ প্ৰাণী বুলি কোৱা হয়। ভাৰতবৰ্ষত ছেৰাও আৰু আৰু গড়ালক লৈ টাকিনৰে সৈতে সৰ্বমুঠ তিনিবিধ ছাগলী--এন্টেলোপ গোষ্ঠীৰ প্ৰাণী বাস কৰে। ছাগলী--এন্টেলোপৰ দেহৰ গঠন প্ৰণালীৰ সম্পৰ্কে ইতিমধ্যে আলোচনা কৰি অহা হৈছে। আমেৰিকাৰ উত্তৰ অঞ্চলৰ বৰফে ঢকা ঠাইবোৰত "মাস্ক অক্স" নামৰ এবিধ সমগোষ্ঠীৰ বন্যপ্ৰাণী বাস কৰে। সেই প্ৰাণীৰ লগত টাকিনৰ বহুতখিনি সামঞ্জস্য থকা দেখা যায়। আফ্ৰিকা মহাদেশৰ মুকলি মূৰীয়া হাবি থলনি বিলাকত নু বা বাইল্ড বিষ্ট নামৰ যিবিধ প্ৰাণী বাস কৰে সেইবিধ প্ৰাণীৰ লগতো টাকিনৰ বহুতখিনি সাদৃশ্য থকা দেখিবলৈ পোৱা যায়। অৱশ্যে "নু" নামৰ প্ৰাণী বিধ এন্টেলোপ গোষ্ঠীৰ প্ৰাণী বুলিহে গণ্য কৰা হয়। দেও-ছাগলী, টাকিন আৰু মাস্ক অক্সক ছাগলী--এন্টেলোপ গোষ্ঠীৰ প্ৰাণী বুলি ধৰা হয়।

টাকিন জাতীয় প্ৰাণীৰ দেখাত শুৱনী এই বিচিত্ৰ আকাৰৰ প্ৰাণীবিলাকৰ বৈশিষ্ট্য এইবিধ প্ৰাণীৰ দেহত বিকশিত হোৱা গুণাৱলীয়ে নিৰ্দ্ধাৰণ কৰিছে। [illegible]পোতল শৰীৰ আৰু চুটি-চাপৰ ঠেং চাৰিখনৰে সৈতে ইয়াক এটা শক্তিমান জন্তু বুলি [illegible] ইয়াৰ ডিঙি আৰু গলধন অস্বাভাৱিকভাৱে মোটা আৰু মঙহাল হয়। মুখৰ [illegible] আৰু কপালখনৰ গঢ় গৰুৰ নিচিনা জন্তুৰ গঢ়ৰ সৈতে অবিকল মিল দেখা যায়। ইয়াৰ শিং যোৰা এক প্ৰকাৰৰ ধনুভিৰীয়া হয়। মূৰৰ ওপৰত থকা শিং যোৰাই দুয়োকালে বেঁকা খাই লৈ সমকোণী ভাৱে ওপৰমুৱা হৈ অলপ পাছৰ ফালে ঢাল খাই

থাকে। জন্তুটোৰ নাক মুখৰ চাৰিওফালে থকা নোমহীন ঠাই ডোখৰৰ বাহিৰে শৰীৰৰ অন্যান্য ঠাইত উৎপন্ন হোৱা নোমবোৰৰ বং তাম বৰণীয়া হোৱা দেখা যায়। আগতেই উল্লেখ কৰি অহা হৈছে যে টাকিনৰ কেইবাটাও উপপ্ৰজাতি আছে। তাৰ ভিতৰত মিছিমি টাকিন নামেৰে জনাজাত প্ৰাণীৰ বসতিস্থান আৰু বিচৰণ ভূমি ভূটান আৰু চিকিমৰ পৰ্বতীয়া ঠাইবিলাকৰ পৰা আৰম্ভ কৰি পূবে অৰুণাচল প্ৰদেশৰ অন্তৰ্গত থকা মিছিমি পাহাৰলৈ বিয়পি আছে। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি এইবিধ টাকিনৰ বসতিস্থান আৰু বিচৰণ ভূমি পূবে ব্ৰহ্মদেশৰ কোনো কোনো বনভূমিৰ মাজলৈকে সম্প্ৰসাৰিত হৈছে।



টাকিন গোষ্ঠীৰ প্ৰাণীবিলাকে সাধাৰণতে খিয় গৰাৰ পৰ্বতীয়া ঠাইবিলাকত আপোন মনেৰে বিচৰণ কৰি ফুৰিবলৈ ভাল পায়। সিবোৰ পৰ্বতীয়া ঠাইত নানা বৰণৰ গছ-গছনিৰ উৎপত্তি হয় আৰু য'ত মানুহৰ সমাগম নিচেই কম তেনেবোৰ ঠাইকে নিগাজী-কৈ বাস কৰিবৰ বাবে টাকিনবিলাকে নিৰ্বাচন কৰি লয়। হিমালয় শৈলমালাৰ বৰফ বেখাৰ নামনি ভাগত থকা পৰ্বতীয়া ঠাই কিছুমানত বৰ ডাঙৰ আকাৰৰ গছ থকা দেখি-বলৈ পোৱা নাযায়। তেনেবোৰ পৰ্বতীয়া ঠাইত ৰোডডেণ্ড্ৰন প্ৰভৃতি বনজীয়া আকাৰৰ অচিনাকি গছ কিছুমানৰ উৎপত্তি হয়। নিৰ্মল লেবেকা বতাহে এনেবোৰ পৰ্বতীয়া

ঠাই চিৰকাল শীতল কৰি ৰাখে। টাকিন জাতীয় কিছুমান জানোৱাৰে এনেবোৰ ঠাইলৈ আৰোহণ কৰি গৰমৰ দিনবোৰ অতিবাহিত কৰে। এইবিধ প্ৰাণীকো জাক পাতি সমূহীয়াকৈ বাস কৰা দেখা যায়। গৰমৰ দিনত সৰু সৰু জাকবোৰত অন্তৰ্ভুক্ত হৈ থকা প্ৰাণীবিলাকে এনেবোৰ আওহতীয়া ঠাইতে গোটপিট খাই একো একোটা প্ৰকাণ্ড জাক বা জুমৰ সৃষ্টি কৰে। জাৰ কালি আহি পালে ইহঁতে পুনৰ সৰু সৰু জাকত বিভক্ত হৈ স্বাধীন মনেৰে বিচৰণ কৰি ফুৰে। ডাঙৰ জাক একোটাৰ মাজত চিনিব নোৱাৰাকৈ মিহলি হৈ পৰিলেও খুদ্ৰ জাকৰ প্ৰাণীবোৰে পুনৰ লগ হৈ জাকটোৰ মাজৰ পৰা আঁতৰি অহাত অকণো অসুবিধা নহয়।

চ'ত বহাগ মাহত এইবিধ বিচিত্ৰ প্ৰাণীৰ মাইকীবোৰে এবাৰত এটাকৈ পোৱালি জগোৱা দেখিবলৈ পোৱা যায়।



# গাহৰি ফৈদৰ প্ৰাণী

গাহৰি আৰু পিকাৰি নামেৰে জনাজাত দুবিধ সমধৰ্মী প্ৰাণীক জীৱজগতত এখন স্বকীয়া আসন দিয়া হৈছে। এই দুই কুলৰ কাৰণে স্থাননিৰ্ণয় কৰা পৰিয়ালটোক ‘চুইদি’ বোলা হয়। পিকাৰিৰ বিদ্যমান বিশেষ শাৰীৰিক আৰু চাৰিত্ৰিক গুণ ভিন্নৰূপে প্ৰকাশ পোৱাত পিকাৰিৰ বাবে টায়াচুইদি নামৰ এটা উপ-পৰিয়ালৰ সৃষ্টি কৰা হৈছে। গাহৰিৰ ভৰিৰ আগ ভাগত নখৰ পৰিবৰ্তে খুৰা থাকে আৰু গৰু, ম'হ, ছাগলী, ভেড়া আদিৰ দৰে ইহঁতৰ প্ৰত্যেকটো ঠেংত দুটাকৈ খুৰা থাকে। এইবিলাক প্ৰাণীয়ে অৱশ্যে খাদ্য সামগ্ৰী পাগুলি নাখায়। সেইবাবে সিহঁতক পাগুলি খোৱা প্ৰাণী বোলা নহয়।

গাহৰিৰ বহুতো জাত আছে আৰু বিভিন্ন জাতৰ বনৰীয়া গাহৰিক এচিয়া ইউৰোপ আৰু আফ্ৰিকা মহাদেশৰ বিভিন্ন পৰিবেশত বাসকৰা দেখিবলৈ পোৱা যায়। আন হাতে পিকাৰি গোষ্ঠীৰ আটাইবোৰ প্ৰাণীকেই পশ্চিম গোলাৰ্দ্ধত পোৱা যায়। সকলো প্ৰাণীৰ নখৰ দৰে ঠেংৰ পাছফালে আঙুলিসতে ওলমি থকা খুৰাৰ পূৰ্ণবিকাশ নঘটে। গাহৰিৰ ওপৰ পাৰিত দুটাকৈ দীঘল দাঁত থাকে। এই দাঁত দুটাই হাতীৰ দাঁতৰ দৰে বিশিষ্ট ৰূপ ধাৰণ কৰে।

ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত বাস কৰা বনৰীয়া গাহৰিৰ শাৰীৰিক গুণৰ ভিন্নতাৰ বাবে কেইবাটাও প্ৰজাতিত ভাগ কৰা হৈছে। ভাৰতবৰ্ষ আৰু শ্ৰীলঙ্কাৰ গাহৰিক ইউৰোপ মহাদেশৰ গাহৰিৰ উপ-প্ৰজাতি বুলি গণ্য কৰিব পাৰি। ভাৰতৰ বিভিন্ন ঠাইত থকা গাহৰিক একেটা প্ৰজাতিতে অন্তৰ্ভুক্ত কৰিব পাৰি। কিন্তু আন্দামান আৰু নিকোবৰ দ্বীপপুঞ্জত থকা দুবিধ গাহৰিক বেলেগ বেলেগ বৈজ্ঞানিক নামেৰে নামাকৰণ কৰা হৈছে। ঠিক সেইদৰে শ্ৰীলঙ্কাৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত বাস কৰা গাহৰি জাতীয় প্ৰাণীবোৰক এটা বেলেগ বৈজ্ঞানিক নামেৰে নামাকৰণ কৰা হৈছে। ইয়াৰ বাহিৰে পিগ্‌মি হগ্ বা নলগাহৰি নামেৰে এবিধ সৰু আকাৰৰ গাহৰি জাতীয় প্ৰাণী অসমৰ পূৰ্বাঞ্চলত দেখা যায়। আফ্ৰিকা মহাদেশৰ গাহৰি জাতীয় বনৰীয়া প্ৰাণী কেইবিধৰ ভিতৰত ‘ৱাৰ্ট হগ” নামেৰে জনাজাত গাহৰি বিধ দেখাত গুৱনি নহয়। ইয়াৰ বাহিৰে চাহাৰা মৰুভূমিৰ দক্ষিণ অঞ্চলত আন তিনিবিধ বনৰীয়া গাহৰি বাস কৰে। এই তিনি বিধ গাহৰিক ক্ৰমে বুচ-পিগ, বিভাৰ হগ আৰু ফৰেষ্ট হগ নামেৰে অভিহিত কৰা হয়।

আমেৰিকা মহাদেশত পিকাৰি শ্ৰেণীৰ কেইবিধমান প্ৰাণীয়ে গাহৰি জাতীয় প্ৰাণীবোৰৰ স্থান অধিকাৰ কৰিছে।

# নল-গাহৰি

নল----গাহৰি

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----আৰ্টিঅ' ডেক্টিলা

কুল----চুইদি

প্ৰজাতি--

(১)- পৰকুলা চাল্‌ভানিয়াচ্

(২) চাচ্ চালভানিয়াচ

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ কিছুমান বনভূমিত নল-গাহৰি নামৰ এবিধ সৰু আকাৰৰ গাহৰি আলেঙে আলেঙে বাস কৰা দেখা যায়। পৃথিৱীত আজিকোপতি জীৱিত অৱস্থাত থকা গাহৰি জাতীয় প্ৰাণীবিলাকৰ ভিতৰত নল-গাহৰি বা পিগ্‌মি হগ নামৰ প্ৰাণীবিধেই আকাৰত আটাইতকৈ সৰু বুলি জনা গৈছে। আকাৰত এইবিধ গাহৰি ইমান সৰু হয় যে প্ৰকৃতপক্ষে ইয়াক বনৰীয়া গাহৰিৰ এটা ক্ষুদ্ৰ সংস্কৰণ বুলি কব পাৰি। হাবিৰ মাজত ঘূৰি ফুৰা নল-গাহৰি কেইটামান দেখা পালে সেই কেইটা প্ৰাণীক বনৰীয়া গাহৰিৰ পোৱালি যেন লাগে। ক্ষুদ্ৰ আকাৰৰ এইবিধ গাহৰিক পিগ্‌মি হগ বোলাটো সমীচীন হৈছে। তাকে আমাৰ অসমীয়া ভাষাত বাওনা গাহৰি অথবা গঁঠীয়া গাহৰি নামেৰে নামকৰণ কৰিব পৰা গ'লহেঁতেন। ইতিমধ্যে নল-গাহৰি শব্দটোৱে স্থায়ীভাৱে জনপ্ৰিয়তা লাভ কৰাত তাকে আমাৰ ভাষাত গ্ৰহণোপযোগী বুলি বিবেচনা কৰা হ'ল। জন্তুটোৰ অংগপ্ৰত্যংগৰ আকৃতি-প্ৰকৃতিত নল-গাহৰিৰ কিছুমান নিজস্ব গুণ প্ৰকাশ পোৱা দেখা যায়।

নল-গাহৰিৰ দেহৰ সন্মুখৰ ভাগ পাছৰ ভাগতকৈ তুলনামূলকভাৱে অলপ ক্ষীণ। সেই অনুপাতে জন্তুটোৰ পাছফালৰ অংশ অলপ বেছি শকত যেন লাগে। আমাৰ এই ফালৰ হাবি-বননিবিলাকত থকা বনৰীয়া গাহৰিৰ দেহৰ গঠনত এইবোৰ গাহৰিৰ সাদৃশ্য দেখা নাযায়। বনৰীয়া গাহৰিৰ দেহৰ আগ ভাগ বেছি মঙহাল বাবে শকত দেখি। নল-গাহৰিৰ আন এটা শাৰীৰিক বৈশিষ্ট্য হ'ল বনৰীয়া গাহৰিৰ মূৰৰ তুলনাত নল-গাহৰিৰ মূৰটো অলপ চুটি; আৰু আগফালে ক্ৰমে সৰু হৈ যোৱা বাবে দীঘলীয়া দেখি। তদুপৰি ডাঙৰ ডাঙৰ বনৰীয়া গাহৰিৰ নেজডালৰ তুলনাত নল-গাহৰিৰ নেজডাল চুটি।

আচলতে নল-গাহৰিৰ নেজডাল ইমান চুটি যে পোন ছাটেই ইয়াৰ নেজৰ চিনচাব আছেনে নাই ঠাৱৰ কৰা টান। তদুপৰি নল-গাহৰিৰ মাত্র তিনি যোৰাকে পিয়াহ থাকে। সাধাৰণ জাতৰ বনৰীয়া গাহৰিৰ বুকুত কিন্তু চাৰি যোৰাকৈ পিয়াহ থকা দেখা যায়। এইখিনি শাৰীৰিক গুণৰ বৈষম্যলৈ লক্ষ্য ৰাখি কোনো কোনো জীৱবিদে মত প্ৰকাশ কৰে যে নল-গাহৰিক এটা জাতিগত নামেৰে বৈজ্ঞানিকভাৱে পৰিচয় কৰা আৱশ্যক। সেই কাৰণে যদিও পূৰ্বতে এই জন্তুবিধক পৰকোলা চালভানিয়াচ' নামেৰে নামাকৰণ কৰা হৈছিল, আধুনিক যুগৰ জীৱবিদসকলৰ বহুতে ইয়াক চাচ্ চাল্ভানিয়াচ্' নামেৰে নামকৰণ কৰাৰ পৰামৰ্শ আগ বঢ়াইছে। দুয়োকুল ৰক্ষা কৰাৰ অভিপ্ৰায়েৰে কোনো কোনো জীৱবিদে এইবিধ জন্তুক বুজাবলৈ চাচ্ (পৰকোলা) চালভানিয়া নামটো ব্যৱহাৰ কৰা উচিত হ'ব বুলি বিবেচনা কৰা পৰিলক্ষিত হৈছে।



নল-গাহৰি

জন্তুটোৰ সন্মুখ ভাগৰ ওপৰ অংশত থকা নোম বোৰ অলপ মিঠা বৰণীয়াকৈ মুগা হয়। তদুপৰি শৰীৰৰ সন্মুখৰ ফালে থকা নোমবোৰ তুলনামূলকভাৱে চুটি হোৱা দেখা যায়। জন্তুটোৰ গলধন আৰু ডিঙিৰ ওপৰ অংশত সাধাৰণ বনৰীয়া গাহৰিৰ দৰে দীঘল নোম বা কেশৰৰ দৰে ফান থকা দেখিবলৈ পোৱা নাযায়। শাৰীৰিক গুণত এইখিনি তাৰতম্য থকাৰ বাবে নল গাহৰি জাতীয় প্ৰাণীৰ চিনাক্তকৰণ সহজসাধ্য হৈছে। কঁকাল আৰু বুকুৰ মাজ ভাগৰ পৰা আৰম্ভ কৰি শৰীৰৰ পাছৰ অংশত গজা নোম অলপ দীঘলীয়া হোৱা দেখা যায়। কান্ধৰ পাছৰ অংশত থকা নোমবোৰ আটাইতকৈ দীঘলীয়া আৰু অসমান ৰকমে ঠিয়া হোৱা দেখা যায়। মুখমণ্ডলৰ ঠিক পাছৰ ফালে গজা নোমবোৰ অলপ ক'লা হয়। জন্তুটোৰ সমস্ত দেহৰ আটাইবোৰ নোম নেজৰ ফালে ঢাল

থাই থকা দেখা যায়। এই জাত গাহৰিৰ চুটি নেজডালত নিচেই পাতলকৈ চুটি চুটি নোম থকা দেখা যায়। নেজডাল ইমান চুটি যে মিলগৰ পৰা লক্ষ্য কৰিলে জন্তুটোৰ কটি দেশত যে এডাল নেজ আছে সেই কথা ঠাৱৰ কৰা টান হৈ পৰে। কাণ দুখনৰ তলত আৰু তাৰ ঠিক পাছৰফালে থকা সামান্য অংশত নোম গজা দেখা নাযায়।

নল-গাহৰিক ঘৰচীয়া জন্তুৰূপে ৰখা দেখা নাযায়। দুই এটা প্ৰাণীক সৰুতে জঙ্গলৰ পৰা ধৰি আনি মৰমেৰে লালন পালন কৰিলে সি যে পোহ মনাৰ মনোবৃত্তি প্ৰদৰ্শন কৰে সেই কথাৰ অৱশ্যে প্ৰমাণ পোৱা যায়। সত্তৰ দশকৰ শেষ ভাগমানত মানাহ ব্যাঘ্ৰ যোজনাৰ সঞ্চালক শ্ৰীসঞ্জয় কুমাৰ দেৱ নয়ে বৰপেটা ৰোডত থকা তেওঁৰ বাস-ভৱনত অতি মৰমেৰে এটা নল-গাহৰি প্ৰতিপাল কৰি ৰাখিছিল। জন্তুটোৰ গাত পোহনীয়া জন্তুৰ আটাইখিনি গুণ দেখা গৈছিল। তেওঁ এই প্ৰাণীটোক কোনো গড়াল বা সজাৰ ভিতৰত আৱদ্ধ কৰি নাৰখাকৈয়ে মুকলি অৱস্থাত ঘৰত প্ৰতিপাল কৰি ৰাখিছিল। জন্তুটোৱে গিৰিহঁতৰ বাইক-বচন মানি চলাৰ প্ৰবৃত্তি প্ৰদৰ্শন কৰিছিল। আনকি গিৰিহঁতে ওচৰলৈ মাতিলে সি মৰম পোৱাৰ আশাত কাষ চাপি আহিছিল আৰু ঘৰচীয়া কুকুৰ-মেকুৰীৰ দৰে গাতে গা লগাই বহিছিল।

মানৱ জাতিয়ে অতি পুৰণি কালৰে পৰা নানা জাতিৰ বনৰীয়া জন্তুক ঘৰচীয়া কৰি পুহিবৰ বাবে চেষ্টা কৰি আহিছে। এই প্ৰচেষ্টা এতিয়ালৈকে অব্যাহতভাৱে চলি আছে বুলি ক'ব পাৰি। নল-গাহৰিনো কিয় ইয়াৰ ব্যতিক্ৰম হ'বলগীয়া হ'ল সেই বিষয়ে স্পষ্টভাৱে জনা নাযায়। এইবিধ প্ৰাণীৰ স্বাভাৱিক বাসস্থান আৰু বিচৰণ ভূমিৰ অন্তৰ্গত বাস কৰি থকা কোনো পলুৱা লোকে এইবিধ প্ৰাণীক ঘৰচীয়াকৈ পোহাৰ এবো প্ৰমাণ পোৱা নাযায়। জন্তুবিলাক ক্ৰমে দুষ্প্ৰাপ্য হ'বলৈ ধৰাত আৰু লাহে লাহে ইহঁত পৃথিৱীৰ বুকুৰ পৰা সম্পূৰ্ণভাৱে বিলুপ্ত হৈ যোৱাৰ সম্ভাৱনা দেখাত ইয়াক ঘৰচীয়া কৰা কপালটো ক্ষীণ হৈ আহিবলৈ উপক্ৰম কৰিলে। এই সম্পৰ্কত গাহৰি আৰু পিকাৰি গোষ্ঠীত অন্তৰ্ভুক্ত প্ৰাণীৰ বিশেষজ্ঞ দলৰ সদস্য উইলিয়ামচন অলিভাৰৰ মন্তব্য মন কৰিবলগীয়া। তেওঁ সংকলন কৰা 'পিগমি হগ' নামৰ পুস্তিকাত উল্লেখ কৰিছে যে ১৯১৪-১৮ খ্ৰীষ্টাব্দত বাৰ্লিনৰ চিৰিয়াখানাত মাত্ৰ এটা সৰু আকাৰৰ গাহৰি শ্ৰেণীৰ প্ৰাণী প্ৰতিপালন কৰি ৰখা হৈছিল। চিৰিয়াখানাৰ কৰ্তৃপক্ষই এই মাইকী গাহৰিজনীক পিগ্‌মি হগৰ আদিমবাসী প্ৰাণী বুলি গণ্য কৰাৰ মনোভাৱ পোষণ কৰিছিল। পূব এচিয়াৰ ফালৰ কোনো কোনো মানুহে ঘৰত পোহা এবিধ গাহৰি এই পিগমি হগৰ পৰাই উৎপত্তি হৈছে বুলি তেওঁলোক প্ৰত্যয় গৈছিল। কালক্ৰমত এই ধাৰণা সম্পূৰ্ণৰূপে ভিত্তিহীন বুলি প্ৰমাণিত হ'ল। কিয়নো নল গাহৰিৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণা-ৱলী এই গাহৰি জনীৰ দেহত প্ৰতিফলিত হোৱাৰ পোনপটীয়া প্ৰমাণ পোৱা নগ'ল।

লণ্ডনত থকা বৃটিছ প্ৰাকৃতিক বুৰঞ্জী সংগ্ৰহালয়ৰ ভূতপূৰ্ব সঞ্চালক চাৰ্লচ টানে বিশেষে সংকলন কৰা আৰু পোনপ্ৰথমবাৰৰ বাবে ১৯৩৬ চনতে প্ৰকাশ পোৱা প্ৰাকৃতিক বুৰঞ্জীৰ বৃহৎ গ্ৰন্থত উল্লেখ কৰিছে যে নল গাহৰিৰ সচৰাচৰ বসতি স্থান আৰু বিচৰণ ভূমি নেপাল আৰু ভূটানৰ পাৰ্বত্য অঞ্চলত বুলি ক'ব পাৰি। পৰৱৰ্তী কালত এইবিধ

প্ৰাণীৰ বসতিস্থান উত্তৰ বঙ্গ আৰু অসমৰ পশ্চিমাংশলৈ বিস্তাৰিত হৈ থকাৰ প্ৰমাণ পোৱা যায়। খেতি পথাৰৰ বাবে পৰ্বতৰ কাষৰ হাবি-বননিবোৰ এফালৰ পৰা কাটি কাটি যোৱাৰ বাবেই যে এইবিধ বিচিত্ৰ প্ৰাণীক বিপদৰ সন্মুখলৈ ঠেলি দিয়া হ'ল সেই কথা দোহাৰিবৰ প্ৰয়োজন নাই। অসমৰ পশ্চিমাংশত থকা শালনি হাবিবোৰৰ পৰা আৰম্ভ কৰি দৰং জিলাৰ বৰনদী সংৰক্ষিত বনাঞ্চল পৰ্যন্ত থকা বনভূমিবিলাকৰ কিছুমান নল-গাহৰি থকাৰ কাৰণে উপযুক্ত ঠাই। নল, খাগৰি, ইকৰা আদি ওখবিধৰ ঘাঁহ-জাতীয় উদ্ভিদে প্ৰাধান্য লাভ কৰা ঠাবিত এইবিধ প্ৰাণীয়ে বাস কৰা দেখা যায়। মানাহ অভয়াৰণ্যৰ অন্তৰ্গত ইৰবাগি আৰু বৰতাগিবোৰত নলগাহৰি থকাৰ অপৰ্যাপ্ত প্ৰমাণ স্থানীয় বনকৰ্মচাৰীসকলে সাব্যস্ত কৰিছে।

১৯৭১ খ্ৰীষ্টাব্দত দৰং জিলাৰ বৰনদী সংৰক্ষিত বনাঞ্চলৰ গাতে গা লাগি থকা আথাৰিখেট চাহ-বাগিচাত গোটাচেৰেক নল গাহৰি জীয়াই অৱস্থাত কৰায়ত্ত কৰা হৈছে বন্যপ্ৰাণীৰ প্ৰতি অনুৰাগী ব্যক্তিসকলে গম পালে যে এইবিধ প্ৰাণী দেখোন এতিয়াও নাইকিয়া হোৱা নাই। গুৱাহাটীৰ চিৰিয়াখানাত আটোমটোকাৰিকৈ এটা আবেষ্টনী নিৰ্মাণ কৰি তাত এইবিধ অপূৰ্ব্বগীয়া প্ৰাণীৰ বংশবৃদ্ধিৰ আঁচনি লোৱা হ'ল। সেই আঁচনি ফলৱতী হোৱাৰ পোনপটীয়া প্ৰমাণ এতিয়ালৈকে সাব্যস্ত হোৱা নাই। ইংলণ্ডৰ জাৰ্চি বন্যপ্ৰাণী ন্যাস সমিতিৰ তাফৰ পৰাও চুইজাৰলেণ্ডৰ জুৰিক চিৰিয়াখানাত তদনুৰূপ ব্যৱস্থা হাতত লৈছে। আৰ্থিকীয় মাইকী নল-গাহৰিৰ অভাৱত সেই আঁচনিও ফলৱতী হোৱা নাই। অসম উপত্যকা বন্যপ্ৰাণী সমিতিয়ে ওৰাং অভয়াৰণ্যত প্ৰতিষ্ঠা কৰা আহল বহল প্ৰাকৃতিক আবেষ্টনীত কেইটামান নল গাহৰি মেলি দি বংশ বৃদ্ধিৰ বাবে যি আচনি প্ৰবৰ্তন কৰিছিল সিও ফলৱতী হোৱা নাই এতিয়া।

বৰনদী সংৰক্ষিত বনাঞ্চলত কিমান সংখ্যক নল-গাহৰি আছে সেইটো ভালদৰে জনা নাযায়। অৱশ্যে ইতিমধ্যে এই বনভূমিক অভয়াৰণ্যলৈ ৰূপান্তৰিত কৰি নল-গাহৰিৰ সংৰক্ষণ ব্যৱস্থা কটকটীয়া কৰিবলৈ চেষ্টা কৰা হৈছে। মানাহ অভয়াৰণ্যত প্ৰায় চাৰিশমান নলগাহৰি আছে বুলি কোৱা হৈছে। এইবিধ বিচিত্ৰ প্ৰাণীৰ ভৱিষ্যত উজ্জ্বল হ'লে বন্যপ্ৰাণী জগতত এক নতুন অভিলেখৰ সৃষ্টি হ'ব বুলি আশা কৰিব পাৰি।



# বনৰীয়া গাহৰি

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—আৰটিওডেক্টিলা
গোত্ৰ—চুইডি
প্ৰজাতি—চাচ্ স্ক্ৰফা কৃষ্টেটাচ্

অসমৰ হাবি-বননিবিলাকৰ কোনো কোনো ঠাইত এবিধ বনৰীয়া গাহৰি বাস কৰা দেখিবলৈ পোৱা যায়। আমাৰ কিছুমান মানুহে পোহা গাহৰি বিধৰ লগত হাবিত থকা গাহৰি বিধৰ বিশেষ পাৰ্থক্য নাই। অৱশ্যে আকাৰত প্ৰায় সমান হ'লেও বনৰীয়া গাহৰিৰ দেহত কিছুমান স্বতন্ত্ৰ শাৰীৰিক গুণ দেখা যায়। ভাৰতবৰ্ষৰ দ চানেকীয়া আৰু ঘাঁহ-বন জাতীয় উদ্ভিদে প্ৰাধান্য লাভ কৰা পৰিৱেশত এইবিধ প্ৰাণী পোৱা যায়। দিন-ৰাতিৰ কোনো ভেদাভেদ নৰখাকৈ এইবিধ প্ৰাণীয়ে আহাৰৰ অন্বেষণত ইফালে-সিফালে ঘূৰি ফুৰে। সাধাৰণতে শাতিপুৱা আৰু আবেলি সময়ত ইহঁতে মুকলি মুৰীয়া ঠাইলৈ ওলাই আহে। সন্ধিয়া আৰু ৰাতিপুৱাৰ ডোকমোকালিৰ সময়ত ইহঁতে শস্য ক্ষেত্ৰত সোমাই শস্যৰ হানি-বিঘিনি ঘটায়। খেতিয়কসকলে বনৰীয়া গাহৰিৰ পৰা শস্য ৰক্ষা কৰিবৰ বাবে গছৰ ওপৰত টঙি ঘৰ সাজি দিনে-নিশাই গাহৰি খেদাৰ ব্যৱস্থা কৰে। সম্ভৱস্থলত বন্দুকেৰে গুলিবিদ্ধ কৰিও অভিজ্ঞ চিকাৰীয়ে গাহৰি বধ কৰে। এইদৰে মৰা গাহৰিৰ মাংস সকলোৱে মিলিজুলি খায়।

বনৰীয়া গাহৰি জাতীয় প্ৰাণীৰ শৰীৰত গজা সমস্ত নোমবোৰ ঠৰঙা হয়। এই নোমবোৰ ইমান পাতল যে ক'লা বৰণীয়া ছালখনৰ ওপৰত এই নোমৰ অস্তিত্ব স্বীকাৰ কৰা কঠিন হৈ পৰে। তদুপৰি ছালখনৰ বৰণ ক'লা হোৱাৰ বাবে নোমেৰে সৈতে গোটেইটো প্ৰাণী একপ্ৰকাৰৰ মুগা-ক'লা বৰণীয়া হয়। মূৰৰ সন্মুখ ভাগৰ পৰা বাজ-হাড়ৰ ওপৰেদি দেহৰ মধ্য ভাগলৈ বিয়পি একোছা নোমৰ উৎপত্তি হয়। গালখনৰ ওপৰত গজা এই ঠৰঙা নোমৰ বাবেই জন্তুটোক সহজে চিনিব পাৰি। অৱশ্যে অলপ নিলগৰ পৰা লক্ষ্য কৰিলে দেহৰ উপবিভাগত এনে ধৰণৰ নোম থকা কথাটো ভাল-দৰে ধৰিব নোৱাৰি। কম বয়সীয়া গাহৰিৰ গাত থকা নোমত মুগা বৰণৰ সামান্য চিটি-কনি দেখা যায়। বয়স হোৱাৰ লগে লগে গোটেই গাৰ নোমবোৰ ক'লা হোৱা দেখা

যায়। নতুনকৈ জগা পোৱালি গাহৰিৰ নোমবোৰ মুগা বৰণীয়া হয়। এই নোমৰ উপৰি ভাগত একপ্ৰকাৰৰ দীঘল পহীয়া পাৰি থকা দেখা যায়। ক্ৰমে ক্ৰমে এই পট্টিবোৰ নাইকিয়া হৈ হৈ অৱশেষত সম্পূৰ্ণৰূপে অদৃশ্য হয়। মতা গাহৰিৰ এনেকৈ হাতীৰ দাঁতৰ নিচিনা বাহিৰলৈ ওলাই থকা দাঁত থাকে। এই দাঁতবোৰে চাবি শিৰী-য়াকে চেপেটা ৰূপ ধাৰণ কৰে। জনজাতীয় তিৰোতা কিছুমানে এই দাঁত অলংকাৰ ৰূপে ডিঙিত পৰিধান কৰে।

ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত সচৰাচৰ থকা বনৰীয়া গাহৰিক ইউৰোপ মহাদেশীয় বনৰীয়া গাহৰিৰ অন্যতম প্ৰতিভূ বুলি ক'ব পাৰি। আমাৰ মানুহে ঘৰত পোহা সাধাৰণ জাতৰ গাহৰি এই বনৰীয়া গাহৰিৰ বংশধৰ বুলি বিশেষজ্ঞসকলে ক'ব খোজে। ভাৰতৰ



বনৰীয়া গাহৰি

ভৌগোলিক সীমাৰেখা অতিক্ৰম কৰি ভাৰতৰ বনৰীয়া গাহৰিৰ বাসস্থান আৰু বিচৰণ ভূমি এচিয়া মহাদেশৰ অন্যান্য কেবাখনো দেশলৈ সম্প্ৰসাৰিত হৈছে। তাৰ ভিতৰত ব্ৰহ্মদেশ, থাইলেণ্ড, মালয়াচিয়া আদি দেশৰ নাম বিশেষভাৱে উল্লেখ কৰিব পাৰি। তদুপৰি বাংলাদেশ আৰু শ্ৰীলঙ্কাতো এইবিধ গাহৰি দেখিবলৈ পোৱা যায়।

ঠাই অনুযায়ী বাস কৰা বনৰীয়া গাহৰিৰ গাত কিছুমান নিজস্ব শাৰীৰিক গুণ দেখা যায়। জীৱবিদ্‌সকলে এই ধৰণেৰে বিকাশপ্ৰাপ্ত জন্তুবিলাকক আঞ্চলিক ভেটিত কেইবাটাও উপজাতিত ভাগ কৰিছে। ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চল আৰু শ্ৰীলঙ্কাত নিগ্ৰা-জীকৈ থকা গাহৰিক 'চাচ্ স্ক্ৰফা ক্ৰিষ্টেটাচ্' নামৰ এটা উপ-প্ৰজাতিত স্থান দিয়া হৈছে। এণ্ডামান আৰু নিকোবৰ দ্বীপ-পুঞ্জৰ বনৰীয়া গাহৰি দুবিধক ক্ৰমে 'চাচ্ ক্ৰিষ্টেটাচ আণ্ডামেনেছিচ্' আৰু 'চাচ্ ক্ৰিষ্টেটাচ্ নকোবাৰিকচ্' নামেৰে নামকৰণ কৰা হৈছে

ধৰচীয়া গাহৰিয়ে বহুতো পৰিমাণৰ খাদ্য হজম কৰিব পাৰে। এই বিষয়ত বনৰীয়া গাহৰিও অৱশ্যে পিছ পৰা বিধৰ নহয়। ধান, মাহ, আলু, কচু আদিৰ বাহিৰেও নানা বিধৰ উদ্ভিদ জাতীয় খাদ্যও ই সমানে খাব পাৰে। তদুপৰি কেঁচু, কুমটি, কীট-পতঙ্গ আদি আমিষ খাদ্যতো মুখ দিবলৈ ইহঁতে অকণো সঙ্কোচ বোধ নকৰে। মুখৰ আগভাগ লেতুসেতুকৈ চকলীয়া হোৱা দেখা যায়। লৰাৰ চৰাৰ পৰা ওঁঠ দুচটাৰ সহায়ত জন্তুটোৱে অতি সহজে খোৱা বস্তুবোৰ মুখৰ ভিতৰলৈ নিব পাৰে। দাঁতেৰে খাদ্যখিনি তত্তাতৈয়াকৈ চোবাই পেটলৈ পঠিয়াই দিয়ে।

কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ কাষৰে পাঁজৰে ওখ-চাপৰ ঘাঁহ-বনেৰে ঢাক খাই থকা মুকলি ঠাইত কেইটামান এনে গাহৰি দেখা যায়। বিলৰ পাৰৰ কুমলীয়া ঘাঁহেৰে ভৰা ঠাইতো হৰিণ জাতীয় প্ৰাণীৰ লগত একেলগে এইবিধ প্ৰাণীৰ দুই-চাৰিটাক একান্ত মনেৰে চৰি ফুৰা প্ৰায়ে দেখা যায়। বাঘ আদি মহাপৰাক্ৰমী হিংসাকুৰীয়া প্ৰাণীৰ পৰা আত্মৰক্ষা কৰিবলৈ বনৰীয়া গাহৰিয়ে অন্যান্য তৃণভোজী প্ৰাণীৰ ওচৰে-পাঁজৰে চৰি থাকে।

বনৰীয়া গাহৰিয়ে জাকপাতি একেলগে থাকে। সাধাৰণতে মাক পোৱালিৰ একোটা সৰু পৰিয়ালক বয়সীয়া আন কেইটামান গাহৰিয়ে অনুসৰণ কৰি ওচৰে-পাজৰে একান্ত মনেৰে চৰি ফুৰা দেখা যায়। সিহঁত মখাই তলমুৰ কৰি খুচ্‌খুচাই খুচ্‌খুচাই খোৱা বস্তুৰ অনুসন্ধানত আগ বাঢ়ি গৈ থাকে। শত্ৰু জাতীয় প্ৰাণী ওচৰ চাপি অহাৰ উমান পালে গোটেই মখাই ছিটিকি পলাই জোপোহা, ঘাঁহ-বন, নল-খাগৰি, ধৰতা আদিৰে ভৰ-পূৰ হৈ থকা গছ-গছনিৰ আঁৰত লুকাই আত্মৰক্ষা কৰে।

ওখ ঘাঁহ আৰু জোপোহা গছৰ তলতে মানা ধৰণৰ জেং-জাবৰ গোটাই লৈ ইহঁতে পোৱালি জগাৰ বাবে খোৰোং একোটা বনাই লয়। একোবাৰত এজনী গাহৰিয়ে চাৰি-পাঁচটা পৰ্যন্ত পোৱালি জগায়। পোনেই জগা পোৱালিৰ দেহত নোম নগজে।



# দন্তহীন আৰু জিভাৰে চেলেকি খোৱা প্ৰাণীসমূহ

পৃথিৱীৰ বিভিন্ন প্ৰান্তত থকা কিছুমান স্তন্যপায়ী জন্তুৰ মুখত কোনো দাঁত গজা দেখা নাযায়। এনেবিলাক বিচিত্ৰ প্ৰাণীক একেলগে লগাই জীৱ-বিজ্ঞানীসকলে দন্তহীন প্ৰাণী নামৰ এটা শ্ৰেণীত অন্তৰ্ভুক্ত কৰিছে। তাৰে দুই এবিধ প্ৰাণীৰ ক্ষেত্ৰত গুৰি দাঁতৰ আভাস সামান্যভাৱে পৰিলক্ষিত হ'লেও সৰহভাগ প্ৰাণীৰ কোনো প্ৰকাৰৰ দাঁত নাথাকে। ইহঁতৰ কোনো এবিধৰ ক্ষেত্ৰতো আগদাঁত গজা দেখা নাযায়। স্লথ, এন্ট্-ইটাৰ আৰু আৰ্মাডিলো নামেৰে জনাজাত তিনি শ্ৰেণীৰ প্ৰাণীক এই বৰ্গত অন্তৰ্ভুক্ত কৰা হয়। স্লথ নামৰ প্ৰাণীবিধক দক্ষিণ আমেৰিকাৰ ব্ৰাজিলত দেখিবলৈ পোৱা যায়। আৰ্মাডিলো নামৰ প্ৰাণীবিলাকক দক্ষিণ আমেৰিকাৰ ব্ৰাজিল, আৰ্জেণ্টিনা, বুয়েন আয়াৰ্চ আদি ঠাইত বাস কৰা দেখা যায়। এইবিলাক প্ৰাণী আমাৰ দেশৰ কেমটাই পহু বা বনৰৌৰ লগত সাদৃশ্য দেখা যায়। দক্ষিণ আমেৰিকাত এন্ট-ইটাৰ গোষ্ঠীৰ কেবা-বিধো প্ৰাণী বাস কৰা দেখা যায়। তাৰ ভিতৰত জায়েন্ট এন্ট্-ইটাৰ নামৰ প্ৰাণীকেই প্ৰথমতে উল্লেখ কৰিব পাৰি। এইবিলাক প্ৰাণীৰ দেহত কেমটাই পহুৰ দৰে বাকলি থকা দেখা নাযায়। কেমটাই পহুক ফলিদ'তা নামৰ এটা বেলেগ গোষ্ঠীত অন্তৰ্ভুক্ত কৰা হৈছে। কেমটাই পহু বা বনৰৌৰ বিষয়ে ইয়াৰ পাছৰ প্ৰবন্ধত আলোচনা কৰিবলৈ যত্ন কৰা হৈছে।



# কেমটাই পহু বা বনবৌ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----ফলিদতা

প্ৰজাতি----মানিচ্ ক্ৰেচিক'দেতা

কেমটাই পহু নামৰ আকাৰত লক এবিধ আপুৰুগীয়া জন্তুক কেতিয়াবা অকস্মাতে আমাৰ হাবি-বননিবিলাকত দেখিবলৈ পোৱা যায়। কিন্তু এইবিধ বিচিত্ৰ প্ৰাণীৰ উৎপত্তি ইমান সামান্য যে অন্যান্য বনৰীয়া প্ৰাণীবিলাকৰ দৰে ইয়াক য'তে ত'তে দেখা পোৱা নাযায়। ইয়াক একেবাৰে সৰল, নিৰ্জু আৰু নিৰাখিত প্ৰাণী বুলি ক'ব পাৰি। পোক-পৰুৱা আদি চেলেকি-চেলেকি খাই নিৰবে লাহে লাহে ঘূৰি ফুৰিয়েই কেমটাই পহুৱে বৰ ভাল পায়। ইয়াৰ শাৰীৰিক বিশেষত্ব হ'ল এয়ে যে জন্তুটোৰ গোটেই গাতে বৌমাছৰ বাকলিৰ নিচিনা আৱৰণ থাকে। এই বাকলিবোৰ নেজৰ আগভাগৰ পৰা আৰম্ভ কৰি সমস্ত দেহত পৰিপাটিকৈ সজোৱা থাকে। পৃথিৱীৰ অন্য কোনো স্তন্যপায়ী জন্তুৰে এনে ধৰণৰ বিচিত্ৰ বাকলি দেখিবলৈ পোৱা নাযায়। আজকি দক্ষিণ আমেৰিকাৰ 'আৰ্মাডিলো' নামৰ প্ৰাণীৰ দেহতো বৌমাছৰ বাকলি সদৃশ আৱৰণ দেখা নাযায়। সেই জন্তুবিলাকৰ দেহৰ বাকলিৰ আৱৰণ তৰপা-তৰপী হোৱা দেখা যায়।

বৌমাছৰ বাকলিৰ নিচিনা চকলীয়া আৱৰণ থকা বাবে কেমটাই পহুক আমাৰ দেশৰ মানুহে বনবৌ বুলিও কয়। ইয়াৰ হাতোৰাৰ আগভাগত দীঘল চানেকীয়া নখ থাকে। এই নখ থকা আঙুলিবোৰৰ সহায়ত এইবিধ জন্তুৱে মাটিত গাঁত খান্দিব পাৰে। এইদৰে খান্দি লোৱা গাঁতৰ ভিতৰতে এইবিধ প্ৰাণীয়ে সাধাৰণতে বাস কৰে। গাতৰ ভিতৰৰ মাটিখিনি উজাৰি উজাৰি দিয়াৰ ফলত যেতিয়া গাঁতৰ ভিতৰখন গুৰি মাটিৰে ভৰি পৰে তেতিয়া সেইবোৰ গুৰি মাটি আৰু অন্যান্য আবৰ জন্তুটোৱে বাহিৰৰ ফালে দলিয়াই পোলোৱা কামত লাগি যায়। মাটিত খোজ কাঢ়ি যাওঁতে এইবিধ প্ৰাণীৰ আগঠেঙৰ আঙুলি কেইটা লুটি খাই থাকে। পাছ ঠেঙৰ আঙুলি এনে হোৱা দেখা নাযায়। ইহঁতে শাবুকীয়া প্ৰ ভিত খোজ কাঢ়ে। এইদৰে মাটিত খোজ কাঢ়ি যাওঁতে তাৰ খাটো ওপৰ মূৰাকৈ কুঁজা কৰি লয়। শত্ৰুজাতীয় প্ৰাণী ওচৰলৈ অহা গম পালে ই মুৰটো পেটৰ তলত গুজি নেজ ডালেৰে মেৰিয়াই লৈ এটা বলৰ ৰূপ ধাৰণ কৰে।

খোজ কাঢ়ি গৈ থাকোতে কিম্বা কোনোবা ঠাইত একেথিৰেবে বৈ থাকোতে অলপ দূৰৈৰ বস্তু চাবলৈ ই কেতিয়াবা পাছঠেং দুখনৰ ওপৰত থিয় দি ইকালে সিকালে লক্ষ্য কৰে।

কেমটাই পছক স্থলবাসী বা মৃত্তিকাবাসী জন্তুৰ আখ্যা দিব পাৰি। মাটিত বগাই ফুৰা প্ৰাণী হ'লেও ইহঁতে গছৰ ওপৰতো অনায়াসে উঠিব পাৰে। গছৰ ডালত বগাই ফুৰোঁতে ইহঁতে ঠেংৰ হাতোৰা কেইখনেৰে গছৰ ডালত খামোচ মাৰি ধৰি আঁকোৰগোজে পায়। মাটিত বগাই ফুৰোঁতে ইহঁতে পোক-পৰুৱা আদি প্ৰাণী চেলেকি চেলেকি খায়।

কেমটাই পছৰ দাঁত নাথাকে। সাপৰ জিভাৰ নিচিনা দীঘল চানেকীয়া জিভাখনৰ আগ ভাগ বাহিৰলৈ উলিয়াই দি এইবিধ প্ৰাণীয়ে পৰুৱা, উঁইপোক আদি চেলেকি



বনৰৌ

চেলেকি খায়। জিভাত আঠাৰ নিচিনা পদাৰ্থ থকাৰ বাবে ই অতি সহজে পোক-পৰুৱা আদি সৰু সৰু প্ৰাণী মুখৰ ভিতৰলৈ নিব পাৰে। সেই কাৰণে কেমটাই পছৰে কোনো প্ৰকাৰৰ গোটা বস্তু খাব নোৱাৰে। নখেৰে উঁই হাফলুবিলাক ভাঙি তাৰ ভিতৰত থকা উঁই পোক আৰু কণীবোৰ ইহঁতে চেলেকি চেলেকি খায়। উঁই হাফলুৰ ভিতৰৰ ফালে থকা সুৰুঙাবোৰত মূৰটো সুমুৱাই দি কেমটাই পছৰে উঁইপৰুৱা আৰু কণীবোৰ জিভাৰ আগেৰে উলিয়াই উলিয়াই খায়। ইহঁতে এক প্ৰকাৰৰ হিঁচ্ হিচ্ শব্দ উচ্চাৰণ কৰে।

ভাৰতবৰ্ষত কেমটাই পহু জাতীয় প্ৰাণীৰ দুটা প্ৰজাতি ঠাই অনুযায়ী বাস কৰে বুলি জনা যায়। ভাবে এটা প্ৰজাতিক 'মানিচ্ ক্ৰেচিকʼদেতা' আৰু আনটোক 'মানিচ পেন্টাডেক্টিলা' নামেৰে জনা যায়। সাধাৰণতে প্ৰথম বিধক চীনা কেমটাই পহু আৰু দ্বিতীয় বিধক ভাৰতীয় কেমটাই পহু বোলা হয়। আচলতে অসমত প্ৰথম বিধ কেমটাই পহুহে দেখা যায়।

কেমটাই পহুৰ পাৰিবাৰিক জীৱনৰ বিষয়ে সঠিক ভাৱে জনা নাযায়। বছৰৰ যেই কোনো সময়তে মাইকী জনীয়ে পোৱালি জগায়। মাকজনীয়ে হেনো নেজ ডালৰ ওপৰতে কেতিয়াবা পোৱালিটো উঠাই লৈ ফুৰে।



# বাদুলি বিলাক

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----চিৰপ্টেৰা
উপবৰ্গ---- (১) মাইক্ৰোচিৰপ্টেৰা
(২) মেগাচিৰপ্টেৰা

স্তন্যপায়ী জন্তুবিলাকৰ ভিতৰত বাদুলি গোষ্ঠীৰ প্ৰাণীবিলাকৰ এখন স্বকীয়া স্থান আছে। এই বিচিত্ৰ প্ৰাণী বিধৰ বাহিৰে অন্য কোনো জাতৰ স্তন্যপায়ী প্ৰাণীয়ে আকাশত উৰি ফুৰিব নোৱাৰে। বামশৰ বা বাংকেপ নামৰ উৰণীয়া কেৰ্কেটুৱাই অৰণ্যে উৰি ফুৰা দেখা যায়। এই প্ৰাণীবিলাকে কিন্তু চৰাইৰ দৰে বহুত দূৰলৈ উৰি যাব নোৱাৰে। পাখিৰ দৰে থকা ছাল দুখনৰ সহায়ত সিহঁতে ওখ গছৰ ডালৰ পৰা হেলনীয়াকৈ তলৰ গছৰ ডাললৈ নামি আহিব পাৰে। এইদৰে ভাহি অহাত ছালখন পাবাচুটিৰ দৰে জন্তুটোক সহায় কৰে। তলৰ ফালে অলপ হেলনীয়াকৈ ভাহি ভাহি অহাৰ পিছত জন্তুটোৱে গছ এজোপাৰ ডালত লাহেকৈ বহি পৰে। বাদুলি জাতীয় প্ৰাণীয়ে আকাশত চৰাইৰ দৰে উৰিব পাৰিলেও ইহঁতৰ চৰাইৰ দৰে ডেউকা আৰু পাখি নাই। এইবিলাক প্ৰাণীক এখন পাতলীয়া ধৰণৰ ছালে আকাশত উৰি যোৱাত সহায় কৰে। এই পাতলীয়া ছাল দুখনে জন্তুটোৰ আগঠেং আৰু পাছ ঠেং দুখনক লগ লগাই ৰাখে। জন্তুটোৰে ইচ্ছা অনুযায়ী পাখি সদৃশ ছাল দুখন পাৰাচুতৰ দৰে মেলিব আৰু জপাব পাৰে। চৰাইৰ পাখিৰদৰে কোবাই কোবাই জন্তুটোৱে আকাশত উৰি উৰি গৈ থাকে।

বাদুলিৰ আগঠেং দুখনক মানুহৰ হাত দুখনৰ লগত তুলনা কৰিব পাৰি। আগ-ঠেং দুখ হাতৰ বাউসি আৰু হাতখনৰ আগ ভাগত থকা দুই খণ্ড হাড়ৰ দ্বাৰা গঠিত হয়। আগভাগত দুডাল হাড়ৰ উৎপন্ন হয়। দুই খণ্ড হাড়ৰ ভিতৰত আগৰ খণ্ডৰ গুৰিত থকা অংশতকৈ ডালখিনি দীঘল হয়। হাতৰ ঠাৰিৰ আগ ভাগত যিটো গাঠিৰ উৎপত্তি হয় সেই গাঠিৰ পৰা চাৰিটা চাৰিটাকৈ দীঘল চানেকীয়া আঙুলিৰ উৎপত্তি হয়। পাতলীয়া ছালখন হাতৰ ঠাৰি আৰু আঙুলি কেইটাৰ লগত সংলগ্ন হৈ থাকে। জন্তুটোৱে ইচ্ছানুযায়ী আঙুলি কেইটা আৰু হাতৰ ঠাৰি কেইখণ্ড জপোৱা মেলা কৰিব পাৰে। পাতলীয়া ছালখন পাছ ঠেং দুখন ঠাৰিৰ সৈতে সংযুক্ত হৈ থাকে। পাছ ঠেং

দুখনৰ পৰা আগবাটি গৈ ছালখন নেজডালৰ সৈতে লগ্নলাগি থাকে। বুঢ়া আঙুলিটোৰ লগত পাতলীয়া ছালখনৰ কোনো সংযোগ থকা দেখা নাযায়। ছাতিৰ ঠানীৰ দৰে জন্তুটোৰে বেতিয়া হাত দুখনৰ সৈতে হাতৰ আগত থকা আঙুলি কেইটা মেল খোৱাই দিয়ে তেতিয়া গোটেই ছালখন মেল খাই পেৰাচুতৰ দৰে কাম কৰে। মেল খোৱা ছালখনে জন্তুটোক আকাশেদি উৰি যোৱাত সহায় কৰে। আঙুলি কেইটা জপোৱা আৰু মেলাৰ ফলত সালসলিগি থটা জন্তুটোৱে ইচ্ছানুযায়ী যেই কোনো ফালে গতিৰ দিশ্ নিৰ্ণয় কৰি অনায়াসে উৰিব পাৰে। আকাশেদি উৰি যাওঁতে নেজডাল ইফাল সিফাল কৰিও জন্তুটোৱে গতিৰ দিশ পৰিবৰ্তন কৰিব পাৰে।

ওপৰত উল্লেখ কৰি অহা বৰ্ণনাৰ পৰা জনা যায় যে আকাশ পথত উৰি ফুৰিবৰ বাবে বাদুলি শ্ৰেণীৰ প্ৰাণীবিলাকে হাত দুখনকে চৰাইৰ পাখিৰ দৰে ব্যৱহাৰ কৰে। সেইবাবে বাদুলি গোষ্ঠীৰ আটাইবোৰ প্ৰাণীক লগলগাই চিৰপ্টেৰা নামৰ এটা বৰ্গৰ ভিতৰত অন্তৰ্ভুক্ত কৰা হৈছে। উল্লেখযোগ্য যে গ্ৰীক ভাষাত চিৰচ্ শব্দই হাত আৰু "টেৰেণ" শব্দই পাখিক বুজায়। এই চিৰচ্ আৰু 'টেৰণ" শব্দৰ সংযোগ ঘটি চিৰপ্টেৰা" শব্দৰ উৎপত্তি হৈছে।

জাত অনুযায়ী কিছুমান বাদুলিয়ে গছৰ ফলমূল খাই জীৱন ধাৰণ কৰে। আন কিছুমানে কীট-পতঙ্গ-বিলাক ধৰি ধৰি খায়। ভেম্পায়াৰ নামৰ কিছুমান বাদুলি পৃথিৱীৰ অন্যান্য দেশত বাস কৰা দেখিবলৈ পোৱা যায়। ভেম্পায়াৰবিলাকৰ বৈশিষ্ট্য হ'ল, ইহঁতে চোকা দাঁতৰ সহায়ত জন্তুৰ গাত ফুটা এটা কৰি লয়। জিভাখনেৰে সিহঁতে এই ফুটাৰ পৰা জন্তুটোৰ জীয়াতেজ শুহি খায়। উল্লেখযোগ্য যে এই জাতৰ সকলো প্ৰাণীয়ে জন্তুৰ তেজ শুহি নাখায়। সৰহ ভাগেই নিৰামিষ ভোজী প্ৰাণীৰ দৰেই গছৰ ফল-মূল খায়। ভেম্পায়াৰবিলাকৰ সচৰাচৰ বসতি স্থান পশ্চিম গোলাৰ্দ্ধতে সীমাবদ্ধ বুলি জনা যায়। যিবিধ ভেম্পায়াৰে প্ৰকৃততে জন্তুৰ তেজ শুহি খাই জীৱন ধাৰণ কৰে সেইবিধ ভেমপায়াৰক তেজ শুহি খোৱা ভেমপায়াৰ বোলা হয়। এই শ্ৰেণীৰ 'ভেমপায়াৰ আমেৰিকা মহাদেশৰ ব্ৰাজিলত পোৱা যায়। দিনৰ দিনটো ইহঁতে গুহা গহ্বৰ আদিত সোমাই থাকে। ৰাতি চিকাৰলৈ ওলায় আৰু সাধাৰণতে শুই থকা জন্তুৰ গাত পৰি তেজ শুহি খায়।

ফলমূল খাই জীৱন ধাৰণ কৰা বাদুলিবিলাকক মেগাচিৰপ্টেৰা নামৰ এটা উপ-বৰ্গত অন্তৰ্ভুক্ত কৰা হৈছে। এইবিলাক বাদুলি সাধাৰণতে আকাৰত আন কিছুমান বাদুলিতকৈ ডাঙৰ হয়। আনহাতে যিবিলাক বাদুলিয়ে কীট-পতঙ্গ আদি খাই জীয়াই থাকে সেইবিলাক বাদুলিক মাইক্ৰোচিৰপ্টেৰা নামৰ আন এটা উপবৰ্গত স্থান দিয়া হয়। গছৰ ফলমূল খাই জীৱন ধাৰণ কৰা বাদুলিক খৰুৱা প্ৰকৃতিৰ প্ৰাণী বুলি ক'ব পাৰি। যিজোপা গছত এই জাতৰ বাদুলি পৰে সেই জোপা গছৰ ফলবোৰ খাই খাই এইবিলাক বাদুলিয়ে শেষ কৰি পেলায়। মানুহৰ বাৰীৰ লেচু, বগৰী আদি নানাবিধৰ ফল ধৰা গছত বাদুলিবোৰ পৰি পুৰঠ হৈ পকিবলৈ নৌ পাওঁতেই ৰাতিটোৰ ভিতৰতে ফলবোৰ খাই শেষ কৰি দিয়ে। গছৰ উত্তম ফলবোৰ বাদুলিৰ পৰা ৰক্ষা কৰিবলৈ গিৰিহঁতে নানা

উপায় অৱলম্বন কৰিবলগীয়া হয়। প্ৰকৃতপক্ষে এই বাদুলিবিলাকে বিমান ফল খায় তাতকৈ বহুতখিনি ছিঙি ভাঙি মাটিলৈ পেলাই দিয়ে। পকি থকা ফলৰ ৰসখিনি শুহি খাই সিটাখিনি মাটিলৈ পেলাই দিয়ে। গুছৰ লাগি থকা ফলবোৰ দাঁতেৰে কামুৰি ছিঙি-য়েই লগে লগে তললৈ পেলাই দিয়ে। কীট-পতঙ্গ খাই জীৱন ধাৰণ কৰা বাদুলিবিলাকে আকাশত উৰি ফুৰা কীট-পতঙ্গবোৰ ওপৰতে ধৰি ধৰি খায়। গুবৰুৱাৰ নিচিনা ডাঠ পাখি থকা পোক ধৰিব লগীয়া হ'লে ডাঠ পাখি কেইখন ছিঙি ভাঙি মাটিলৈ পেলাই দিয়ে আৰু কোমলখিনি লগে লগে খাই পেলায়।



চুঙা-বাদুলি

আমাৰ অসমত সাধাৰণতে দুটা জাতৰ বাদুলি আছে। তাৰে এবিধক চুঙা বাদুলি আৰু আনবিধক বৰ-বাদুলি বুলি কোৱা হয়। আকাৰত চুঙা-বাদুলিবিলাক সৰু হয় আৰু এইবিলাক সাধাৰণতে মানুহৰ ঘৰৰ কৰাব ভিতৰত সোমাই থকা দেখিবলৈ পোৱা যায়। ঘৰৰ চিলিঙৰ ওপৰত বা পকীঘৰৰ বা চিলিং আদিৰ ফাকৰ মাজত সোমাই এইবিধ বাদুলিয়ে মানুহৰ আশ্ৰয়ত বাস কৰা দেখা যায়। সকলো সময়তে মানুহ নথকা ডাক-বঙলা আদি ঘৰৰ চিলিঙৰ ওপৰত এইবিধ বাদুলিক জাকে জাকে বাস কৰা দেখা যায়। ইহঁতৰ লাদৰ দুৰ্গন্ধত বঙলাৰ ভিতৰত মানুহ থাকিব নোৱাৰা অৱস্থা হৈ পৰে। দিনৰ দিনটো ইহঁতে ঘৰৰ চাল আৰু চিলিঙৰ মাজত থকা কাঠ-বাঁহৰ ফাকৰ ভিতৰত

নুৰা থাকি লোমাই থাকে। কেতিয়াবা কেতিয়াবা এক প্ৰকাৰৰ চিঁ চিঁ শব্দ উচ্চাৰণ কৰি খেলা খেদি কৰে। পানী-পাছুৰ ফালে ওলাই থকা বৰুৱাৰ চুঙাৰ ভিতৰতো বাদুলিবোৰ লোমাই থাকে। গধূলি হোৱাৰ লগে লাগে ইহঁতে এটা এটাকৈ থকা ঠাইৰ পৰা ওলাই আহি চাৰিওফালে উৰিবলৈ আৰম্ভ কৰে। কিছু সময় উৰাউৰি কৰি আকৌ চুঙাৰ ভিতৰত কিম্বা চিলিঙৰ ওপৰৰ ঠাইবোৰত প্ৰৱেশ কৰেহি। কীট-পতঙ্গ আদি



বৰ বাদুলি

নানাবিধৰ ক্ষুদ্ৰ আকাৰৰ প্ৰাণীয়ে গধূলিৰ সময়খিনিতে উৰিবলৈ আৰম্ভ কৰে। উইঁ-চিৰিঙা, চগা, ফৰিং, জিয়াঁ, পখিলা, গুবৰুৱা প্ৰভৃতি পতঙ্গবোৰে গধূলি পৰত আকাশৰ ওপৰলৈ উৰিবলৈ ধৰে। চুঙা বাদুলিবিলাকে সেই পতঙ্গবোৰ বায়ুমণ্ডলত উৰি ফুৰা অৱস্থাতে খেদি খেদি ধৰে। গুবৰুৱা গোষ্ঠীৰ পতঙ্গৰ ডাঠ পাখিখন গুচাই লবৰ বাবে সিহঁতে তললৈ নামি আহে।

আমাৰ এই ফালৰ ঠাইবিলাকত সাধাৰণতে দেখিবলৈ পোৱা দ্বিতীয় বিধ বাদুলিক গ্ৰামাৰ মানুহে বৰবাদুলি বুলি কয়। এইবিধ বাদুলি আকাৰত ডাঙৰ হয় আৰু ইংৰাজীত ইয়াক ফ্লাইং ফক্স বোলা হয়। ইহঁতক গছৰ ওপৰত বাস কৰা দেখিবলৈ পোৱা যায়।

পাছ ঠেঙৰ আঙুলি আৰু নখৰ সহায়ত গছৰ ডালত খামোচ মাৰি ধৰি এইবিধ বাদুলিয়ে মূৰটো তললৈ দি ওলমি থাকে। খিজোপা গছত ওলোমা-বাদুলি দি থাকিবৰ বাবে বাদুলিয়ে অনুকূল পৰিবেশ বাচি লয় সেই একে জোপা গছলৈকে ইহঁত প্ৰতিদিনে আহে। জনাপূৰ্ণ নগৰৰ মাজত থকা কোনো কোনো গছতো এইবিধ বাদুলি জাক পাতি ডালে ডালে ওলমি থকা দেখা যায়। গুৱাহাটী মহানগৰীৰ জজ্ ফিল্ডৰ কাষত থকা এজোপা প্ৰকাণ্ড আঁহত গছৰ ডালত সোপা সোপে-ৰ বাদুলি ওলমি থকা দেখা যায়। ধুবুৰীৰ চাৰ্কিট হাউচৰ নিচেই কাষতে প্ৰতিষ্ঠিত গুৰুদ্বাৰাৰ চৌহদৰ ভিতৰত থকা এজোপা গছতো এইবিধ বাদুলি ওলমি থকা অৱস্থাত দেখিবলৈ পোৱা গৈছিল। শিলচৰৰ উপায়ুক্তৰ বঙলাৰ কাষত থকা কেইজোপা মান গছৰ ডালবোৰতো বহু সংখ্যক ৰবাদুলিয়ে ডালে পাতে ওলমি থকাৰ বাবে সুবিধাজনক পৰিবেশ বিচাৰি লব পাৰিছিল। এই গছবিলাকত ওলমি থাকিবলৈ মোৰা বাদুলিবিলাকে সেইবোৰ ঠাইত কিমান দিনৰ পৰা আছে বা ভৱিষ্যতে সিহঁতে তাত কিমান দিন থাকিব তাক জনা নাযায়।

গোটেই দিনটো নানা ধৰণৰ শব্দ উচ্চাৰণ কৰি এইবিধ বাদুলিয়ে গছৰ ডালত ওলমি থাকে। মাজে সময়ে থকা ঠাইৰ বাবে সিহঁতৰ মাজত কাজিয়া পেচাল হোৱাও দেখা যায়। গধূলি আন্ধাৰ হোৱাৰ লগে লগে ইহঁত লাহেকৈ গছৰ ডাল এৰি এটা এটাকৈ উৰি যাবলৈ ধৰে। কেতিয়াবা কেতিয়াবা আবেলি পৰতে এই যাত্ৰা আৰম্ভ হয়। গোটেই নিশা গুটি ধৰা গছ বিচাৰি ঘূৰি ফুৰে। পকা ফল ধৰা গছ বিচাৰি উলিয়াব পাৰিলে তাতে গোটেই জাক বাদুলি পৰে। বগৰী, লিচু আদি গছৰ পকা পকা ফলবোৰ ছিঙি ছিঙি খাই গৃহস্থৰ ক্ষতি সাধন কৰে। ৰসখিনি শুহি শুহি খায় আৰু বাকীখিনি সৈতে সিটাখিনি উকলিয়াই উকলিয়াই মাটিলৈ পেলাই দিয়ে। বাদুলিৰ আক্ৰমণৰ পৰা লিচুবাৰীৰ লিচু আৰু অন্যান্য গছৰ পকা-কেচা ফলবোৰ ৰক্ষা কৰিবৰ বাবে গিৰিহঁতে বহুতো কৌশল অৱলম্বন কৰিবলগীয়া হয়।

ওপৰত উল্লেখ কৰা বাদুলিৰ বাহিৰেও কেইবা জাতেৰো বাদুলি ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ ভিন্ন ভিন্ন পৰিবেশত বাস কৰা দেখা যায়।

●

# পতঙ্গভোজী প্ৰাণী

পৃথিবীৰ উপৰিভাগত বাস কৰা কিছুমান বন্যপ্ৰাণীয়ে কেৱল কীট-পতঙ্গ আদি ভক্ষণ কৰিয়েই জীৱন ধাৰণ কৰা দেখিবলৈ পোৱা যায়। এনে প্ৰাণীবিলাকক থাউকতে পতঙ্গভোজী প্ৰাণী বোলা হয়। এই শ্ৰেণীৰ প্ৰাণীবিলাকৰ ভিতৰত মানুহৰ ঘৰৰ ভিতৰতে আলেঙে আলেঙে থকা চিকা, ভেকুলী নামৰ প্ৰাণী বিলাকো পৰে। পতঙ্গভোজী প্ৰাণী বিলাকৰ বিশেষত্ব হ'ল এই শ্ৰেণীত অন্তৰ্ভুক্ত হৈ থকা বিভিন্ন গোট আৰু প্ৰজাতিৰ প্ৰাণীবিলাকে ভিন ভিন পৰিবেশত বাস কৰে। জীৱ জগতৰ ক্ৰমবৰ্দ্ধমান উন্নতি আৰু শাৰীৰিক বিকাশত ইহঁতে বিশেষ আগুৱাব পৰা নাই। সেই বাবে আত্মৰক্ষাৰ সজুলি হিচাপে ইহঁতৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণাৱলীত বিভিন্ন ৰূপৰ বিকাশ সাধন হোৱা দেখিবলৈ পোৱা যায়। কিছুমানৰ দেহত বিষাক্ত পদাৰ্থ ধাৰণ কৰা মাংসগ্ৰন্থি অথবা এক প্ৰকাৰৰ মোনা বা জোলোঙাৰ উদ্ভৱ হয়। আন কিছুমানৰ নোমৰ সলনি গাত কাঁইটৰ নিচিনা জোঙা জোঙা হুল থাকে। কোনো কোনো প্ৰজাতিৰ প্ৰাণীয়ে গছৰ ডাল-পাত বগোৱাত পাকৈত। শত্ৰুৱে আক্ৰমণ কৰিবলৈ খেদি আহিলে ইহঁতে গছ গছনিৰ উপৰি ভাগলৈ চকুৰ পচাৰতে বগাই গৈ আত্মৰক্ষাৰ ব্যৱস্থা কৰে। কিছুমানে মাটিত গাঁত খান্দে আৰু গাঁতৰ ভিতৰতে আহল বহল ঠাই তৈয়াৰ কৰি লৈ শত্ৰুৰ আক্ৰমণক প্ৰতিৰোধ কৰিবলৈ সক্ষম হয়। বিভিন্ন পৰিবেশত বাস কৰিবলৈ লোৱা প্ৰাণীবিলাকৰ দেহতো ভিন্ ভিন্ শাৰীৰিক গুণে আত্মপ্ৰকাশ কৰা দেখিবলৈ পোৱা যায়।

পতঙ্গ ভোজী প্ৰাণীবিলাকৰ আন এটা লেখত লব লগীয়া লক্ষণ হ'ল এয়ে যে ইহঁতৰ ভিতৰত অন্তৰ্ভুক্ত হৈ থকা আটাইবিলাক প্ৰাণীয়েই আকাৰত সৰু। চিকা সদৃশ এক ক্ষুদ্ৰ আৰু হেজ হগৰ (কেটেলা গাহৰি) নিচিনা প্ৰাণীয়ে এই গোষ্ঠীৰ প্ৰাণী-বিলাকক প্ৰতিনিধিত্ব কৰিছে। ইহঁতৰ মুখ মণ্ডলৰ আগ ভাগ দীঘলীয়া। সেই বাবে এই কেইবিধ প্ৰাণীয়ে অতি সহজে পোক-পৰুৱা আদি ধৰি খাব পাৰে। কিছুমান প্ৰাণীৰ মুখৰ আগ ভাগে এনে গঢ় লয় যে ইহঁতৰ ওঁঠ কেইটাক ঠোঁটৰ লগতহে তুলনা কৰিব পাৰি।

জীৱবিদসকলৰ মাপ কাঠিত পতঙ্গভোজী প্ৰাণীবিলাকক দুটা উপবৰ্গ বা শাখাত বিভক্ত কৰা হৈছে। প্ৰথম উপবৰ্গত অন্তৰ্ভুক্ত কৰা প্ৰাণীবিলাকক লিপোটাইফা আৰু

দ্বিতীয় উপবৰ্গত স্থান দিয়া প্ৰাণীবিলাকক মেনোটাইফা উপবৰ্গৰ প্ৰাণী বুলি গণ্য কৰা হয়। মগজু বিকাশৰ ক্ৰমোন্নতিৰ পৰ্যায় আৰু অঙ্গ প্ৰত্যঙ্গৰ গঠন ভঙ্গীমাৰ ওপৰত থাইকৈ ভিত্তি কৰি এই দুটা উপবৰ্গৰ সৃষ্টি কৰা হৈছে। গোল্ডেন মওল, অ'টাৰ শ্ৰে টেন্ৰেক্ প্ৰভৃতি প্ৰাণীক প্ৰথম উপবৰ্গত স্থান দিয়া হৈছে। গোল্ডেন মওলবিলাকক কেবাটাও প্ৰজাতি উপ প্ৰজাতিয়ে প্ৰতিনিধিত্ব কৰিছে।

ভাৰতবৰ্ষত চিকা, উতনুৰা আৰু কেটেলা পাহৰি নামৰ প্ৰাণীয়ে পতঙ্গভোজী জন্তুক প্ৰতিনিধি কৰিছে। এই কেইবিধ প্ৰাণীৰ পাইগুটীয়া বিৱৰণ তলত লিপিবদ্ধ কৰা হৈছে।

✽✽

# চিকা

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----পতঙ্গভোজী

গোত্ৰ----চৰিচিদি

প্ৰজাতি----চানকাচ্ চিৰুলিয়াচ্

আমাৰ অসমত থকা যিবিধ সৰু আকাৰৰ প্ৰাণীক আমি চিকা বুলি কওঁ সেই বিধ প্ৰাণীক নেদেখা মানুহ প্ৰায় নাই বুলি ক'ব পাৰি। বন্যপ্ৰাণীৰ শ্ৰেণীত পৰা প্ৰাণী হ'লেও চিকা মানুহৰ ঘৰৰ ভিতৰতহে সাধাৰণতে থকা দেখিবলৈ পোৱা যায়। আনহাতে মানুহৰ বশৱৰ্তী নোহোৱাকৈয়ে বন্যীয়াভাৱে এইবিধ প্ৰাণীয়ে মানুহৰ ঘৰতে বাস কৰে। দিন দুপৰত বৰ বেছিকৈ ইয়াক দেখিবলৈ পোৱা নাযায়। দিনৰ ভাগত ই মাটিৰ তলৰ সুবিধা জনক ঠাইত আৰু জাবৰ আদিৰ তলত লুকাই মাৰি পৰি থাকে। সন্ধিয়াৰ সময়ত ওলাই আহে আৰু চিক্ চিক্ শব্দ কৰি ঘৰৰ মজিয়াত ইফালে সিফালে বগাই ফুৰে। কিবা কাৰণত ভয় খালেও ই চিক্ চিক্ শব্দ কৰে। কেতিয়াবা ঘৰৰ চোতালত, ঘৰৰ চৌহদৰ ভিতৰৰ ঘাঁহনিত আৰু কেতিয়াবা আলি পদূলিৰ ওপৰতো এইবিধ প্ৰাণীক বগাই ফুৰা দেখা যায়। একো একোটা নিগনিৰ সমান সৰু আৰু সাধাৰণতে ৰাতিৰ আন্ধাৰত পোক পৰুৱা বিচাৰি ফুৰা প্ৰাণী হোৱাৰ বাবে বহুত সময় ই চিক্ চিক্ কৰা শব্দহে শুনিবলৈ পোৱা যায়। জন্তুটো চকুত সতকাই ধৰাই নপৰে।

চিকা আৰু নিগনি এই দুবিধ ক্ষুদ্ৰ আকাৰৰ প্ৰাণীৰ আকৃতি আৰু প্ৰকৃতিত লেখত লবলগীয়া পাৰ্থক্য আছে যেন নালাগে। সাধাৰণতে মানুহৰ ঘৰৰ ভিতৰত থকা এন্দুৰ আৰু নিগনিয়ে চিকা জাতীয় প্ৰাণীবোৰৰ লগতে ইফালে সিফালে দৌৰি ফুৰে। মাটিৰ ওপৰেদি বগুৱা বাই দৌৰি ফুৰোতে নিগনিয়ে সাধাৰণতে কোনো প্ৰকাৰৰ শব্দ নকৰে। চিকাই কিন্তু চিক চিক শব্দ নকৰাকৈ থকা দেখা নাযায়। মানুহৰ ঘৰত বা অন্যান্য সুবিধাজনক ঠাইবোৰত মাটিত বগাই ফুৰা চিকা জাতীয় প্ৰাণীক ইংৰাজী ভাষাত গ্ৰাউণ্ড শ্ৰো" বা "মাটিত বগুৱা চিকা" বোলা হয়। গছত বগাই ফুৰা চিকাৰ বিষয়ে স্থানান্তৰত বৰ্ণনা কৰা হৈছে।

ঘৰত পোহা মেকুৰীয়ে নিগনি ধৰাৰ দৰে খেদি খেদি চিকা ধৰিব নোখোজে। চিকাৰ চিক্ চিক্ শব্দ কাণত পৰিলে সিহঁতে খেদা-খেদি কৰিও তাক কামোৰ মাৰি

নধৰাকৈয়ে সাহেকৈ আঁতৰি দিয়ে। কুকুৰে কেতিয়াবা চিকাৰ শব্দ শুনিবলৈ পালে তাক খেদি খেদি শৰ্তৈকত পেলাই কামোৰ মাৰি জীৱ বাহিৰ কৰি দিয়ে। কোনো কোনো নেকুৰীয়েও কেতিয়াবা এইদৰে চিকা মাৰে। চিকাৰ গাৰপৰা অকটা গোন্ধ ওলোৱাত ঘৰচীয়া প্ৰাণীৰ কোনো এবিধেও চিকাৰ মাংস নাখায়।



মাটিত বগুৱা চিকা

চিকাৰ প্ৰতি মানুহৰ কোনো সদ্ভাৱ নাই। এইবিধ প্ৰাণীয়ে পোক্ পকৰা আদি খাই মানুহৰ উপকাৰ কৰিছে, সেই বিষয়ে সন্দেহ আৰোপ কৰাৰ অৱকাশ

নথকা নহয়। এইবিধ প্ৰাণীৰ দেহৰ দুয়ো কাষে কস্তুৰী হৰিণৰ নাভিস্থলত থকা কস্তুৰীৰ দৰে এক প্ৰকাৰৰ মাংসগ্ৰন্থিৰ উৎপত্তি হয়। এই মাংসগ্ৰন্থিৰ পৰা এক প্ৰকাৰ গোন্ধ বাহিৰ হয়। সেই কাৰণে চিকাই স্পৰ্শ কৰা খাদ্য সামগ্ৰীৰপৰা অকটা গোন্ধ ওলায়। মাংস গ্ৰন্থিৰ পৰা ওলোৱা পদাৰ্থত বিষাক্ত ৰস আছে বুলি ধাৰণা হয়। সেই কাৰণে চিকা দেখিলেই মানুহে তাক মাৰি পেলাবলৈ চেষ্টা কৰে।



গছত বগাই থকা চিকা

চিকাৰ মুখখন অতিপাত জোঙা আৰু লেতু-সেতু হৈ থকা যেন লাগে। ওপৰ ওঁঠৰ আগ ভাগ দীঘলৰীয়া আৰু তলৰ ওঁঠ তাৰ মাজ ভাগতে শেষ হৈ অদৃশ্য হয়। এইবিধ প্ৰাণীৰ কাণ দুখন তেনেই সৰু আৰু আকাৰত ঘূৰণীয়া হয়। কাণৰ ভিতৰত বেকটাবেকাট ভাঁজৰ উৎপত্তি হয়। চকু দুটা সৰু আৰু আকৃতিত গোল হোৱা দেখা যায়। নেজডাল গোটা মঙহাল আৰু দীঘলীয়া হয়। নেজত সেৰেঙা সেৰেঙাকৈ দীঘল চানেকীয়া নোম হয়। সৰ্বশৰীৰৰ নোমৰ বৰণ ধোঁৱাৰ নিচিনা হয়। নোমবোৰ কোমল

আৰু ঘন হয়। জন্তুটোৰ আকাৰৰ তুলনাত ঠেং কেইখন সৰু হয়। সেই কাৰণে দৌৰ দি পলাওতে নিগনি আৰু এন্দুৰ জাতীয় প্ৰাণীৰ মাজত ইয়াক সহজে চিনি উলিওৱাত অসুবিধা নহয়।

পাৰিবাৰিক অথবা সামাজিক জীৱনত এইবিধ প্ৰাণীয়ে সাধাৰণতে মানুহৰ ঘৰত থকা নিগনি জাতীয় প্ৰাণীৰ দৰেই থকা দেখা যায়। শুকান খেৰ কুটা বাঁহ আদি গোটাই লৈ এইবিধ প্ৰাণীয়ে পোৱালি জগাবলৈ বাবে বাহ সাজে। বাহৰ ভিতৰতে মাইকীজনীয়ে একেবাৰতে ২।৩ টাৰ পৰা ৬।৭টা পৰ্যন্ত পোৱালি জগায়। ঘৰৰ ভিতৰৰ কোনোবা ঠাইত পেলনীয়া বিধৰ ফটা কানি, ফটা কাগজ আদি বিচাৰি পালে নিগনিৰ দৰে চিকায়ো তাতে বাহ সাজে। কাপোৰ, কাগজ আদি লাগতিয়াল বস্তু কুটি নষ্ট কৰাৰ ফলত গৃহস্থই কেতিয়াবা অপূৰণীয় ক্ষতি স্বীকাৰ কৰিবলগীয়া হয়।

ভাৰতবৰ্ষৰ প্ৰায় সকলো ঠাইতে চিকা জাতীয় প্ৰাণীৰ কাতি সিচৰতি হৈ থকা দেখিবলৈ পোৱা যায়। পৰ্বতীয়া ঠাইৰ পৰা আৰম্ভ কৰি ভৈয়ামৰ ঠাইলৈ ইয়াৰ বসতি সম্প্ৰসাৰিত হৈ আছে। তদুপৰি এইবিধ বিচিত্ৰ প্ৰাণী এচিয়া, ইউৰোপ, আফ্ৰিকা মহাদেশ কেইখনলৈ বিয়পি আছে। উত্তৰ আমেৰিকাৰ অন্তৰ্গতো চিকা গোষ্ঠীৰ প্ৰাণী বাস কৰা দেখা যায়। পৃথিৱীৰ গ্ৰীষ্ম মণ্ডল আৰু শীতোষ্ণ মণ্ডলত অন্তৰ্ভুক্ত হৈ থকা ঠাইবিলাকে চিকাৰ বসতিস্থানবোৰ নিৰ্ণয় কৰিছে। হাজাৰ অৱজ্ঞা অনাদৰক হেলাৰঙে অতিক্ৰম কৰি চিকাবোৰে নিজকে দৃঢ়ভাৱে প্ৰতিষ্ঠা কৰি ল'বলৈ সক্ষম হ'ব পাৰিছে বুলি ক'ব লাগিব। সেইবাবে এইবিধ প্ৰাণীৰ মৰণ নাই।



# হেজহগ বা কেটেলা গাহৰি

শ্ৰেণী--- স্তন্যপায়ী
বৰ্গ--- ইনচেক্টিভোৰা
গোত্ৰ --ইৰিনাচিডি
প্ৰজাতি----(১) হেমিচিনাচ অৰিটাচ

হেজ হগ বা কেটেলা গাহৰি নামৰ প্ৰাণীবিধক অসমৰ হাবি বননিত থকা দেখা নাযায়। কেৱল অসমতেই নহয় উত্তৰ পূৰ্বাঞ্চলৰ কোনো এখন ৰাজ্যতো এই শ্ৰেণীৰ প্ৰাণীক বাস কৰা দেখা নাযায়। পশ্চিম ভাৰতৰ মৰুভূমিৰ আশে-পাশে থকা ঠাইবিলাকত কেটেলা গাহৰি বাস কৰে। পাকিস্তানৰ সীমামূৰীয়া ঠাইত থকা বালিঅঁহীয়া মাটিৰ মৰু। মৰুমূৰীয়া ঠাইবিলাকেই এই প্ৰাণীবিলাকৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰিছে। পাকিস্তানৰ অন্তৰ্গত সিন্ধু প্ৰদেশৰ মৰু মূৰীয়া ঠাইবোৰতো এইবিধ প্ৰাণীক বাস কৰা দেখিবলৈ পোৱা যায়। ইয়াৰ বাহিৰে উত্তৰ পশ্চিমৰ ফালে



কেটেলা গাহৰি

থকা আফগানিস্থানলৈকে সম্প্ৰসাৰিত হৈ থকাৰ কথা জনা যায়। আঞ্চলিক ভিত্তিত থকা ঠাইৰ বিভিন্নতা আৰু পৰিবেশৰ বৈচিত্ৰ্যৰ ওপৰত নিৰ্ভৰশীল হোৱা কেইবাটাও উপ প্ৰজাতিৰ প্ৰাণী হেজহগৰ ক্ষেত্ৰত বিকাশ সাধন হোৱা দেখিবলৈ পোৱা যায়। এইবিলাক প্ৰাণীৰ মুখৰ আকৃতি গাহৰি জাতীয় প্ৰাণীৰ মুখৰ লগতহে কিছু সাদৃশ্য দেখা যায়। সেই বাবেই এই প্ৰাণীবিলাক হেজ হগ অথবা কেটেলা গাহৰি বোলা হৈছে

জন্তুটোৰ শৰীৰৰ গঠন গোটা আৰু শকত। আকাৰত কাণ দুখন অযাচিত ভাৱে ডাঙৰ হোৱা যেন দেখি। চকু যোৰা পখালি পখালিকৈ উপস্থাপিত হৈ থকা অংশৰ পৰা আৰম্ভ কৰি মুখৰ আগ ভাগলৈ লাগবাগি থকা অংশ ক্ৰমশঃ জোঙুনি হোৱাকৈ সৰু হৈ যোৱা দেখা যায়। দেখাত জন্তুটো গাহৰিৰ নিচিনা হলেও ঠেঙৰ আগ ভাগত খুৰা দেখা নাযায়। প্ৰত্যেকটো আঙুলিৰ মূৰত নখ গজে আৰু ঠেঙৰ পতাৰ তলুৱা কুকুৰ জাতীয় জন্তুৰ তলুৱাৰ দৰে নৰম। দেহৰ ওপৰ আৰু পাৰ্শ্ব ভাগত উৎপত্তি হোৱা নোম-বোৰে কেটেলা পছুৰ দৰে কাঁইটৰ ৰূপ ধাৰণ কৰে। কিন্তু এই কাঁইটবোৰ কেটেলা পছুৰ কাঁইটৰ দৰে দীঘল আৰু শকত হোৱা দেখা নাযায়। এই কাঁইটবোৰ চুটি চুটি হয় আৰু দূৰৈৰ পৰা কাঁইটবোৰ নোমৰ দৰে নিহি যেন দেখি। আকাৰত চুটি চুটি হলেও এই কাঁইটৰ আৱৰণখন থকাৰ বাবে যেই সেই শত্ৰু জাতীয় প্ৰাণীয়ে ইহঁতক হঠাতে আক্ৰমণ কৰিবলৈ সাহস নকৰে।

কেটেলা গাহৰিক নিশাচৰ প্ৰাণী বুলি ক'ব পাৰি। সাধাৰণতে এই গোষ্ঠীৰ প্ৰাণীবিলাকে দিন দুপৰতে গছৰ তলৰ মাটিত গাঁত খান্দি লুকাই থাকে। গধূলিৰ আন্ধাৰ হোৱাৰ লগে লগে ইহঁত বাহিৰলৈ ওলাই আহে আৰু গোটেই নিশা খোৱা বস্তু বিচাৰি ঘূৰি ফুৰে। পোক পৰুৱাৰ বাহিৰেও এইবিধ প্ৰাণীয়ে নিগনি-জেঠি আদি সৰু সৰু প্ৰাণীও ধৰি খাব পাৰে।

## উঁতনুৱা

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----পতঙ্গভোজী

গোত্ৰ----টালপিদি

প্ৰজাতি----টাল্‌পা মাইক্ৰোৰা

সদ্যাহতে এই প্ৰবন্ধত উতনুৱা নামেৰে জনাজাত এবিধ ক্ষুদ্ৰ আকাৰৰ স্তন্যপায়ী জন্তুৰ বিষয়ে আলোচনা কৰিবলৈ লোৱা হৈছে। দেখাত এটা নিগনিৰ নিচিনা হলেও উতনুৱাৰ গাত কিছুমান বিশেষ শাৰীৰিক আৰু চাৰিত্ৰিক বৈশিষ্ট্য দেখা যায়। এইবিধ প্ৰাণীয়ে গাঁত খান্দি মাটিৰ তলত থাকে। মাটিৰ তলত গাঁত খান্দি থকা প্ৰাণীৰ ভিতৰত উতনুৱাবিলাকে বিশেষ পাৰদৰ্শিতা প্ৰদৰ্শন কৰা দেখিবলৈ পোৱা যায়। সুৰঙ্গত সোমাই থকাৰ বিষয়ত এইবিধৰ প্ৰাণীক আন কোনো প্ৰাণীয়ে চেৰ পেলাব নোৱাৰে বুলি ক'ব পাৰি। আগ ঠেং দুখনৰ হাতোৰাত থকা নখেৰে ইহঁতে মাটি খান্দি খান্দি একো একোটা গাঁত খান্দি লয়। ইহঁতৰ গাঁতৰ মুখত ওপৰ-মাটিৰ একো একোটা ঢিপ থাকে। ওপৰ মাটিৰ এই ঢিপটোকে মল-হিল (Mole-hill) বুলি কোৱা হয়। মাটিত থকা কেঁচু আৰু নানাবিধৰ পোক-পৰুৱাৰ পোৱালি ইহঁতৰ উপযুক্ত খাদ্য। ইহঁতৰ গাটোৰে দীঘ-লীয়াকৈ গোল আকাৰ ধাৰণ কৰে আৰু গাত গজা নোমবোৰ কোমল হয়। অসমতো এইবিধ প্ৰাণীক বাস কৰা দেখিবলৈ পোৱা যায়।

# শহাপহু ফৈদৰ প্ৰাণীবিলাক

শহাপহু গোষ্ঠীত প্ৰাণীবোৰক একেলগে সামৰি লৈ জীৱবিদ্‌সকলে "লাগ'মৰ্ফা" নামৰ এটা বৰ্গত অন্তৰ্ভুক্ত কৰিছে। পূৰ্বতে জীৱবিদ্ বিজ্ঞানীসকলে শহাপহু গোষ্ঠীৰ প্ৰাণীক কেৰ্কেটুৱা, নিগনি প্ৰভৃতি প্ৰাণীৰ লগত সামৰি লৈ দাঁতেৰে কুটি কুটি আহাৰ খোৱা প্ৰাণীবিলাকৰ লগত একেলগে স্থান দিছিল। এই দুয়োবিধ প্ৰাণীৰ দাঁতবিলাৰ ভাল দৰে পৰীক্ষা নিৰীক্ষা কৰাৰ ফলত সিহঁতৰ মাজত কেইটামান বিশেষ ব্যৱধান পৰিলক্ষিত হ'ল। ৰোডেণ্টৰ ওপৰ পাৰি দাঁতত মাত্ৰ এযোৰাকৈ কুটি খোৱা দাঁত গজে। এই দাঁত সিহঁতে বটাৰীৰ নিচিনাকৈ ব্যৱহাৰ কৰি যেই কোনো বস্তু কুটি কিম্বা ছিঙি খোৱা কামত ব্যৱহাৰ কৰে। লাগ'মৰ্ফাৰ ওপৰ পাৰিত দুযোৰাকৈ কুটি খোৱা দাঁত গজা দেখা যায়। এই দুয়ো যোৰা দাঁতেৰে সিহঁতে বস্তুবিলাক ছিঙি ছিঙি খায়। শহাপহু বৰ্গৰ প্ৰাণীবিলাকৰ আন এটা বৈশিষ্ট্য হ'ল এয়ে যে সিহঁতে দুয়োপাৰি দাঁত ঘহনি খোৱাই খোৱা বস্তবোৰ গুৰি কৰে।

ইংৰাজী ভাষাত শহাপহু জাতীয় প্ৰাণীক বুজাবলৈ 'হেয়াৰ' আৰু 'ৰেবিট' শব্দ দুটা বেলেগ অনুযায়ী ব্যৱহাৰ কৰা হয়। সাধাৰণতে বিবিলাক শহাপহু গোষ্ঠীৰ প্ৰাণীয়ে খেৰ আৰু আদি গোটাই লৈ ওখ ওখ বাহ জাতীয় উদ্ভিদৰ মাজত কিম্বা জোপোহা গছৰ তলত বাহ সাজি থাকিবলৈ লয় সেইবিলাকক 'হেয়াৰ' বোলা হয়। উল্লেখযোগ্য যে হেয়াৰবিলাকে এইদৰে সাজি লোৱা বাহবোৰতে পোৱালি জগাই ডাঙৰ দীঘল কৰে। এই জাতীয় শহাপহুৰ নতুনকৈ জগা পোৱালিৰ চকু দুটা মেল খাই থাকে। তদুপৰি নতুনকৈ জগা শহা পোৱালিৰ গাতো পাতলীয়াকৈ নোম থকা দেখা যায়। ৰেবিট নামৰ শহাপহু গোষ্ঠীৰ প্ৰাণীয়ে কিন্তু এনেকৈ মাটিৰ ওপৰত বাহ সাজিব নাজানে। সিহঁতে মাটিৰ তলত গাঁত খান্দি লৈ সেই গাঁতৰ ভিতৰত চেপেটা মাৰি সোমাই থাকে। থাকে। গাঁতৰ ভিতৰতে সিহঁতে পোৱালিও জগায়। পোনেই জগোৱা এই পোৱালি-বোৰৰ চকু কেইটা মুদ খাই থাকে। তদুপৰি নতুনকৈ জগা পোৱালিৰ গাত নোমৰ কোনো চিন্‌চাব্ নাথাকে। দুয়োবিধ প্ৰাণীৰে পাছৰ ঠেং দুখন আগৰ ঠেংতকৈ তুলনা মূলক ভাবে দীঘল হোৱা দেখা যায়। অৱশ্যে হেয়াৰৰ পাছৰ ঠেং দুখন ৰেবিটৰ পাছৰ ঠেং দুখনতকৈ অলপ বেছি দীঘল হয়।

সমগ্ৰ পৃথিবীৰ বিভিন্ন ঠাইত বাস কৰা শহাপহু জাতীয় প্ৰাণীবিলাকক জীৱবিদ-সকলে দুটা গোত্ৰ বা পৰিয়ালত ভাগ কৰিছে। তাৰ ভিতৰত হেয়াৰ আৰু ৰেবিটক যিটো পৰিয়ালত স্থান দিয়া হৈছে সেই পৰিয়ালটোক লেপ'ৰিদি বোলা হয়। দ্বিতীয়টো

পৰিয়ালত অন্তৰ্ভক্ত কৰা শহা প্ৰাণীবিলাকক পিকা বুলি কোৱা হয়। যিটো গোত্ৰত পিকা গোষ্ঠীৰ প্ৰাণীবোৰক অন্তৰ্ভক্ত কৰা হৈছে সেই পৰিয়ালটোক অ'কটানিদি বোলা হয়। ইহঁতক নিগনি শহা বুলিও কোৱা হয়। নিগনি শহাবিলাকে একেলগে জাক বান্ধি বাস কৰে। শিলৰ ফাকৰ মাজত আৰু মাটিৰ তলৰ গাতত থাকি ইহঁতে জিৱণি সময়খিনি কটায়। পূব গোলাৰ্দ্ধৰ মধ্য এচিয়া আৰু পশ্চিম গোলাৰ্দ্ধৰ উত্তৰ আমেৰিকাত এই গোষ্ঠীৰ প্ৰাণীক বাস কৰা দেখা যায়। হিমালয় পৰ্বতমালাতো এজাতি নিগনি শহা বাস কৰে।

ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত কেবাবিধো শহাপহু জাতীয় প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়। জলবায়ু অনুযায়ী আঞ্চলিক ভিত্তিত কেইবাটাও উপ-প্ৰজাতিৰ উদ্ভৱ হোৱা দেখা যায়। আমাৰ অসমত সাধাৰণতে যিবিলাক শহা পহু জাতীয় প্ৰাণী আমি দেখিবলৈ পাওঁ সেই প্ৰাণীবিলাকক থাউকতে শহা পহু বোলা হয়। কিছুমান ঠাইত আলেঙে আলেঙে বাস কৰা আন এবিধ বিশিষ্ট শহা জাতীয় প্ৰাণীৰ পৰা ইয়াক পৃথক ভাবে চিনাকি কৰি দিব লগীয়া হলে এইবিধ শহাপহুক সাধাৰণ শহাপহু বুলি কব পাৰি। অসমত দল খৰিয়া (হিচপিদ হেয়াৰ বা অসম ৰেবিট) নামেৰে জনাজাত আন এবিধ দুষ্প্ৰাপ্য প্ৰাণী বাস কৰে।

ৰাজস্থানৰ মৰুভূমিয়ে গৰকা ঠাইবোৰত যিবিধ শহা পহু বাস কৰে সেই বিধক মৰু-ভূমিৰ শহাপহু বুলি কয়। কাশ্মীৰৰ পৰা আৰম্ভ কৰি পাকিস্থানৰ কোনো কোনো ঠাইলৈকে বিয়পি থকা বিস্তীৰ্ণ ভূ ভাগত কেপ হেয়াৰ নামৰ আন এবিধ শহা গোষ্ঠীৰ প্ৰাণী বাস কৰা দেখা যায়।



# শহাপহু

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----লাগমৰ্ফা

গোত্ৰ----লেপ'ৰিডি

প্ৰজাতি----লেপচ্ নাইগ্ৰিকলিচ

অসমৰ বিভিন্ন ঠাইত শহাপহু বাস কৰা দেখিবলৈ পোৱা যায়। গভীৰ অৰণ্য ভূমিত সাধাৰণতে বাস কৰে। নিশাচৰ প্ৰাণী বুলি ইয়াক ক'ব নোৱাৰি। মানুহে খেতি পথাৰ কৰি মুকলি কৰিবলৈ ধৰা ঠাইবিলাকৰ কাষে কাষে থকা পাতলীয়া হাবিত এইবিলাক প্ৰাণীয়ে বিচৰণ কৰি ফুৰিবলৈ ভাল পায়। কেতিয়াবা কেতিয়াবা শহাপহুক খেতি পথাৰৰ মাজত সোমাই ইফালে সিফালে ঘূৰি ফুৰা অৱস্থাত দেখিবলৈ পোৱা যায়। দিন ৰাতিৰ ভেদাভেদ নৰখাকৈ সকলো সময়তে ইহঁতে আহাৰৰ সন্ধানত ইফালে সিফালে ঘূৰি ফুৰে। কুমলীয়া ঘাঁহ বিচাৰি বিচাৰি কেতিয়াবা ইহঁতে বাটৰ কাষলৈ ওলাই আহে। ৰাতি গাঁৱলীয়া ঠাইৰ মাজেদি যোৱা পথৰ ওপৰেদি জীপ বা মটৰ গাড়ী চলাই যাওঁতে শহাপহু জাতীয় প্ৰাণীক ৰাস্তাৰ কাষত বৈ থকা প্ৰায়েই লগ পোৱা যায়। গাড়ীৰ লাইটৰ পোহৰ গাত পৰিলে ই দোধোৰ-মোধোৰত পৰি আগে আগে দৌৰ দি পলাবলৈ আৰম্ভ কৰে। এইদৰে কিছু দূৰ দৌৰি দৌৰি যোৱাৰ পাছতহে লাহেকৈ পথৰ কাষত থকা হাবিৰ মাজত সোমাবলৈ যত্ন কৰে। দিন দুপৰত এইবিধ প্ৰাণীক যতে ততে দেখা নাযায়। ওখ ওখ ঘাঁহ জাতীয় উদ্ভিদৰ মাজত থকা শুকান ঘাঁহবনবোৰ ঠেঙৰ নখেৰে ঠিক-ঠাক কৰি লৈ তাৰ ওপৰতে জন্তুবোৰে নিৰলে জিৰণি লৈ থাকে। ঘাঁহনিৰ মাজত এনে ধৰণেৰে সুবিধাজনক ঠাই তৈয়াৰ কৰি লৈ মাইকী শহাপহুৱে তাতে পোৱালি জগায়।

শহাপহু আকাৰত সৰু হয়। একোটা মেকুৰী জাতীয় প্ৰাণীতকৈ ইয়াক ডাঙৰ বুলি কব নোৱাৰি। মেকুৰীৰ দৰেই জন্তুটোৰ গোটেই গাটো কোমল নোমেৰে ভৰা। এই নোমবোৰৰ ৰং ধোঁৱা বৰণীয়া হোৱা দেখা যায়। দেহৰ উপৰ ভাগত যিবিলাক নোম হয় সেই নোমবিলাকৰ বৰণ ক'লা চানেকীয়াকৈ মুগা হোৱা দেখা যায়। তল পেটত গজা নোমবিলাকৰ বৰণ বগা হয়। নেজ ডালৰ ওপৰৰ ফালে গজা নোম-বোৰো অলপ মুগা বৰণীয়া হয়। শহাপহুৰ নেজডাল তেনেই চুটি হয় আৰু ইহঁতৰ কাণ দুখন ওপৰৰ ফালে থিয় হৈ থাকে। অৱশ্যে ইচ্ছানুযায়ী জন্তুটোৱে এই কাণ দুখন লৰাব চৰাব পাৰে। এইবিধ প্ৰাণীৰ আত্মৰক্ষাৰ বাবে শিং কিম্বা দাঁত আদি গজা দেখা

নাযায়। পাছ ঠেং দুখন আগ ঠেং দুখনতকৈ দীঘল হয়। এই ঠেং কেইখনৰ হাতোৰাত আঙুলি আৰু নখৰ উৎপত্তি হয়। কোনো এঠাইত বহি থাকিবলগীয়া হলে জন্তুটোৱে পাছ ঠেং দুখন কিলাকুঁটিতে ভাঁজ কৰি লয়। মাটিত বাঁহ খাই চৰি ফুৰোতে এইবিধ প্ৰাণীয়ে চাৰিওখন ঠেং ব্যৱহাৰ কৰে। দৌৰি পলাই যাবলগীয়া হ'লে ই জপিয়াই জপিয়াই আগবাঢ়ি যায়। দেহৰ গঠন প্ৰণালী লেহুকা ধৰণৰ হোৱাৰ বাবে এনেদৰে আগবাঢ়ি যাওঁতে ইহঁতে কোনো অসুবিধাৰ সন্মুখীন হ'বলগীয়া নহয়।



শহাপহু জাতীয় প্ৰাণী ভাৰতবৰ্ষৰ প্ৰায় সকলো ঠাইতে কম বেছি পৰিমাণে বাস কৰা দেখিবলৈ পোৱা যায়। গাৰ নোমৰ বৰণৰ বিভিন্নতা আৰু ৰঙৰ গভীৰতাৰ ওপৰত নিৰ্ভৰ কৰি বিভিন্ন ঠাইৰ ভিন্ ভিন্ পৰিবেশত নিগাজীকৈ বাস কৰা শহাপহুবিলাকক কেইবাটাও উপ-প্ৰজাতিত অন্তৰ্ভুক্ত কৰি ৰখা হৈছে। অসমৰ ভৈয়াম অঞ্চলবিলাকক কেন্দ্ৰ কৰি পূৰ্বাঞ্চলৰ বিভিন্ন ঠাইত থকা শহাপহু জাতীয় প্ৰাণীৰ নেজৰ নোমবোৰ অলপ ৰঙছোৱাকৈ মুগা হয়। সেইবাবে এইবিধ শহাপহুক মুগা নেজীয়া শহা হিচাপে বৈজ্ঞানিক ভাবে শ্ৰেণীবদ্ধ কৰা হয়। দক্ষিণাত্যৰ ফালে সাধাৰণতে যিবিধ শহাপহুক দেখা যায় সেইবিধ শহাৰ গলধনৰ ওপৰ ভাগত অলপমান ক'লা বৰণীয়া নোমৰ উৎপত্তি হোৱা হোৱা দেখা যায়। সেই কাৰণে এইবিধ শহাপহুক জীৱবিদসকলে ক'লা-ডিঙীয়া শহা বুলি কয়। ৰাজপতনাৰ মৰুভূমি অঞ্চলত এবিধ বেলেগ উপপ্ৰজাতিৰ শহাপহুৱে থলুৱা ভাবে নিগাজীকৈ বাস কৰিবলৈ লৈছে। এইবিধ শহা পহুৰ নোমৰ বৰণ অলপ হালধীয়া। এইবিলাক শহা পহুক মৰুনিবাসী শহা বা ডেজাৰ্ট হেৰাৰ বোলা হয়। ইয়াৰ উপৰিও মধ্য আৰু পশ্চিম ভাৰতৰ বিভিন্ন ঠাইত স্থানীয়ভাৱে থিৰাজীকৈ বাস কৰা কেইবাটাও উপপ্ৰজাতিৰ প্ৰাণীয়ে ভাৰতীয় শহাপহুক প্ৰতিনিধিত্ব কৰিবলৈ সক্ষম হৈছে। ●

## দলখৰিয়া বা হিচ্‌পিদ হেয়াৰ

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ—লাগমৰ্ফা

গোত্ৰ—লেপ'ৰিদি

প্ৰজাতি—কেপ্ৰোলাগছ হিচ্‌পিদাচ্

অসমত দলখৰিয়া নামৰ এজাতি শহাপহু আছে। এইবিধ প্ৰাণীক ইংৰাজী ভাষাত 'হিচ্‌পিদ হেয়াৰ' বা 'আচাম ৰেবিট' (অসম ৰেবিট) বোলা হয়। সাধাৰণতে ই'তে ত'তে দেখা শহাপহুৰ দৰে এই শহাপহুক দেখিবলৈ পোৱা নাযায়। সেই কাৰণে এইবিধ শহাপহুক দুষ্প্ৰাপ্য প্ৰাণী বুলি গণ্য কৰা হৈছে। যিবিলাক ওখ ওখ ঘাহ জাতীয় উদ্ভিদ থকা মুকলি মূৰীয়া হাবিত 'নল গাহৰি' বাস কৰে তেনেবোৰ হাবিতেই দলখৰিয়া নামৰ শহা পহুকো বাস কৰা দেখা যায়। এইবিধ শহা পহু আৰু সাধাৰণ বিধৰ শহা পহুৰ মাজত থকা শাৰীৰিক আৰু চাৰিত্ৰিক গুণৰ পাৰ্থক্য তেনেই সামান্য। হাবিতলীয়া ঠাইত এইবিধ শহাপহুক দেখা পালে বেলেগ জাতৰ শহাপহু বুলি হঠাতে কোৱা টান। জন্তু বিশেষজ্ঞ আৰু বন্য প্ৰাণীৰ বিষয়ত বিশেষ অভিৰুচি থকা ব্যক্তিসকলৰ মতে এইবিধ প্ৰাণীৰ জন্তুসংখ্যা তেনেই কম। সেই কাৰণে এইবিধ প্ৰাণীক ভাৰতীয় বন্যপ্ৰাণী সংৰক্ষণ আইনৰ প্ৰথম তালিকাত অন্তৰ্ভুক্ত কৰি সংৰক্ষণৰ ব্যৱস্থা কট্‌কটীয়া কৰা হৈছে।

উত্তৰ পূৰ্বাঞ্চলত থকা অসমৰ যিবিলাক ঠাই হিমালয় শৈলমালাৰ নামনি ভাগবিলাকত প্ৰতিষ্ঠিত হৈ আছে আৰু তাৰে যিবোৰ এলেকাত ঘাহ জাতীয় উদ্ভিদে প্ৰাধান্য লাভ কৰি আছে তেনেবোৰ স্বাভাৱিক পৰিবেশতে এইবিধ প্ৰাণীয়ে নিজাজীকৈ বাস কৰিবৰ বাবে ঠাই নিৰ্বাচন কৰি লৈছে। এইবিধ প্ৰাণীৰ বসতি স্থান আৰু সচৰাচৰ বিচৰণ ভূমি পশ্চিমৰ ফালে উত্তৰ প্ৰদেশত থকা হিমালয়ৰ নামনি অঞ্চললৈকে বিয়পি আছে। দলখৰিয়াৰ নেজডাল তুলনামূলক ভাবে সাধাৰণ শহাতকৈ চুটি হোৱা দেখা যায়। তদুপৰি এইবিধ শহাপহুৰ গাৰ নোমবিলাক অলপ ঠৰঙা হয়। সেই কাৰণেই ইয়াক "হিচ্‌পিদ" হেয়াৰ বোলা হয়। ইয়াৰ পিঠিৰ আৰু দেহৰ দুয়ো কাষৰ নোমবিলাক ক'লা আৰু বগাকৈ শেতা হোৱাৰ বাবে বৰণত ইয়াক সাধাৰণ শহাতকৈ ক'লা দেখি। ইয়াৰ কাণ আৰু নেজৰ নোমৰ বৰণ মুগা চানেকীয়া হয়। পেটৰ তলৰ ফালৰ নোম-বোৰ বগা চানেকীয়া আৰু বুকুৰ তলৰ নোমবিলাক অলপ ক'লা বৰণীয়া হয়।

দুষ্প্ৰাপ্য প্ৰাণী হোৱাৰ বাবে দল খৰিয়া বা হিচ্‌পিচ্ হেয়াৰৰ বিষয়ে জানিব লগা কথাবোৰ সঠিক ভাবে জনা নাযায়। মানাহ অভয়াৰণ্য আৰু ইয়াৰ কাষে পাজৰে থকা কিছুমান ঠাইত অৰণ্যে এইবিধ প্ৰাণীক বিচাৰি পোৱা গৈছে। মানাহ অভয়াৰণ্য তথা

বাগান যোজনাৰ ভাৱপ্ৰাপ্ত বিষয়া শ্ৰীসঞ্জয় কুমাৰ দেৱ ৰয়ে (বৰ্তমানে অসমৰ মুখ্য বন সংৰক্ষক) এই বিধ প্ৰাণীৰ লগত অগাভেটা হোৱাৰ প্ৰমাণ আছে। এবাৰ এটা দল-খৰিয়া শহা পহুক তেখেতে শক্ৰৰ কবলৰ পৰা উদ্ধাৰ কৰি আনি আটোম-টোকাৰিকৈ প্ৰতিপালন কৰি ৰাখিছিলহি। ইয়াৰ বাবে তেখেতে এটা বিশেষ ধৰণৰ গড়ালো নিৰ্মাণ কৰি লৈছিল। জন্তুটোৱে প্ৰাকৃতিক পৰিবেশত মুকলি মনেৰে ঘূৰাৰ দৰে গড়ালৰ ভিতৰতে ঘূৰি ফুৰিব পাৰে তাৰ বাবে তেখেতে গড়ালটোৰ ভিতৰত কিছুমান ওখ বাঁহ ৰুই দিছিল। ইমান তত্বাৱধান লোৱা সত্বেও তেখেতে জন্তুটোক আবেষ্টনীৰ মাজত বেছি দিন বচাই ৰাখিব নোৱাৰিলে। ইয়াৰ পৰা প্ৰমাণিত হৈছে যে এইবিধ কোমল মতীয়া প্ৰাণী তেনেই অলপ ধতুৰা আঁৰু মানুহৰ চাট ই সহ্য কৰিব নোৱাৰে।



দলখৰিয়া বা হিচ্‌পিদ্ হেয়াৰ

দৰং জিলাৰ অন্তৰ্গত ৰৌনদী সংৰক্ষিত বনাঞ্চল আৰু এই বনাঞ্চলৰ কাষে পাজৰে থকা পেৰনিবোৰৰ মাজতো এই জাতীয় শহাপহু থকাৰ প্ৰমাণ পোৱা গৈছে। এই বনা-ঞ্চলৰ গাতে লাগি থকাকৈ কেইবাখনো চাহ বাগিচা আছে। তাৰে ভিতৰত আধাৰি-খেট নামৰ চাহ বাগিচাখনক অন্যতম বুলি গণ্য কৰিব পাৰি। এই চাহ বাগিচাখনৰ কাষত বসতি কৰা কিছুমান বনুৱাই মাজে সময়ে হিচ্‌পিদ্ হেয়াৰ আৰু পিগ্‌মি হগ্ (নল গাহৰি) নামৰ প্ৰাণীবোৰ জাল পেলাই ধৰিছিল। এইদৰে ধৰি অনা বন্যপ্ৰাণীবিলাকৰ দুই চাৰিটা সিহঁতে জীয়াই জীয়াই বজাৰত বিক্ৰি কৰিছিল। নলগাহৰিৰ লগতে এটা দলখৰিয়াকো বাগানৰ মেনেজাৰে বনুৱাৰ হাতৰ পৰা উদ্ধাৰ কৰি আনি আলফুলকৈ পালন কৰিছিলহি। এইটো দল খৰিয়াও বৰ বেছি দিন বাচি নাথাকিল।

১৯৭৫ চনত মানাহ অভয়াৰণ্যত চাৰি-পাঁচটামান এই বিধৰ শহাপহু ধৰা পৰিছিল। এই কেইটা শহাপহু প্ৰতিপালন কৰি ৰাখিবৰ বাবে গুৱাহাটীৰ চিৰিয়াখানালৈ পঠাই দিয়া হৈছিল। কিন্তু সিহঁতৰ বাটতে মৃত্যু হ'ল। ১৯৭৬ চনত মানাহ অভয়াৰণ্যৰ ভাৰপ্ৰাপ্ত বিষয়া শ্ৰীপৰমানন্দ দাহনে বাঁহবাৰী নামৰ ঠাইত দুটা দলখৰিয়া উদ্ধাৰ কৰিছিল। সিহঁত দুটাৰ এটাই অতি কম সময়ৰ ভিতৰতে মৃত্যু বৰণ কৰিলে। বাকী টোক পুনৰ হাবিত মেলি দিয়া হ'ল।

হিচপিদ হেয়াৰ বা দলখৰিযাৰ বিষয়ে জানিব লগীয়া বহুতো তথ্য এতিয়াও মান ঠাইত সিচৰতি হৈ পৰিয়েই আছে বুলি ক'ব পাৰি।



# দাঁতেৰে কুটিখোৱা জন্তুবিলাক

খোৱা বস্তুবোৰ দাঁতেৰে কুটি কুটি খাই জীৱন ধাৰণ কৰা প্ৰাণীবিলাকক সংক্ষেপতে "ৰোডেন্ট" বোলা হয়। এই প্ৰাণীবিলাকৰ বিশেষত্ব হ'ল, ইহঁত আটাইবিলাকে আগদাঁত কেইটাৰ সহায়ত খোৱা বস্তুবোৰ টুকুৰা টুকুৰ কৰি খায় আৰু হজম কৰে। আগদাঁত দুটাৰে ইহঁতে শক্ত ফলমূলবোৰ কামুৰি টুকুৰা টুকুৰকৈ বাকলিবোৰ একৰাই মাটিলৈ পেলাই দিয়ে। পাছত ফলমূলৰ ভিতৰত থকা কোমল শাহখিনি দাঁতেৰে ছিঙি আনি খায়। এই কুটি খোৱা দাঁতৰ আকাৰ ধাৰ থকা বটালিৰ নিচিনা। সেই বাবে এনে ধৰণৰ দাঁতৰ সহায়ত ইহঁতে যেই কোনো বস্তু অতি সহজে ভাঙিব পাৰে। কুটি খোৱা প্ৰাণীবিলাকৰ ওপৰ আৰু তলৰ পাৰিৰ আলুত এযোৰ এযোৰকৈ দুযোৰ দাঁতৰ উৎপত্তি হয়। এই দাঁত দুযোৰ আলুৰ ভিতৰলৈ সোমাই যোৱা। সেই বাবে কোনো টান বস্তু কুটি খালে এই দাঁত দুযোৰাৰ গুৰিৰ আলুৰ একো ক্ষতি নহয়। এইবিলাক প্ৰাণীৰ মুখত কুকুৰ দাঁতৰ উৎপত্তি হোৱা দেখা নাযায়।

নিগনি, কেৰ্কেটুৱা, কেটেলা পহু, মাৰমট্ আদি বহুতো বিধৰ প্ৰাণীক এই "ৰোডেন্টিয়া" বৰ্গত অন্তৰ্ভুক্ত কৰা হৈছে।



# কেটেলা পহু

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—ৰোডেন্টিয়া
গোত্ৰ—হিষ্ট্ৰিচিদি
প্ৰজাতি—হিষ্ট্ৰিক্স ইন্দিকা

কেটেলা পহু নামৰ এবিধ সৰু আকাৰৰ বিচিত্ৰ প্ৰাণী অসমৰ বিভিন্ন ঠাইত কম বেছি পৰিমাণে বাস কৰা দেখিবলৈ পোৱা যায়। নিশাচৰ হোৱা বাবে ইয়াক দিনৰ ভাগত য'তে ত'তে দেখা পোৱা নাযায়। ই থাকিবৰ বাবে খান্দি লোৱা গাঁতৰ সন্মুখত জমা হৈ থকা গুৰি মাটিখিনিৰ পৰাই এইবিধ প্ৰাণী বাস কৰি থকাৰ বিষয়ে অনুমান কৰিব পাৰি। হিমালয় পৰ্বতমালাৰ অন্তৰ্গত উচ্চ ঠাইৰ পৰা আৰম্ভ কৰি দক্ষিণাত্যৰ কুমাৰিকা অন্তৰীপলৈ প্ৰায় সকলো ঠাইতে এইবিধ প্ৰাণীক দেখিবলৈ পোৱা যায়।

দাঁতেৰে কুটি কুটি খোৱা প্ৰাণীবিলাকৰ ভিতৰত কেটেলা পহুক এক বৈশিষ্ট্য থকা প্ৰাণী বুলি ক'ব পাৰি। ইয়াৰ দেহত নোমৰ পৰিবৰ্তে এক প্ৰকাৰ কাঁইট বা হুলৰ উৎপত্তি হয়। সাধাৰণতে পিঠিৰ ওপৰৰ নোমবিলাক ডাঠ আৰু দীঘল হোৱা দেখা যায়। দেহৰ দুয়ো কাষৰ কাঁইটবিলাক ওপৰৰ পৰা পেটৰ তলৰ ভাগলৈ ক্ৰমে চুটি আৰু সৰু হৈ যোৱা দেখা যায়। পেট আৰু বুকুৰ তলত কোনো কাঁইট নাথাকে। কাঁইট বিলাকৰ দীৰ্ঘতা, বৰণ আদিৰ বৈচিত্ৰৰ ওপৰত নিৰ্ভৰ কৰি কেটেলা পহুবোৰক কেবাটাও প্ৰজাতিত অন্তৰ্ভুক্ত কৰা হয়।

কেটেলা পহুৰ কাঁইটৰ শলাবোৰক একো একোডাল খোৰোচা মাৰিৰ লগত ৰিজাব পাৰি। প্ৰত্যেকডাল কাঁইটৰ গুৰি ভাগ ছালৰ তলৰ মঙহত পোত খাই থাকে। পোত খাই থকা অংশ শুকুলা বা মাখন ৰঙৰ হয়। বাকী অংশত বগা আৰু ক'লা বৰণৰ খলপা-খলপী দাগ আঙঠিৰ চিনচিনাকৈ থাকে। কাঁইটবোৰ আকৃতিত গোলাকাৰ, মাজ ডোখৰ শকত আৰু দুয়ো মূৰ ক্ৰমে জোঙা হয়। সাধাৰণতে কাঁইটবোৰ গাত লিপিত খাই পৰি থাকে। কিবা কাৰণত জন্তুটো উত্তেজিত হলে কাঁইটবোৰ থিয় হৈ পৰে আৰু জন্তুটোৱে ভয়ঙ্কৰ ৰূপ ধাৰণ কৰে। আত্মৰক্ষাৰ সজুলি হিচাপে জন্তুটোৱে এই কাঁইটবোৰ ব্যৱহাৰ কৰে। শত্ৰুক আক্ৰমণ কৰিবলগীয়া হলেও জন্তুটোৱে কাঁইটবিলাকৰ সহায় লবলগীয়া হয়। এই কাঁইটবোৰৰ দুই এডাল কেতিয়াবা মাটিত সৰি পৰে। কেতিয়াবা বহুতো কাঁইট হাৰিব মাজত ওচৰা ওচৰিকৈ পৰি থকা দেখিবলৈ পোৱা যায়। যি ঠাইত

কেটেলা পহুৱে গাঁত খান্দি থাকিবলৈ লয় তেনেবোৰ ঠাইতো কেটেলাৰ কাঁইট পৰি থকা দেখা যায়। এই পৰি থকা কাঁইটৰ পৰাই এনেবোৰ ঠাইত কেটেলা পহু থকাৰ বিষয়ে নিশ্চিত হব পাৰি। কোনো কোনো মানুহে মাটিবোৰ খান্দি গাঁতৰ ভিতৰৰ পৰা কেটেলা পহু উলিয়ায়। এইদৰে পোৱা পহুক বধ কৰি এওঁলোকে তাৰ মাংসও খায়। কিছুমান জনজাতীয় তিৰোতা মানুহে কেঁটেলা পহুৰ কাঁইট অলংকাৰ ৰূপে ব্যৱহাৰ কৰে।

শত্ৰুৰ আক্ৰমণৰ পৰা নিজক ৰক্ষা কৰিবৰ বাবে কেটেলা পহুবিলাকে অভিনৱ কৌশল অৱলম্বন কৰা দেখা যায়। জন্তুটোৰ সন্মুখৰ ফালে আক্ৰমণ কৰিবপৰা কাঁইট দেখা নাযায়। তাৰ গাটোৰ পাছৰ ফালে থকা কাঁইটবোৰে আক্ৰমণ কৰে। কোনো শত্ৰুৱে ফেৰ মাৰি ধৰি তাক আক্ৰমণ কৰিবলৈ উদ্যত হ'লে সি নিজকে ৰক্ষা কৰিব লগীয়া হয়। সেইবাবে পাছ হোঁহকি গৈ কাঁইটবোৰ ঠৰঙা কৰি লৈ সি শত্ৰুৰ গাত জোৰেৰে বিন্ধি দিয়ে। তাৰ প্ৰচণ্ড আক্ৰমণত তিষ্ঠিব নোৱাৰি শত্ৰু পলাই সাৰিব-লগীয়া হয়। গাৰ মগুহ আৰু বুকুত কাঁইট লাগি ধৰাৰ ফলত দুই এটা প্ৰাণীয়ে তেতো-লিকে মৃত্যু বৰণো কৰিবলগীয়া হয়।

কেটেলা পহুৱে মানুহৰ শস্যৰও ক্ষতি কৰে। নতুনকৈ লগাই দিয়া আলু জাতীয় গছৰ শিপা সি উঠাই আনি কোমল শাহখিনি খায়। ফলত শিপাৰ পৰা ওলাই অহা পোখা আৰু পুলিটোও মৰহি যায়। এইবিধ প্ৰাণী সাধাৰণতে মাটিৰ তলত থাকে। মাটিৰ তলত নিৰাপদে থাকিবৰ বাবে ই একোটা গাঁত খান্দি লয় আৰু গাঁতৰ ভিতৰত অখালি পথালিকৈ কেইটামান সুৰঙ্গ কৰি লয়। গাঁত খান্দিবৰ বাবে জন্তুটোৱে ফচ্ ফচীয়া মাটি বিচাৰি লয়।

গাঁত খান্দিবৰ বাবে জন্তুটোৱে আগঠেং দুখনৰ আঙুলি আৰু নখেৰে মাটিখিনি উজাৰি উজাৰি বাহিৰলৈ উলিয়াই দিয়ে। ইয়াৰ ফলত গাঁতৰ মুখৰ চাৰিওফালে মাটিৰ সৰু সৰু টুকুৰা আৰু গুৰিবোৰ গোট খাই একোটা হাঁফলুৰ সৃষ্টি হয়। গাঁতৰ ভিতৰৰ ফালে যি কেইটা সুৰঙ্গ কৰে তাৰে এঠাইত এডোখৰ আহল বহল কুঠলি তৈয়াৰ কৰি লয়। এই ডোখৰ ঠাইতে জন্তু কেইটাই চেপেটা মাৰি পৰি থাকে। মাইকী কেটেলা পহুৱে সেই ডোখৰ ঠাইতে সময় বুজি পোৱালি জগায়। বাহিৰৰ পৰা কঢ়িয়াই অনা খোৱা বস্তুবোৰ মাক-বাপেকে গাঁতৰ ভিতৰত সুমুৱাই পোৱালি কেইটাক খুৱাইগৈ। এনেদৰেই পোৱালি কেইটা লাহে লাহে গাঁতৰ ভিতৰত ডাঙৰ হ'বলৈ ধৰে। খোজ কাঢ়িব পৰা হলে সিহঁতে দুৱাৰ মুখেদি বাহিৰলৈ ওলাই আহি পৃথিৱীখনৰ লগত চিনাকি হবলৈ যত্ন কৰে।

গাঁতৰ ভিতৰৰ পৰা বাহিৰলৈ ওলোৱা সোমোৱা কৰিবৰ বাবে কেটেলা পহুৱে একেটা প্ৰবেশ পথৰ ওপৰতে সম্পূৰ্ণভাৱে নিৰ্ভৰ নকৰে। গাঁতৰ ভিতৰত থকা আহল বহল ঠাই ডোখৰৰ লগত যোগাযোগ ৰাখি ইহঁতে আন কেবাটাও পথ বনাই ৰাখে যাই দুৱাৰ খনৰ প্ৰবেশ পথেদি শত্ৰু গাঁতৰ ভিতৰলৈ সোমাই অহা গম পালে ইহঁতে

তাৰে এটা নিৰ্গম পথেদি ওলাই কৰবালৈ গুচি যায়গৈ। এনে নিৰ্গম পথক ঘৰুৱা ভাষাত পাছ দুৱাৰ বুলি কোৱা হয়। আচলতে এই নিৰ্গম পথবোৰে জৰুৰী কালীন দুৱাৰৰ কাম কৰে।

ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত বাস কৰা মানুহবিলাকে এইবিধ বিচিত্ৰ প্ৰাণীক বেলেগ বেলেগ নামেৰে নামকৰণ কৰিছে। অসমীয়া মানুহে ইয়াক কেটেলা পহু বোলে যদিও পহু শব্দটো সাধাৰণতে হৰিণ জাতীয় প্ৰাণীক বুজাবলৈকে অসমীয়া ভাষাত ব্যৱহাৰ কৰা হয়। এই একেটা শব্দকে কেইটাবিধমান প্ৰাণীক পৰিচয় কৰি দিবৰ বাবে বিশেষণৰ ৰূপত আমাৰ ভাষাত উমৈহতীয়া ভাৱে ব্যৱহাৰ কৰা হয়। সাধাৰণতে যি-বিলাক জন্তুৰ মাংস মানুহে খায় তেনে কিছুমান জন্তুক বুজাবলৈ পহু শব্দটো বিশেষণৰ



কেটেলা পহু

ৰূপত ব্যৱহাৰ কৰা হয়। উদাহৰণ স্বৰূপে শৰপহু, সুগাৰী পহু, শহাপহু, কেমটাই পহু, কেটেলা পহু আদি প্ৰাণীৰ নাম উল্লেখ কৰিব পৰা যায়। বঙালী ভাষাত কেটেলা পহুক "ছেদা" বুলি কোৱা হয়। হিন্দী ভাষাত এইবিধ প্ৰাণীক 'সাযাল' আৰু 'সাহি' বোলা হয়। দক্ষিণ ভাৰতৰ মানুহে ভাষা অনুযায়ী এইবিধ প্ৰাণীক বেলেগ বেলেগ শব্দৰে নামাকৰণ কৰে। কেটেলা পহুক কানাড়া ভাষাত "ভেদ" বা মুলবান্ধি, তেলেগু ভাষাত 'যেদ ফিযাদি' আৰু মালয়ালাম ভাষাত "মোলাম পুনি" বোলা হয়। গোটেই দেশৰ মানুহে বিভিন্ন নামেৰে নামাকৰণ কৰালৈ চাই ধাৰণা হয় যে এইবিধ প্ৰাণী ভাৰতৰ

সকলো ঠাইতে কম-বেছি পৰিমাণে বাস কৰে।

কেটেলা পহু জাতীয় প্ৰাণীৰ কেইবাটাও উপপ্ৰজাতি ভাৰত উপমহাদেশৰ ভিতৰতে বাস কৰাৰ কথা জনা যায়। অসমকে কেন্দ্ৰ কৰি পূৰ্বাঞ্চলৰ ৰাজ্য কেইখনত নিগাজীকৈ বাস কৰে। কেটেলা পহুৰ নেজডাল অলপ বেছি জোপোহা ধৰণৰ। সেই বাবে এই বিধ কেটেলা পহুক "ব্লাচ টেইল্ড পৰকোপাইন" বা জোপোহা নেজীয়া কেটেলা পহু কোৱা হয়। দক্ষিণ ভাৰতৰ ফালে থকা এবিধ কেটেলা পহুৰ কাঁইটত ৰঙা বৰণৰ খাঁজ থকাৰ বাবে সেইবিধ প্ৰাণীক ৰঙা কেটেলা বোলা হয়। পৃথিৱীৰ অন্যান্য বহুতো দেশত কেটেলা পহু থকা দেখা যায়। উত্তৰ আফ্ৰিকাত এবিধ ক্ৰেচ টেইলড্ পৰকো-পাইন বা কিৰিটি পিন্ধা কেটেলা পহু বাস কৰে। আমেৰিকাৰ ব্ৰাজিলৰ ফালৰ কোনো কোনো ঠাইত গছৰ ডালত বগুৱা বাই ফুৰিব পৰা এবিধ কেটেলা পহু বাস কৰে। এইবিধ কেটেলা পহুৰ গাৰ কাঁইটবিলাকত শঁকা সাপৰ দিৰে খলপা-খলপী দাগ থকা দেখা নাযায়।

কেটেলা পহুৱে মুখেৰে সামান্য হচ্ হচ্ শব্দ কৰাৰ বাহিৰে অন্য শব্দ কৰা বুলি মাত মতা দেখা নাযায়। কিন্তু ইয়াৰ কাঁইটবোৰৰ পৰা এক প্ৰকাৰৰ ৰুণুক জুনুক শব্দ হয়। কেটেলা পহুৱে এবাৰত এটাৰ পৰা চাৰিটা পৰ্যন্ত পোৱালি জগায়। পোনেই জগা পোৱালিৰ চকু মেল খাই থাকে। মাকৰ সহায় নোলোৱাকৈয়ে নতুনকৈ জগা পোৱালিয়ে ইফালে সিফালে ফুৰিব পৰা হৈ পৰে।

●

# মাৰমট্

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----ৰোডেন্টিয়া
গোত্ৰ----স্কুৰিডি
প্ৰজাতি----(১) মাৰ্মটা কডেটা
(২) মাৰ্মটা হিমালয়না

মাৰমট্ নামৰ প্ৰাণী বিধক পৰ্বতীয়া এন্দুৰ বোলা হয়। হিমালয় শৈলমালাৰ ওখ ওখ পৰ্বতীয়া ঠাইবোৰত মাৰমট্ জাতীয় প্ৰাণী বাস কৰে। দেখাত নিগনি বা এন্দুৰৰ নিচিনা হলেও আকাৰত এইবিধ প্ৰাণী যথেষ্ট ডাঙৰ হয়। হিমালয় পৰ্বতত সাধাৰণতে বাস কৰা মাৰমটৰ বসতিস্থান পশ্চিমৰ ফালে লাডাক আৰু কাশ্মীৰৰ অন্তৰ্গত ওখ ওখ পৰ্বত সমূহৰ পৰা আৰম্ভ কৰি পূবৰ ফালে নেপাল আৰু ছিক্কিমলৈকে বিয়পি থকাৰ কথা জনা যায়। এইবিধ মাৰমটক হিমালয়ান মাৰমট্ বা হিমালয়ৰ মাৰমট্ বোলা হয়। দ্বিতীয় বিধ মাৰমটক দীঘল নেজীয়া মাৰমট্ নামেৰে জনা যায়। ইহঁতৰ সচৰাচৰ বসতিস্থান লাডাক আৰু কাশ্মীৰতে সীমাবদ্ধ হৈ আছে। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰি-সীমা অতিক্ৰম কৰি এইবিধ মাৰমটাৰ বিচৰণ ভূমি এচিয়া মহাদেশৰ মধ্যাঞ্চলত থকা পৰ্বতীয়া ঠাই কিছুমানলৈ সম্প্ৰসাৰিত হৈছে।

মাৰমট্ বিলাকে একে ডোখৰ ঠাইতে লগ লাগি বাস কৰে। পৰ্বতীয়া ঠাইবোৰত ইহঁতে গাঁত খান্দি সুৰঙ্গ কৰি লয়। আৰু একেটা সুৰঙ্গৰ ভিতৰতে বহুতো মাৰমট্ জাক পাতি সোমাই থাকে। জাৰকালি বহুতো প্ৰাণী এনেকৈয়ে থাকি নোখোৱা নোবোৱাকৈ গাঁতৰ ভিতৰতে বহুত দিন কটায়। বসন্ত কাল আহি যেতিয়া গোটেইবোৰ ঠাই ঘাঁহ, কুঁহিপাত ফলমূল আদিৰে ভৰি পৰে তেতিয়া সেইবোৰ খাবলৈ ইহঁত জাকে গাঁতৰ ভিতৰৰ পৰা ওলাই আহে। শত্ৰু জাতীয় প্ৰাণী অহাৰ উমান পালে ইহঁতে ইফালে সিফালে ছিটিকি পলাবলৈ আৰম্ভ কৰে। বিপদৰ ইঙ্গিত পালে জন্তুবোৰে এক প্ৰকাৰৰ শব্দ উচ্চাৰণ কৰি আটাইবোৰ লগৰীয়াক পলাই সাৰিবৰ বাবে সতৰ্ক কৰি দিয়ে। তেতিয়া গোটেই জাক প্ৰাণীয়ে আকৌ গাঁতৰ ভিতৰত সোমাই নিজক ৰক্ষা কৰাৰ ব্যৱস্থা কৰে।

মাৰমট্ শ্ৰেণীৰ আন কেইবিধমান প্ৰাণী ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি পৃথিৱীৰ অন্যান্য ঠাইত বাস কৰা দেখা যায়। এইবিলাকৰ ভিতৰত ইউৰোপ

মহাদেশত বাস কৰা আল্পাইন মাৰমট্ আৰু উত্তৰ আমেৰিকাত থকা উদচক্ নামৰ দুবিধ প্ৰাণীৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পৰা যায়। তদুপৰি পশ্চিম গোলাৰ্দ্ধৰ উত্তৰ আমেৰিকাত 'প্ৰেইৰী" নামেৰে যিবিলাক বিস্তৰ্ণ তৃণভূমি আছে সেই পথাৰ-বিলাকত মাৰমটৰ লিচিনা আন এবিধ প্ৰাণী জাকে জাকে বাস কৰে। এইবিধ প্ৰাণীক



মাৰমট্

"প্ৰেইৰী দগ" বা "প্ৰেইৰী মাৰমট" বোলা হয়। ইহঁতে বাস কৰা 'প্ৰেইৰী' অঞ্চলৰ একোটা বিস্তৃৰ্ণ এলেকা ইহঁতে অধিকাৰ কৰি লয়। যিবোৰ ঠাইত 'প্ৰেইৰী' দগবোৰে খন্দা গাত থাকে সেই ঠাইক প্ৰেইৰী নগৰ বোলা হয়। প্ৰেইৰী দগক আমেৰিকা মহাদেশৰ অন্যতম্ উল্লেখযোগ্য বন্য-প্ৰাণী ৰূপে গণ্য কৰা হয়।

মাৰমট গোষ্ঠীৰ প্ৰাণীবিলাকে একেবাৰতে তিনি চাৰিটা পৰ্যন্ত পোৱালি জগায়।



## কেৰ্কেটুৱা

শ্ৰেণী---স্তন্যপায়ী

বৰ্গ--ৰোডেন্টিয়া

গোত্ৰ---চিউৰিডি

প্ৰজাতি---(১) কেলোচিওৰাচ পাইগাৰিথ্ৰাচ্
(২) ড্ৰেমোমিচ্ লক্ৰিয়া

দাঁতেৰে কুটি খোৱা প্ৰাণীৰ ভিতৰত কেৰ্কেটুৱা অন্যতম। ভাৰতবৰ্ষত কেৰ্কেটুৱা গোষ্ঠীৰ কেইবা বিধো প্ৰাণী বিভিন্ন পৰিবেশত বাস কৰা দেখা যায়। ভৌগোলিক অৱস্থান আৰু পাৰিপাৰ্শ্বিক অৱস্থাৰ গুণাগুণৰ ওপৰত নিৰ্ভৰশীল হৈ এইদৰে বেলেগ বেলেগ ঠাইৰ ভিন্ ভিন্ পৰিবেশত বাস কৰা কেৰ্কেটুৱাৰ বিভিন্ন শাৰীৰিক আৰু চাৰিত্ৰিক গুণ দেখা যায়। আমাৰ অসমত সাধাৰণতে য'তে-ত'তে দেখা বিধ প্ৰাণীক থাউকতে কেৰ্কেটুৱা শব্দেৰে সামৰা হয়। বিশ্বৰ বিভিন্ন অঞ্চলত থকা কেৰ্কেটুৱা গোষ্ঠীৰ প্ৰাণীৰ পৰা আমাৰ ইয়াৰ কেৰ্কেটুৱাক পৃথক ভাৱে পৰিচয় দিবলৈ হিমালয়ান স্কুইৰেল বা হিমালয়ৰ কেৰ্কেটুৱা শব্দ প্ৰয়োগ কৰা হয়। অসমৰ বিভিন্ন ঠাইত দেখা কেৰ্কেটুৱাৰ বিচৰণ ভূমি পূৰ্বাঞ্চলৰ কেইবাখনো পৰ্বতীয়া আৰু ভৈয়ামীয়া ৰাজ্যলৈ সম্প্ৰসাৰিত হৈ আছে। তাৰ ভিতৰত পশ্চিম বঙ্গ, নেপাল, ভুটান, চিক্কিম, অৰুণাচল প্ৰদেশ, অসম, নগালেণ্ড, মেঘালয়, মণিপুৰ, ত্ৰিপুৰা আদিৰ নাম অন্তৰ্ভুক্ত কৰিব পাৰি।

এইবিধ কেৰ্কেটুৱাৰ গাৰ নোমৰ বৰণ মুগা বা ধোঁৱা চানেকীয়া হয়। এই নোমৰ আৱৰণখন বিভিন্ন ৰঙৰ হোৱা দেখা নাযায়। দীঘল নেজডালত গজা নোমবোৰ অলপ দীঘল হোৱাৰ বাবে নেজ ডালৰ আকৃতি জোপোহা যেন দেখি। উত্তৰ আৰু মধ্য ভাৰতৰ বিভিন্ন ঠাইত বাস কৰা কেৰ্কেটুৱা গোষ্ঠীৰ প্ৰাণীবিলাকৰ দৰে এইবিধ কেৰ্কেটুৱাৰ পিঠিত কোনো ধৰণৰ আচ বা পটি দেখা নাযায়।

এইবিধ কেৰ্কেটুৱা সাধাৰণতে গছৰ ওপৰত বগাই ফুৰা দেখিবলৈ পোৱা যায়। কেইবাটাও কেৰ্কেটুৱা ওচৰা-ওচৰিকৈ ইফালে সিফালে গছৰ ডালত বগাই ফুৰা অৱস্থাত ইহঁতে মাজে সময়ে এক প্ৰকাৰৰ মাত মাতে। এইদৰে একে লেঠাৰিয়ে কৰা শব্দবোৰৰ প্ৰতিধ্বনি বহুত নিলগৰ পৰা মাজে সময়ে শুনিবলৈ পোৱা যায়। "কেৰ্ কেট" "কেৰ্ কেট" কৰি মাত মাতোতে মতা আৰু মাইকীয়ে একেলগে এই কামত অংশ গ্ৰহণ কৰে। মানুহ কিম্বা অন্য কোনো শত্ৰু জাতীয় প্ৰাণীৰ উমান পালে ইহঁতে খন্তেকৰ বাবে মাত

গছৰ কুমলীয়া তামোলবোৰ ৰক্ষা কৰিবলৈ যত্ন কৰে। তেওঁলোকে বাটিলগুটি, বেটেপা, ধনুকাঁড় আদিৰ সহায়ত কেৰ্কেটুৰা দেখে।

কেৰ্কটুৰাক বৰ চালাক চতুৰ প্ৰকৃতিৰ প্ৰাণী বুলি কব পাৰি। যিবোৰ হাবিতলীয়া ঠাইত ইহঁতে মানুহৰ দ্বাৰা আক্ৰান্ত নোহোৱাকৈ মুকলি মনেৰে ফুৰিব পাৰে সেইবোৰ ঠাইৰ কেৰ্কেটুৰা বিলাকে নিৰলে বাস কৰিব পাৰে। মানুহৰ বাৰী আৰু বাগানত সোমাই ফলমূল অনিষ্ট কৰা কেৰ্কেটুৰাবোৰক মানুহে সুবিধা পালেই কৌশলেৰে মাৰিবলৈ যত্ন কৰে। সেই কাৰণে সিহঁতে বগাই ফুৰা গছগছনিৰ তলতৈ মানুহ অহাৰ উমান পালে গছৰ ওপৰতে খন্তেকৰ বাবে টলকা মাৰি বৈ যায়। পাছত গছৰ তলৰ পৰা মানুহ আঁতৰি যোৱা গম পালেই গছৰ ওপৰে ওপৰে খগুৰা বাই আৰু ডালে পাতে বগাই নিৰাপদ ঠাইলৈ গুচি যায়।

জেং-জাবৰ, শুকান খেৰ আদি গোটাই লৈ কেৰ্কেটুৰাবিলাকে গছৰ খোন্দ বা ফেৰেঙনিত বাহ সাজি থাকিবলৈ লয়। হাবিৰ মাজত সাজি লোৱা বাহত ইহঁতে নিগাজীকৈ থাকিবলৈ লয়। সাধাৰণতে মানুহ বাস নকৰা ঘৰতো ইহঁতে সুবিধা পালে চালৰ তলত বা চিলিঙৰ ওপৰতে বাঁহ সাজে। মাইকী কেৰ্কেটুৰাই এনেবোৰ বাহতে পোৱালি জগায় আৰু বাহিৰৰ পৰা খোৱা বস্তুবোৰ গোটাই আনি সিহঁতক খুৱায়হি।



# পিঠিত আঁচ থকা কেৰ্কেটুৰা

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—ৰোডেণ্টিয়া
গোত্ৰ—স্কুৰিডি
প্ৰজাতি—(১) ফানাম্বুলচ্ পেনাণ্টি
(২) ফানাম্বুলচ্ পামাৰাম

হিমালয় শৈলমালাৰ নামনি অঞ্চলৰ পৰা আৰম্ভ কৰি দক্ষিণাত্যলৈকে বিয়পি থকা এই বিস্তীৰ্ণ ভূ-ভাগত দুজাতিৰ কেৰ্কেটুৰা থকা দেখিবলৈ পোৱা যায়। এই দুয়োজাতিৰ কেৰ্কেটুৰা আকাৰত তেনেই সৰু হয়। সিহঁতৰ পিঠিত দীঘল দীঘল আঁচ থাকে। এই আঁচ কেইডাল ডিঙিৰ ওপৰ ভাগৰ পৰা আৰম্ভ কৰি নেজৰ গুৰিলৈকে পিঠিৰ ওপৰেদি বিয়পি থাকে। তাৰে ভিতৰত এবিধৰ পিঠিত পাঁচ ডালকৈ আঁচ থাকে। দ্বিতীয় বিধৰ পিঠিত মাত্ৰ তিনি ডালহে আঁচ থকা দেখা যায়। পাঁচডালকৈ আঁচ থকা কেৰ্কেটুৰা বিধ উত্তৰ ভাৰতৰ বিভিন্ন ঠাইত বেছিকৈ দেখা যায়। আনহাতে দক্ষিণ ভাৰতৰ বিভিন্ন ঠাইত তিনিডালকৈ আঁচ থকা কেৰ্কেটুৰা বিধ দেখিবলৈ পোৱা যায়। কেতিয়াবা দুয়ো বিধ কেৰ্কেটুৰাকে একে ঠাইতেও দেখা যায়।

পাঁচডালকৈ আঁচ থকা কেৰ্কেটুৰাই মানুহৰ সহযোগত থাকিবলৈ ভাল পায়। উত্তৰ ভাৰতত লক্ষ্ণৌ, দিল্লী, জয়পুৰ আদি মহানগৰবোৰ বিলাকৰ মানুহৰ বাৰীৰ চোহদ আৰু ঘৰৰ কাষত থকা গছ গছনিবিলাকত এইবিধ কেৰ্কেটুৰা বগুৰা বাই ফুৰি ফুৰা দেখা যায়। মাজে মাজে ইহঁতে মাটিলৈ নামি আহে আৰু ঘাঁহবন থকা পথাৰ অথবা ডাঙৰ মাটিৰ ওপৰত বগুৰা বাই ঘূৰি ফুৰে। মানুহৰ ঘৰ আৰু বাৰীত সাধাৰণতে থকা এন্দুৰ, নিগনি প্ৰভৃতি প্ৰাণীৰ দৰে এইবিধ কেৰ্কেটুৰাই মানুহৰ ওপৰত নিৰ্ভৰ কৰি থাকিবলৈ ভাল পায়। মাটিত, পকীঘৰ আদিৰ বেৰ চালৰ ওপৰত বগাই ফুৰা এই সৰু আকাৰৰ কেৰ্কেটুৰাবোৰৰ আলেখলেখ চাই ভাল লাগে। সাধাৰণতে বগুৰা বাই ঘূৰি পকি ফুৰা আৰু মাজে-সময়ে জাপ মাৰি মাৰি ইফাল সিফাল কৰা এই অকণমানি প্ৰাণী-বোৰে সময়ে সময়ে এক প্ৰকাৰৰ চিঁচিঁ শব্দ কৰে।

পিঠিৰ ওপৰত তিনিডালকৈ আঁচ থকা দ্বিতীয় বিধ কেৰ্কেটুৰা জনবসতি অঞ্চলত থকা দেখা নাযায়। গছ গছনিৰে পৰিপূৰ্ণ হাবি বননিবিলাকতহে এইবিধ কেৰ্কেটুৰা সাধাৰণতে দেখিবলৈ পোৱা যায়। গছৰ ডালে পাতে বগাই ফুৰোতে এইবিধ কেৰ্কেটুৰাই এক প্ৰকাৰৰ শব্দ কৰে। এইদৰে মাত মাতি ঘূৰি ফুৰা সময়ত ই জোপোহা নেজডাল ডাঙি ডাঙি নচুৱাই থাকে। হাবিত বাস কৰা বাবে এইবিধ কেৰ্কেটুৰাই গছত লগা নানাবিধৰ ফল, বাকলি থকা গুটি, কুমলীয়া কুঁহিপাত, আৰু গছৰ বাকলি আদি খাই জীৱন ধাৰণ কৰে।

পিঠিত আঁচ থকা তৃতীয় প্ৰকাৰৰ আন এবিধ কেৰ্কেটুৱা দক্ষিণ ভাৰতৰ পৰ্বতীয়া ঠাইবোৰত থকাৰ কথা জনা যায়। এইবিধ কেৰ্কেটুৱাৰ নোমৰ বৰণ ক'লা। বসতিস্থান আৰু বিচৰণ ভূমি দক্ষিণৰ ফালে শ্ৰীলংকালৈকে সম্প্ৰসাৰিত হৈ আছে। ইয়াৰে আকৌ কেইবাটাও উপজাতিৰ প্ৰাণী ঠাই অনুযায়ী স্থানীয় ভাৱে বাস কৰে। তাৰে এবিধ পাঁচ



পিঠিত আঁচ থকা কেৰ্কেটুৱা

আঁচীয়া কেৰ্কেটুৱাৰ শাৰীৰিক বৈশিষ্ট্য হ'ল ইহঁতৰ গাৰ নোমৰ বৰণ একেবাৰে ক'লা নহৈ অলপ সেউজীয়াহে মদৰঙা হয়। পিঠিত চাৰি-ডালকৈ দীঘল দীঘল ক'লা আঁচ থাকে। তাৰ মাজে মাজে তিনিডাল আৰু ডুবলীয়া আঁচ দীঘলীয়াকৈ ভিৰিকি থাকে। গছৰ ওপৰৰ ডাল পাতৰ মাজত আলেঙে আলেঙে লুকাই থকা প্ৰকৃতিৰ প্ৰাণী হোৱাৰ বাবে ইহঁতক সহজে দেখা নাযায়।

পূৰ্বাঞ্চলৰ পৰ্বতীয়া ঠাইবোৰত এবিধ সৰু আকাৰৰ আঁচ থকা কেৰ্কেটুৱা বাস কৰে। এইবিধ কেৰ্কেটুৱাইও মানুহৰ চাট সহ্য কৰিব নোৱাৰে। পৰ্বতীয়া ঠাইত থকা গভীৰ অৰণ্যত সাধাৰণতে এইবিধ কেৰ্কেটুৱাক দেখা যায়। কেতিয়াবা কেতিয়াবা হিমালয় পৰ্বতৰ নামনি অঞ্চলতো এইবিধ কেৰ্কেটুৱা দেখা যায়।

# বৰ কেৰ্কেটুৰা

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----ৰোডেন্টিয়া

গোত্ৰ----স্কুৰিডি

প্ৰজাতি---ৰাটোফা বাইকলৰ

অসমৰ বিভিন্ন ঠাইত বাস কৰা কেৰ্কেটুৰাবিলাকৰ আকৃতি সাধাৰণতে মজলীয়া হয়। মানুহৰ বাৰীৰ গছ গছনি আৰু মুকলি মুৰীয়া ঠাইত ইহঁতে বাস কৰে। গভীৰ অৰণ্যত ইহঁতক দেখা পোৱা নাযায়। ডাঠ হাবিৰ ওখ ওখ গছত আন এবিধ ডাঙৰ আকাৰৰ কেৰ্কেটুৰা বাস কৰে। এইবিধ কেৰ্কেটুৰাক "জায়েন্ট স্কুইৰেল" বোলা হয়। এই শব্দৰ অৰ্থ বুজাই অসমীয়া ভাষালৈ তৰ্জমা কৰিলে এইবিধ কেৰ্কেটুৰাক আমাৰ ভাষাত দৈত্যাকাৰ কেৰ্কেটুৰা' বুলি ক'ব লাগিব। সংক্ষেপতে এইবিধ কেৰ্কেটুৰাক বুজাবলৈ "বৰ কেৰ্কেটুৰা" নামটোকে ব্যৱহাৰ কৰা হয়। গভীৰ অৰণ্যৰ ওখ ডাঙৰ গছবোৰত এই জাতৰ কেৰ্কেটুৰা দেখা যায়। ওখ ওখ গছবোৰৰ টিকনি আগত থকা ডালত বাস কৰা প্ৰকৃতিৰ প্ৰাণী হোৱাৰ বাবে ইহঁতক সাধাৰণতে য'তে ত'তে দেখা নাযায়। কিন্তু এই জাতি কেৰ্কেটুৰাৰ এটা লেখত লবলগীয়া চাৰিত্ৰিক গুণ সময়ে সময়ে ইহঁতে কেৰ্কেটুৰাৰ দৰে মাত মাতে আৰু এই মাত গছ জোপাৰ তলত বা অলপ আঁতৰত থকা মানুহে স্পষ্টকৈ শুনিবলৈ পায়। তেতিয়া আলফুলে চালে ডাল পাতত এই জন্তুটোৰ অস্তিত্ব উপলব্ধি কৰিব পাৰি।

গছৰ তলেদি মানুহৰ পাৰ হৈ যোৱাৰ উমান পালে এইবিধৰ কেৰ্কেটুৰাই গছ জোপাৰ ডাল এটাতে অলৰ-অচৰ হৈ চেপেটা মাৰি পৰি থাকে। মানুহ আঁতৰি যোৱাৰ গম পালেই লাহেকৈ সেই ঠাই এৰি গছজোপাৰ আন এটা ডাল পায়গৈ। কেতিয়াবা কেৰ্কেটুৰাই এনেভাৱে একেথৰে থাকে যে চি একে ডোখৰ ঠাইতে বৈ আছেনে নাই তাক ধৰা টান হৈ পৰে। তাৰ দীঘলীয়া সুৰৰ মাত শুনিলেহে অনুমান কৰিব পাৰি যে কেৰ্কেটুৰাটো একেডোখৰ ঠাইতে টলকা মাৰি বৈ আছে। পিচত তাৰ সুবিধা অনুসাৰে ওচৰতে থকা গছৰ ডালবোৰলৈ জাপ মাৰি মাৰি গুচি যায়গৈ। পলৰীয়া প্ৰকৃতিৰ প্ৰাণী হোৱাৰ বাবে গাৰ বৰণ উজ্বল হলেও হাবিৰ মাজত ইহঁতক সহজে দেখা পোৱা নাযায়। কিবা কাৰণত কেতিয়াবা মাটিলৈ নামি আহিবলগীয়া হলেও ইহঁতে তৎক্ষণাৎ পুনৰ গছৰ ওপৰ পায়গৈ।

সমগ্ৰ দেশতে সৰ্বমুঠ তিনি শ্ৰেণীৰ বৰ কেৰ্কেটুৰা বা জায়েন্ট স্কুইৰেল বাস কৰে বুলি জনা যায়। ইয়াৰ ভিতৰত যিবিধ বৰকেৰ্কেটুৰাক দক্ষিণাত্যৰ ফালে বাস কৰে দেখা যায় সেইবিধ বৰ কেৰ্কেটুৰাক ভাৰতবৰ্ষীয় বৰকেৰ্কেটুৰা বা ইণ্ডিয়ান জায়েন্ট

ফুইবেল বোলা হয়। দ্বিতীয় বিধ বৰ কেৰ্কেটুৱাক মালয়ৰ বৰ কেৰ্কেটুৱা আৰু তৃতীয় বিধ বৰ-কেৰ্কেটৱাক গ্রিষ্‌ল্‌ড জায়েণ্ট ফুইবেল বোলা হয়। ইহঁতৰ বহুতো উপ-প্রজাতি ঠাই অনুযায়ী বাস কৰে। অসমকে কেন্দ্ৰ কৰি পূব ভাৰতৰ ৰাজ্য সমূহত বিবিধ বৰ কেৰ্কেটুৱা দেখিবলৈ পোৱা যায় সেইবিধৰ গাৰ নোমৰ বৰণ বগুচীয়াকৈ উজ্জল আৰু বিচিত্ৰ হয়। ভূটান, ছিক্কিম আৰু অৰুণাচল প্ৰদেশত এইবিধ বৰ কেৰ্কেটুৱা দেখা যায়। ভাৰতৰ বাহিৰে এইবিধ বৰ কেৰ্কেটুৱাৰ জাতিস্থান সুদূৰ প্ৰাচ্যৰ কেইখানমো দেশলৈ বিস্তাৰিত হৈ আছে বুলি জনা যায়। তাৰ ভিতৰত ব্ৰহ্মদেশ আৰু মালয়চিয়াৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি।



বৰ কেৰ্কেটুৱা

দিন দুপৰত এইবিধ প্ৰাণী ওখ ওখ গছবোৰৰ ওপৰৰ ডাল পাতৰ মাজত নিৰলে শোৱাই থাকে। আবেলি পৰত জিৰণি লোৱা ঠাইৰ পৰা লাহেকৈ ওলাই আহি গছৰ ডাল পাতৰ ওপৰত বগুৰা বাই ফুৰে। বনৰীয়া গছবিলাকত নমালেমে লাগি থকা নানা খাদ্যোপযোগী ফল আৰু গুটিবোৰ তাৰ চোকা দাঁতেৰে কামুৰি কামুৰি ভাঙি খাবলৈ আৰম্ভ কৰে। ফলৰ ওপৰৰ খোলাবোৰ দাঁতেৰে ছিঙি বাকলিবে সৈতে তললৈ পেলাই দিয়ে। তেতিয়া ফলৰ ভিতৰৰ কালে থকা কোমল শাহখিনি খাই পেলায়। নিশা এইবিধ প্ৰাণীয়ে গছৰ ওপৰৰ সুবিধাজনক ঠাইত জিৰণি লয়। নিচেই ৰাতিপুৱা সিহঁতে জিৰণি লোৱা ঠাইৰ পৰা লাহেকৈ ওলাই আহে। ভৰ দুপৰীয়ালৈকে আগ-বেলা ইহঁতে আহাৰ বিচাৰি ফুৰে। দুপৰীয়া সময়ত গছৰ ওপৰৰ কোনোবা এঠাইত আকৌ চেপেটা মাৰি পৰি থাকে। আবেলি পুনৰ খাদ্য বিচাৰি ওলায়। কেতিয়াবা পাইগুটীয়াকৈ আৰু কেতিয়াবা লগেৰে ইহতক গছৰ ওপৰত দেখিবলৈ পোৱা যায়।

ওখ ওখ গছৰ ঠাল ঠেঙুলিৰ মাজত আৰু ডালৰ ফেৰেঙনিত ইহঁতে বাহ সাজে। বাঁহ পাতখেৰ আদি গোটাই লৈ বাহ সাজে। সেই বাহতে মাইকী কেৰ্কেটুৱাই পোৱালি জগায়।

# উৰণীয়া কেৰ্কেটুৱা, ৰামশৰ বা বাংকেপ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----ৰোডেন্টিয়া

গোত্ৰ----পেতোৰিষ্টিডি

প্ৰজাতি--(১) পেতোৰিষ্টা মেগ্‌নিফিকচ্

(২) হাইলোপেটিচ্ এলবোনিগাৰ

(৩) বিলোমিচ্ পিয়েৰচনি

স্তন্যপায়ী জন্তুবিলাকৰ ভিতৰত কেৱল বাদুলিয়ে চৰাইৰ দৰে উৰিব পাৰে। কেৰ্কেটুৱা গোষ্ঠীৰ প্ৰাণীবিলাকৰ ভিতৰত কিছুমানে আংশিক ভাবে উৰিব পাৰে। ঠিক সেইদৰে ইন্দোনেচিয়া আৰু মালয়াছিয়াৰ হাবি বননিত আন দুজাতিৰ উৰিব পৰা বিচিত্ৰ প্ৰাণী বাস কৰে। এই দুবিধ প্ৰাণীয়ে প্ৰতিনিধিত্ব কৰা জন্তু কেইবিধক সাধাৰণতে কলোগাছু অথবা ফ্লাইং লেমুৰ (উৰণীয়া লেমুৰ) বোলা হয়। এইবিলাক স্তন্যপায়ী প্ৰাণীৰ বাহিৰে অষ্ট্ৰেলিয়া মহাদেশত ফালাঙ্গাৰ নামৰে জনাজাত কেইবিধমান প্ৰাণী আছে। ফালাঙ্গাৰ শ্ৰেণীৰ কেইবিধমান প্ৰাণীয়ে উৰণীয়া কেৰ্কেটুৱা আৰু উৰণীয়া লেমুৰৰ দৰে আংশিক ভাৱে উৰা দেখা যায়। ফালাঙ্গাৰবিলাক মাৰচোপিয়াল বৰ্গৰ প্ৰাণী আৰু ক্যাঙ্গাৰু গোষ্ঠীৰ এই প্ৰাণীবিলাকৰ কোনো এবিধকে ভাৰতৰ চাৰিসীমাৰ অন্তৰ্গত বাস কৰা দেখা নাযায়। মাছ, সাপ, নাইপিয়া আদি প্ৰাণীৰ ভিতৰতো কিছুমানে আংশিক ভাৱে উৰণ শক্তি আয়ত্ব কৰি লব পাৰিছে। আটাইবিলাক প্ৰাণীৰ বিষয়ে আলোচনা কৰাটো এই প্ৰবন্ধৰ মুখ্য উদ্দেশ্য নহয়। সেই বাবে ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ নানা পৰিবেশত নিগা-জীকৈ বাস কৰা উৰিব পৰা কেৰ্কেটুৱা বিলাকৰ বিষয়ে সদ্যহতে আলোচনা কৰা হব।

কেৰ্কেটুৱা শ্ৰেণীৰ যিবিলাক প্ৰাণীয়ে আংশিক ভাৱে উৰণ শক্তি আয়ত্ব কৰি ল'বলৈ সমৰ্থ হব পাৰিছে সেইবিলাকেও প্ৰকৃত পক্ষে চৰাইৰ দৰে পাখি কোবাই উৰিব নোৱাৰে। উৰণীয়া কেৰ্কেটুৱা বা ৰামশৰ নামৰ প্ৰাণীৰ আগঠেং দুখনাক সংলগ্ন কৰি দুখন ছালৰ উৎপত্তি হোৱা দেখা যায়। এই ছাল দুখন চৰাইৰ পাখিৰ দৰে মেলি দি জন্তু-দুটোৱে বায়ুমণ্ডলত কিছু দূৰ উৰি যাব পাৰে। অৱশ্যে এই দুখন ছালৰ সহায়ত সিঁহতে চৰাইৰ দৰে একেলেঠাৰিয়ে উৰি যাব নোৱাৰে। ওখ গছৰ ডাল এটাৰ পৰা অলপ তলৰ ফালে থকা ডাল এটালৈ হেলনীয়া ভাৱে ভাহি ভাহি নামি আহোতে এই ছালখনে

প্ৰাণীটোক সহায় কৰে। ছালে দুচটাই এক প্ৰকাৰ পেৰাচুটৰ নিচিনা কাম কৰে আৰু জন্তুটোৱে আলাসতে ভাহি আহি এজোপা গছৰ ডালত পৰিবলৈ সুবিধা হৈ পৰে। এইদৰে উৰিব পৰাৰ বাবে এইবিধ কেৰ্কেটুৱাক ইংৰাজী ভাষাত 'ফ্লাইং স্কুইৰেল' বোলা হয়। এই নামৰ লগত সজিতা খুৱাই আমাৰ ভাষাত এইবিধ প্ৰাণীক 'উৰণীয়া কেৰ্কেটুৱা' বোলা হয়। অসমীয়া মানুহে এই বিধ প্ৰাণীক 'বামশৰ' বুলি কয়। তদুপৰি বাংকেক্ নামৰ আন এটা খাচ্ অসমীয়া শব্দ এইবিধ প্ৰাণীক বুজাবৰ বাবে ব্যৱহাৰ কৰা হয়। সেই বাবে বামশৰ আৰু বাংকেপ এই দুয়োটা শব্দ আমি ব্যৱহাৰ কৰিব পাৰোঁ। কেৰ্কেটুৱা গোষ্ঠীৰ বিশেষ প্ৰাণী বুলি এই বিধ প্ৰাণীক বুজাবলৈ উৰণীয়া কেৰ্কেটুৱা নামটোকো সাময়িক ভাৱে ব্যৱহাৰ কৰা হৈছে।



উৰণীয়া কেৰ্কেটুৱা, বামশৰ বা বাংকেপ

গভীৰ অৰণ্যভূমিৰ ওখ গছৰ ওপৰত থকা বাবে উৰণীয়া কেৰ্কেটুৱা বা ৰামশৰক য'তে ত'তে দেখা নাযায়। গছৰ ওপৰত সৰহখিনি সময় অতিবাহিত কৰাৰ বাবে এইবিধ প্ৰাণীক বৃক্ষবাসী প্ৰাণীৰ আখ্যাও দিব পৰা যায়। ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ ভিন্ ভিন্ পৰিবেশত মাত্ৰ তিনিটা প্ৰজাতিৰ ৰামশৰ বাস কৰিলেও আচলতে সিহঁতৰ কেইবাটাও উপ প্ৰজাতি থকাৰ কথা জনা যায়। চাৰিত্ৰিক গুণত ইহঁতবোৰৰ মাজত লেখত লবলগীয়া ব্যৱধান আছে বুলি ক'ব নোৱাৰি। কিন্তু সিহঁত প্ৰত্যেক বিধৰ নোমৰ বৰণ আৰু আকৃতিত প্ৰভেদ থকা দেখিবলৈ পোৱা যায়। কিছুমান জাতৰ উৰণীয়া কেৰ্কেটুৱা বা ৰামশৰ বিলাক আকাৰত ডাঙৰ হয়। আন কিছুমানক তুলনা মূলক ভাৱে আকাৰত সৰু হোৱা দেখা যায়। অসম আৰু অসমৰ ওচৰ চুবুৰীয়া ৰাজ্য কেইখনৰ অন্তৰ্গত একাধিক জাতৰ উৰণীয়া কেৰ্কেটুৱাক থলুৱা ভাৱে বাস কৰা দেখা যায়। কাশ্মীৰৰ ফালে থকা উৰণীয়া কেৰ্কেটুৱাক কাশ্মীৰৰ উৰণীয়া কেৰ্কেটুৱা বুলি কোৱা হয়। ইহঁতৰ নোমৰ বৰণ বঙচুৱাকৈ মুগা হয় আৰু এই নোমবোৰ উলসূতাৰ দৰে কোমল হয়। হিমালয় পৰ্বতমালাৰ বিভিন্ন অঞ্চলত আন কেবা বিধৰো ৰামশৰ পোৱা যায়। বিভিন্ন ৰঙৰ নোমৰ ওপৰত ভিত্তি কৰি ইহঁতক কেইবাটাও প্ৰজাতি আৰু উপ প্ৰজাতিত ভগোৱা হয়। বিভিন্ন ধৰণৰ আৰু আকাৰৰ হীনডেঢ়ি অনুযায়ী বিভিন্ন ৰূপত ইহঁতক দেখিবলৈ পোৱা যায়। সেই অনুপাতে বৈজ্ঞানিক ভাৱেও সিহঁতক বেলেগ বেলেগ নামেৰে নামকৰণ কৰা হৈছে। দক্ষিণ ভাৰতৰ অৰণ্যভূমিত থকা উৰণীয়া কেৰ্কে-টুৱাবিলাকৰ প্ৰত্যেক বিধকে বেলেগ বেলেগ বৈজ্ঞানিক নামেৰে নামকৰণ কৰাৰ ব্যৱস্থা হাতত লোৱা হৈছে। জীৱবিদ সকলৰ মতে সমগ্ৰ দেশত নিচেই কমেও তিনি বিধমান বিভিন্ন জাতি উপজাতিৰ এনে ধৰণৰ প্ৰাণী আছে।

নানাবিধ ফলমূল খাই উৰণীয়া কেৰ্কেটুৱা বা ৰামশৰবিলাকে জীৱন ধাৰণ কৰে। কীট-পতঙ্গ আদিও ইহঁতৰ খোৱা আহাৰৰ ভিতৰত পৰে। সকল জাতীয় উদ্ভিদৰ বেট্-পাত থকা ফুল কিছুমান উৰণীয়া কেৰ্কেটুৱাই কুটি কুটি খোৱা দেখিবলৈ পোৱা যায়। নিশাচৰ প্ৰাণীৰ দৰেই ইহঁতৰ চৰিত্ৰ। গোটেই নিশা আহাৰৰ সন্ধানত ইফালে সিফালে ঘূৰি ফুৰে আৰু দোক মোকালিতে সাধাৰণতে জিৰণিলোৱা ঠাইবোৰলৈ গুচি যায়গৈ। শুবৰ সময়ত উৰণীয়া কেৰ্কেটুৱাই মূৰটো পেটৰ ওচৰত গোঁজ মাৰি এটা বলৰ ৰূপ লৈ সেই অৱস্থাতে টোপনি যায়।



# গিনিপিগ

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----ৰোডেণ্টিয়া
গোত্ৰ----কেভিদি

'গিনিপিগ' নামৰ সৰু আকাৰৰ প্ৰাণীবিধক বনজন্তু বুলি আখ্যা দিব নোৱাৰি। কাৰণ এইবিধ প্ৰাণীক বনৰীয়া অৱস্থাত দেখা নাযায়। অথচ আমাৰ সমাজৰ বহুতো মানুহৰ ঘৰত গিনিপিগ জাতীয় প্ৰাণী পোহা দেখা যায়। বগা ক'লা বৰণৰ নোমৰ শহা পহুৰ নিচিনা গিনিপিগবিলাক দেখিবলৈ বৰ ভাল লাগে। পোহনীয়া প্ৰাণী হলেও ইয়াক সাধাৰণতে এটা বাকচ বা গড়ালৰ ভিতৰত সুমুৱাই ৰাখি আলফুলকৈ পালন কৰা হয়। আকৃতিত সৰু আৰু দেখাত মৰম লগা বাবে, কুকুৰ মেকুৰী আদি ঘৰচীয়া প্ৰাণীয়ে অত্যাচাৰ কৰাৰ ভয়ত গিনিপিগ জাতীয় প্ৰাণীক মানুহে সাধাৰণতে মুকলি মূৰীয়াকৈ ফুৰিবলৈ বাহিৰত এৰি নিদিয়ে। পশু চিকিৎসালয় আৰু পশু চিকিৎসা বিষয়ৰ গবেষণাগাৰত এইবিধ প্ৰাণীৰ দেহত ঔষধ প্ৰয়োগ কৰি চিকিৎসা বিজ্ঞানৰ গবেষণা চলোৱা হয়। তাৰ বাহিৰে গিনিপিগক আন কামত লগোৱা দেখা নাযায়।

দেখাত আৰু স্বভাৱত গিনিপিগবোৰ নিগনি আৰু এন্দুৰৰ লগত মিল থকা দেখা যায়। নিগনি আৰু এন্দুৰৰ দৰে গিনিপিগেও খোৱা বস্তুবোৰ আগ দাঁতেৰে কুটি কুটি খায়। এইবিধ প্ৰাণীবো মুখৰ আগ ভাগত এযোৰা এযোৰাকৈ কুটি খোৱাৰ উপযোগী দাঁত থাকে।

গিনিপিগৰ উৎপত্তি ভাৰতবৰ্ষত কেতিয়া হ'ল সেই বিষয়ে বৰ ভালদৰে জনা নাযায়। অনুমান হয় যে ইংৰাজসকল ভাৰতবৰ্ষলৈ অহাৰ পৰৱৰ্তী কালছোৱাতে ভাৰতবৰ্ষত এই জাতীয় প্ৰাণীৰ প্ৰাদুৰ্ভাৱ হ'ল। তেওঁলোকৰ কোনো কোনোৱে ইহঁতৰ পঁচ ভাৰতবৰ্ষলৈ আনি মৰমেৰে ঘৰত প্ৰতিপালন কৰি ৰাখিছিল। কালক্ৰমত ইহঁতৰ বংশ বৃদ্ধি হৈ বিভিন্ন ঠাইত ঘৰচীয়া ভাৱে পোহ মানিবলৈ ধৰিলে। তদুপৰি আপুৰুগীয়া আৰু দেখাত শুৱনি বাবে চিৰিয়াখানাতো এইবিধ প্ৰাণীয়ে স্থান পালে। আমেৰিকাৰ ফালে আগুটি, পাকা, কেভি আৰু কেপিবাৰা নামৰ চাৰিবিধ প্ৰাণী দেখিবলৈ পোৱা যায়। আমাৰ ভাৰতবৰ্ষত ঘৰচীয়াকৈ প্ৰতিপালন কৰি ৰখা গিনিপিগবিলাকক আমেৰিকাত থকা এই চাৰিবিধ বিচিত্ৰ প্ৰাণীৰ অন্তৰ্ভুক্ত কৰিব পাৰি। আগুটি নামৰ প্ৰাণীবিধ দক্ষিণ আমেৰিকাৰ ব্ৰাজিলত পোৱা যায়। আগুটিৰ দেহৰ পাছ ফালে গজা

নোমবোৰ অলপ ঠৰঙা হোৱাৰ বাবে জন্তুটোৰ পিছ ফাল অলপ অধলা ধৰণৰ নোমেৰে আবৃত হৈ থকা যেন দেখি। এইবিধ প্ৰাণীক দিন দুপৰতে বাহিৰত ঘুৰি ফুৰা-দেখা নাযায়। দিনৰ দিনটোত ডাঙৰ গছৰ গুৰিত ফেৰ মেলি থকা শিপাৰ ফাঁক বা তেনে ধৰণৰ অন্যান্য সুবিধাজনক ঠাইত এইবিধ প্ৰাণীয়ে আশ্ৰয় লৈ লুকাই থাকে। ৰাতি হোৱাৰ লগে লগে ইহঁতে চৰিবলৈ ওলাই বাবে এইবিধ প্ৰাণীক নিশাচৰ জন্তু বুলিও ক'ব পাৰি। পাকা আৰু কেভি নামৰ প্ৰাণী দুবিধক সমগোষ্ঠীৰ প্ৰাণী বুলিব পাৰি। পানটাগণিয়াৰ ফালে বাস কৰা কেভি বিলাকৰ ঠেং কেইখন অযাচিত ভাৱে দীঘল হোৱা দেখা যায়। গিনিপিগৰ সমগোষ্ঠীত অন্তৰ্ভুক্ত হৈ থকা আটাইতকৈ আক



গিনিপিগ

ৰ্ষণীয় প্ৰাণীবিধক [illegible]চো বা কেপিবাৰা বোলা হয়। এইবিধ প্ৰাণীয়ে উদৰ দৰে পানীত থাকিবলৈহে ভাল পায়। ইউৰোপ আমেৰিকা আদি উন্নত দেশৰ চিৰিয়াখানা-বিলাকতো এইবিধ প্ৰাণীয়ে ঠাই পাইছে। দৰ্শকে চাব পৰাকৈ চিৰিয়াখানা বিলাকত বিশেষ ব্যৱস্থা কৰা হয়। সোঁত নথকা নিজান পানীত এই বিধ প্ৰাণীক মেলি দিয়া হয়। কিছু সময়ৰ বাবে মাজত বগাই ফুৰি জন্তুটোৱে আকৌ পানীলৈ নামি যায় আৰু নিজান পানীৰ তল ভাগেদি সাতুৰিবলৈ ধৰে। দৰ্শকসকলে বাগৰ পৰা পানীৰ তলত সাতুৰি সাতুৰি ফুৰি ফুৰা প্ৰাণীবোৰৰ আলেখ-লেখ চাই আমোদ পায়।

ওপৰত উল্লেখ কৰি অহা আটাই কেইবিধ প্ৰাণীৰ কোনো এবিধৰো দীঘল নেজ নহয়। দুবিধ মানৰ নেজৰ কোনো চিনচাবেই নাই। আমাৰ দেশত পোহনীয়া গিনি-

পিগ দেখা যায়। বহুতৰ মতে গিনিপিগ শব্দটো গিয়ানা পিগ শব্দৰ অপভ্ৰংশ ৰূপে উৎপত্তি হৈছে। পোহনীয়া গিনিপিগৰ গাৰ নোমবোৰ নানা বৰণীয়া হয়। সাধাৰণতে বগা গিনিপিগহে দেখা যায়। বগা, ক'লা, কজলা আৰু মুগা বৰণৰ নোম জন্তুবোৰৰ গাত দেখা যায়। দক্ষিণ আমেৰিকাত গিনিপিগৰ দৰে কিছুমান প্ৰাণী এতিয়াও বনৰীয়া অৱস্থাত থকা দেখা যায়। ইহঁতৰ গাৰ নোমবিলাক একে ৰঙৰ হোৱা দেখা যায়। সেউজীয়া আৰু মুগা ৰং মিহলি কৰিলে যেনে দেখি এই প্ৰাণীবিলাকৰ গাত তেনে ৰং ফুটি উঠা দেখা যায়। পদ পৰিলে এই নোমবিলাক অতি উজ্জ্বল দেখা যায়। এনে ধৰণৰ কিছুমান প্ৰাণীক গিযানাৰ ফালে থকা হাবি বননিৰ পৰা ধৰি আনি ইউৰোপ মহাদেশৰ কোনো কোনো ঠাইত ঘৰচীয়াকৈ পালন কৰিবলৈ লোৱা হৈছিল। পাছত নানা ৰবণৰ জন্তুৰ ৰূপত আত্ম প্ৰকাশ কৰিবলৈ আৰম্ভ কৰিলে।

গিনিপিগ বিলাকে ঘাঁহ জাতীয় গছ-পাত খাই জীয়াই থাকে। মাইকী গিনিপিগে একেবাৰতে কেবাটাও পোৱালি দিয়ে।



# এন্দুৰ আৰু নিগনি গোষ্ঠীৰ প্ৰাণীসমূহ

এন্দুৰ আৰু নিগনি শ্ৰেণীৰ প্ৰাণীবিলাকক "ৰোডেন্ট" বা দাঁতেৰে কুটি আহাৰ খোৱা প্ৰাণীৰ বৰ্গত স্থান দিয়া হৈছে। এন্দুৰ আৰু নিগনিৰ মাজত বিশেষ পাৰ্থক্য দেখিবলৈ পোৱা নাযায়। যিবিলাক নিগনি আকাৰত ডাঙৰ হয় সেইবিলাকক এন্দুৰ বোলা হয়। আকাৰত সৰু এন্দুৰ বা নিগনি শ্ৰেণীৰ প্ৰাণীবিলাকক নিগনি বোলা হয়। ঘৰৰ ওচৰে পাজৰে মাটিত আৰু মাটিৰ তলত গাঁত খান্দি থকা ডাঙৰ বিধ এন্দুৰক আমাৰ মানুহে ডাল শলীয়া বুলি কয়। এন্দুৰেই হওক বা নিগনিয়েই হওক এইবিলাক প্ৰাণী সাধাৰণতে আমাৰ চকুত পৰি থাকে। কাৰণ এই প্ৰাণীবিলাকক আমি প্ৰায়েই ঘৰৰ ভিতৰত কিম্বা বাৰী বা চৌহদৰ ভিতৰত দেখিবলৈ পাওঁ। কেতিয়াবা ইহঁতৰ উপস্থিতিয়ে আমাক ইমান অতিষ্ঠ কৰি তোলে যে সিহঁতৰ অত্যাচাৰৰ পৰা ৰক্ষা পাবলৈ আমি নানা কৌশল অৱলম্বন কৰিব লগীয়া হয়। নিগনি আৰু এন্দুৰ ধৰিবৰ বাবে মানুহে ঘৰত মেকুৰী পোঁহে। ফান্দ পাতিও নিগনি ধৰা হয়। ফান্দত বিষাক্ত পদাৰ্থ মিহলি কৰি নিগনিয়ে খাবৰ বাবে আহাৰ ৰখাৰ ব্যৱস্থাও কৰা হয়। এই কৌশলেৰে বহুত নিগনি আৰু এন্দুৰ জাতীয় প্ৰাণী নিধন কৰা হয়। অৰ্থনৈতিক আৰু স্বাস্থ্যজনিত দৃষ্টিকোণৰ ফালৰ পৰা চালে এন্দুৰ আৰু নিগনি জাতীয় প্ৰাণীবোৰত কোনো প্ৰকাৰৰ মূল্য আৰোপ কৰিব নোৱাৰি। অথচ ইহঁতে জীৱ জগতত এখন স্বতন্ত্ৰ আসন অধিকাৰ কৰি ল'বলৈ সক্ষম হৈছে। তদুপৰি বন্যপ্ৰাণী জগতৰ অন্যতম প্ৰতিনিধি ৰূপে এই গোষ্ঠীৰ প্ৰাণীবোৰে প্ৰতিষ্ঠা লাভ কৰিব পাৰিছে।

থকা ঠাইৰ বিভিন্নতাৰ ওপৰত ভিত্তি কৰি এন্দুৰ আৰু নিগনি গোষ্ঠীৰ প্ৰাণী-বিলাকক তিনিটা ভাগত ভাগ কৰিব পাৰি। মানুহৰ ঘৰত থকা এন্দুৰ আৰু নিগনি গোষ্ঠীৰ প্ৰাণীবিলাকে ঘৰৰ ভিতৰতে আশ্ৰয় লৈ স্বাধীন চিতীয়া ভাৱে থকা দেখা যায়। ঘৰৰ চিলিঙৰ ওপৰত, ধানৰ ভঁৰালত, ধানখেৰ আদি আৱৰ্জনাৰ মাজত আৰু কিতাপ-পত্ৰ বা কাপোৰ-কানিৰ আলমাৰিৰ ভিতৰত থাকিবৰ বাবে ইহঁতে বাহ সাজি লয়। কাগজ-পত্ৰ আৰু কাপোৰ-কানিৰ মাজত বাহ সাজি লবৰ বাবে ইহঁতে বাহিৰৰ পৰা কোনো উপকৰণ সংগ্ৰহ কৰি আনিব লগীয়া নহয়। আলমাৰি আদিৰ ভিতৰত গিৰিহঁতে ৰাখি থোৱা কিতাপ-পত্ৰ আৰু কাপোৰ-কানিবোৰকে ইহঁতৰ

চোকা দাঁতবোৰেৰে কুটি কুটি বাহ সজাৰ সামগ্ৰী ৰূপে ব্যৱহাৰ কৰে। এনে ধৰণে সজা বাহৰ ভিতৰত মাইকী নিগনি বা এন্দুৰে পোৱালি জগায়। বাহিৰৰ পৰা খোৱা বস্তু আনি পোৱালিবোৰক খুৱাইছি। ঘৰৰ ভিতৰতে আলেঙে আলেঙে ঘূৰি ফুৰে বাবে গিৰিহঁতৰ খাদ্য দ্ৰব্য বিচাৰি উলিয়াবলৈ ইহঁতৰ বেছি পৰ নালাগে। কিবা কাৰণত আলমাৰি আদি খুলি তাৰ ভিতৰত ৰখা বয়বস্তুবিলাক ইকাটি সিকাটি কৰিবলগীয়া হলেহে গিৰিহঁতে গম পায় যে তাৰ ভিতৰতে এন্দুৰ বা নিগনিয়ে বাহ সাজি পোৱালি জগাইছে। সেই অৱস্থাত মাক বাপেক হাল দৌৰ দি পলায় যায়। পোৱালি মখাই মৃত্যুক আকোৱালি লব লগীয়া হয়।

মানুহৰ ঘৰত থকা নিগনি জাতীয় প্ৰাণীবিলাকক মূলতঃ দুটা ভাগত ভাগ কৰিব পাৰি। আকাৰত তুলনামূলক ভাৱে ডাঙৰ হোৱা প্ৰাণীবিধক এন্দুৰ আৰু সৰু আকাৰৰ প্ৰাণীবোৰক নিগনি বোলা হয়। চাৰিত্ৰিক গুণত দুয়ো শ্ৰেণীৰ প্ৰাণীৰ মাজত বিশেষ পাৰ্থক্য দেখা নাযায়। ইহঁতক ঘৰত থকা এন্দুৰ আৰু নিগনি বুলি কোৱা হয়। ডাঙৰ বিধ এন্দুৰক আমাৰ মানুহে শলিয়া বা ডালশলিয়া বুলিও কয়। এবিধ ডাল শলিয়াই মানুহৰ ঘৰতে থাকি নৈ সুবিধা মতে ঠাই বিচাৰি লয়। এনে ধৰণৰ এন্দুৰ কাৰবাৰ ঘৰত থাকিব লগীয়া হ'লে ৰাতি বিয়লি ঘৰৰ চিলিঙৰ ওপৰত খেদা খেদি কৰি হুলস্থূল পৰিবেশৰ সৃষ্টি কৰে। আমি কেতিয়াবা তেনে বিধৰ ডাঙৰ এন্দুৰ দেখিবলৈ পালে এটা "মস্ত এন্দুৰ" ওলাইছে বুলি কওঁ। আন দুবিধ নান শলিয়া বা ডালশলিয়া এন্দুৰক সাধাৰণতে মানুহৰ ঘৰৰ ভিতৰত থকা দেখা নাযায়। আন হাতে দেখা যায় যে জীৱন ধাৰণৰ বাবে সিহঁতেও মানৱ জাতিৰ ওপৰতে সম্পূৰ্ণ ভাৱে ভাৰসা কৰি চলে।



পথাৰত বাস কৰা এন্দুৰ

ৰকৰাণিৰ দাতি কামৰে থকা খাল, নলা আদিৰ ওচৰে ওচৰে সিহঁতে বাস কৰাৰ অনুকূল পৰিবেশ বিচাৰি লয়। মাটিৰ তলৈলৈ গাত খান্দি সুৰঙ্গ নির্মাণ কৰে। পকীঘৰ বা দেৱালৰ ইটাৰ ভিতৰলৈ সোমাই যাব পৰা গাঁত খান্দি সিহঁতে ঘৰৰ গিৰিহঁতৰ অনিষ্ট সাধন কৰে।

কিছুমান জাতৰ এন্দুৰ আৰু নিগনিয়ে মানুহৰ ঘৰৰ বাৰীৰ চুকে-কাণে গাঁত বা সুৰঙ্গ নির্মাণ কৰি থকা দেখা যায়। এনেবিলাক প্ৰাণীক পথাৰৰ মাটিত গাঁত খান্দি সুৰঙ্গৰ ভিতৰত সোমাই থকা দেখিবলৈ পোৱা যায়। থাউকতে এইবিলাক এন্দুৰক পথাৰবাসী এন্দুৰ বোলা হয়। আন কিছুমান এন্দুৰক গছ্ গছনিৰ ওপৰত বাহ সাজি বাস কৰা দেখা যায়। এইবিলাক এন্দুৰ বা নিগনিক গছত বাস কৰা এন্দুৰ বুলি কোৱা হয়। বিকল্পৰূপে সিহঁতক বৃক্ষবাসী এন্দুৰ আখ্যা দিব পাৰি।

ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ ভিন্ ভিন্ পৰিবেশত বাস কৰা সকলো জাতীয় এন্দুৰ আৰু নিগনিৰ প্ৰজাতিগত বৰ্ণনা গাইগুটীয়া ভাৱে আগবঢ়োৱা সহজ নহয়। শাৰীৰিক আৰু চাৰিত্ৰিক গুণত সিহঁত আটাইবোৰৰ মাজত কিছুমান উমৈহতীয়া গুণৰ বিকাশ সাধন হোৱা দেখিবলৈ পোৱা যায়। এই গোষ্ঠীত অন্তৰ্ভুক্ত হৈ থকা কেইবিধ মান প্ৰাণীৰ বৰ্ণনা সমূহীয়াভাৱে উত্থাপন কৰিবলৈ ইয়াৰ পাছত উল্লিখিত কৰা প্ৰবন্ধ গোটাচেৰেক আগবঢ়োৱা হৈছে।



# মানুহৰ ঘৰত বাস কৰা নিগনি

শ্ৰেণী---স্তন্যপায়ী

বৰ্গ----ৰোডেণ্টিয়া

গোত্ৰ----মিউৰিডি

প্ৰজাতি----মাচ্ মাচকিউলাচ্

নিগনি জাতৰ কিছুমান প্ৰাণীয়ে মানুহৰ ঘৰৰ ভিতৰতে চিৰদিন থকা দেখা যায়। আকাৰত এইবিধ নিগনি তেনেই সৰু। ই অতি বেগত ঘৰৰ ভিতৰতে দৌৰা দৌৰি কৰি ফুৰি ফুৰিব পাৰে। এইবিধ নিগনি দীঘলে দীঘলে প্ৰায় ৫ চেন্টিমিটাৰ মানৰ পৰা আৰম্ভ কৰি ৮ চেন্টিমিটাৰৰৰ ভিতৰত হব। নেজ ডালৰ দীৰ্ঘতা প্ৰাণীটোৰ শৰীৰৰ দীৰ্ঘতাৰ লগত



ঘেৰফেৰ থকা যেন নালাগে। ইয়াৰ দেহত উৎপন্ন হোৱা নোমবোৰৰ বৰণ মুগা চানে-কীয়াটৈক ক'লা হয়। ঘৰৰ মজিয়াত বগাই বগাই দৌৰি ফুৰাৰ দৰেই ইহঁতে বেৰ, চতি, মাৰ্বলি, কৰা আদিৰ ওপৰতো সমানে বগাই ফুৰিব পাৰে। পকী ঘৰৰ বাতাম আদিৰ ওপৰত ইহঁতক বগাই ফুৰা দেখা যায়। সাধাৰণতে ঘূৰা ঘূৰি কৰিবৰ বাবে এইবিধ প্ৰাণীয়ে মানুহৰ ঘৰৰ ভিতৰত একোটা পথকে নিৰ্বাচন কৰি লয় আৰু পুৰা-গধূলি সেই টো পথেদিয়েই অহা যোৱা কৰি কৰি সময় অতিবাহিত কৰে। ধান, চাউল, ভাত, তৰকাৰীৰ পৰা আৰম্ভ কৰি মাছ মাংসলৈকে সকলো বিধৰ খাদ্যই ইহঁতে খায়। মানুহৰ ঘৰৰ ভিতৰত অনবৰত থকাৰ বাবে এনেবিলাক বস্তু বিচাৰি উলিওৱাত এই নিগনিবোৰৰ কোনো অসুবিধা নহয়। কিতাপ ৰখাৰ আলনা, কাপোৰ কাগজ ৰখাৰ আলমাৰি আৰু খটখটিৰ তলৰ আচুতীয়া ঠাইত এইবিধ নিগনিয়ে বাহ সাজি তাতে মাইকী জনীয়ে পোৱালি জগায়। নিগনিয়ে কেইবাবাৰো পোৱালি জগায় আৰু প্ৰত্যেক বাৰতে এজনী মাইকী নিগনিয়ে ৭।৮ টা পৰ্যন্ত পোৱালি দিয়ে।



# মানুহৰ ঘৰত বাস কৰা এন্দুৰ

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----ৰোডেন্টিয়া
গোত্ৰ----মিউৰিডি
প্ৰজাতি ৰাটিচ্ ৰাটিচ্

মানুহৰ ঘৰৰ ভিতৰত যিবিলাক নিগনি আৰু এন্দুৰ থাকে সেইবিলাকৰ ভিতৰত কিছুমান আকাৰত সৰু আৰু কিছুমান ডাঙৰ হোৱা দেখিবলৈ পোৱা যায়। এই গোষ্ঠীৰ ডাঙৰ আকাৰৰ যিবিলাক প্ৰাণী সাধাৰণতে মানুহৰ ঘৰৰ ভিতৰত বাস কৰে সেইবিলাকক ঘৰত বাস কৰা এন্দুৰ বোলা হয়। এই এন্দুৰবিলাকেও নিগনিবোৰৰ দৰেই মজিয়াত বগাই ফুৰে। মানুহৰ খোৱা বস্তুবিলাকত মুখ দিয়ে আৰু সেইবোৰত-লাদ পেলাই এই এন্দুৰবোৰে মানুহক বৰ উপদ্ৰৱ কৰা দেখা যায়। তদুপৰি কিতাপ কাগজৰ আলমাৰি, ধানৰ ভঁৰাল, কাপোৰ কানিৰ আলনা আদিত বাহ সাজি লৈ ইহঁতে তাতে পোৱালি জগায় আৰু মূল্যবান বস্তুবোৰ দাঁতেৰে কুটি গিৰিহঁতৰ বহুতো ক্ষতি সাধন কৰে। আমাৰ মানুহে এনে জাতীয় প্ৰাণীৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবলৈ ঘৰত মেকুৰী পোহে। তদুপৰি বজাৰৰ পৰা বিষাক্ত ঔষধ কিনি আনি খোৱা বস্তুৰ লগত মিহলি কৰি এন্দুৰে খাবলৈ ৰাতি ক'ৰবাত থৈ দিয়ে। খোৱা বস্তুৰ লগত এনে ঔষধ মিহলি [illegible] মানুহৰ যাতে কোনো অপকাৰ নহয় তাৰ বাবে সতৰ্কতা অৱলম্বন কৰা অতি প্ৰয়োজনীয়। ঘৰৰ ভিতৰত বা বাহিৰত কেতিয়াবা অতি ডাঙৰ আকাৰৰ এন্দুৰ দেখা যায়। এনে এন্দুৰক আমাৰ মানুহে ডাং শলিয়া বোলে। আচলতে এনে ডাঙৰ আকাৰৰ এন্দুৰক বান্দিকট প্ৰজাতিৰ এন্দুৰ বুলি জনা যায়।



# বাঁহখাৰীয়া এন্দুৰ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ---ৰোডেন্টিয়া

গোত্ৰ-- -হাইষ্ট্ৰিচিডি

প্ৰজাতি----(১) হাইষ্ট্ৰিক্‌চ গ্ৰোনিয়াচ্‌
(২) কেনোমিচ্‌ বডিয়াচ্‌

এই প্ৰবন্ধত বৰ্ণনা কৰিবলৈ লোৱা প্ৰাণী এটাক দেখিলে সিযে এন্দুৰ আৰু নিগনি গোষ্ঠীৰ প্ৰাণী এই কথা বিশ্বাস কৰিবলৈ টান লাগে। আকাৰত এইবিধ প্ৰাণী একোটা সৰু আকাৰৰ গিনিপিগ জাতীয় প্ৰাণীৰ সমানেই হব। ইয়াৰ গাৰ নোমবিলাকৰ বৰণ ধোঁৱাৰ নিচিনা হয়। এই নোমবিলাক বৰ কোমল বাবে জন্তুটোক হাতেৰে স্পৰ্শ কৰিলে উলৰ নিচিনা লাগে। জন্তুটোৰ নেজডাল নিচেই চুটি হয় আৰু নোমৰ তলত লুকাই থকা নেজডাল চকুৰে মনিব নোৱাৰি। গাঁতৰ ভিতৰত বাস কৰা প্ৰাণী বাবে বাঁহখাৰীয়া এন্দুৰক য'তে ত'তে দেখিবলৈ পোৱা নাযায়। ভাৰতবৰ্ষৰ উত্তৰ পূব অঞ্চলত থকা পৰ্বতীয়া ঠাইবোৰ এইবিলাক এন্দুৰ গোষ্ঠীৰ প্ৰাণীৰ বাবে অনুকূল ঠাই। পশ্চিমৰ ফালে নেপালৰ পৰা আৰম্ভ কৰি ভূটান, চিকিমৰ মাজেদি অৰুণাচল প্ৰদেশ পৰ্যন্ত এইবিধ প্ৰাণীৰ বসতিস্থান আৰু বিচৰণ ভূমিয়ে বিস্তৃতি লাভ কৰি আছে। তদুপৰি মেঘালয়, নগালেণ্ড আদি পূৰ্বাঞ্চলৰ পাহাৰী ৰাজ্য কেইখনৰ অন্তৰ্গতো এই প্ৰাণীবিলাকে থলুৱা-ভাৱে বাস কৰা দেখা যায়। ভাৰতবৰ্ষৰ চাৰি সীমাৰ বাহিৰে এইবিলাক প্ৰাণীৰ বসতি-স্থান থাইলেণ্ডৰ মাজেদি গৈ চীন দেশ পৰ্যন্ত সম্প্ৰসাৰিত হৈ আছে। ইয়াৰ দুটা প্ৰজাতি আছে। মেঘালয়ৰ খাচিয়া পাহাৰত তাৰে এটা প্ৰজাতিৰ প্ৰাণী এটাক হাবিৰ পৰা ধৰি আনি ১৯৮১ চনত লেডি হাইদৰী পাৰ্কৰ ভিতৰত স্থাপন কৰা ক্ষুদ্ৰ চিৰিয়াখানাত সংৰক্ষণ কৰি ৰখা হৈছিল।

এইবিধ বিচিত্ৰ প্ৰাণীৰ ডিঙি, গা আৰু কঁকালৰ মাজত কোনো ধৰণৰ পাৰ্থক্য থকা দেখিবলৈ পোৱা নাযায়। ডিঙি ভাগৰ পৰা আৰম্ভ কৰি পিঠিয়েদি কঁকাললৈকে গাটোৰ গোটেই ছোৱা আকাৰত সমান হোৱাৰ বাবে জন্তুটো দেখাত এটা কোমোৰাৰ নিচিনা লাগে। ইয়াৰ ঠেং কেইখন তেনেই চুটি চুটি হয় আৰু সেই কাৰণে মাটিৰ ওপৰত খোজ কাঢ়োতে এই ঠেং কেইখন চকুত নপৰে। আগ ঠেং দখনৰ মাজত ভক্ষ-

টোৱে মূৰটো সুমুৱাই লৈ জিৰণি লৈ থকা সময়ত জন্তুটোৰ কোন ফালে মূৰটো আৰু কোন ফালে নেজডাল আছে ধৰা টান হৈ পৰে। এন্দুৰ আৰু নিগনি গোষ্ঠীৰ প্ৰাণীয়ে কুটি খোৱা দাঁতৰ সহায়ত খোৱা বস্তুবিলাক কুটি কুটি খায়। বাঁহবাৰীয়া এন্দুৰৰো এই ধৰণৰ দাঁতৰ গজে। এই দাঁতৰ সহায়ত এইবিধ এন্দুৰে কুমলীয়া বাঁহ, কুঁহিপাত আদি কুটি কুটি খায় আৰু মাটিৰ তলত উৎপন্ন হোৱা শিপা, আলু আদি ছিঙি খায়।



বাঁহবাৰীয়া এন্দুৰ

দুটা প্ৰজাতিৰ বাঁহবৰীয়া এন্দুৰ বাস কৰাৰ কথা জনা যায়। তাবে এবিধ আনবিধতকৈ আকাৰত তুলনামূলক ভাৱে সৰু হোৱা দেখা যায়। হাবিৰ মাজত এই প্ৰাণীবিলাকে ইহঁতৰ ঠেঙৰ আগ ভাগত হোৱা দীঘল দীঘল নখ আৰু আগদাঁতৰ সহায়ত মাটিত গাঁত খান্দি লৈ তাৰ ভিতৰতে সোমাই থাকে। নদী নলাৰ পাৰত থকা খিয় গৰা বিলাকত এই প্ৰাণীবোৰে গাঁত খান্দি দীঘলীয়া দীঘলীয়াকৈ সুৰঙ্গ কৰি লয়। গাঁতৰ মুখত বহুত পৰিমাণৰ গুৰি মাটি জমা হৈ থকা দেখিবলৈ পোৱা যায়। নদী নলাৰ পাৰত গছৰ শিপাবোৰ ওলাই থাকিলে সেইবোৰ ঠাইত গাঁত খান্দিবলৈ ইহঁতে আৰম্ভ কৰে। বাঁহ বনেৰে ঢাক খুৱাই ৰখা নিজঙ্গাল ঠাইবোৰো গাঁত খান্দিবৰ বাবে ইহঁতে নিৰ্বাচন কৰি লয়। মাটিৰ উপৰি ভাগৰ পৰা আৰম্ভ কৰি যিটো গাঁত খন্দা হয় সেই গাঁতটো

পোনে পোনে মাটিৰ তলৰ ফালে নগৈ সমান্তৰাল বা কৌণিক গতিত পথালি মুৰাকৈ আগ বাঢ়ি যায়। গাঁতৰ ভিতৰতে চেপেটা মাৰি সোমাই থাকিবৰ বাবে সুৰুঙৰ এডোখৰ ঠাই আহল বহলকৈ খান্দি এটা কোঠালি তৈয়াৰ কৰা হয়। বাহিৰৰ লগত সংযোগ ৰাখিবৰ বাবে এই কোঠালিৰ পৰা এটা নিৰ্গম পথ তৈয়াৰ কৰি ৰখা হয়। মুখখনেদি প্ৰবেশ কৰি কোনো শত্ৰু জাতীয় প্ৰাণীয়ে তাক আক্ৰমণ কৰাৰ অভিপ্ৰায়েৰে ভিতৰলৈ সোমাই যোৱাৰ গম পালে সি নিৰ্গম পথেদি বাহিৰলৈ ওলাই আত্ম ৰক্ষাৰ ব্যৱস্থা কৰে। বাহিৰলৈ জৰুৰী অৱস্থাত ওলাব পৰা এই পথটোক জৰুৰী কালীন নিৰ্গম পথ বুলিব পাৰি। কোঠাটোৰ ভিতৰত শুই পৰিবলৈ আৰম্ভ কৰাৰ আগতে জন্তুটোৱে মাটিৰ সোপা দি প্ৰবেশ পথটো চিনিব নোৱাৰকৈ বন্ধ কৰি লয়।

এইবিধ এন্দুৰ জাতীয় প্ৰাণীয়ে একো একোবাৰত কেৱাটাও পোৱালি জগায়। পোনেই জগোতে পোৱালিবোৰৰ গাত নোমৰ কোনো চিন চাব্ নাথাকে। সেই সময়ত পোৱালি জাকৰ চকুবোৰো মুদ খাই থাকে।



# জহামাল বা চিভেট্ কেট্ ফৈদৰ প্ৰাণীসমূহ

জহামাল গোত্ৰৰ প্ৰাণীবিলাকে জন্তু জগতত এখন স্বকীয়া আসন অধিকাৰ কৰি লব পাৰিছে। অসমীয়া ভাষাত জহামাল শব্দটোৱে চিভেট গোষ্ঠীৰ এটা নিৰ্দিষ্ট প্ৰাণীকহে বুজায় হয়। সেইবিধ প্ৰাণীক ইংৰাজী ভাষাত 'লাৰ্জ ইন্দিয়ান চিভেট' বুলি কোৱা হয়। অসমৰ ভৈয়াম আৰু পাৰ্বত্য অঞ্চলত আন এবিধ সৰু আকাৰৰ চিভেট কেট জাতীয় প্ৰাণী বাস কৰা দেখা যায়। সেইবিধ চিভেটক অসমীয়া ভাষাত মেচেকা বুলি কোৱা হয়। ইংৰাজী ভাষাত মেচেকাক বুজাবলৈ 'স্মল ইন্দিয়ান চিভেট' শব্দ ব্যৱহাৰ কৰা হয়। সমগ্ৰ পৃথিৱীৰ বিভিন্ন ঠাইত বাস কৰা বহুত বিধৰ প্ৰাণীয়ে চিভেট কেট বা জহামাল জাতীয় প্ৰাণীক প্ৰতিনিধিত্ব কৰিছে। এই সম্পৰ্কত বৰ বেছি দূৰলৈ নগৈ কেৱল অসম আৰু পূৰ্বাঞ্চলত থকা অন্যান্য পাৰ্বতীয়া ৰাজ্য কেইখনৰ কথাকে ধৰি লব পাৰি। অসমৰ বনাঞ্চল কিছুমানত বাস কৰা বৃক্ষবাসী পাম্ চিভেটক বাদ দিলেও দেখিবলৈ পোৱা যাব যে হিমালয় পৰ্বতমালাৰ মধ্যমীয়া আৰু উচ্চ স্তৰৰ ঠাই-বিলাকত হিমালয়ন পাম চিভেট, টাইগাৰ চিভেট আদি বিচিত্ৰ প্ৰাণীয়ে জহামালক প্ৰতিনিধিত্ব কৰিব পাৰিছে।

চিভেট কেট গোষ্ঠীৰ প্ৰাণীবিলাকে প্ৰজাতি ভেদে খোৱা বিষয়ত আৰু থকা ঠাইৰ নিৰ্বাচনত ভিন্ন মুখী চৰিত্ৰ প্ৰদৰ্শন কৰে। ইহঁতৰ কিছুমানে জনবসতিৰ আশে পাশে থকা মুকলিমূৰীয়া হাবি বননিবোৰত নিগাজীকৈ বাস কৰে। সৰু-সুৰা আকাৰৰ নানা-বিধ স্তন্যপায়ী প্ৰাণী, সাইপিয়া, জেঠি, কীট-পতঙ্গ আদি ইহঁতে ধৰি ধৰি খায়। কিছু-মানে নিৰামিষ খাদ্যৰ ওপৰত নিৰ্ভৰ কৰে। কেইবিধমান জহামালে হাঁহ-কুকুৰা আদি পোহনীয়া পক্ষী ধৰি খায়। ঘৰচীয়া প্ৰাণীক সহজে বিচাৰি খাবৰ বাবে কোনো কোনো জাতীয় জহামালে মানুহৰ বসতিস্থানৰ আশে পাশে জোপোহা গছৰ হাবি বননিত বাস কৰিবলৈ আৰম্ভ কৰে। চিভেট কেট্ জাতীয় কেইবিধ মান প্ৰাণীয়ে কুকুৰ মেকুৰীৰ দৰে ঘূৰি ফুৰা দেখা যায়। এনে ধৰণৰ জহামালবিলাকক ভূমি বিলাসী বা মৃত্তিকাবাসী প্ৰাণীৰ শাৰীত স্থান দিব পাৰি। আন কিছুমানে গছৰ ওপৰত বগুৱা বাই ফুৰে। এনেবিলাক জহামাল গোষ্ঠীৰ প্ৰাণীক বৃক্ষবাসী জহামাল বুলি কব পাৰি। মালয়াছিয়াৰ ফালে পানীত নাদুৰি সাতুৰি ফুৰিবলৈ ভাল পোৱা আন এবিধ জহামাল আছে বুলি জনা যায়। এইবিধ প্ৰাণীক উদ জহামাল বোলা হয়। নানা বিধৰ জলচৰ প্ৰাণী ধৰি খাই ইহঁতে জীৱন ধাৰণ কৰে।

চিভেট কেট্ বিলাকৰ দেহত উৎপত্তি হোৱা কিছুমান বৈশিষ্ট্য দেখা যায়। ইহঁতৰ কটি দেশত এবিধ গোন্ধোৱা পদাৰ্থৰে ভৰা মোনা সদৃশ মাংসগ্ৰন্থি আছে। শক্ৰ

পক্ষৰ প্ৰাণী ওচৰ চাপি অহাৰ উমান পালে জন্তুটোৱে এইদৰে গোট খাই থকা জুলীয়া পদাৰ্থ নিঃসৰণ কৰি দিয়ে। শত্ৰুক পথভ্ৰষ্ট কৰি নিজে সেই সুযোগতে নিৰাপদ ঠাইলৈ আঁতৰি যোৱাৰ এইটো এটা উত্তম উপায় বুলি ক'ব পাৰি। কোনো কোনো দেশৰ মানুহে চিভেট কেট জাতীয় প্ৰাণীয়ে ধাৰণ কৰা এই সুগন্ধি ৰস আহৰণ কৰি তাৰপৰা এক প্ৰকাৰৰ আতৰ তৈয়াৰ কৰে। আন্তৰ্জাতিক বজাৰত এইবিধ সুগন্ধি তেল বা আতৰৰ মূল্য অত্যন্ত বেছি বুলি জনা যায়।

আত্মৰক্ষাৰ কাৰণে ব্যৱহাৰ কৰিব পৰা আন এবিধ বিষাক্ত পদাৰ্থ জহামাল গোষ্ঠীৰ প্ৰাণীৰ দেহত সঞ্চিত হৈ থকা দেখা যায়। ইহঁতৰ কাণ দেশত এটুকুৰা কোমল মাংস গ্ৰন্থিৰ নিচিনা জোলোঙাৰ ভিতৰত ধোঁৱাৰ দৰে উৰি যাব পৰা ভৰি পদাৰ্থ সঞ্চিত হৈ থাকে। শত্ৰুজাতীয় প্ৰাণীয়ে তাক আক্ৰমণ কৰিবলৈ আহিলে জন্তুটোৱে মাংসগ্ৰন্থিৰ ভিতৰৰ পৰা বিষাক্ত গেচীয় পদাৰ্থ নিঃসৰণ কৰি দিয়ে। শত্ৰু পক্ষীয় জন্তুৰ চকুত এই ধোঁৱা লাগিলে তাৰ চকুত জাল মাৰি ধৰে। তেনে অৱস্থাত আক্ৰমণকাৰী জন্তুৱে নিজেই পলাই যাব লগীয়া হয়। এনে ধৰণৰ গেচীয় পদাৰ্থ ধাৰণ কৰা জোলোঙাটোক "গন্ধ-কোষ" বুলি কোৱা হয়।

বিকট মূৰ্তি ধাৰণ কৰি শত্ৰুপক্ষীয় জন্তুক ভীতি প্ৰদৰ্শন কৰিবৰ বাবে জহামাল গোষ্ঠীৰ প্ৰাণী কেইবিধমানে আঁকা-বিকা ৰূপ ধাৰণ কৰা দেখা যায়। সিহঁতৰ ভিতৰৰে দুই এবিধ প্ৰাণীয়ে পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত চিনিব নোৱাৰাকৈ মিহলি হৈ থাকি গোপন ভাৱে আত্মৰক্ষাৰ ব্যৱস্থা কৰাও দেখা যায়। আমাৰ এই ফালৰ ঠাইবিলাকত আটাইতকৈ ডাঙৰ আকাৰৰ যিবিধ জহামাল দেখা যায় সেই বিধ জহামালৰ মুখৰ নোমবিলাক আঁকা বিকা হয়। দেহ আৰু নেজডালৰ নোমবোৰ চিত্ৰ- বিচিত্ৰ হোৱা দেখা যায়। অন্যান্য জাতৰ মাংসলোভী বন্যপ্ৰাণীয়ে জহামালৰ ভয়ঙ্কৰ ৰূপ দেখি তাক জোকাই ল'বলৈ সাহস নকৰে। সেই বাবে প্ৰায়বিলাক বন্যপ্ৰাণীয়ে তাক অনাহকতে আক্ৰমণ নকৰে। জহামাল গোষ্ঠীৰ প্ৰাণীবিলাকৰ আন এটা শাৰীৰিক বৈশিষ্ট্য পৰিলক্ষিত হয়। ইহঁতৰ সন্মুখ ভাগত এক প্ৰকাৰৰ দীঘল চানেকীয়া শলাৰ নিচিনা গোঁফৰ উৎপত্তি হয়। এই গোঁফ ইহঁতে ইচ্ছানুযায়ী লৰাব চৰাব পাৰে। মাটিত পৰি থকা যেই কোনো খাদ্যোপযোগী বস্তুৰ যোগ্যতা নিৰ্ণয় কৰিবলৈ ইহঁতে এই গোঁফ কোছা কামত লগায়।

সমগ্ৰ পৃথিৱীত চিভেট্ কেট্ গোষ্ঠীৰ ভালেমান বিধ প্ৰাণীয়ে ঠাই অনুযায়ী বাস কৰিবলৈ লোৱা দেখা যায়। এচিয়া আৰু আফ্ৰিকা মহাদেশ দুখনতে এই বিচিত্ৰ প্ৰাণী-বিলাকৰ উৎপত্তি দেখা যায়।

# জহামাল

শ্ৰেণী---স্তন্যপায়ী
বৰ্গ---মাংসাহাৰী
গোত্ৰ---ভাইভেৰিডি
প্ৰজাতি---ভাইভেৰা জাইবেথা

ভাৰতবৰ্ষৰ চাৰি সীমাৰ অন্তৰ্গত বাস কৰা চিভেট্ কেট্ গোষ্ঠীৰ প্ৰাণীবিলাকৰ ভিতৰত জহামাল নামৰ প্ৰাণীয়েই আকাৰত আটাইতকৈ ডাঙৰ । ইয়াৰ সচৰাচৰ বসতি স্থান নেপাল আৰু ভূটানৰ পাৰ্বত্য ভূ ভাগৰ পৰা আৰম্ভ কৰি অৰুণাচল প্ৰদেশেদি পূৰ্বাঞ্চলৰ ৰাজ্য কেইখনলৈ বিয়পি আছে । পশ্চিম বঙ্গৰ উত্তৰ অঞ্চলতো এইবিধ প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায় । ভাৰতৰ বাহিৰে বাংলাদেশ আৰু ব্ৰহ্মদেশৰ মাজেদি দক্ষিণ পূব এচিয়াৰ কেইখামনো দেশলৈ ইয়াৰ বসতিস্থান আৰু বিচৰণভূমি সম্প্ৰসাৰিত হৈ আছে । তাৰ ভিতৰত মালয়েচিয়া, ইন্দোনেচিয়া, থাইলেণ্ড আৰু চীনদেশৰ দক্ষিণৰ ফালে থকা ঠাইবিলাকৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি । কোনো কোনো অসমীয়া মানুহে এইবিধ প্ৰাণীক বুজাবলৈ "হাগেৰ গেন্দা" শব্দ ব্যৱহাৰ কৰে । বঙালী ভাষাত 'মাচ ভন্দৰ' 'বাগদচ্' আৰু 'পুদো গাওলা' শব্দ কেইটা ঠাই অনুসযায়ী ব্যৱহাৰ কৰা হয় ।

জহামালৰ দেহৰ গঠন দীঘলীয়া আৰু গোটা হয় । শৰীৰৰ সন্মুখ ভাগতকৈ পিছৰ ছোৱা বেছি মঙহাল হয় । গোটেই গাতে চেলেকা চুৰুৰা আঁচৰ দাগবোৰ পিঠিৰ পৰা তলপেটলৈকে বিয়পি থাকে । ঠেং কেইখন সমান । অন্যান্য জন্তুৰ ঠেঙৰ তুলনাত চুটি আৰু মঙহাল হয় । পিঠিৰ উপৰি ভাগেদি ৰাজহাড় ডালৰ ওপৰে ওপৰে ক'লা চানেকীয়া এটা দীঘল পাৰিৰ উৎপত্তি হয় আৰু এই পাৰি ডাল মূৰৰ ওপৰ ভাগৰ পৰা আৰম্ভ কৰি নেজৰ গুৰি ভাগলৈকে থাকে । জোপোহা ধৰণৰ নেজডাল গুৰিৰ পৰা আগলৈ ক্ৰমে সৰু হৈ যোৱাৰ নিচিনা দেখি । এই নেজডালত পথালি পথালিকৈ বগা আৰু কলা দাগ দেখা যায় । জন্তুটোৰ ডিঙি ভাগতো অখালি পথালিকৈ কিছুমান বগা বৰণৰ দাগ থাকে ।

জহামালক প্ৰকৃততে নিশাচৰ প্ৰাণীৰ আখ্যা দিব পাৰি । অৰণ্যে ৰাৰিষা ৰতৰত ইইঁতে দিন-দুপৰতো আহাৰ বিচাৰি ইফালে সিফালে ঘূৰি ফুৰে । সাধাৰণতে দিনৰ পোহৰত ইইঁতে বাহিৰলৈ ওলাবলৈ ভাল নাপায় । জোপোহা গছৰ তল বা নল, খাগৰি

আদি ওখ ওখ বাঁহ জাতীয় উদ্ভিদৰ তলত খোবোং একোটা বনাই লৈ তাৰ ভিতৰতে চেপেটা মাৰি পৰি থাকে। জোপোহা উদ্ভিদে ইহঁতৰ বাবে উৎকৃষ্ট পৰিবেশৰ সৃষ্টি কৰে। গধূলি হ'বলে আৰম্ভ কৰাৰ লগে লগে ইহঁতে দিনত আশ্রয় লৈ থকা ঠাইবোৰৰ পৰা লাহেকৈ ওলাই আহে



জহামাল

আৰু আহাৰ বিচাৰি ইফালে সিফালে ঘূৰি ফুৰিবলৈ আৰম্ভ কৰে। নিচেই পুৱাতে পিছদিনা ইহঁতে পুনৰ হাবিত সোমাই আশ্রয়ৰ উপযোগী ঠাই বিচাৰি লয়। ভেকুলী, বেং, নাইপিয়া, কেচু, কুমটি আদি ইহঁতে ধৰি ধৰি খায়। কেতিয়াবা কেতিয়াবা

ধৰচীয়া হাঁহ কুকুৰাও ইহঁতে ধৰি মাৰি পেলায়। কেতিয়াবা অকলশৰীয়া ভাৱে ঘূৰি ফুৰা অৱস্থাত লগ পালেও প্ৰকৃত পক্ষে দুটা বা তিনিটা জন্তু ওচৰা ওচৰিকৈ থকা দেখা যায়।

হাবিতলীয়া পথেদি ৰাতি জীপ গাড়ী আদিত যোৱা মানুহে জহামাল জাতীয় দুই এটা প্ৰাণীক কেতিয়াবা অকস্মাতে দেখা পায়। আমিষ ভোজী প্ৰাণী হলেও হাবি বননিত নিৰলে বাস কৰি থকা জহামালবিলাকে মানৱ জাতিৰ অপকাৰ কৰা দেখা নাযায়। সেই কাৰণে এইবিধ বনবাসী বিচিত্ৰ প্ৰাণীয়ে আদিকালৰ পৰা হাজাৰ বিপদ-বিঘিনি অতিক্ৰম কৰি বৰ্তি থাকিবলৈ সক্ষম হৈছে।

গাওঁ-ভুঁইৰ সমীপৱৰ্তী মুকলি ঘূৰীয়া হাবি বননিবিলাকত বাস কৰা জহামালবিলাক অৰণ্যে প্ৰায়েই মানুহৰ দ্বাৰা আক্ৰান্ত হবলগীয়া হয়। ধৰচীয়া কুকুৰবিলাকেও সিহঁতৰ দুই এটাক লগ পালে সুদাই নেৰে। কাঁটি দেশত উৎপন্ন হোৱা মাংসগ্ৰন্থিৰ পৰা বিজাতি গোন্ধ বিকিৰণ কৰি ই আক্ৰমণকাৰী জন্তুক পথভ্ৰষ্ট কৰিবলৈ চেষ্টা কৰে আৰু বহুতো ক্ষেত্ৰত এই কামত জন্তুটোৱে কৃতকাৰ্যতাও লাভ কৰে। নেজৰ গুৰি ভাগত উৎপন্ন হোৱা আন এবিধ জোলোঙাত সঞ্চিত হৈ থকা পদাৰ্থৰ পৰা জহা চাউলৰ নিচিনা যি গোন্ধ ওলায় খেদি নিয়া কুকুৰে সেই গোন্ধ অনুসৰণ কৰি ইফালে সিফালে কৰোঁতেই জহামালে পলাই পত্ৰং দিয়ে।

জহামালৰ পাৰিবাৰিক জীৱনৰ বিষয়ে বিতং ভাৱে জনা নাযায়। বহাগ-জেঠ মাহত মাইকী জহামালে একেবাৰতে তিনি চাৰিটা পৰ্যন্ত পোৱালি জগায় বুলি জনা যায়।



# মেচেকা বা সৰু জহামাল

শ্ৰেণী---স্তন্যপায়ী

বৰ্গ---মাংসাহাৰী

গোত্ৰ---ভাইভেৰিডি

প্ৰজাতি--ভাইভেৰিকিউলা
ইণ্ডিকা

ইয়াৰ আগত প্ৰবন্ধত বৰ্ণনা কৰি অহা জহামাল নামৰ প্ৰাণীৰ বাহিৰে আৰু এবিধ সৰু আকাৰৰ চিভেট কেট্ অসমৰ বিভিন্ন ঠাইৰ হাবি বননিবোৰত থকা দেখিবলৈ পোৱা যায়। এইবিধ জহামালক আমাৰ মানুহে মেচেকা বুলি কয়। ইংৰাজী ভাষাত ইয়াক স্মল ইণ্ডিয়ান চিভেট্ বোলা হয়। ভাৰত-বৰ্ষৰ বিভিন্ন ঠাইত এইবিধ জহামালৰ কেইটা-বাটাও উপজাতি আছে বুলি জনা যায়। মেচেকা আকাৰত জহামালতকৈ ভালেমান সৰু হয় আৰু ইয়াৰ গাৰ নোমবোৰৰ বৰণ মোটামুটিভাৱে মঙচুৰাকৈ ধোৱা বৰণীয়া হোৱা দেখা যায়। গাত থকা ক'লা ৰঙৰ ফুটুকা-ফুটুকি দাগবোৰে শৰীৰৰ দুয়ো কাষে সজাই থোৱা যেন লাগে। পেটৰ তল ভাগত এই দাগবোৰ লাহে লাহে নাইকিয়া হৈ পৰে। বুকুতো ফুটুকা-ফুটুকি দাগ। জহামালৰ নেজৰ নিচিনাকৈ এইবিধ প্ৰাণীৰ নেজো অলপ জোপোহা হয় আৰু এই নেজত ক'লা আৰু বগা বৰণৰ আঙঠিৰ দৰে দাগ দেখা যায়। ডিঙি ভাগতো ওপৰৰ পৰা তললৈ দীঘলীয়াকৈ আঁকি লোৱা বগা আৰু ক'লা বৰণৰ আঙঠিৰ নিচিনা পট্টি থাকে। ইয়াৰ পিঠিত দীঘল নোম দেখা নাযায়।

পূৰ্বাঞ্চলৰ প্ৰায় আটাই কেইখন ৰাজ্যতে মেচেকা নামৰ চিভেট কেট্ জাতৰ প্ৰাণী দেখিবলৈ পোৱা যায়। হিমালয় পৰ্বতৰ নামনি ভাগৰ প্ৰায়বোৰ ঠাইতে এইবিধ প্ৰাণীক দেখিবলৈ পোৱা যায়। পাকিস্থানৰ কোনো কোনো ঠাইত ইয়াক কমবেচি পৰিমাণে দেখা যায়। ইয়াৰ কেবাটাও উপজাতি আছে আৰু দক্ষিণ ভাৰতৰ ফালে থকা ঠাইবোৰত এনে ধৰণৰ দুই এবিধ উপ-প্ৰজাতিৰ প্ৰাণীয়ে প্ৰতিনিধিত্ব কৰিছে। দক্ষিণৰ ফালে ইয়াৰ বসতিস্থান শ্ৰীলংকা পৰ্যন্ত বিস্তৃত হৈ থকা দেখা যায়। পূবৰ ফালেও ভাৰত-বৰ্ষৰ ভৌগোলিক সীমাৰেখা অতিক্ৰম কৰি মেচেকা নামৰ প্ৰাণীবিলাকে ব্ৰহ্মদেশৰ মাজেদি মালয়েচিয়া আৰু ইণ্ডোনেচিয়ালৈ বসতি সম্প্ৰসাৰণ কৰি নিগাজীকৈ বাস কৰিবলৈ সক্ষম হৈছে।

জহামাল আৰু মেচেকাৰ চাৰিত্ৰিক গুণত বিশেষ পাৰ্থক্য দেখিবলৈ পোৱা নাযায়। জহামালৰ দৰে এইবিধ প্ৰাণীও নিশাচৰ। পাতলীয়া হাবি আৰু ওখ ওখ ঘাঁহ জাতীয় উদ্ভিদৰ মাজত সোমাই সোমাই থাকিবলৈ ইহঁতে ভাল পায়। গছৰ খোন্দ আৰু শিলেৰে আগুৰি থকা ঠাইবোৰত কেতিয়াবা এইবিধ প্ৰাণীয়ে দিনৰ দিনটো আশ্ৰয়লৈ থাকে। গধূলি সময়ত চিকাৰ কৰিবৰ বাবে নাহেকৈ বাহিৰলৈ ওলাই আহে আৰু নিগনি, জেঠি আদি প্ৰাণীবোৰ ধৰি ধৰি খায়। কীট-পতঙ্গ পোক আদিও ইয়াৰ সচৰাচৰ আহাৰৰ ভিতৰত পৰে।

হাঁহ-কুকুৰা আদি ঘৰচীয়া প্ৰাণী ধৰি খোৱাত এইবিধ প্ৰাণী পাকৈত। মাজ নিশা ঘৰৰ সকলো শুই নিঃপালি দিয়াৰ পিছত দুই এটা মেচেকা জাতীয় প্ৰাণীয়ে গড়ালৰ ভিতৰত সোমাই হাঁহ-কুকুৰাবোৰৰ ডিঙিত কামোৰ মাৰি ধৰি এটা এটাকৈ সিহঁতৰ নেল্‌-বোৰ ছিঙি পেলায়। পাৰেমানে সিহঁতৰ জীয়া তেজখিনি শুহি শুহি খায়। যিমান দূৰ পাৰে সিহঁতৰ মাংস খোৱা কামতো লাগি যায়। পৰাখিনি খাই শেষ কৰে আৰু নোৱাৰা খিনি গড়ালতে পেলাই থয়। যাবৰ সময়ত এটা হাঁহ বা কুকুৰাৰ ডিঙিত কামোৰ মাৰি ধৰি গড়ালৰ ভিতৰৰ পৰা বাহিৰলৈ টানি আজুৰি উলিয়াই আনে। এইদৰে কামোৰ মাৰি ধৰি অনা হাঁহ বা কুকুৰাটোক পোৱালিক খুৱাবলৈ বুলি লৈ যায়। গিৰিহঁত গিৰি-হঁতনীয়ে পাছ দিনা ৰাতিপুৱা গড়ালটোৰ দুৱাৰ খুলিহে গম পায় যে ৰাতিৰ ভিতৰতে মেচেকাই সকলো শেষ কৰি গৈছে। ঘৰত চোকা কুকুৰ থাকিলে মেচেকাই তুৰমুৰি কৰিব নোৱাৰে। কুকুৰে খেদি খেদি মেচেকাক কঁৰবাত থৈ আহেগৈ। এটা কুকুৰে কোনো এটা মেচেকা খেদি খেদি লৈ যোৱা সময়খিনিতে আন এটা মেচেকাই গড়ালত সোমাই হাঁহ বা কুকুৰাৰ নেলুত কামোৰ মাৰি ধৰি পলাবলৈ আৰম্ভ কৰে।

মেচেকাই বছৰৰ যেই কোনো মাহতে পোৱালি জগায়। ওখ ওখ ঘাঁহ জাতীয় উদ্ভিদৰ মাজত খেৰ ঘাঁহেৰে খোবোং একোটা সাজি পোৱালি জগায়। মাকজনীয়ে খোৱা বস্তু গোটাই আনি পোৱালি কেইটাক খুৱাইহি। এই দৰে সংগ্ৰহ কৰা খাদ্যৰ ভিতৰত কেতিয়াবা ঘৰচীয়া হাঁহ কুকুৰাও পৰে। এজনী মেচেকাই এবাৰত দুটাৰ পৰা চাৰি পাঁচটালৈকে পোৱালি জগোৱা দেখা যায়।

# তাড়িখোৰা জহামাল

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ভাইভেৰিডি

প্ৰজাতি-----পেৰাডক্চাৰচ্
হাৰমাফ্ৰডাইটাচ্

এইবিধ জহামাল সাধাৰণতে গছৰ ওপৰতহে থাকে। গছ গছনিৰে ভৰা হাবি জঙ্গলবিলাকত এই জাতীয় জহমালক দেখিবলৈ পোৱা যায়। ওখ ওখ গছৰ ডালৰ ফেৰেঙনি আৰু খোন্দৰ ভিতৰত সোমাই থাকি ইহঁতে অৱসৰৰ সময়খিনি কটায়। কেতিয়াবা দিন দুপৰত আৰু কেতিয়াবা ৰাতি ইহঁতে আশ্ৰয় লৈ থকা ঠাইৰ পৰা লাহেকৈ ওলাই আহি সৰু-সুৰা আকাৰৰ নানাবিধ প্ৰাণী ধৰি ধৰি খায়। কেতিয়াবা ইহঁতে মাটিলৈকে নামি আহে আৰু নিগনি, ভেকুলী প্ৰভৃতি নানাবিধ প্ৰাণী চিকাৰ কৰি খায়। ডাঠ হাবিত থকা প্ৰকৃতিৰ প্ৰাণী হলেও ইহঁতৰ কিছুমানে গাওঁ আৰু নগৰৰ আশে-পাশে নিগা-জীকৈ থাকিবলৈ উপযুক্ত ঠাই বাচি লয়। কিছুমানে মানুহ নথকা পুৰণি ঘৰ আৰু হাবিৰ মাজত থকা ডাক বঙলাৰ চিলিঙৰ ওপৰত আলেঙে আলেঙে থকাও কেতিয়াবা দেখিবলৈ পোৱা যায। মানুহৰ ঘৰৰ ওচৰত থাকিবলৈ লোৱা প্ৰাণীবিলাকে ঘৰচীয়া হাঁহ কুকুৰালৈও হাত মেলে। খেজুৰ গছৰ ওপৰত ওলোমাই ৰখা মাটিৰ টেকেলিৰ ভিতৰৰ পৰা তাড়িখিনি উলিয়াই উলিয়াই খায়। সেই বাবে ইয়াক তাড়ি খোৱা জহামাল বা টডি কেট বোলা হয়। বাৰীৰ কাষে পাজৰে থকা খাল ডোং আদিত ইহঁতে কেতিয়াবা চেপেটা মাৰি পাৰি থাকে আৰু ওচৰত মানুহ নথকাৰ উমান পালেই লাহেকৈ ওলাই আহি মানুহে পেলাই দিয়া বস্তুবোৰ বুটলি খায়। খোৱা বস্তু ধৰিবৰ বাবেই কিছুমান প্ৰাণীয়ে নিগাজীকৈ এনে ঠাইবোৰতে থাকে। মানুহৰ চকুত পৰিলে ইহঁতক মাৰি পেলায়। গছৰ ওপৰত থকা এনেজাতীয় প্ৰাণীয়ে মানুহলৈ ভয় কৰে। গছৰ ওপৰত বগুৱা বাই বাই ঘূৰি ফুৰোঁতে ইহঁতৰ দুই এটাক মাজে সময়ে দেখিবলৈ পোৱা যায়। তাড়ি খোৱা জহামাল গছৰ ফল মূল খোৱাতো পাকৈত।

তাড়ি খোৱা জহামালৰ গাৰ নোমবিলাক অলপ দীঘল চানেকীয়াকৈ জোৰপোহা হয়। নোমৰ বৰণ কলা হয় যদিও তাত মুগা বৰণৰ জিলিকণি থকা যেন লাগে

জাৰৰ দিনত নোমবোৰ বেছি জোপোহা হয় আৰু নোমৰ ভিতৰৰ ফালে উলৰ দৰে কোমল নোম গজে। ঠেং কেইখনৰ আগৰ ফালৰ নোমবোৰ ক'লা হয়। সন্মুখৰ নোমবোৰৰ বৰণ ক'লা যদিও চকুৰ ওপৰ আৰু গালৰ দুয়োকাষে থকা নোমবোৰ বগা হয়।

এইবিধ চিভেট কেটৰ বসতি স্থান ক্ষদূৰ বিয়পা বুলি জনা যায়। হিমালয় পৰ্বতমালাৰ পশ্চিমৰ ফালে থকা কাশ্মীৰৰ পৰা আৰম্ভ কৰি অৰুণাচল প্ৰদেশলৈকে এইবিধ



তাড়িখোৰা জহামাল

জহামালৰ বসতিস্থান বিয়পি আছে বুলি প্ৰমাণিত হৈছে। তদুপৰি পূৰ্বাঞ্চলত থকা অসম আৰু অন্যান্য চুবুৰীয়া ৰাজ্য কেইখনৰ বাহিৰে দক্ষিণ ভাৰতৰ ফালেও এই বিধ প্ৰাণীক বাস কৰা দেখা যায়। সেই ফালে থকা হাবি বননিবিলাকত এইবিধ প্ৰাণীক আন এটা প্ৰজাতিয়ে প্ৰতিনিধিত্ব কৰিছে।

তাড়িখোৰা জহামালে গছৰ খোন্দত কিম্বা পাথৰ আদিৰ ফাঁকত নানা ধৰণৰ বস্তু গোটাই লৈ বাহ সাজে আৰু মাইকী জনীয়ে তেনেবোৰ ঠাইতে পোৱালি জগায়। এজনী মাইকী তাড়িখোৰা জহামালে এবাৰত একাধিক পোৱালি জগোৱা দেখা যায়।

# পাহাৰী জহামাল

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ---- মাংসাহাৰী

গোত্ৰ----ভাইভেৰিডি

প্ৰজাতি----পাগ্‌গোমা লাৰ্ভাটা

অসমৰ ভৈয়াম অঞ্চলৰ বিভিন্ন পৰিৱেশত বাস কৰা দুবিধ জহামালৰ বিষয়ে ইতিমধ্যে আলোচনা কৰি অহা হৈছে। তাৰে এবিধক অসমীয়াত 'জহামাল' আৰু আনবিধক 'গেচেকা' বোলা হয়। আকাৰত লাৰ্জ ইণ্ডিয়ান চিভেট্ বা জহামালক নামেৰে জনাজাত প্ৰাণীবিধেই চিভেট কেট্ গোষ্ঠীৰ প্ৰাণীবিলাকৰ ভিতৰত আটাইতকৈ ডাঙৰ। ভাৰত উপ মহাদেশৰ পৰ্বতীয়া ঠাইবিলাকত যি কেইবিধ চিভেট্ কেট্ বাস কৰে সেই কেইবিধৰ ভিতৰত পাম চিভেট্ বা তাড়িখোৱা জহামালৰ বিষয়ে ইতিমধ্যে আলোচনা কৰি অহা হৈছে। এই অধ্যায়ত হিমালয়ৰ পাম চিভেট বা পাহাৰী জহামাল নামৰ আন এবিধ বিচিত্ৰ প্ৰাণীৰ বিষয়ে আলোচনা কৰিবলৈ লোৱা হৈছে। এইবিধ জহামালৰ বসতিস্থান হিমালয় শৈলমালাৰ পৰ্বতীয়া ঠাইবিলাক। এইবিধ প্ৰাণীক হিমালয়ৰ নামনি ভাগৰ অৰণ্যতো দেখা যায়। এইবিধ চিভেট কেটক ভাৰতৰ পশ্চিম ভাগত থকা কাশ্মীৰ উপত্যকাৰ পৰা আৰম্ভ কৰি গিৰিৰাজ হিমালয়ৰ মাজেদি অৰুণাচললৈকে বিয়পি থকা পাৰ্বত্য ভূমিত বাস কৰা দেখিবলৈ পোৱা যায়। ভাৰতৰ ভৌগোলিক সীমাৰেখা অতিক্ৰম কৰি পাহাৰী জহামালৰ বসতিস্থান আৰু বিচৰণ ভূমিয়ে ব্ৰহ্মদেশেদি মালয়েচিয়া, ইন্দোনেচিয়া পৰ্যন্ত বিয়পি আছে। ভাৰত মহাসাগৰৰ অশান্ত জলৰাশিৰ মাজত অৱস্থিত আন্দামান আৰু নিকোবৰ দ্বীপপুঞ্জতো এইবিধ প্ৰাণী বাস কৰে।

অন্যান্য চিভেট কেট্ জাতীয় প্ৰাণীৰ দৰেই পাহাৰী জহামালৰ গাটো দীঘল আৰু সেই অনুপাতে ইয়াৰ ঠেং কেইখনো চুটি। ঠেঙৰ পতাত থকা নখৰ সহায়ত এইবিধ প্ৰাণীয়ে গছত বগোৱা চিভেট কেটৰ দৰে গছৰ ডালে পাতে সহজে বগাই ফুৰিব পাৰে। ইহঁতৰ নোমবিলাকৰ বৰণ মুগা চানেকীয়া হয় আৰু পেটৰ তলৰ নোমবোৰ বগা হয়। ডিঙিত বগা বৰণৰ এচটা পাট্টি যেন থাই থাকে। নেজ ডাল দীঘল আৰু এই নেজৰ আগৰ নোমবোৰ ক'লা চানেকীয়া। চকুৰ ওপৰৰ ফালে আৰু তলত বগা বৰণীয়া নোমৰ উৎপত্তি হয়।

# ভালুক-মেকুৰী বা বিণ্টুৰং

শ্ৰেণী---স্তন্যপায়ী

বৰ্গ ---মাংসাহাৰী

গোত্ৰ---ভাইভেৰিডি

প্ৰজাতি---আৰ্কটিকটিচ্ বিনটুৰং

বিণ্টুৰং বা ভালুক-মেকুৰী নামৰ এইবিধ চিভেট্ কেট্ পূৰ্বাঞ্চলৰ পৰ্বতীয়া ঠাইবিলাকত থকা দেখিবলৈ পোৱা যায়। দীঘল দীঘল নোমেৰে এই জন্তুটো দেখাত ভালুকৰ দৰে। দেখাত ভালুকৰ নিচিনা হলেও ইয়াৰ গাত চিভেট কেটৰ গুণহে দেখা যায়। সেই বাবে ইয়াক ভালুক-মেকুৰী বোলা হয়। এইবিধ প্ৰাণীৰ সচৰাচৰ বসতি স্থান আৰু বিচৰণ ভূমি পূৰ্বাঞ্চলৰ পৰ্বতীয়া ঠাইবোৰ। নেপাল, ভূটান আৰু ছিক্কিমৰ পাৰ্বত্য অঞ্চলৰ পৰা আৰম্ভ কৰি ইয়াৰ বসতি স্থান অৰুণাচলৰ মাজেদি পূব ভাৰতত থকা বিভিন্ন ৰাজ্যৰ পৰ্বতীয়া ঠাইৰ বনভূমিবিলাকলৈ সম্প্ৰসাৰিত হৈছে। পাহাৰৰ নামনিৰ হাবি বননি-বিলাকৰ মাজতো এইবিধ প্ৰাণীক দেখা যায়। ভাৰতবৰ্ষৰ উপৰিও দক্ষিণ পূব এচিয়াৰ কেইবাখন দেশতো এইবিধ প্ৰাণীৰ বসতি স্থান। তাৰ ভিতৰত ব্ৰহ্মদেশ, মালয়েচিয়া আৰু ইন্দোনেচিয়া প্ৰভৃতি দেশৰ নাম উল্লেখ কৰিব পৰা যায়।

এইবিধ জন্তু সাধাৰণতে গছৰ ওপৰত থাকে। ক'লা বৰণৰ দীঘল দীঘল নোমেৰে আবৃত। জন্তুটোৰ দুয়োখন কাণৰ ওপৰত একোছাকৈ দীঘল নোম হয়। দীঘল নেজডালৰ নোমবিলাক দীঘল হোৱাৰ বাবে নেজডাল জোপোহা যেন লাগে। নেজডালৰ আন এটা বিশিষ্ট গুণ হ'ল আৱশ্যক অনুযায়ী জন্তুটোৱে গছৰ ডালত নেজেৰে মেৰিয়াই লৈ গছৰ ওপৰত বগাই ফুৰিব পাৰে। ভালুক--মেকুৰীৰ নোমবিলাক অতিপাত দীঘল হোৱাৰ বাবে চুটি ঠেং কেইখনো নোমসোপাৰ তলতে লুকাই থাকে। সেই কাৰণে গছৰ ডালত বগাই ফুৰোতে জন্তুটোৰ ঠেং কেইখন ভালদৰে চকুত নপৰে। সেই বাবে ইয়াক পেট চোঁচৰাই চোঁচৰাই যোৱা প্ৰাণী যেনহে লাগে। ইহঁতৰ দীঘল নোমবোৰ ঠৰঙা আৰু এই নোমৰ মাজত গজা বগা বৰণীয়া নোমবোৰ জিলিকি থাকিলেও জন্তুটোক ক'লাহে দেখা যায়।

দিনৰ ভাগত জন্তুটোৱে শুই থকাৰ সময়ত দীঘল নেজডাল ধনুভিৰীয়াকৈ মূৰৰ ওপৰৰ পৰা ঘূৰাই আনি তাৰ মাজতে মূৰটো গোঁজ মাৰি লৈ চেপেটা হৈ থাকে। এই

অৱস্থাতে জংঘটৌৰে গভীৰ নিদ্ৰাত পৰা দেখিবলৈ পোৱা যায়। ওখ হাবিৰ গছ-গছনিৰ ওপৰত থকা আৰু বিশেষকৈ নিশাচৰ প্ৰকৃতিৰ প্ৰাণী হোৱাৰ বাবে ইয়াক সহজে দেখা নাযায়। টৰ্চ্চ লাইটৰ সহায়ত নিশা কেতিয়াবা অভয়াৰণ্যৰ মাজত থকা গছ গছনিৰ ওপৰত গাই ফুৰা অৱস্থাত ইয়াৰ দুই এটা প্ৰাণীক কেতিয়াবা এবাৰচে টকৈ দেখা যায়।




ভালুক-মেকুৰী বা বিন্টুৰং

চিৰিয়াখানাবিলাকত প্ৰতিপালন কৰি ৰাখিবৰ বাবে এইবিধ প্ৰাণীক কেতিয়াবা কেতিয়াবা হাবিৰ মাজৰ পৰা ধৰি অনাৰ ব্যৱস্থা কৰা হয়। স্বাধীনচিতীয়া ভাৱে গভীৰ অৰণ্যভূমিৰ মাজত বাস কৰা বিধৰ প্ৰাণী হোৱাৰ বাবে ই বান্দোনত থাকিবলৈ ইচ্ছা নকৰে আৰু সকলো সময়তে পলাই যাবলৈ চেষ্টা কৰে। ভাৰতীয় বন্যপ্ৰাণী সংৰক্ষণ আইন অনুযায়ী এই বিধ দুৰ্লভ প্ৰাণীক নিষিদ্ধ প্ৰাণী বুলি গণ্য কৰা হৈছে।

# মেকুৰী জাতীয় প্ৰাণীবিলাক

মেকুৰী আৰু বাঘ জাতীয় প্ৰাণীবিলাকক এটা বেলেগ কুল বা গোত্ৰত অন্তৰ্ভুক্ত কৰা হৈছে। এই জন্তুবিলাকে অন্যান্য জন্তুৰ মাংস খাই জীৱন ধাৰণ কৰে। সেই কাৰণে ইহঁতক মাংসাহাৰী জন্তু বুলি কোৱা হয়। এইবিলাক জন্তুৰ বাহিৰেও বিভিন্ন প্ৰাণীয়ে জীৱন ধাৰণৰ বাবে আন জন্তুৰ মাংসৰ ওপৰত নিৰ্ভৰ কৰে। তেনে শ্ৰেণীৰ প্ৰাণীকো মাংসাহাৰী জন্তু বোলা হয়। যেনে কুকুৰ, ভালুক, সিভেট্ কেট্ আদি প্ৰাণীৰ নাম এই সম্পৰ্কত উল্লেখ কৰিব পৰা যায়। উল্লেখযোগ্য যে চিকাৰ ধৰি খাবৰ বাবে মাংসাহাৰী জন্তুৰ চোকা দাঁত, নখ আদি গজা দেখা যায়। আটাইবিলাক মাংসাহাৰী জন্তুৰ ভিতৰত মেকুৰী আৰু বাঘ গোষ্ঠীৰ প্ৰাণীবিলাকৰ কিছুমান অভাৱনীয় গুণ দেখা যায়। সৰু সৰু আকাৰৰ মেকুৰীয়েই হওক বা বিৰাট আকাৰৰ বাঘ অথবা সিংহই হওক এইবিলাক জন্তুৰ দেহত থকা কিছুমান বৈশিষ্ট্য অন্য কোনো মাংসাহাৰী জন্তুৰ গাত দেখা দেখা নাযায়। মাংসাহাৰী তথা চিকাৰ বিলাসী প্ৰাণীবিলাকৰ ভিতৰত এই প্ৰাণীবোৰে সৰ্বোচ্চ স্থান লাভ কৰিব পাৰিছে।

এইবিলাক জন্তুৰ শ্ৰৱণ আৰু দৃষ্টিশক্তি প্ৰবল। ইহঁতৰ কাষেদি যোৱা যেই কোনো জন্তুৰ শব্দ ইহঁতৰ কাণত পৰিলে তৎক্ষণাৎ সজাগ হৈ জন্তুটো ধৰিবৰ বাবে সাজু হয়। দৃষ্টিশক্তিৰ ক্ষেত্ৰত দেখা যায় যে এই প্ৰাণীবিলাকে সিহঁতৰ পৰা লক্ষ্য কৰিয়েই চিকাৰৰ ওপৰত সহজে দৃষ্টি নিক্ষেপ কৰিব পাৰে। চিকাৰৰ জন্তু এবাৰ চকুত পৰিলেই ইহঁতে নানা কৌশলেৰে কাষ চাপি আচম্বিতে জন্তুটোৰ ওপৰত জপিয়াই পৰি আক্ৰমণ কৰে। এই প্ৰাণীবিলাকৰ মুখৰ আগভাগত কেইডালমান ঠৰঙা গোঁফ গজে। এই গোঁফ কেইডালৰ সহায়ত জন্তুটোৱে যেই কোনো বস্তু স্পৰ্শ কৰি তাৰ গুণাগুণ নিৰ্ণয় কৰিব পাৰে। তদুপৰি ইহঁতৰ আগ ঠেং দুখনৰ আঙুলিৰ মাজত হোৱা অলপ দীঘল নোমখিনিয়েও স্পৰ্শৰ দ্বাৰা বস্তুৰ গুণাগুণ নিৰ্ণয় কৰাত এই প্ৰাণীবোৰক সহায় কৰে।

মেকুৰী তথা বাঘ গোষ্ঠীৰ প্ৰাণীয়ে ঠেঙৰ আগ ভাগেৰে মাটিত খোজ কাঢ়ে। গোবোৰা কেইটা মাটিত নপৰাকৈ আলাসতে ডাং খাই থাকে বাবে মানুহৰ দৰে ভৰিৰ পতাৰ তলুৱা কোমল মাটিত নপৰে। তলুৱাৰ আঙুলিৰে খোজ কঢ়াৰ বাবে এই প্ৰাণীবিলাকক ডিজিটিগ্ৰেট শ্ৰেণীৰ প্ৰাণী বোলা হয়। মেকুৰী গোষ্ঠীৰ জন্তুৰ নখৰ বৈশিষ্ট্য এয়ে যে জন্তুটোৰ নখবোৰ সাধাৰণতে আঙুলিৰ আগ ভোৱাৰত ওলাই নাথাকে, আঙুলিৰ মাজত এটা খাপৰ ভিতৰতহে সোমাই থাকে। নখটো এইদৰে খাপৰ ভিতৰত সোমাই থকাৰ কাৰণে মাটিত খোজ কাঢ়োতে ঘঁহনি খাই ক্ষয় নাযায়। সেই

পৰে এইবিধ জন্তুৰ কাচিদেশত কোনো মা সগ্ৰহিত থকা দেখা যায়। সেই কাৰণে এইবিধ প্ৰাণীৰ গাবপৰা কোনো প্ৰকাৰৰ গোন্ধ নোলায়।



ফুটুকী-জহামাল বা স্পটেড্ লিন্‌চাং

ফুটুকী জহামালে গছৰ ওপৰত বগাই ফুৰা সৰু-সুৰা প্ৰাণী ধৰি খাই জীৱন ধাৰণ কৰে। গছৰ ডালত পৰা চৰায়ো দুই চাৰিটা কেতিয়াবা এইবিধ প্ৰাণীয়ে ধৰি খায়। গছৰ ওপৰত বাহ সাজি [illegible] চৰাইয়েও এইবিধ জহামালৰ উৎপাতত থাকিব নোৱাৰে। গছৰ ওপৰত বাহ সজা চৰাইবোৰে সেই কাৰণে চাইচিতিহে বাহ সাজিবৰ বাবে ঠাই বাচি লয়। সুমাত্ৰা, জাভা দ্বীপপুঞ্জত বাস কৰা স্পটেড্ লিনচাং বা ফুটুকী জহামালৰ

গাত দীঘলীয়া আচৰ উৎপত্তি হোৱা দেখা যায়। এইবিধ ঐহামাৰে সাধাৰণতে গছৰ ওপৰত বাস কৰে আৰু নানা বিধৰ সৰু সৰু আকাৰৰ প্ৰাণীবোৰ ধৰি ধৰি খাই জীৱন ধাৰণ কৰে। কেতিয়াবা কেতিয়াবা ইহঁত গাচনিলৈকে নামি আহি মাটিত বগাই ফুৰা প্ৰাণীবোৰ ধৰি ধৰি খায়। ইয়াৰ বাহিৰে আফ্ৰিকা মহাদেশৰ অংশত এই শ্ৰেণীৰ আন এবিধ প্ৰাণী বাস কৰে। ইহঁতৰ গাৰ দাগবিলাক দেখাত নিচেই সৰু।

ঘুটুৰী ঐহামাৰে বছৰত দুবাৰকৈ পোৱালি জগায়। গছৰ খোৰ্ৰা তেনে ধৰণৰ সুবিধা জনক ঠাইত ই সেৰ পাৰি শোৱাই থাকে। মাইকী জন্তুয়ে তেনেবোৰ ঠাইতে পোৱালি জগায়। ইহঁতবোৰে সাধাৰণতে দুটাকৈ পোৱালি জগায়।



# ফুটুকা জহামাল

শ্ৰেণী---স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ভাইভেৰিডি

প্ৰজাতি-- প্ৰিয়ন'দন্

পাৰ্ডিকলৰ

ইতিমধ্যে আলোচনা কৰি অহা চিভেট্ কেট্ বা জহামাল গোষ্ঠীৰ প্ৰাণীবিলাকৰ বাহিৰেও আন এবিধ আটিকধুনীয়া প্ৰাণী গভীৰ অৰণ্যত আলেহে আলেহে বাস কৰা দেখা যায়। এইবিধ প্ৰাণীৰ বসতিস্থান পূব ভাৰতৰ পাৰ্বত্য অঞ্চল বিলাকেই বুলি প্ৰমাণ পোৱা গৈছে। ইয়াক স্পটেড্ লিনচাং বা টাইগাৰ চিভেট বোলা হয়। অসমীয়া ভাষাত এইবিধ প্ৰাণীক 'ফুটুকী জহামাল' বোলা হয়। অসমৰ ভৈয়াম অঞ্চলত থকা মেচেকাৰ লগত এইবিধ প্ৰাণীৰ সাদৃশ্য দেখা যায়। গতিকে পৰ্বতীয়া মেচেকা বুলিও কব পৰা যায়। অসমত এই বিধ চিভেট্ বিৰল বাবে আৰু মেচেকাৰ লগত ইয়াৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণাগুণৰ মিল থকা বাবে অসমীয়া ভাষাত ইয়াৰ বেলেগ নাম থকাৰ কথা জনা নাযায়। ইয়াৰ বসতিস্থান নেপাল আৰু ভূটান পৰ্যন্ত সম্প্ৰসাৰিত হৈ থকাৰ কথা জনা যায়। দক্ষিণ পূব এচিয়াৰ ব্ৰহ্মদেশ আৰু অন্যান্য দেশতো এইবিধ প্ৰাণী বাস কৰে। ভূটীয়া বিলাকে ইয়াক 'জিক-চোম' বোলে আৰু লেপচা সম্প্ৰদায়ৰ মানুহে এইবিধ প্ৰাণীক বুজাবলৈ চুইলিও বা চিলিও শব্দ দুটা ঠাই অনুযায়ী ব্যৱহাৰ কৰে। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে ফুটুকী জহামালৰ সচৰাচৰ বসতিস্থান হিমালয় শৈলমালাৰ নামনিৰ পৰ্বতীয়া অঞ্চলত। অসমৰ অন্তৰ্গত সীমা মূৰীয়া হাবি বননি বিলাকো এইবিধ প্ৰাণীৰ বসতিস্থান।

ফুটুকী জহামালৰ সন্মুখ ভাগৰে পৰা মোটে দীঘল চানেকীয়া দেহাটো অতিপাত দীঘল হোৱা দেখা যায়। মুগা বৰণীয়া গাত ফুটুকা ফুটুকী দাগৰ উৎপত্তি হয়। পিঠিৰ ওপৰৰ দাগবোৰ ভমকা-ফুলীয়া হয় আৰু দেহৰ তলৰ ফালে থকা দাগবোৰ ক্ৰমে সৰু হয়। দেহৰ আগ ভাগৰপৰা ডপিনালৈকে থকা এই দাগবোৰ শাৰী শাৰীকৈ সজাই থোৱা যেনহে লাগে। ঠেং কেইখনৰ ফুটুকা দাগবোৰ দেহৰ পৰা ঠেঙৰ আগভাগলৈ সজোৱা থাকে। ফুটুকী জহামালৰ নেজডাল গাটোতকৈ কম দীঘল নহয়। তদুপৰি নেজডালত আঙঠিৰ নিচিনাকৈ ক'লা বৰণৰ খাপ কটা দাগ দেখা যায়। জন্তুটোৰ আকাৰৰ তুলনাত ঠেং কেইখন চুটি হোৱা দেখা যায়। জহামাল গোষ্ঠীৰ অন্য প্ৰাণীৰ

কাৰণে নখ কেইটা সকলো সময়তে খুব চোকা হৈ থাকে। কোনো চিকাৰৰ জন্তুক খপিয়াই ধৰিবলগীয়া হলে জন্তুটোৱে নখ কেইটা নিজৰ ইচ্ছানুযায়ী খাপৰ মাজৰ পৰা বাহিৰ কৰি লয়। চিকাৰৰ জন্তুৰ গাত তলুৱা খনেৰে থাপ মাৰি ধৰাৰ লগে লগে চোকা নখবোৰ জন্তুটোৰ গাত সোমাই পৰে আৰু সি লৰচৰ কৰিব নোৱাৰা হৈ পৰে। মেকুৰী গোষ্ঠীৰ প্ৰাণীৰ বাহিৰে অন্য কোনো মাংসাহাৰী জন্তুৰ নখত এনে বৈশিষ্ট্য দেখা নাযায়।

মেকুৰী তথা বাঘ গোষ্ঠীৰ প্ৰাণীবিলাকৰ দাঁতৰ গঠন অলপ বিশেষ ধৰণৰ। এই শ্ৰেণীৰ প্ৰাণীয়ে দাঁতৰ সহায়ত চিকাৰৰ জন্তু সহজে কামোৰ মাৰি ধৰি কুটা কৰিব পাৰে। গাৰ পৰা মাংস ছিঙি আনি গুৰি দাঁতেৰে চোবাই টুকুৰা টুকুৰ কৰাত এই প্ৰাণীবোৰৰ অকণো অসুবিধা নহয়। যি কেইটা আগ দাঁতেৰে চিকাৰৰ জন্তুৰ মাংস কামোৰ মাৰি ছিঙি আনে সেই কেইটা দাঁতক কুকুৰদাঁত বোলা হয়।

এই প্ৰাণীৰ ওঠৰ তলতে দুটা সৰু সৰু দাঁতৰ উৎপত্তি হয়। হাড়ৰ পৰা মাংস এৰুৱাই অনাত সুবিধা হয় বাবে এই দুটা দাঁতক ছিঙি খোৱা দাঁত বোলা হয়। ইহঁতৰ গুৰি দাঁতৰ ওপৰ ভাগ এনে ধৰণে খাঁজ কটাকৈ থাকে যে সেই দাঁতৰ সহায়ত ইহঁতে সহজে হাড় মাংসবোৰ ভাঙি টুকুৰা কৰিব পাৰে। এই দাঁতবোৰ হাড়ৰ মাজত পোত খাই থাকে বাবে জন্তু এটাক কামোৰ মাৰি থেকেচা খেকেচি কৰিলেও সিহঁতৰ খাঁজ নলৰে। কুকুৰদাঁত আৰু গুৰি দাঁতৰ মাজৰ অংশত কোনো দাঁতৰ উৎপত্তি হোৱা দেখা নাযায়। কুকুৰদাঁতৰ সহায়ত ছিঙা অনা মাংসখিনি চোবাই গুৰি কৰাৰ আগতে মুখৰ ভিতৰত লবৰ বাবে সুবিধা হৈ পৰে। গুৰিদাঁত বোৰক ক্ৰমে "মʼলাৰ" আৰু "প্ৰিমʼলাৰ" বোলা হয়। মাংস আৰু হাড়বোৰ ভাঙি ছিঙি গুৰি কৰিবলৈ এইবিলাক দাঁত অপৰিহাৰ্য্য। ওপৰ আৰু তলৰ পাৰি দাঁত লাগি থকা হাড় দুডাল লাওখোলাত উৎপত্তি হয় আৰু সেই দুডাল হাড়তে এই দাঁতবোৰ নিখুট ভাবে লগা থাকে। এই শক্তি সম্পন্ন হাড় দুডালে মাংস, হাড় আদি অতি সহজে ছিঙি ভাঙি গুৰি কৰে। এই মাংসাহাৰী বিধ প্ৰাণীৰ দাঁতৰ বৈশিষ্ট্য মন কৰিব লগীয়া।

মেকুৰী গোষ্ঠীৰ প্ৰাণীবিলাকৰ জিভাৰ উপৰিভাগ খহটা। খোৱা বস্তুৰ সোৱাদ লোৱাতকৈও তৎক্ষণাৎ পেটৰ ভিতৰলৈ আহাৰ ঠেলি পঠোৱাতহে এই জিভাখনে বেছি সহায় কৰে। তদুপৰি মৰা জন্তুৰ হাড় বা ছালত লাগি থকা মাংসবোৰ এই খহটা জিভাখনে এৰুৱাই অনাত সহায় কৰে। হাবিবনৰ মাজত নিজকে থাপ খুৱাই ৰাখি চিকাৰী বা অন্য জন্তুৰ আক্ৰমণৰ পৰা হাত সাৰি থাকিবৰ সুবিধাৰ বাবে এই বিধ জন্তুৰ ছালৰ ৰং বিশেষ ধৰণৰ হয়। ঢেকীয়াপতীয়া বাঘৰ ছালত দীঘল দীঘল পটি থকা বাবে পাৰিপাৰ্শ্বিক অৱস্থাৰ লগত চিনিব নোৱাৰাকৈ মিলি থাকে। গোধা-ফুটুকী বাঘ, নাহৰ-ফুটুকী বাঘ আৰু তেনে ধৰণৰ অন্যান্য মেকুৰী গোষ্ঠীৰ প্ৰাণীৰ গাৰ লোমৰ বৰণ আৰু গঠনৰ আকৃতিয়ে হাবিত নিজক চিনিব নোৱাৰাকৈ লুকাই থকাত ইহঁতক সহায় কৰে।

ওপৰত উল্লেখ কৰা কথাৰ পৰা সহজে অনুমান হয় যে মাংসাহাৰী জন্তু হিচাপে মেকুৰী গোষ্ঠীৰ জন্তুৰ দেহত কিছুমান শাৰীৰিক আৰু চাৰিত্ৰিক গুণাগুণে চৰম পৰিণতি লাভ কৰিছে।

ভাৰত উপ-মহাদেশৰ অন্তৰ্গত থকা এই গোষ্ঠী প্ৰাণীৰ গাইগুটীয়া বিবৰণ তলত উদ্ধৃত কৰা প্ৰবন্ধ সমূহৰ মাধ্যমেৰে প্ৰতিফলিত কৰিবলৈ চেষ্টা কৰা হৈছে



# ভাৰতৰ সিংহ

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ—মাংসাহাৰী

গোত্ৰ—ফেলিডি

প্ৰজাতি—পান্থেৰা লিওপাৰ্চিকা

সিংহক পশুৰ ৰজা বোলা হয়। এই মাংসাহাৰী মহা-পৰাক্ৰমী জন্তু বিশেষক শক্তিৰ প্ৰতীক বুলি ক'ব পাৰি। চেকীয়াপতীয়া বাঘৰ বাহিৰে অন্য কোনো মেকুৰী গোষ্ঠীৰ প্ৰাণীয়ে সিংহৰ লগত সমানে সমানে ফেৰ মাৰিব নোৱাৰে। শাৰীৰিক আৰু চাৰিত্ৰিক দিশত এইবিধ প্ৰাণীৰ দেহত কিছুমান বৈশিষ্ট্য দেখা যায়। সিংহৰ গলদেশত উৎপত্তি হোৱা দীঘল দীঘল নোম বা চুলি অন্য কোনো মেকুৰী জাতীয় প্ৰাণীৰ দেহত দেখিবলৈ পোৱা নাযায়। ডিঙিত উৎপত্তি হোৱা এই চুলিবোৰক কেশৰ বোলা হয়। সিংহৰ নেজৰ আগভাগতো একোছা দীঘল চাপেকীয়া চুলিৰ থোপা থাকে। সিংহৰ ককালটো বাঘ আৰু মেকুৰী গোষ্ঠীৰ জন্তুবোৰৰ ককালৰ তুলনাত চিৰা হয়। সেই বাবে এইবিধ মাংসাহাৰী জন্তুৰ মহা পৰাক্ৰমী ৰূপ দেখা যায়। খাওঁ খাওঁ মূৰ্তিৰ চকু ৰোৱাৰে সৈতে জন্তুটোক দেখিলে ভয়ত গাৰ নোম ডালি ডালি হ'ব খোজে। ওঁঠৰ আগৰ ফালে থকা নোমখিনিও অলপ দীঘল হোৱা দেখা যায়। দেহৰ অন্যান্য ঠাইৰ নোমৰ বৰণ বগচীয়াকৈ মুগা হয়। নোমৰ ওপৰত কোনো বিচিত্ৰ ৰঙৰ সমাবেশ ঘটা দেখা নাযায়। উল্লেখযোগ্য যে সিংহিনীৰ দেহত কোনো কেশৰৰ উৎপত্তি নহয়।

বৰ্তমান ভাৰতবৰ্ষৰ কেৱল গুজৰাটতহে স্বাভাৱিক পৰিৱেশত স্বাধীন চিতীয়া ভাবে ভাৰতীয় সিংহ বাস কৰা দেখিবলৈ পোৱা যায়। এইখন ৰাজ্যৰ অন্তৰ্গত কাথিয়াৰ উপদ্বীপৰ গীৰ নামৰ ৰাষ্ট্ৰীয় উদ্যানত এতিয়া প্ৰায় ৪০০ মান বনৰীয়া সিংহ আছে বুলি জনা যায়। অতীজতে ভাৰতীয় সিংহৰ বাসস্থান আৰু বিচৰণ ভূমি উত্তৰ ভাৰতৰ বহুতো ঠাইলৈ বিয়পি আছিল। ভাৰতবৰ্ষৰ ভৌগোলিক সীমাৰেখা অতিক্ৰম কৰি এইবিধ প্ৰাণীৰ বসতিস্থান পশ্চিমৰ ফালে ইৰাক আৰু ইৰাণ পৰ্যন্ত সম্প্ৰসাৰিত হৈ আছিল। এতিয়া এই দুখন দেশৰ অৰণ্যত সিংহ দেখা নাযায়। আফ্ৰিকা মহাদেশৰ আৰু ভাৰতীয় সিংহৰ চেহেৰা পাৰ্থক্যত সামান্য প্ৰভেদ পৰিলক্ষিত হয়। 'ভাৰতীয়

সিংহ'ৰ বাহিৰে অন্য কোনো জাতীয় সিংহ এচিয়া মহাদেশত নোহোৱাৰ বাবে এইবিধ সিংহক এচিয়া মহাদেশীয় সিংহৰ আখ্যা দিব পাৰি। আফ্রিকাৰ সিংহৰ তুলনাত এচিয়াৰ সিংহৰ গলধন আৰু ডিঙিত উৎপন্ন হোৱা কেশৰত কম পৰিমাণৰ চুলি হোৱা দেখা যায়। ইয়াৰ নেজৰ আগভাগৰ নোমৰ দীৰ্ঘতা আফ্রিকাৰ সিংহৰ নেজৰ নোমতকৈ বেছি হয়। তদুপৰি নেজৰ আগত থকা চুলিৰ পৰিমাণো তুলনামূলক ভাৱে বেছি হোৱা দেখা যায়। ওপৰে ওপৰে লক্ষ্য কৰিলে দুয়োবিধ সিংহৰ মাজত যে কিবা ব্যৱধান আছে এই কথা ঠাৱৰ কৰা টান হৈ পৰে।



ভাৰতীয় সিংহ

সিংহক গভীৰ অৰণ্যভূমিত বাস কৰা প্রকৃতিৰ প্রাণী বুলি ক'ব নোৱাৰি। গীৰ বাগীচা উদ্যানত থকা পাতলীয়া হাবি আৰু তৰুৱা কদম জাতীয় সৰু-সুৰা গছ আৰু মজলীয়া আকাৰৰ ছিৰিলিপতীয়া গছ থকা পৰিৱেশতে ভাৰতীয় সিংহ বাস কৰা দেখা

যায়। ঢেকীয়াপতীয়া বাঘৰ নিচিনাকৈ সিংহক অকলশৰীয়াকৈ বিচৰণ কৰি কুৰা দেখা নাযায়। সিহঁতে সাধাৰণতে জাক বান্ধি বাস কৰে। সেই বাবেই সিহঁতক সমাজ-প্ৰিয় প্ৰাণী বুলি ক'ব পাৰি। মাক-পোৱালিৰ সমাবেশত একোটা সৰু সুৰা জাকৰ সৃষ্টি হয়। সিংহিনীহঁতৰ লগ লাগি মতা সিংহবিলাকে কেতিয়াবা একোটা একোটা ডাঙৰ জাকৰ সৃষ্টি কৰে। একেলগে জাক পাতি থকা সিংহবিলাকৰ মাজত কাজিয়া-পেচালৰ সূত্ৰপাত পৰিলক্ষিত নহয়। আনকি সিহঁতৰ মাজৰে কোনো এটা সিংহই চিকাৰ কৰি কোনো জন্তু মাৰি আনিলে গোটেইমখাই চাৰিওফালৰ পৰা বেৰিকুৰি জন্তুটোৰ মাংসবোৰ টানি-আজুৰি খোৱাত লাগি যায়। ঢেকীয়াপতীয়া বাঘৰ এনে সামাজিক গুণ দেখা নাযায়। বাঘে চিকাৰৰ জন্তু মাৰি হাবিৰ মাজলৈ টানি নি অকলশৰীয়াকৈ খাবলৈহে ভাল পায়। গীৰ ৰাষ্ট্ৰীয় উদ্যানৰ অন্তৰ্গত নীলগাই, ফুটুকীহৰিণ, চাৰি শিঙীয়া এন্টেলোপ, চিন্‌কাৰা প্ৰভৃতি নানাবিধ তৃণভোজী প্ৰাণী বাস কৰে। ৰাষ্ট্ৰীয় উদ্যানত বাস কৰা সিংহবিলাকে সুবিধা বুজি তৃণভোজী প্ৰাণীৰ দুই-এটাক ধৰি ধৰি খায়।

এই তৃণভোজী প্ৰাণীবিলাকৰ বাহিৰে গীৰ ৰাষ্ট্ৰীয় উদ্যানত আন কেৰাবিধো মাংসাহাৰী জন্তু বাস কৰে। ইহঁতৰ ভিতৰত নাহৰ-ফুটুকী বাঘৰ নাম বিশেষ ভাবে উল্লেখ কৰিব পাৰি। গীৰ ৰাষ্ট্ৰীয় উদ্যানত নাহৰ-ফুটুকী বাঘৰ সংখ্যা এতিয়া আশাতীতভাৱে বৃদ্ধি পোৱা দেখা গৈছে। উল্লেখযোগ্য যে সিংহৰ দৰে এই নাহৰ-ফুটুকী বাঘেও খাদ্যৰ বাবে উদ্যানত বাস কৰা তৃণভোজী প্ৰাণীবোৰৰ ওপৰতে নিৰ্ভৰ কৰি থাকিব লগীয়া হয়। এই বিষয়ত এই দুয়ো প্ৰকাৰ প্ৰাণীৰ মাজত প্ৰতিযোগিতাৰ সৃষ্টি হোৱা দেখা গৈছে। অৱশ্যে মহা পৰাক্ৰমী সিংহৰ লগত হেতা-ওপৰা কৰিবলৈ সিহঁতে সাহস নকৰে। সেই বাবে উদ্যানৰ আশে পাশে থকা গাওঁবিলাকত প্ৰৱেশ কৰি এই নাহৰ-ফুটুকী বাঘবিলাকে ঘৰচীয়া জন্তু চিকাৰ কৰি খাবলৈ আৰম্ভ কৰিছে। ৰাষ্ট্ৰীয় উদ্যানৰ পৰিচালকসকলে কিছুমান নাহৰ ফুটুকী বাঘক কৰায়ত্ত কৰি স্থানান্তৰৰ ব্যৱস্থা হাতত লবলগীয়া হৈছে।

সিংহৰ গৰ্জনিত মানুহৰ কাণ ফাটে বুলি এষাৰ কথা অসমীয়া সমাজত প্ৰচলিত। ইয়াৰ দ্বাৰা এটা কথা অনুমান কৰিব পাৰি যে সিংহবিলাকে প্ৰকাণ্ড শব্দ কৰি আকাশ-পাতাল কপোৱাৰ অৱস্থা সৃষ্টি কৰিব পাৰে। সিংহনাদৰ ভয়াবহ শব্দই ওচৰৰ ঠাইত বাস কৰা মানুহৰ মাজত আতঙ্কৰ সৃষ্টি কৰে। সিংহই সাধাৰণতে ডোক-মোকালি পৰত গোজৰিবলৈ আৰম্ভ কৰে। দোভাগ নিশা আৰু ভৰ-দুপৰতো কেতিয়াবা সিংহৰ আৰ্তনাদ শুনা যায়। গীৰ ৰাষ্ট্ৰীয় উদ্যানৰ কাষে পাজৰে থকা মানুহে কেতিয়াবা এই অৱস্থাৰ সন্মুখীন হ'ব লগীয়া হয়। উল্লেখযোগ্য যে গুৱাহাটীৰ চিৰিয়াখানাত লালন-পালন কৰি ৰখা সিংহ কেইটাৰ ভয়াবহ গৰ্জনি প্ৰায়েই শুনিবলৈ পোৱা যায়।

ইতিপূৰ্বে উল্লেখ কৰি অহা হৈছে যে গীৰ অভয়াৰণ্য তথা ৰাষ্ট্ৰীয় উদ্যানৰ বাহিৰে ভাৰতবৰ্ষৰ অন্য কোনো ঠাইত সিংহ জাতীয় প্ৰাণীক স্বাভাৱিক পৰিবেশত স্বাধীনচিতীয়া ভাৱে বাস কৰা দেখিবলৈ পোৱা নাযায়। অৱশ্যে মহাৰাষ্ট্ৰৰ বৰিভুলি ৰাষ্ট্ৰীয় উদ্যান আৰু উৰিষ্যাৰ নন্দন কানন উদ্যানত সিংহক মুকলি মূৰীয়া ভাৱে আহল বহল পৰিবেশত

যেনি যি চাফাৰি পাৰ্কৰ আকৰ্ষণীয় অনুষ্ঠান পাতি তোলা হৈছে। এই চাফাৰিৰ ভিতৰলৈ উদ্যান পৰিচালকসকলে ব্যৱস্থা কৰি ৰখা নিৰাপদজনক যন্ত্ৰচালিত বাহনত আৰোহণ কৰি দৰ্শকসকলে সিংহবোৰৰ নিচেই কাষলৈকে যাব পাৰে। ভাৰতবৰ্ষৰ অন্যান্য স্বাভাৱিক পৰিৱেশত যাতে সিংহ প্ৰতিপালন কৰি বিকল্প আবাস ভূমিৰ সৃষ্টি কৰিব পৰা যায় তাৰ বাবে সংশ্লিষ্ট কৰ্তৃপক্ষই ইতিমধ্যে ব্যৱস্থা হাতত লৈছে। অৱশ্যে এই আঁচনি এতিয়ালৈকে কৃতকাৰ্যভাৱে সম্পাদন কৰিব পৰাৰ লক্ষণ দৃষ্টিভূত হোৱা নাই।

সিংহ জাতীয় প্ৰাণীয়ে বছৰৰ যিকোনো সময়তে পোৱালি জগায় বুলি প্ৰমাণিত হৈছে। গীৰ ৰাষ্ট্ৰীয় উদ্যানত বাস কৰা সিংহ-সিংহীবোৰৰ মাজত শীতকালত মিলা প্ৰীতি ভাৱ দেখা যায়। মাঘ-ফাগুণ মাহত সিংহীবিলাকে পোৱালি জগায় আৰু এবাৰত এটাতকৈ বেছি পোৱালি জগায়। গৰ্ভ ধাৰণৰ সময় ১১৬ দিন বুলি জনা যায়। মতা মাইকী উভয়ে মিলি পোৱালিবোৰক প্ৰতিপালন কৰি ডাঙৰ দীঘল কৰে।



# ঢেকীয়াপতীয়া বাঘ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ফেলিডি

প্ৰজাতি----পান্থেৰা টাইগ্ৰিচ

মেকুৰী গোষ্ঠীৰ প্ৰাণীৰ ভিতৰত ঢেকীয়াপতীয়া বাঘেই আকাৰত আটাইতকৈ ডাঙৰ হয়। মহা পৰাক্ৰমী সিংহৰ বাহিৰে বাঘৰ লগত ফেৰ মাৰিব পৰা দ্বিতীয় বিধ মেকুৰী গোষ্ঠীৰ প্ৰাণী থকাৰ কথা জনা নাযায়। এই দুবিধ প্ৰাণীয়ে কেতিয়াবা যুদ্ধত অৱতীৰ্ণ হলে অৱশেষত কোনে কাক নগৰাই [illegible] পাৰিব তাক আগতীয়াকৈ কোৱা টান। ঢেকীয়াপতীয়া বাঘৰ নোমৰ বৰণ হালধীয়া হোৱা দেখা যায়। গোটেই গাতে শুক্লবৰ্ণৰ দীঘল-পহীয়া দাগ বা আঁচ থাকে। ঢেকীয়া গছৰ পাতৰ দৰে এই আঁচবোৰ জন্তুটোৰ দেহত বিয়পি থকাৰ বাবে এইবিধ প্ৰাণীক আমাৰ ভাষাত ঢেকীয়াপতীয়া বাঘ বুলি কোৱা হয়। জন্তুটোৰ মুখমণ্ডলত আঁকা-বিকা দাগৰ উৎপত্তি হয়। ঠেং কেইখনত হোৱা বগা বৰণৰ আঁচবোৰ পথালি পথালিকৈ সজাই ৰখা যেন লাগে। মতা বাঘৰ তুলনাত বাঘিনীৰ গাটো পাতলীয়া হোৱা দেখা যায়। আঁকা-বিকা দাগেৰে ঢেকীয়াপতীয়া বাঘ দেখাত শুৱনী হয়। চিকাৰ-বিলাসী আৰু মাংসাহাৰী প্ৰাণী হলেও বাঘে যিকোনো সময়তে জন্তু নিধন কৰা দেখা নাযায়। পেটৰ ক্ষুধা নিবাৰণৰ বাবে সি চিকাৰোপযোগী এটা জন্তু বিচাৰি লয়। সেইটো জন্তুক বধ কৰি খাদ্যৰ অভাৱ পূৰ্ণ কৰিলে সি আন জন্তুৰ মাজত অকাৰণতে সন্ত্ৰাসৰ সৃষ্টি নকৰে। সেই কাৰণে বাঘক উদাৰ প্ৰাকৃতিৰ উচ্চমনা প্ৰাণী বোলা হয়।

সাধাৰণতে ঢেকীয়াপতীয়া বাঘে গভীৰ অৰণ্যত বাস কৰিবলৈ ভাল পায়। উলু বৰতা, ইকৰা, খাগৰি প্ৰভৃতি ওখ ওখ ঘাঁহ জাতীয় উদ্ভিদেৰে ভৰপূৰ হৈ থকা আৰু, সেৰেঙা সেৰেঙা গছ গছনি থকা হাবি বননিয়ে এইবিধ প্ৰাণীৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰিব পাৰে। ভিন্ ভিন্ জলবায়ুত প্ৰাধান্য লাভ কৰা নানা প্ৰকাৰৰ বাতাবৰণত ইহঁতে কৃতকাৰ্যতাৰে জীৱন নিৰ্বাহ কৰিব পাৰে। আচলতে চিকাৰৰ উপযোগী জন্তু যথেষ্ট পৰিমাণে থকা বা নথকাৰ অৱস্থাই ইহঁতৰ বাবে অনুকূল পৰিবেশ সৃষ্টি কৰা বা নকৰাত পোনপটীয়া অৰিহণা যোগায়। বনৰীয়া জন্তুৰ অভাৱ হলে ঢেকীয়াপতীয়া বাঘে মাজে সময়ে গাঁৱৰ ভিতৰলৈ সোমাই গৰু, ছাগলী আদি ঘৰচীয়া

জন্তুকো আক্ৰমণ কৰে। বাঘে সাধাৰণতে মানুহলৈ ভয় কৰে আৰু থকা ঠাইৰ ওচৰেদি মানুহ অহা যোৱা কৰাৰ গম পালে ই লাহেকৈ হাবিৰ মাজলৈ সোমাই যায়। কেনেবাকৈ মানুহৰ দ্বাৰা আক্ৰান্ত হ'লে কিম্বা ভোকত আতুৰ হোৱাৰ সময়ত চিকাৰৰ উপযোগী প্ৰাণী বিচাৰি নাপালে কেতিয়াবা ই মানুহকো আক্ৰমণ কৰিবলৈ কুণ্ঠাবোধ নকৰে। এবাৰ মানুহৰ তেজৰ সোৱাদ পালে ই নাপাহৰে। তেনে বাঘে মানুহৰ পাছ লয় আৰু আচম্বিতে আক্ৰমণ কৰে। কালক্ৰমত সি মানুহ খোৱা বাঘত পৰিণত হয়। নৰ খাদকৰ উপদ্ৰৱত কেতিয়াবা বহুতো মানুহে প্ৰাণ বিসৰ্জন দিব লগীয়া হয়। তেনে বাঘক গুলিবিদ্ধ কৰি বধ কৰিব লগীয়া হয়। উত্তৰ পাৰৰ মাজবাট নামেৰে ঠাইত বাস কৰা জিয়াউৰ ৰহমান নামৰ এজন অভিজ্ঞ লোকে কেবাটাও নৰখাদক ফান্দ পাতি জীয়াই জীয়াই ধৰিবলৈ সক্ষম হৈছে। এইদৰে মানুহ খোৱা বাঘ কৰায়ত্ব কৰি তেওঁ বহুতো মানুহক বাঘৰ দ্বাৰা আক্ৰান্ত হৈ মৃত্যুবৰণ কৰাৰ পৰা ৰক্ষা কৰিবলৈ সক্ষম হৈছে।



ঢেকীয়াপতীয়া বাঘ

ঢেকীয়াপতীয়া বাঘৰ উৎপত্তি স্থান ছাইবেৰিয়াৰ বিস্তীৰ্ণ বনভূমিবিলাকে নিৰ্দ্ধাৰণ কৰিছে বুলি জনা যায়। ছাইবেৰিয়াৰ ফালে বাস কৰা ঢেকীয়াপতীয়া বাঘবিলাকক উচুৰি বাঘ বুলি কোৱা হয়। এই ঢেকীয়াপতীয়া বাঘৰ নোমবিলাক অলপ দীঘলীয়া হোৱাৰ বাবে ইহঁতক আকাৰত ডাঙৰ যেন লাগে। আৰু দেহৰ তাপমান নিয়ন্ত্ৰণ কৰাতো সহায় কৰে। কালক্ৰমত কিছুমান উচুৰি বাঘে দক্ষিণ আৰু দক্ষিণ-পূৱৰ ফালে প্ৰব্ৰজন কৰিবলৈ আৰম্ভ কৰিলে। জলবায়ু আৰু মাটি পানীৰ প্ৰভাৱৰ অনুপাতে বাঘবিলাকৰ আকাৰত ভিন্ন ৰূপ দেখা যায়। ইয়াৰ কিছুমান বাঘে ঠাই সলনি কৰি আহি

ভাৰতৰ অৰণ্যভূমিত সোমাইছিহি বুলি জনা যায়। ৰাজস্থানৰ মৰুভূমিয়ে গঠন কৰা বিস্তীৰ্ণ ভূভাগৰ বাহিৰে সমগ্ৰ দেশতে ঢেকীয়াপতীয়া বাঘৰ আধিপত্য দেখা যায়। হিমালয় শৈলমালাৰ নামনি ভাগত থকা বাঘবিলাক আকাৰত অন্যান্য ঠাইৰ বাঘতকৈ অলপ ডাঙৰ যেন লাগে। অসম আৰু অসমৰ ওচৰ চুবুৰীয়া ৰাজ্য কেইখনত ঢেকীয়াপতীয়া বাঘ দেখা যায়। ছাইবেৰিয়াৰ ফালৰ কিছুমান উচুৰি বাঘৰ বংশধৰে সুদূৰ প্ৰাচ্যৰ ফালেও বসতি বিস্তাৰ কৰা দেখা যায়। এইদৰে স্থান সলনি কৰা বাঘে দক্ষিণ পূব এচিয়াৰ অন্তৰ্গত বিভিন্ন দেশত বাস কৰিবলৈ আৰম্ভ কৰিলে। এইবিলাক দেশৰ ভিতৰত চীন দেশ, সুমাত্ৰা, জাভা, ব্ৰহ্মদেশ প্ৰভৃতি দেশৰ নাম বিশেষভাৱে উল্লেখ কৰিব পাৰি। আন কিছুমান ঢেকীয়াপতীয়া বাঘে দক্ষিণ পশ্চিম ফালে চোং সলাই কাস্পিয়ান হ্ৰদৰ চাৰিও কাষে থকা কিছুমান অৰণ্যত থাকিবলৈ ল'লেগে। বিভিন্ন অঞ্চলত এইদৰে থাকিবলৈ লোৱা বাঘবিলাক স্থানীয় জলবায়ুৰ দ্বাৰা প্ৰভাৱান্বিত হ'ল। পৰিৱেশ অনুযায়ী বাঘবিলাকৰ দেহত কিছুমান নিজস্ব বৈশিষ্ট্য ফুটি উঠিল। জন্তু সমূহৰ দেহত পৰিস্ফুট হৈ উঠা আকাৰ আকৃতিৰ সামান্য ব্যৱধান আৰু গাৰ নোমৰ ৰঙৰ গভীৰতাৰ ওপৰত ভিত্তি কৰি এতিয়ালৈকে ঢেকীয়াপতীয়া বাঘক ৭টা প্ৰকাৰত ভাগ কৰা হৈছে।

আমাৰ অসমত অতীজতে বহুতো ঢেকীয়াপতীয়া বাঘ আছিল বুলি জনা যায়। বাঘ নিধন কৰিব পৰা সাহসী লোক সকল সকলোৰে প্ৰশংসাৰ পাত্ৰ হৈছিল। ইংৰাজ সকল অসমলৈ অহাৰ আগতে পূৰ্বাঞ্চলৰ ৰাজ্যবিলাক অৰণ্যভূমিৰে পৰিপূৰ্ণ হৈ আছিল। বহুতো মানুহে বাঘৰ আক্ৰমণত প্ৰাণ বিসৰ্জন দিব লগীয়া হৈছিল। অসমৰ মাজেদি ৰেল লাইন প্ৰতিষ্ঠা কৰাৰ পাছত ঠায়ে ঠায়ে হাবি জংঘলবোৰ কাটি-ছিঙি চাহ বাগিচাবোৰ স্থাপন কৰা হ'ল। ফল স্বৰূপে বাঘজাতীয় প্ৰাণীবোৰে নিৰলে বাস কৰা বনভূমি অঞ্চলৰ সংকোচন ঘটিল। বাঘবোৰে চোং সলাই সলাই বিভিন্ন ঠাইত গোপনে বাস কৰাৰ পথ বিচাৰিলে। চিকাৰী সকলৰ হাতত বহুতো বাঘে মৃত্যুবৰণ কৰিব লগীয়া হ'ল। ভাৰতবৰ্ষৰ অন্যান্য ঠাইত বাস কৰা ঢেকীয়াপতীয়া বাঘক বধ কৰিব বাবে ব্যৱস্থা গ্ৰহণ কৰা হ'ল। অভিজ্ঞ চিকাৰ বিলাসী লোকসকলে ব্যক্তিগতভাৱে আৰু সমূহীয়াকৈ নিধন কাৰ্যত আত্মনিয়োগ কৰা পৰিলক্ষিত হ'ল। হিংসাকুৰীয়া মাংসাহাৰী জন্তু হোৱাৰ বাবে সৰ্বসাধাৰণে নিধন যজ্ঞত সাধ্যানুসাৰে যোগদান দিলে। অভিজ্ঞ চিকাৰী সকলে ৰাইজৰ পৰা উৎসাহ উদ্গনি পোৱাৰ উপৰিও কোনো কোনো ক্ষেত্ৰত চৰকাৰৰ তৰফৰ পৰা পুৰস্কৃত হ'ল। দেশ বিদেশৰ পৰা অহা অভিজ্ঞ চিকাৰীৰ দলবিলাকক হাবি বননিৰ কাষত শিবিৰ পাতি লৈ নানাবিধৰ বিচিত্ৰ বন্যপ্ৰাণী বধ কৰিবলৈ চৰকাৰে অনুমতি প্ৰদান কৰিছিল। এই চিকাৰী দলবোৰৰ হাতত প্ৰতি বছৰে একাধিক বাঘে প্ৰাণ বিসৰ্জন দিব লগীয়া হৈছিল।

ধাৰাবাহিক ভাৱে নিধন কাৰ্য চলি থকা বাবে অন্যান্য গোটৰ বন্যপ্ৰাণীৰ দৰে দেশত বাঘৰ সংখ্যাও ক্ৰমে কমি আহিল। কোনো কোনো বন্যপ্ৰাণী অধ্যুষিত এলেকা সম্পূৰ্ণভাৱে বন্যপ্ৰাণী শূন্য হৈ পৰিল। বনাঞ্চল জনাঞ্চলত পৰিণত হ'ল। চৰকাৰে বাঘ সংৰক্ষণৰ ব্যৱস্থা হাতত ল'লে। ইয়াৰ ফলশ্ৰুতিত ব্যাঘ্ৰ যোজনা কিছুমান দেশৰ বিভিন্ন অঞ্চলত প্ৰতিষ্ঠা কৰি এইবিধ বিচিত্ৰ প্ৰাণীৰ সংৰক্ষণ আৰু বংশ বৃদ্ধিৰ বাবে যাৱতীয় ব্যৱস্থা চৰকাৰে হাতত ললে। ঢেকীয়াপতীয়া বাঘ দুৰ্লভ শ্ৰেণীৰ অন্যতম বন্যপ্ৰাণী বুলি পৰিগণিত হ'ল। বাঘৰ নিধন যজ্ঞ আইন বিৰোধী বুলি ঘোষিত হ'ল। ইয়াৰ ফলত সমগ্ৰ দেশত বাঘৰ সংখ্যা লাহে লাহে বৃদ্ধি পাবলৈ ধৰিলে।

বৰ্ত্তমান অৱস্থাত চেকীয়াপতীয়া বাঘৰ ভৱিষ্যত উজ্জ্বল হৈছে বুলি প্ৰমাণ পোৱা গৈছে। অৱশ্যে কালক্ৰমত এই অৱস্থাৰ পৰিবৰ্ত্তন হোৱাতো স্বাভাৱিক। ঠায়ে ঠায়ে এইবিধ হিংসাকুৰীয়া বন্যপ্ৰাণীৰ সংখ্যা আশাতীতভাৱে বৃদ্ধি পোৱা পৰিলক্ষিত হৈছে। পৰিস্থিতিয়ে বিকট ৰূপ ধাৰণ কৰাৰ আগতে যে জন্তু সংখ্যাৰ নিয়ন্ত্ৰণ কৰিব লাগিব সেইটো ধ্ৰুপ। পাৰি-পাৰ্শ্বিক অৱস্থাৰ লগত খাপ খোৱাকৈ ঠাই অনুযায়ী ধাৰণ শক্তি নিৰূপণ কৰিব লাগিব। ধাৰণ ক্ষমতাক আওকাণ কৰি বাঘৰ সংখ্যা বৃদ্ধি হ'বলৈ দিলে এদিন গোঁজেই গজালি হৈ জনগণৰ মাজত সন্ত্ৰাসৰ সৃষ্টি কৰিব।

চেকীয়াপতীয়া বাঘে যোৰা পাতি বাস কৰেনে কিম্বা পালেৰে জীৱন যাপন কৰে এই কথা স্পষ্ট ভাৱে জনা নাযায়। সময় অনুযায়ী বাঘ আৰু বাঘিনীৰ মাজত সদ্ভাৱৰ সৃষ্টি হ'লেও সেই মিলন চিৰস্থায়ী হোৱা দেখা নাযায়। বাঘিনীয়ে এবাৰত তিনি-চাৰিটা পৰ্যন্ত পোৱালি জগায়। তাই অকলে পোৱালি কেইটাক প্ৰতিপালন কৰি ডাঙৰ দীঘল কৰিব লগীয়া হয়। আনকি বাঘটোৰ মুখৰ পৰাও তাৰ পোৱালি কেইটাক ৰক্ষা কৰিব লগীয়া হয়। সি যাতে পোৱালি কেইটাৰ কোনো হানি-বিঘিনি ঘটাব নোৱাৰে তাৰ বাবে বেচেৰীয়ে পোৱালি কেইটাক পলুৱাই পলুৱাই লৈ ফুৰিব লগীয়া হয়। বাঘৰ জীৱন কাল প্ৰায় ৩০ বছৰৰ ওচৰা-ওচৰি হ'ব বুলি জনা যায়।

# বগা বাঘ

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----মাংসাহাৰী
গোত্ৰ----ফেলিডি
প্ৰজাতি----পান্থেৰা টাইগ্ৰিছ্

ভাৰতবৰ্ষত বগাবাঘ নামৰ আন এবিধ ঢেকীয়াপতীয়া বাঘ বাস কৰা দেখিবলৈ পোৱা যায়। কিন্তু বৰ্তমানে এইবিধ বিচিত্ৰ প্ৰাণী লুপ্তপ্ৰায় হৈছেগৈ। এইবিধ ঢেকীয়াপতীয়া বাঘৰ বিশেষত্ব হ'ল সাধাৰণ বৰণৰ বাঘৰ দৰে ইয়াৰ গাৰ নোমবিলাকৰ বৰণ হালধীয়া নহৈ বগা হোৱা দেখা যায়। অন্যান্য বাঘৰ দৰে ইয়াৰ গাতো ঢেকীয়া গছৰ পাতৰ দৰে দীঘল দীঘল আঁচ বা পট্টি থাকে আৰু এই পট্টিবোৰে জন্তুটোক আটক ধুনীয়া কৰি সজাই ৰাখে। ইয়াৰ ঠেঙত পখালিকৈহে আঁচ থকা দেখা যায়। ইয়াৰ নখ আৰু দাঁতৰ গঠন প্ৰণালীত কোনো বৈশিষ্ট্য দেখা নাযায়। সাধাৰণ বৰণৰ বাঘ আৰু এইবিধ বাঘৰ মাজত এই বিষয়ত কোনো প্ৰকাৰৰ পাৰ্থক্য নাথাকে। তাৰোপৰি মুখ মণ্ডলত আঁকাবিকা দাগৰ সাঁচ থকা দেখা যায়। ওপৰ ওঁঠত মোটা ধৰণৰ গোঁফ হয়। জন্তুটো সাধাৰণ বৰণৰ ঢেকীয়াপতীয়া বাঘৰ তুলনাত অলপ লাহি হোৱা দেখিবলৈ পোৱা যায়। এইবিধ বাঘৰ বৰণ আৰু গঠন প্ৰাণালীয়ে জন্তুটোৰ সৌন্দৰ্য দুগুণ বৃদ্ধি কৰে। সাধাৰণতে এইবিধ বগা বাঘ দুৰ্লভ হোৱাৰ বাবে ইহঁতক বিস্ময়ৰ অন্যতম্ প্ৰতীক বুলি গণ্য কৰিব লাগিব।

.: বগা বাঘৰ উৎপত্তিস্থান মধ্যপ্ৰদেশ বুলি ক'ব পাৰি। বৃটিছৰ দিনত ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত বহুতো সৰু-ডাঙৰ মিত্ৰৰাজ্য আছিল। ইংৰাজ অনুশাসনৰ ছত্ৰ-ছাঁয়াত এই মিত্ৰ ৰাজ্যবিলাকৰ ৰজা মহাৰজাসকলে নিজ নিজ ৰাজ্যৰ শাসন যন্ত্ৰ পৰিপৰিচালনা কৰিছিল। চিকাৰ বিলাসী ৰজা-মহাৰজাসকলে নিজ নিজ ৰাজ্যত একো একোডোখৰ অৰণ্যভূমি চিকাৰ অভিযানৰ বাবে আচুতীয়াকৈ সংৰক্ষণ কৰি ৰাখিছিল। বছৰৰ এটা নিৰ্দিষ্ট সময়ত এওঁলোকে দলে বলে চিকাৰৰ বাবে এই দৰে সংৰক্ষণ কৰি কৰি ৰখা মৃগয়াবন বিলাকত প্ৰবেশ কৰিছিল। হৰিণ, কৃষ্ণসাৰ আদি জন্তু বধ কৰি কৰি তেওঁলোকে মনোৰঞ্জনৰ ব্যৱস্থা কৰিছিল। মধ্য প্ৰদেশৰ অন্তৰ্গত ৰেৱা নামৰ যিখন সৰু মিত্ৰৰাজ্য আছিল সেই মিত্ৰ ৰাজ্যৰ মহাৰজাৰ তেনে এখন মৃগয়াবন আছিল। তাৰ মহাৰজাই মাজে সময়ে সেই মৃগয়াবনখনলৈ দলে বলে চিকাৰ অভিযানত গৈছিল।

চিকাৰত বধ কৰা প্ৰাণীবিলাকৰ বাহিৰে মহাৰজাই দুই চাৰিটা আকৰ্ষণীয় প্ৰাণী জীয়াই ধৰি আনি ৰাজপ্ৰাসাদৰ চৌহদত আটোমটোকাৰিকৈ ৰখাৰ ব্যৱস্থা কৰিছিল। এবাৰ তেওঁ মৃগয়াবনত কেইটামান বগা বৰণীয়া বাঘৰ পোৱালি ধৰিবলৈ সক্ষম হৈছিল। সেই বগা বাঘ কেইটা তেওঁ ৰাজ-প্ৰাসাদৰ এটা অংশ আৰু চৌহদৰ ভিতৰত ৰাখি যত্নসহকাৰে (ঘৰচীয়াকৈ) প্ৰতিপালন কৰিবলৈ আয়োজন কৰিলে। কালক্ৰমত এইদৰে ৰাজপ্ৰাসাদত ৰখা বগা বাঘ কেইটাই বন্যপ্ৰাণী বিশেষজ্ঞ সকলৰ মনোযোগ আকৰ্ষণ কৰিবলৈ সমৰ্থ হ'ল। দেশৰ বিভিন্ন ঠাইত প্ৰতিষ্ঠিত চিৰিয়াখানাবিলাকত এইবিধ বিচিত্ৰ প্ৰাণীয়ে স্থান পালে। ভাৰতবৰ্ষৰ বন্যপ্ৰাণী জগতত এটা নতুন সংযোজনাৰ সূত্ৰপাত হ'ল।



বগাবাঘ

বিজ্ঞান সন্মতভাৱে বগা বাঘক বেলেগ প্ৰজাতিৰ জন্তু বুলি কোৱা নহয়। সাধাৰণ বৰণৰ ঢেঁকীয়াপতীয়া বাঘৰ পৰাই এইবিধ আপুৰুগীয়া প্ৰাণীৰ উৎপত্তি হৈছে বুলি জনা যায়। যিয়েই কি নহওক এইবিধ প্ৰাণীৰ অভ্যুদয়ে জন্তু জগতত এক বিস্ময়ৰ সৃষ্টি

কৰিছে। কিয়নো সকলো ঠাইতে বাস কৰা ঢেঁকীয়াপতীয়া বাঘৰ পোৱালিৰ মাজত বগা বৰণীয়া বাঘৰ উৎপত্তি হোৱা দেখিবলৈ পোৱা নাযায়। উল্লেখযোগ্য কথা যে প্ৰত্যেক বিধ বন্যপ্ৰাণীয়ে নোমৰ বা পাখিৰ নিৰ্দিষ্ট বৰণ আৰু গঠন প্ৰণালীৰ দ্বাৰাহে আত্মপ্ৰকাশ কৰে। জীৱ জন্তুবোৰৰ বৰণ আৰু গঠন প্ৰণালী আদিত জলবায়ু, সমুদ্ৰ পৃষ্ঠৰ পৰা উচ্চতা ভৌগোলিক অৱস্থান আদিৰ প্ৰভাৱো আংশিকভাবে পৰিলক্ষিত হয়। এই প্ৰভাৱৰ বলত বিভিন্ন পৰিৱেশত নিগাজীকৈ বাস কৰা একে প্ৰজাতিৰ প্ৰাণীৰ গাৰ বৰণৰ হীনডেঢ়ি দেখা যায়। এনেবিলাক ভিন্নৰূপী একে প্ৰজাতিৰ প্ৰাণীক উপ-প্ৰজাতিৰ আখ্যা দিয়া হয়। ঢেঁকীয়াপতীয়া বাঘৰ ক্ষেত্ৰতো এনে ধৰণৰ ভিন্নৰূপ দেখা লায়। গ্ৰীষ্ম প্ৰধান বা অল্প বৃষ্টি হোৱা এলেকাবিলাকত থকা কিছুমান বন্যপ্ৰাণীৰ মাজত কেতিয়াবা দুই এটা বগা জন্তু বা চৰাই উদ্ভৱ হয়। এনেবিলাক জন্তুক "এলবিনো" বোলা হয়। কাউৰী, বান্দৰ, ভালুক আদিৰ মাজত "এলবিনো"ৰ উৎপত্তি হোৱা কেতিয়াবা দেখিবলৈ পোৱা যায়। ৰক্তৰ লগত মিহলি হৈ থকা এলবিনিন নামৰ পদাৰ্থৰ প্ৰাধান্যই এই ধৰণৰ বিৰূপ বৰ্ণ সৃষ্টি কৰাত অৰিহণা যোগায় বুলি কোৱা হৈছে।

ওপৰত বৰ্ণনা কৰি অহা প্ৰতিপাদ্যই বগা বাঘৰ শুভ্ৰ বৰ্ণক আংশিক ভাবে বিশ্লেষণ কৰিব পাৰিলেও জীৱ জগতত এইবিধ প্ৰাণীয়ে এক অভূতপূৰ্ব বিস্ময়ৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে বুলি ক'ব লাগিব। কিয়নো বগা বাঘৰ উৎপত্তি বিচৰণভূমিৰ সকলো ঠাইতে বিয়পি থকা দেখা নাযায়। অন্যান্য তথাকথিত শুভ্ৰবৰণীয়া প্ৰাণীৰ দৰে এই ঘটনাক আকস্মিক ব্যতিক্ৰম বুলি বিশ্লেষণ কৰিব নোৱাৰি। শুনা যায় যে বগা বৰণীয়া বাঘ বা বাঘিনীৰ মাজত যি পোৱালিৰ উদ্ভৱ হয় সেই পোৱালিৰ আটাই কেইটাই বগা বা হালধীয়া ৰং ধাৰণ কৰি জন্ম লোৱা দেখা নাযায়। এইবিলাক বিষয়ত গৱেষণা তথা অধ্যয়নৰ জৰিয়তে নিৰ্ণয় কৰাৰ উপযোগী বহুতো তথ্য উদ্‌ঘাটন কৰিবলৈ এতিয়াও বাকী আছে বুলি জনা লায়। সি যিয়েই কি নহওক জন্তু জগতত শুক্লবৰ্ণৰ বাঘ কেইটাই এক বিস্ময়ৰঞ্জিত পৰিৱেশৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে। ভাৰতভূমিত এইবিধ বিচিত্ৰ প্ৰাণীৰ অভ্যুদয়ে বন্যপ্ৰাণী জগতত দেশৰ মৰ্যাদা উন্নত পৰ্যায়ত সংস্থাপিত কৰিবলৈ যে সক্ষম হৈছে সেই কথা বিনা দ্বিধাৰে স্বীকাৰ কৰিব লাগিব।

# নাহৰ-ফুটুকী বাঘ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ফেলিডি

প্ৰজাতি---পান্থেৰা পাৰ্ডেছ

নাহৰফুটুকী বাঘ টেঁকীয়াপতীয়া বাঘৰ তুলনাত সৰু। ইহঁতৰ দেহত টেঁকীয়া পতীয়া বাঘৰ দৰে দীঘল পহীয়া আঁচ দেখা নাযায়। কিন্তু গাৰ নোমবোৰ ৰঙচুৱাকৈ হালধীয়া হয়। তলপেট আৰু কৰঙনৰ ভিতৰৰ অংশৰ নোমবোৰ বগা। গোটেই গাতে ক'লা ফুলামপহীয়া দাগৰ উৎপত্তি হয়। ৰাজহাড় ডালৰ ওপৰত আৰু এই ৰাজহাড় ডালৰ দুয়ো কাষে থকা ফুলামপহীয়া দাগৰ কিছুমান দীঘল চানেকীয়া আৰু আন কিছুমান চক্ৰাকাৰ বা বহুকোণীয়া হয়। কিছুমান দাগৰ মাজত জন্তুটোৰ গাৰ ৰঙৰ লগত মিলাকৈ হালধীয়া চকৰ দেখা যায়। মুখৰ আগত, ডিঙিত আৰু মূৰৰ ওপৰ ভাগত তদনুৰূপ ফুটুকা-ফুটুকী দাগ দেখা যায়। মুখৰ আগ ভাগ আৰু ডিঙিৰ দুয়ো কাষৰ চকৰবিলাক আকাৰত তুলনামূলক ভাৱে সৰু হয় আৰু এই চকৰ বিলাকৰ মাজত হালধীয়া ফুলৰ নিচিনাকৈ ৰূপ বহা নাথাকে। আকৃতি আৰু গঠন প্ৰণালীত দাঁত আৰু নখবোৰ মেকুৰী গোষ্ঠীৰ প্ৰাণীবিলাকৰ দৰেই হয়। দেহৰ বৰণৰ তাৰতম্য আৰু ফুলাম পাহিবোৰৰ আকাৰৰ ওপৰত নিৰ্ভৰ কৰি নাহৰ-ফুটুকী বাঘক কেবাটাও উপ-প্ৰজাতিত অন্তৰ্ভুক্ত কৰিবলগীয়া হৈছে।

ভাৰতবৰ্ষৰ প্ৰায় সকলোবিলাক ঠাইতে কমবেছি পৰিমাণে নাহৰ-ফুটুকী বাঘ দেখিবলৈ পোৱা যায়। ভাৰতৰ ভৌগোলিক চাৰিসীমাৰ বাহিৰে ইয়াৰ বসতিস্থান পশ্চিমৰ ফালে পাকিস্তানলৈ সম্প্ৰসাৰিত হৈছে। পূবৰ ফালে বাংলাদেশ আৰু ব্ৰহ্মদেশতো এই বিধ প্ৰাণী দেখা যায়। তদুপৰি ভূটান আৰু নেপালৰ পৰ্বতীয়া পৰিৱেশত আৰু দক্ষিণৰ ফালে শ্ৰীলঙ্কাত এইবিধ প্ৰাণীৰ অৱস্থান দেখা যায়। নাহৰফুটুকী বাঘক সাধাৰণতে গভীৰ অৰণ্যত দেখা নাযায়। পাতলীয়া হাবি বননি বিলাকত ইহঁতে থাকিবলৈ ভাল পায় আৰু এনে ধৰণৰ পৰিৱেশত থকা নানা ধৰণৰ প্ৰাণী চিকাৰ কৰি খায়েই এইবিধ প্ৰাণীয়ে জীৱন নিৰ্বাহ কৰে। চিকাৰৰ বাবে ঘাইকৈ নিৰ্দিষ্ট জাতীয় জন্তু বিচাৰি পোৱা বা নোপোৱাৰ ওপৰতে নাহৰ-ফুটুকী বাঘে নিৰ্ভৰ কৰিব লগীয়া হয়। উদাহৰণ স্বৰূপে অসমকে কেন্দ্ৰ কৰি পূৰ্বাঞ্চলৰ বিভিন্ন ৰাজ্যৰ ভিতৰত যি কেইটা নাহৰ-

ফুটুকী বাঘে নিগাজীকৈ থকাৰ বাবে অনুকূল ঠাই বাচি লৈছে সিহঁতে চিকাৰৰ বাবে সেই ঠাইত থকা সুগন্ধী পছু, শহা পহু, গাহৰি আদি বন্যপ্ৰাণীবোৰৰ ওপৰতে ভাৰসা কৰিব লগীয়া হয়। ঘৰচীয়া জন্তুৰ ভিতৰত গৰু, ছাগলী, ভেড়া আদি প্ৰাণীকো অন্তৰ্ভুক্ত কৰিব পাৰি। বান্দৰ, কেৰ্কেটুৱা আৰু কেকোঁৰা গোষ্ঠীৰ স্তন্যপায়ী প্ৰাণীকো এইবিধ মাংসাহাৰী প্ৰাণীয়ে আহাৰৰ ভিতৰত অন্তৰ্ভুক্ত কৰে।

ভাৰতবৰ্ষৰ দক্ষিণ আৰু পশ্চিমৰ ৰাজ্য কেইখনৰ বিভিন্ন পৰিবেশত বাস কৰা নাহৰ-ফুটুকী বাঘ বিলাকে সেইবোৰ ঠাইত সচৰাচৰ বাস কৰা তৃণ-পল্লৱভোজী বন্য প্ৰাণী আৰু ঘৰচীয়া জীৱ-জন্তুৰ ওপৰতে ঘাইকৈ নিৰ্ভৰ কৰিব লগীয়া হয়। সেইবিলাক ঠাইৰ তৃণভোজী বন্যপ্ৰাণীবিলাকৰ ভিতৰত চাৰিশিঙীয়া এন্টেলোপ, কৃষ্ণসাৰ, চিন্‌কাৰা আদিয়েই প্ৰধান। গাওঁ-ভূঁইবিলাকৰ কাষৰ পাজৰৰ হাবিবোৰত থকা নাহৰ-ফুটুকী বাঘে ভেড়া, ছাগলী আদি ঘৰচীয়া জন্তুৰ ওপৰতো চকু দিয়ে। আনকি ঘোঁৰা, গাধ, খচ্চৰ প্ৰভৃতি জন্তুকো সিহঁতে আক্ৰমণ কৰে। মানুহৰ বসতি অঞ্চলত থাকি জীৱন যাপন কৰা প্ৰকৃতিৰ মাংসাহাৰী প্ৰাণী হোৱাৰ বাবে বহুতো গৰখীয়া লৰাই ইহঁতৰ দ্বাৰা



আক্ৰান্ত হৈ প্ৰাণ বিসৰ্জন দিব লগীয়া হয়। হাবিত খৰি লুৰিবলৈ যোৱা মানুহেও কেতিয়াবা মৃত্যু বৰণ কৰিব লগীয়া হয়। উত্তৰ প্ৰদেশৰ হিমালয়ৰ নামনি ভাগত বাস কৰা হাবিতলীয়া বহুতো মানুহে নাহৰ-ফুটুকী বাঘৰ হাতত মৃত্যুক আকোৱালি লব লগীয়া হৈছিল। তাহানি দিনৰ বিখ্যাত চিকাৰী তথা বন্যপ্ৰাণীবিদ্ কৰ্‌বেটে বহুতো মানুহখোৱা নাহৰ-ফুটুকী বাঘ নিধন কৰি সেই হাবিতলীয়া ঠাইবোৰত বাস কৰা জনজাতীয় লোকসকলৰ জীৱনলৈ শান্তিৰ নিজৰা বোৱাই আনিছিল। জীম্ কৰ্‌বেটৰ অমৰ লেখনীত

নাহৰ-ফুটুকী বাঘৰ অত্যাচাৰৰ কাহিনীবোৰ পঢ়িলে এতিয়াও গাৰ নোমবোৰ শিয়ঁৰি উঠে।

জীম কৰবেটে বৰ্ণনা কৰা অসংখ্য লোমহৰ্ষক কাহিনী আছে। তাৰে ভিতৰত মাত্ৰ এটা কাহিনী তলত উদ্ধৃত কৰি দিয়া হ'ল। ঘটনাটো ঘটিছিল উত্তৰ প্ৰদেশৰ কুমাওঁ অঞ্চলত থকা এডোখৰ পৰ্বতীয়া অৰণ্যভূমিত। হাবিৰ মাজে মাজে মানুহবিলাকে গাঁও পাতি বাস কৰিবলৈ লৈছিল। এবাৰ এখন গাঁৱৰ এজনী মাইকী মানুহে ঘাঁহ কাটিবৰ বাবে হাবিলৈ গৈছিল। ঘাঁহ কাটি থকা অৱস্থাতে তাইক এটা নাহৰ-ফুটুকী বাঘে থাপ মাৰি ধৰি মাৰি পেলালে। বাঘটোৱে মানুহজনীৰ মাংসখিনি কামুৰি কামুৰি খাই শেষ কৰি পেলালে। ডিঙিত কামোৰ মাৰি ধৰি হাবিৰ যি যি ফালেদি বাঘটোৱে মানুহজনীক টানি লৈ গৈছিল সেই ছোৱা ঠাইত তাই পিন্ধা কাপোৰ কানিখিনি ছিৰা-ছিৰ হৈ বাটে-বাটে পৰি গ'ল। কাপোৰ কানিৰ চিন পায়ো গাঁৱৰ মানুহে মানুহজনীক বিচাৰি হাবিৰ মাজত সোমাবলৈ সাহস নকৰিলে। সেই সময়তে জীম্ কৰ্বেটে ওচৰৰে আন এখন গাঁৱত বাঘ চিকাৰৰ বাবে শিবিৰ পাতি আছিলহি। গাঁৱৰ ৰাইজে এই মানুহজনৰ কাষ চাপিবলৈ স্থিৰ কৰিলে। যথা সময়ত সদলবলে তেওঁৰ কাষ চাপি গাঁৱৰ মানুহখিনিয়ে সকলোবিলাক কথা ফঁহিয়াই কলেগৈ। যি ঠাইত নাহৰ-ফুটুকী বাঘটোৱে ঘাঁহ কাটি থকা মানুহজনীক আক্ৰমণ কৰিছিল কৰ্বেট চাহাবে সেই ডোখৰ ঠাইলৈ যাবলৈ স্থিৰ কৰিলে। সেই ডোখৰ ঠাইলৈ গৈ পোৱাৰ পিছত তেওঁ সেই মানুহজনীক বাঘে টানি লৈ যোৱা পথ অনুসৰণ কৰি হাবিৰ মাজত সোমাল। গাঁৱৰ মানুহ দুজন মানে তেওঁক পথ দেখুৱাই লৈ গ'ল। মৰা তেজৰ টোপাবোৰ ঠায়ে ঠায়ে পৰি গোট মাৰি থকাৰ বাবে পথ অনুসৰণ কৰাত কৰ্বেটৰ বিশেষ অসুবিধা নহ'ল। কিছুদূৰ এইদৰে জোপোহা হাবি আৰু ওখ এখ ঘাঁহ জাতীয় উদ্ভিদৰ মাজে মাজে আগ বাঢ়ি যোৱাৰ পিছত তেওঁলোকে ফটাছিটা কাপোৰৰ চিনচাব আবিষ্কাৰ কৰিবলৈ সক্ষম হ'ল। অলপ সময়ৰ পাছতে তেওঁলোকে মৰা মানুহ জনীৰ লাওখোলাটো চুলি কোছাৰে সৈতে দেখা পালে। ততাতৈয়াকৈ চাহাবে ওচৰতে থকা এজোপা গছৰ ডালত এখন চাং সজাৰ ব্যৱস্থা কৰি পেলালে। চাহাব চাঙত ওপৰত উঠিল আৰু ওচৰতে থকা অন্যান্য গছৰ ওপৰত লগত যোৱা গাঁৱৰ মানুহ কেইজনক বহুৱাই ৰখাৰ ব্যৱস্থা কৰিলে। শৰ সন্ধানত ৰাতি বাঘ আহি যথা স্থানত উপস্থিত হ'লহি। মানুহজনীৰ মাংসখিনি টানিবলৈ লওঁতে নৌলওঁতেই চাহাবে দুজাই গুলি মাৰি দিলে। নাহৰ-ফুটুকী বাঘটো ঠাইতে ঠেৰেঙা লাগি পৰি গ'ল। খন্তেক পাছতেই ধৰফৰাই ধৰফৰাই তাৰ প্ৰাণবায়ু উৰি গ'ল। তেতিয়াৰ পৰাই গাঁৱৰ মানুহখিনিয়ে চাহাবক ঈশ্বৰ যেন দেখা হ'ল। জিম্ কৰ্বেটৰ লেখনীত এনে ধৰণৰ বহুতো লোমহৰ্ষক কাহিনীয়ে স্থান পাইছে।

নাহৰ-ফুটুকী বাঘিনীয়ে বছৰৰ যেই কোনো সময়তে পোৱালি জগায়। তাই এবাৰত তিনি চাৰিটা পৰ্যন্ত পোৱালি দিয়ে বুলি জনা যায়।

# ক'লা বাঘ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ফেলিডি

প্ৰজাতি----পান্থেৰা পাৰ্ডছ্

অসমৰ বনভূমি বিলাকৰ কোনো কোনো ঠাইত এবিধ ক'লা বৰণৰ বাঘ গোষ্ঠীৰ প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়। এই বিশেষ প্ৰাণীবিধ আকাৰত ইয়াৰ আগৰ প্ৰবন্ধত বৰ্ণনা কৰি অহা নাহৰ-ফুটুকী বাঘৰ সমানেই হ'ব। এইবিধ প্ৰাণীৰ সৰ্বশৰীৰৰ নোমবিলাকৰ বৰণ কাউৰীৰ দৰে ক'লা হয়। আমাৰ মানুহে ইয়াকে ক'লা বাঘ বা ঘোং বোলে। বিজ্ঞান সন্মতভাৱে এইবিধ প্ৰাণীক নাহৰ-ফুটুকী বাঘৰে অন্য ৰূপ বুলি কোৱা হয়। আগতেই উল্লেখ কৰি অহা হৈছে যে নাহৰফুটুকী বাঘক গাৰ নোমৰ বৰণৰ তাৰতম্য আৰু অন্যান্য শাৰীৰিক বৈশিষ্ট্যৰ কাৰণত কেইবাটাও উপ-প্ৰজাতিত ভাগ কৰা হৈছে। সেই অনুপাতে ঘোং বা ক'লা বাঘক এটা উপ-প্ৰজাতিৰ নাহৰফুটুকী বাঘ বুলিয়েই ধৰিব পাৰি। যিয়েই কি নহওক সাধাৰণ নাহৰফুটুকী বাঘৰ তুলনাত এইবিধ প্ৰাণীক অধিক খঙাল প্ৰকৃতিৰ প্ৰাণী বুলি ক'ব পাৰি। ইয়াৰ গাত সাধাৰণ নাহৰ-ফুটুকী বাঘৰ দৰে ফুলাম পাহি নাথাকে। গোটেইটো প্ৰাণী কিচ্ কিচ্ কৰে ক'লা হোৱাৰ বাবে ই ওচৰতে থাকিলেও সহজে চকুত ধৰা নপৰে। অলপ নিলগৰ পৰা চকুহাল টল্ টল্ কৈ জ্বলি থকা দেখিবলৈ পালেহে গম পোৱা যায় যে সেই ফালেদি কিবা এটা প্ৰাণী পাৰ হৈ গৈছে। এইবিধ প্ৰাণীৰ দাঁত-নখ আদিও অন্যান্য মেকুৰী বা বাঘ জাতীয় প্ৰাণীৰ দৰেই হয়।

চিৰিয়াখানাবিলাকত সংৰক্ষণ আৰু প্ৰতিপালন কৰি ৰখা সাধাৰণ নাহৰফুটুকী বাঘ আৰু ঘোং বা ক'লা বাঘৰ আচৰণৰ পৰা প্ৰমাণ পোৱা যায় যে ক'লা বাঘ আৰু নাহৰফুটুকী বাঘৰ মিলনত উত্তৰ হোৱা সন্তি সন্ততিৰ মাজত দুয়ো বৰ্ণৰ প্ৰাণীৰ প্ৰাদুৰ্ভাৱ হয়। গতিকে বংশ পৰম্পৰাগত ভাৱে ক'লা জাতীয় বাঘৰ উৎপত্তিক স্বতঃসিদ্ধ বুলি ধৰিব নোৱাৰি। বগা বাঘৰ বৰ্ণনা কৰোঁতে ইতিপূৰ্বে এটা কথা উনুকিয়াই অহা হৈছে যে বন্যপ্ৰাণীৰ তেজত এলবিনিন্ নামৰ এবিধ পদাৰ্থৰ উৎপত্তি হয়। এই পদাৰ্থই প্ৰাধান্য লাভ কৰা পোৱালি সম্পূৰ্ণভাৱে বগা হয়। গ্ৰীষ্ম-প্ৰধান দেশৰ অলপ বৃষ্টিয়ে গৰকা ঠাইত বাস কৰা জন্তু বিশেষৰ ক্ষেত্ৰত কেতিয়াবা এনে ধৰণৰ বিসদৃশ

দেখা যায়। জীৱ-জন্তুৰ তেজত মিহলি হৈ থকা আন এবিধ মুখ্য পদাৰ্থৰ নাম হ'ল "মেলানিন"। মেলানিন-প্ৰধান ৰক্তই ক'লা বৰণৰ জন্তুৰ উৎপত্তি কৰাত অৰিহণা যোগায়। ঘোং বা ক'লা বাঘ নামৰ যিবিধ প্ৰাণী অকস্মাতে জন্ম হয় সেই বিধ প্ৰাণীৰ দেহত "মেলানিন" নামৰ পদাৰ্থই প্ৰভাৱ বিস্তাৰ কৰে। গ্ৰীষ্ম মণ্ডলৰ বৃষ্টিপ্ৰধান জলবায়ুৱে



ঘোং বা ক'লা-বাঘ

অধিক পৰিমাণৰ "মেলানিন্" উৎপাদন কৰাত জন্তু বিশেষক সহায় কৰে বুলি কোৱা হয়। বিয়েই কি নহওক এই সম্পৰ্কত দোহাৰিব পাৰি যে ঘোং বা ক'লা বাঘক এটা বেলেগ প্ৰজাতিৰ জন্তু বুলি ধৰিব নোৱাৰি। মুঠতে ক'লা বাঘ বা ঘোং, নাহৰ-ফুটুকী বাঘৰে অন্যতম ৰূপ।



# গোধা-ফুটুকী বাঘ

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ফেলিডি

প্ৰজাতি----নিঅ'ফেলিছ নেবোল'ছা

গোধা ফুটুকী বাঘ নামৰ বিশেষ প্ৰাণীবিধক নাহৰ-ফুটুকী বাঘৰ লগত তুলনা কৰিব পাৰি। ইংৰাজী ভাষাত নাহৰ-ফুটুকী বাঘ গোষ্ঠীৰ প্ৰাণীবিলাকক লিওপাৰ্ড বা পান্থৰ বোলা হয়। সেই অনুপাতে গোধা-ফুটুকী বাঘক 'ক্লাউডেড্ লিওপাৰ্ড' বুলি কোৱা হয়। আনহাতে দেখা যায় যে লিওপাৰ্ড গোষ্ঠীৰ প্ৰাণীবিলাকৰ লগত গোধা-ফুটুকী বাঘৰ বংশগত সম্বন্ধ নাই। কোনো কোনো লিখকে [illegible] একেবিধ প্ৰাণীকে বুজাবলৈ 'ক্লাওডেড্ টাইগাৰ" শব্দ ব্যৱহাৰ কৰা দেখা যায়। আমাৰ ভাষাত এইবিধ প্ৰাণীক গোধা ফুটুকী বাঘ বোলা হয়। এইবিধ মেকুৰী [illegible] গোষ্ঠীৰ প্ৰাণীয়ে সাধাৰণতে গছত বগাই ফুৰে বাবে ইয়াক "লতা-মেকুৰী [illegible]" অথবা লতা-ফুটুকী বাঘ" বোলা হয়। যিয়েই কি নহওক গোধা-[illegible] গাত কিছুমান শাৰীৰিক আৰু চাৰিত্ৰিক বৈশিষ্ট্য দেখা যায়। মেকুৰী [illegible] প্ৰাণীৰ গাটো তুলনামূলক ভাবে অতিপাত দীঘল। ঠিক সেইদৰে ইয়াৰ [illegible] দীঘল হোৱা দেখা যায়। ইয়াৰ গাৰ বিশেষ ধৰণৰ ডাঙৰ ডাঙৰ চকৰ [illegible]ষ্ট্য মন কৰিব লগীয়া। চকৰবিলাকৰ মাজত কোনো ফুল বা পাহি [illegible] কিন্তু চেলা-পটীয়া দাগবহে উৎপত্তি হয়। জন্তুটোৰ তুলনাত ইয়াৰ ঠেং-[illegible] দীঘল নেজডাল দীঘল চানেকীয়া নোমৰে আবৃত হৈ থকা বাবে গুবিৰ [illegible] গধুৰ জোপোহা যেন দেখা যায়। ইহঁতৰ নখবোৰ হাকোটাৰ [illegible]নখৰ সহায়ত জন্তুটোৱে সহজে গছৰ ওপৰত বগাই ফুৰিব পাৰে। [illegible]তো চকলা চকল দাগৰ উৎপত্তি হয়। মুখমণ্ডলতো অনুৰূপ [illegible]

নেপাল আৰু ভূটানৰ অন্তৰ্গত পৰ্বতীয় [illegible] আৰম্ভ কৰি অৰুণাচল প্ৰদেশলৈকে গোধা-ফুটুকী বাঘৰ বসতি[illegible] বিস্তৃতি লাভ কৰি আছে। নাগালেণ্ড, মেঘালয় প্ৰভৃতি পাৰ্বত্য [illegible]বিধ প্ৰাণীয়ে খিতাপি লৈছে। পাহাৰৰ নামনিত [illegible]তো এইবিধ প্ৰাণী বাস কৰা দেখিবলৈ পোৱা [illegible] অতিক্ৰম কৰি গোধা-ফুটুকী বাঘৰ বসতি স্থান [illegible] সম্প্ৰসাৰিত হৈ আছে। এই দেশবিলাকৰ ভিতৰত বাংলাদেশ, ব্ৰহ্মদেশ, [illegible], [illegible]নেচিয়া আদি দেশৰ নাম বিশেষ ভাবে উল্লেখ কৰিব পাৰি।

হাবিৰ মাজৰ গছ-গছনিত উঠি এইবিধ প্ৰাণীয়ে দিনটো কটায়। কেতিয়াবা, গা-গছৰ খোন্দ আদিতো আলেঙে আলেঙে কেতিয়াবা সোমাই থাকে। সেই বাবে ইহঁতক বৃক্ষ-বাসী প্ৰাণী বুলিও ক'ব পাৰি। গছৰ ওপৰত বগাই ফুৰা নানাবিধ সৰু-সুৰা প্ৰাণী ইহঁতে ধৰি ধৰি খায়। ৰাতিহে এইবিধ প্ৰাণীয়ে চিকাৰৰ সন্ধানত ওলায়। কেতিয়াবা ইহঁতে মাটিলৈ নামি আহি মাটিত বগাই ফুৰা নানাবিধ প্ৰাণী ধৰি ধৰি খায়। হিমালয়ৰ পাৰ্বত্য অঞ্চলৰ বনভূমিৰ কাষত থকা কিছুমান গাঁৱত প্ৰৱেশ কৰি এইবিধ প্ৰাণীয়ে ঘৰচীয়া জীৱ-জন্তুৰো হানি বিঘিনি ঘটায়।

এইবিধ মেকুৰী গোষ্ঠীৰ প্ৰাণীয়ে গছৰ খোন্দৰ ভিতৰত পোৱালি জগায়। এবাৰত সাধাৰণতে দুটাকৈ পোৱালি দিয়া দেখা যায়।



# চিতা-বাঘ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ফেলিডি

পজাতি----এচিনোনিক্স জুবেটছ্

চিতাবাঘ নামৰ এবিধ মেকুৰী তথা বাঘ গোষ্ঠীৰ বিচিত্ৰ প্ৰাণী এসময়ত ভাৰত-বৰ্ষৰ কোনো কোনো ঠাইত দেখা গৈছিল। বৰ্তমান এইবিধ প্ৰাণী ভাৰতৰ চাৰিসীমাৰ পৰা সম্পূৰ্ণকৈ লোপ পালে। পূৰ্বতে এইবিধ প্ৰাণী মধ্য ভাৰত আৰু দক্ষিণাত্যৰ বিভিন্ন পৰিবেশত থকাৰ কথা জনা যায়। কালক্ৰমত ইয়াৰ সংখ্যা ভাৰতবৰ্ষত লাহে লাহে কমি আহিল আৰু বৰ্তমান যুগত ইয়াৰ চিন্-মোকাম্ একেবাৰেই নাইকিয়া হ'লগৈ। অতীতত ভাৰতত এইবিধ প্ৰাণীক চিকাৰৰ সাৰথি হিচাপে কিছুমান মানুহে ব্যৱহাৰ কৰিছিল। এই কাম সম্পন্ন কৰিবৰ বাবে চকুত এখন ফটাকানি বান্ধি জন্তুটোক হাবিলৈ লৈ যোৱা হয়। হাবিৰ অলপ নিলগত চিকাৰৰ উপযোগী কিবা জন্তু চকুত পৰিলে জন্তুটোৰ চকুত বন্ধা কাপোৰখন খুলি মেলি দিয়া হয়। প্ৰবল বেগত খেদি খেদি সি বনৰীয়া জন্তুটোক অতিক্ৰম কৰিবলৈ চেষ্টা কৰে। তাৰ দ্ৰুতগতিত জন্তুটোৰে তন্তিৰ নোৱাৰা হৈ পৰে। চিতাবাঘটোৱে তেতিয়া জন্তুটোৰ ডিঙিত কামোৰ মাৰি ধৰি আনি চিকাৰীৰ ওচৰত পেলাই দিয়েহি। এটা জন্তু এইদৰে ধৰা হৈ গ'লে দ্বিতীয়টো জন্তু ধৰি আনিবৰ বাবে চিতাবাঘক পুনৰ মেলি দিয়া হয়। এই পদ্ধতিৰে কেইবাটাও জন্তু চিকাৰত ধৰি মালিকে ঘৰ পোৱায়হি। চিতাবাঘৰ বংশ উচ্ছেদ হোৱাত আজি কালি এই ব্যৱসায় লোপ পালে।

বৰ্তমান যুগত চিতাবাঘ জাতীয় প্ৰাণী কেৱল আফ্ৰিকা মহাদেশতহে দেখিবলৈ পোৱা যায়। কঙ্গোৰ বাহিৰে অন্যান্য প্ৰায় সকলোবিলাক ঠাইতে এইবিধ প্ৰাণী কম-বেছি পৰিমাণে দেখা যায়। প্ৰাচীন কালত যেতিয়া ভাৰতবৰ্ষ আৰু এচিয়া মহাদেশৰ অন্যান্য ঠাই কিছুমান আফ্ৰিকা মহাদেশখনৰ সৈতে লগ লাগি আছিল সেই সময়তে আফ্ৰিকাৰ সিংহৰ দৰে চিতাবাঘ জাতীয় প্ৰাণী কিছুমানে এচিয়া মহাদেশ তথা ভাৰতবৰ্ষৰ পশ্চিমাঞ্চললৈ প্ৰব্ৰজন কৰিছিল। কালক্ৰমত এচিয়া মহাদেশত থকা এইবিধৰ প্ৰাণী-বোৰ লাহে লাহে নাইকিয়া হ'ল। শেষান্তৰত এইবিধ বিচিত্ৰ প্ৰাণী ভাৰতভূমি তথা এচিয়া মহাদেশৰ পৰা চিৰদিনৰ বাবে লোপ পালে।

আকাৰত চিতাবাঘক নাহৰ-ফুটুকী বাঘৰ নিচিনাই লাগে। নাহৰ-ফুটুকী বাঘৰ দৰেই ইয়াৰ গোটেই শৰীৰত ফুলাম-পহীয়া দাগ হয়। আনহাতে চিতাবাঘৰ গাটো তুলনামূলকভাৱে দীঘল আৰু চিঁয়া হয়। ইয়াৰ মূৰটো গোল আৰু ঠেং কেইখন দীঘল। এইবিধ মেকুৰী গোষ্ঠীৰ প্ৰাণীৰ মূৰটোৰ আকৃতি দেখাত শুৱনি। নাকৰ ওপৰভাগৰ পৰা তালুলৈকে থকা মূৰৰ অংশটোক দেহৰ একাষৰ পৰা লক্ষ্য কৰিলে উবুৰি খোৱাই ৰখা কঁাহ-পিতলৰ বাটি এটা যেন লাগে। দীঘল দীঘল ঠেং চাৰিখনৰে সৈতে গোটেই জন্তুটো দেখাত কুজগ্ৰা হয়। মূৰটোক মন্দিৰৰ কলচি বা মছজিদৰ গম্বুজৰ নিচিনা দেখি।



চিতাবাঘ

চিতাবাঘৰ শাৰীৰিক বৈশিষ্ট্য হ'ল এইবিধ প্ৰাণীৰ হাতোৰাৰ আঙুলিৰ নখবোৰ কুকুৰ জাতীয় প্ৰাণীৰ আঙুলিৰ নখৰ নিচিনা হয়। মেকুৰী গোষ্ঠীৰ অন্য জন্তুৰ দৰে এইবিধ জন্তুৱে ইচ্ছানুযায়ী নখবোৰ জপাব মেলিব নোৱাৰে। সেই কাৰণে চিকাৰ প্ৰাণীক খামোচ মাৰি ধৰিবৰ বাবে জন্তুটোৱে হাতোৰাখনৰে সৈতে আঙুলিৰ নখ ব্যৱহাৰ কৰা দেখা নাযায়। এই ঠেং কেইখন কুকুৰ জাতীয় প্ৰাণীৰ ঠেঙৰ গঠনৰ লগত মিলি থকাৰ বাবে জন্তুবোৰে অতিবেগত দৌৰিব পাৰে। জনা যায় যে দ্ৰুত বেগেৰে দৌৰাৰ বিষয়ত আমেৰিকাৰ গ্ৰে-হাউণ্ড নামৰ কুকুৰেও এইবিধ প্ৰাণীক চেৰ পেলাব নোৱাৰে। ঠেঙৰ পতা কেইখন অলপ বহল হোৱা বাবে এই পতাৰ সহায়ত জন্তুটোৱে অতি প্ৰবল বেগেৰে দৌৰিবলৈ সক্ষম হয়। দৌৰাৰ সময়ত দীঘল নেজডালৰ কথাও উলাই কৰিব নোৱাৰি। কাৰণ জন্তুটোৱে দৌৰি থকাৰ সময়ত এই নেজডালে দেহৰ ভাৰসাম্যতা ৰক্ষা কৰাত সহায় কৰে।

চিকাৰ পদ্ধতিতো এইবিধ প্ৰাণীৰ চাৰিত্ৰিক বৈশিষ্ট্য দেখা যায়। মেকুৰী তথা

বাঘ গোষ্ঠীৰ প্ৰাণীবিলাকৰ দৰে এইবিধ বাঘ গোষ্ঠীৰ প্ৰাণীয়ে জোপ লৈ চিকাৰৰ জন্তুৰ ওপৰত অকস্মাতে জপিয়াই নপৰে। বহুত নিলগৰ পৰাই ই নিজৰ লক্ষ্য স্থিৰ কৰি লয়। জন্তুটোৰ অলপ ওচৰ চাপিবৰ বাবে পেট চোঁচৰাই চোঁচৰাই আগ বাঢ়ি যোৱাৰ পিছত ই অলপ থিয় হৈ লক্ষ্য পুনৰ স্থিৰ কৰি লয়। তাৰ পাছত দেখা দেখিকৈ জন্তু-টোক খেদিবলৈ আৰম্ভ কৰে। পলাই সাৰিবলৈ চেষ্টা কৰা জন্তুটোক খেদি খেদি ই লেবাজান কৰি দিয়ে। ধৰা পৰা জন্তুটোৰ ডিঙিত ই চোকা দাঁতেৰে কামোৰ মাৰি ধৰি ডিঙিৰ নেলু ছিঙি পেলায়। পোন প্ৰথমতে ডিঙিৰ পৰা ওলাই অহা তেজখিনি জন্তুটোৰে হেপাহ পলোৱাই চুহি চুহি খায়। পাছত অৱসৰ সময়ত মাংসৰ জুতি লোৱা কামত লাগি যায়।



# হিমবাঘ

শ্ৰেণী---স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ফেলিডি

প্ৰজাতি----পান্থেৰা আনচিয়া

হিমালয় পৰ্বতমালাৰ ওখ ঠাইবিলাকত হিমবাঘ নামৰ এবিধ মেকুৰী তথা বাঘ গোষ্ঠীৰ প্ৰাণী বাস কৰে। দেখাত এইবিধ প্ৰাণী নাহৰ-ফুটুকী বাঘৰ নিচিনা। ইয়াৰ দেহৰ নোমবোৰ নাহৰ-ফুটুকী বাঘৰ নোমৰ দৰে ৰঙচুৱাকৈ হালধীয়া নহয়। এই নোমৰ বং মাখন বৰণীয়া আৰু পেটৰ তলৰ নোমবোৰ বগা হোৱা দেখা যায়। নোমবোৰৰ ওপৰত নাহৰ-ফুটুকী বাঘৰ দৰেই ভমৰা-ফুলীয়া দাগ হয়। দাগবিলাকৰ ৰূপ ভিন্ ভিন্ ধৰণৰ। আকৃতিত কিছুমান দীঘলীয়া, কিছুমান হাঁহ কণীৰ নিচিনা আৰু আন কিছুমান বহুকোণীয়া হোৱা দেখা যায়। কিছুমান হিমবাঘ বৰণত সম্পূৰ্ণভাৱে ক'লা হয়। আন কিছুমানৰ দাগৰ মাজ ভাগত ফুলৰ কলিৰ নিচিনা দাগ থাকে। নেজডালতো আঙঠিৰ দৰে ক'লা দাগ দেখা যায়। দাঁত আৰু নখৰ গঠন মেকুৰী তথা বাঘ গোষ্ঠীৰ প্ৰাণীৰ দৰেই।

বৰফ ৰেখাৰ নিচেই ওচৰৰ ঠাইত সচৰাচৰ বাস কৰা প্ৰকৃতিৰ হিমবাঘ জাতীয় প্ৰাণীক সহজে দেখা নাযায়। পৰ্বতৰ ওপৰৰ দুৰ্গম ঠাইবিলাকলৈ সাধাৰণতে ভ্ৰমণকাৰী মানুহ অহা যোৱা নকৰে। আগতে কিছুমান চিকাৰ-বিলাসী লোকে হিমবাঘ আৰু অন্যান্য আপুৰুগীয়া জন্তুৰ চিকাৰ অভিযানত গৈ গৈ এই দুৰ্গম ঠাইবিলাক পাইছিল গৈ। ভাৰতৰ বন্যপ্ৰাণী সংৰক্ষণ আইন অনুযায়ী হিমবাঘ নিষিদ্ধ প্ৰাণী বুলি ঘোষিত হোৱাত এই ব্যৱসায়ৰ এতিয়া মুদা মাৰিছে। সেইবিলাক পৰ্বতীয়া ঠাইত চিৰস্থায়ীভাৱে বাস কৰা কিছুমান জনজাতীয় লোকে এইবিধ বিচিত্ৰ প্ৰাণীক আগতে বধ কৰিছিল। মানুহবিলাকৰ পোহনীয়া জন্তুবিলাকৰ ওপৰত হিমবাঘ জাতীয় প্ৰাণীয়ে মাজে সময়ে অত্যাচাৰ কৰে। বনৰীয়া তৃণভোজী জন্তুবিলাক হিমবাঘে খোপনিৰে-লৈ ধৰে আৰু তেনে জন্তুৰ মাংস খাই জীৱন ধাৰণ কৰে। গৰমৰ দিনত হিমালয় পৰ্বত মালাৰ অলপ নিম্ন ভাগত অৱস্থিত ঠাইৰ বৰফবোৰ গলি যায়। বৰফ গলি গলি নাইকিয়া হোৱা মাটিবোৰত কোমল ঘাঁহবিলাক গজিবলৈ আৰম্ভ কৰে। বনচৰীয়া ছাগলী, ভেড়া আদি প্ৰাণী-

ৰোবে সেইবোৰ ঘাঁহনি পথাৰত চৰিবলৈ ওলাই যায়। হিমবাঘবোৰে ছল বুজি এই ঘৰচীয়া জন্তুবোৰৰ দুই এটাক খাপ মাৰি ধৰি খায়।



হিমালয় পৰ্বত মালাৰ বাহিৰেও হিমবাঘৰ বসতি স্থান আৰু বিচৰণ ভূমি এচিয়া আৰু ইউৰোপ মহাদেশৰ বহুতো ঠাইলৈ সম্প্ৰসাৰিত হৈ আছে। হিমালয় পৰ্বতমালাৰ পশ্চিমত অৱস্থিত কাশ্মীৰ আৰু লাডাকৰ শৈল-ৰাশিৰ পৰা আৰম্ভ কৰি

পূৰ্বাঞ্চলত থকা ভূটান পৰ্যন্ত এই পাৰ্বত্য এলেকাত হিমবাঘ জাতীয় প্ৰাণীয়ে ঠায়ে ঠায়ে উপযুক্ত পৰিৱেশ বাচি লোৱা দেখা গৈছে।

উত্তৰ গোলাৰ্দ্ধত ছোভিয়েত ৰাছিয়াৰ অন্তৰ্গত কিছুমান ঠাইত হিমবাঘৰ বাবে উপযোগী পৰিৱেশ আছে। কিন্তু বিভিন্ন কাৰণত ৰাছিয়াত বাস কৰা হিমবাঘবিলাকৰ সংখ্যা বৰ্তমানে বহুতো কমি আহিল। দেখাত অতিশয় মোহনীয় হোৱাৰ বাবে এইবিধ বন্যপ্ৰাণীৰ ছালখনৰ চাহিদা অত্যন্ত বেছি। তদুপৰি চিকাৰপ্ৰিয় মানুহ কিছুমানে এইবিধ প্ৰাণীক গুলিবিদ্ধ কৰি বধ কৰাটো এসময়ত সাধাৰণ কথাহে আছিল। তেওঁলোকে মৃত্যুৰ মুখলৈ ঠেলি দিয়া হিমবাঘৰ ধুনীয়া ছালখনৰ উপৰিও গোটেই মূৰ ভাগ কাটি নি বিশেষজ্ঞৰ সহায়ত সেই মূৰ ওপৰৰ ছালখন বখলিয়াই তাত ৰসায়নিক পদাৰ্থ ৰাখি সংৰক্ষণৰ ব্যৱস্থা কৰিছিল। কাঠৰ ফ্ৰেমত এই মূৰ ভাগ জীৱন্ত প্ৰাণীৰ মূৰৰ দৰে ধুনীয়াকৈ সজাই ড্ৰয়িং ৰুমৰ শোভাবৰ্দ্ধন কৰিছিলগৈ। এনে বিলাক আপুৰুগীয়া তথা আকৰ্ষণীয় সামগ্ৰী অতিৰিক্ত দামত বিক্ৰি কৰি লাভবান হোৱাৰ পথ মুকলি কৰিছিল। কালক্ৰমত আন্তৰ্জাতিক ভিত্তিত এইবিধ প্ৰাণী দুৰ্লভ শ্ৰেণীত অন্তৰ্ভুক্ত হোৱাত ছোভিয়েত চৰকাৰেও ইয়াৰ সংৰক্ষণৰ ব্যৱস্থা হাতত ললে। ফলস্বৰূপে এইবিধ প্ৰাণীৰ জন সংখ্যা (Population) সেইখন দেশত ক্ৰমে বৃদ্ধি হ'বলৈ আৰম্ভ কৰিছে। চীন দেশৰ পাৰ্বত্য অঞ্চলতো হিমবাঘ থকা বুলি জানিব পৰা গৈছে। ইউৰোপ মহাদেশৰ অন্তৰ্গত উন্নত দেশবিলাকৰ চিৰিয়াখানাবিলাকত প্ৰতিপালন কৰি ৰাখিবৰ বাবে আগতে ছোভিয়েত ৰাছিয়াৰ পৰা এইবিধ বিচিত্ৰ প্ৰাণীৰ আমদানি হৈছিল। বৰ্তমান সময়ত অৱশ্যে সেই ব্যৱসায়ৰ ওৰ পৰিছে।

"ৰেড দাতা বুকত" উল্লেখ কৰা হৈছে যে মঙ্গোলীয়াৰ বিভিন্ন ঠাইত থকা হিমবাঘৰ সৰ্বমুঠ সংখ্যা ৩০০ মান হ'ব। চীন দেশত কিমান পৰিমাণৰ হিমবাঘ বাস কৰি আছে সেই বিষয়ে ভালদৰে জনা নাযায়। চিয়াং-কিয়াং পৰ্বতমালাৰ আশে-পাশে টিয়েন চান, পামীৰ মালভূমি আৰু আচ্‌টিন্ টাগ নামৰ যিবিলাক পৰ্বতীয়া ঠাই আছে সেইবিলাক ঠাইত কিছু সংখ্যক হিমবাঘ আছে বুলি প্ৰমাণ পোৱা যায়। তদুপৰি তিবত মালভূমিৰ পৰা আৰম্ভ কৰি চিঙ্গাই আৰু কান্‌চু প্ৰদেশ পৰ্যন্ত যি পাৰ্বত্য ভূ-ভাগ আছে সেই ভূ-ভাগতো হিমবাঘ কিছুমান নিগাৰ্জাকৈ বাস কৰি আছে। এইবোৰ ঠাইৰ পৰা পৃথিৱীৰ উন্নত দেশসমূহত প্ৰতিষ্ঠিত চিৰিয়াখানা বিলাকলৈ কিছু সংখ্যক হিমবাঘ আগতে ৰপ্তানি কৰা হৈছিল। বৰ্তমান অৱস্থাত এইবিধ বিচিত্ৰ প্ৰাণীক সংৰক্ষণ কৰিবৰ বাবে চীন দেশৰ চৰকাৰে সময়োচিত ব্যৱস্থা হাতত লোৱাৰ বাবে ইয়াৰ ৰপ্তানি বন্ধ হৈছে।

নেপালৰ অন্তৰ্গত হিমালয়ৰ পৰ্বতীয়া পৰিৱেশত এটা বুজন পৰিমাণৰ হিমবাঘ জাতীয় প্ৰাণী বাস কৰিছে বুলি জনা যায়। ১৯৭৭-৭৮ চনত মিঃ ৰদ্‌নি জেকচন নামৰ এজন উদ্যোগী প্ৰাণীবিদে এইবিধ প্ৰাণীৰ স্থিতাৱস্থা নিৰ্ণয় কৰিবৰ বাবে নেপাললৈ আহিছিল। তেখেতে একে লেঠাৰিয়ে এবছৰ এই দেশৰ বিভিন্ন ঠাই পৰিভ্ৰমণ কৰি হিমবাঘৰ গণনা কাৰ্য সম্পাদন কৰিছিল আৰু নানা আলৈ-আহুকালৰ মাজত পৰিস্থিতি

অধ্যয়ন কৰিছিল। তেওঁ সংগ্ৰহ কৰা তথ্যপাতি বিলাকৰ পৰা জনা যায় যে নেপালত প্ৰায় ৩০০শ মান হিমবাঘ জীয়াই আছে। পাকিস্তানতো কিছু পৰিমাণৰ হিমবাঘ আছে। এই দেশৰ অন্তৰ্গত চিত্ৰাল, গিলগিট, বাল্টিস্তান আদি পৰ্বতীয়া ঠাইবিলাকৰ উপৰিও আজাদ কাশ্মীৰত হিমবাঘৰ অৱস্থিতি পৰিলক্ষিত হৈছে। স্কেলাৰ নামৰ এজন বিশেষজ্ঞই উল্লেখ কৰা মতে পাকিস্তানত বাস কৰি থকা হিমবাঘৰ সৰ্বমুঠ সংখ্যা এশতকৈ বেছি নহ'ব। অৱশ্যে "ৰেড দাতা বুকৰ" তথ্য অনুযায়ী পাকিস্তানত ২৫০টা মান হিমবাঘ আছে।

হিমবাঘক নিশাচৰ প্ৰাণী বোলা হয়। দিনদুপৰত ইহঁতে পাথৰৰ ফাকত অথবা তেনে ধৰণৰ সু-পৰিবেশত নুৰা পাতি পাতি সোমাই থাকে। গধূলি আন্ধাৰ হোৱাৰ উমান পালেই ইহঁতে লাহেকৈ থকা ঠাইবোৰৰ পৰা ওলাই আহে আৰু গোটেই নিশা আহাৰ বিচাৰি ঘূৰি ফুৰে। কেতিয়াবা কেতিয়াবা দিনৰ ভাগতো হিমবাঘক ঘূৰি ফুৰা অৱস্থাত দেখিবলৈ পোৱা যায়। হিমালয় পৰ্বতমালাৰ উচ্চ শিখৰত প্ৰতিস্থিত নন্দা-দেৱী নামৰ অভয়াৰণ্যত এইবিধ বিচিত্ৰ প্ৰাণীক দেখিবলৈ আশা কৰিব পাৰি।

ওপৰত উল্লেখ কৰা তথ্যপাতি বিলাকৰ পৰা দেখা যায় যে সমস্ত পৃথিৱীত হিম-বাঘৰ পৰিস্থিতি সিমান বেয়া নহয়। এইবিধ সৰ্বাঙ্গসুন্দৰ প্ৰাণীক বচাই ৰখাটো সংশ্লিষ্ট দেশ তথা-গোটেই বিশ্ববাসীৰ বাবে উমৈহতীয়া কৰ্তব্য হৈ পৰিছে।

বছৰৰ যেই কোনো সময়তে হিমবাঘে পোৱালি জগায়। প্ৰতিবাৰতে দুটাৰ পৰা চাৰিটা পৰ্যন্ত পোৱালি জগে।



# বন-মেকুৰী বা হেপা

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ফেলিডি

প্ৰজাতি----ফেলিচ চাৱছ্

বন-মেকুৰী বা হেপা নামৰ বনৰীয়া প্ৰাণীবিধক অসমৰ গাঁৱে-ভুঁঞে, নগৰে-চহৰে প্ৰায় সকলো বিলাক ঠাইতে কমবেছি পৰিমাণে দেখা যায়। গভীৰ অৰণ্যৰ মাজত বাস কৰাতকৈ এইবিধ বনৰীয়া মেকুৰীয়ে পাতলীয়া হাবি বননিবোৰত থাকিবলৈহে ভাল পায়। এনেবোৰ ঠাইত ইহঁতে নানা বিধৰ সৰু আকাৰৰ বনৰীয়া জন্তু ধৰি ধৰি খায়। এইদৰে চিকাৰত ধৰি খোৱা প্ৰাণী বিলাকৰ ভিতৰত নিগনি, এন্দুৰ, চৰাই আদি নানা বিধৰ ক্ষুদ্ৰ আকাৰৰ প্ৰাণীও পৰে। পাতলীয়া হাবি বননিত থাকিবলৈ লোৱা মেকুৰী বা হেপাই মানুহৰ পোহনীয়া হাঁহ কুকুৰালৈকে খেদা লয়। নিশাচৰ প্ৰাণী হলেও এইবিধ মেকুৰীক দিনৰ সময়তো ঘূৰি ফুৰা দেখা যায়। দোকমোকালি আৰু গধূলিৰ মুনিচুনি বেলিকা ইহঁতে দিনত আশ্ৰয় লৈ থকা ঠাইবোৰৰ পৰা লাহেকৈ ওলাই আহে আৰু চিকাৰ বিচাৰি ইফালে সিফালে ঘূৰি ফুৰে। সুবিধা পালে গড়ালৰ ভিতৰৰ পৰা হাঁহ কুকুৰা ধৰি নিয়ে। কেতিয়াবা কেতিয়াবা ঘৰৰ ওপৰৰ চিলিঙৰ পৰা ই পাৰ চৰাইৰ পোৱালিও ধৰি লৈ যায়। বতৰ ডাৱৰীয়া হ'লে দিন দুপৰতে থকা ঠাইৰ পৰা ওলাই আহি ই পথাৰত চৰি ফুৰা হাঁহ-কুকুৰা ধৰি নিয়ে।

আকাৰত বনমেকুৰী ঘৰচীয়া মেকুৰীতকৈ ডাঙৰ হয়। ইয়াৰ ঠেং কেইখন দীঘল আৰু সেই অনুপাতে নেজডাল তুলনামূলক ভাৱে চুটি হোৱা দেখা যায়। গাৰ নোমবোৰৰ বৰণ হালধীয়া চানেকীয়াকৈ মুগা হোৱা দেখা লয়। নোমৰ ওপৰত কোনো বিচিত্ৰ-ৰূপ দেখা নাযায়। নেজৰ আগত পথালি পথালিকৈ আঙঠিৰ দৰে ক'লা বৰণীয়া দাগ থাকে। নেজৰ আগ ভাগতো ক'লা নোম দেখা যায়। কাণৰ নোমবোৰ বঙচুৱা হয় আৰু কাণৰ আগ ভাগত কেইডালমান ক'লা বৰণৰ দীঘল নোম থকা দেখা যায়।

বঙালী ভাষাত এইবিধ প্ৰাণীক "বন বিলাই" বোলা হয়। আমাৰ মানুহৰ কোনো কোনোৱে ইয়াক বনবোন্দাৰ আখ্যা দিয়ে। কেতিয়াবা কেতিয়াবা ঘৰচীয়া মেকুৰীখ দুই এটা মতাই ঘৰৰ পৰা পলাই গৈ হাবিত থাকিবলৈ লয়গৈ। বহুত দিন হাবিত

থাকি ই নিজেই বনৰীয়া হৈ পৰে আৰু ঘৰলৈ ঘূৰি অহাৰ কথা একেবাৰে পাহৰি যায়। গধূলি পৰত বা দোক-মোকালিৰ সময়ত এই বিধ প্ৰাণীয়ে "আয়াও আয়াএ" কৈ



বন-নেকুৰী বা হেপা

চিঞৰি ফুৰে। এই শব্দ ইমান হয় যে অকলশৰীয়া ভাবে হাবি তলীয়া ৰাস্তাই দি গৈ থাকোতে এই শব্দ কাণত পৰিলে গাৰ নোমবোৰ ডাল ডাল হয়। আমাৰ গাওঁ

বিলাকৰ কিছুমান মানুহৰ এটা ধাৰণা যে এইবিধ বন মেকুৰীৰ মাতত সুখ-দুখৰ বতৰা পোৱা যায়। সাধাৰণতে এইবিধ বনপ্ৰাণীয়ে "আয়াও আয়াও" শব্দ উচ্চাৰণ কৰাৰ পাছতে অলপ দম লয় আৰু তাৰ অলপ পাছতে এটা দীঘল সুৰৰ মাত মাতে। এই মাতত "সুখ" বা "দুখ" শব্দ আৰোপ কৰিব পৰা ধ্বনি প্ৰতিফলিত হয় বুলি বিশ্বাস কৰা হয়।

বন মেকুৰীয়ে বছৰত দুবাৰকৈ পোৱালি জগায় বুলি জনা যায়। একে বাৰতে দুটা বা তিনিটা পৰ্যন্ত পোৱালি দিয়ে।



## লতামাকৰি

শ্ৰেণী---স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ফেলিডি

প্ৰজাতি---ফেলিচ্ বেঙ্গলেঞ্চিছ্

লতা মাকৰি নামৰ এঁবিধ মেকুৰী গোষ্ঠীৰ প্ৰাণী ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত বাস কৰা দেখা যায়। অসমকে কেন্দ্ৰ কৰি উত্তৰ পূব ভাৰতৰ প্ৰায় আটাই কেইখন ৰাজ্যতে এইবিধ বিচিত্ৰ প্ৰাণীৰ বসতিস্থান বিয়পি আছে। হিমালয় পৰ্বতমালাৰ পৰা আৰম্ভ কৰি কুমাৰিকা অন্তৰীপলৈকে সকলোবিলাক ৰাজ্যতে কমবেছি পৰিমাণে এইবিধ জন্তু বাস কৰা দেখা যায়। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি লতা-মাকৰিৰ বসতি স্থান দক্ষিণ-পূব এচিয়াৰ কেবাখনো দেশলৈ সম্প্ৰসাৰিত হৈ আছে বুলি জনা যায়। গোটেই গাতে নাহৰ-ফুটুকী বাঘৰদৰে ফুটুকা--ফুটুকী দাগ থকাৰ বাবে ইংৰাজী ভাষাত ইয়াক লিওপাৰ্ড কেট্ বোলা হয়। সেই অনুপাতে অসমীয়াত ইয়াক নাহৰ--ফুটুকী মেকুৰী বুলি ক'ব পৰা গ'লহেঁতেন। ইতিমধ্যে লতা--মাকৰি নামেৰেই এইবিধ প্ৰাণী জনাজাত হোৱাৰ বাবে এইনামটোকে এইবিধ প্ৰাণীক বুজাবলৈ ব্যৱহাৰ কৰা হ'ল।

লতা-মাকৰি আকাৰত ঘৰচীয়া মেকুৰীৰ সমানেই হ'ব। অৱশ্যে ইয়াৰ ঠেং কেইখন তুলনামূলক ভাবে দীঘল হোৱা দেখা যায়। গাৰ নোমবিলাকৰ বৰণ অলপ ৰঙচুৱাকৈ হালধীয়া হয়। গোটেই গাতে ক'লা বৰণৰ ফুটুকা-ফুটুকী দাগ থাকে। দাগবোৰ কিছুমান দীঘলীয়া, কিছুমান চুটি আৰু আন কিছুমান ঘূৰণীয়া আৰু চুকীয়া-চুকি। দীঘলীয়া বা চকলা--পহীয়া দাগবোৰ দেহৰ দুয়ো কাষে পথালিকৈ বা অলপ কোণীয়াকৈ শাৰী শাৰী হৈ থকা দেখা যায়। এই শাৰীবোৰত অৱশ্যে বিশেষ ধাৰাবাহিকতা নাই। শাৰীবোৰ ঠায়ে ঠায়ে বিচ্ছিন্ন হৈ বেঁকা-বেঁকি ভাৱে নতুন শাৰীত পৰিণত হয়। দীঘল নেজডাল ফুটুকাফুটুকী হয় আৰু নেজৰ আগৰ দাগবোৰ আধা আঙঠিৰ নিচিনা। কপালৰ ওপৰত নাকৰ দুয়ো কাষৰ পৰা আৰম্ভ কৰি ওপৰলৈ বৈ পৰাকৈ চাৰি চটামান ক'লা বঙৰ পটিৰ উৎপত্তি হয়। গালৰ দুয়ো কাষে দুচটা দুচটা আঁচ দেখিবলৈ পোৱা যায়। ভিঙি ভাগত এচটা ক'লা বৰণৰ পটি পথালিকৈ সজোৱা থাকে আৰু গালত থকা আঁচ দুডালৰ ভিতৰত তলৰ কালে থকা ডালৰ আগৰ ভাগ আহি এই পটি ডালক স্পৰ্শ

কৰেহি। তপিনাৰ আগ ভাগত দুচটা কলা আঁচ পথালিকৈ সমান্তৰাল ভাবে থাকে। এই বিধ প্ৰাণীয়ে মেকুৰীৰ দৰে "মেও মেও" কৈ মাতাও শুনা যায়। এনেদৰে মতা মাতবোৰ ইমান অস্পষ্ট যে দূৰৈৰ পৰা ইয়াৰ মাত নুশুনি।

এইবিধ বন মেকুৰীক নিশাচৰ প্ৰাণী বুলিও ক'ব পাৰি। দিনৰ দিনটো ইহঁতে গছৰ ধোন্দত কিম্বা তেনে ধৰণৰ সুবিধা জনক ঠাইত আশ্ৰয় লৈ থাকি আত্মগোপন কৰে। গধূলি পৰত চিকাৰ বিচাৰি ই আশ্ৰয় লৈ থকা ঠাইৰ পৰা বাহিৰলৈ ওলাই আহে। মাটিত বা গছৰ ডালত বগাই ফুৰা সৰু-সুৰা প্ৰাণী বা চৰাই ধৰি ধৰি খায়। হাতোৰাৰ আঙুলিৰ নখবোৰ সাধাৰণ অৱস্থাত খাপৰ মাজে মাজে সোমাই থাকে। চিকাৰৰ প্ৰাণী ধৰিবৰ সময়ত মেকুৰীয়ে এই নখ খাপৰ মাজৰ পৰা ইচ্ছানুযায়ী



লতা--মাকৰি

উলিয়াই ল'ব পাৰে। এই নখৰ সহায়ত ই চিকাৰৰ জন্তু বা চৰাই থাপ মাৰি ধৰে। দীঘলকৈ ওলাই অহা আগ--দাঁত কেইটাৰে জন্তুটোক কেৰেং মেৰেং কৰিব নোৱাৰাকৈ কামোৰ মাৰি ধৰি মাৰি পেলায়। আমাৰ এই ফালৰ লতা--মাকৰি জাতীয় প্ৰাণীবিলাকে ঘৰচীয়া হাঁহ কুকুৰা ধৰি মানুহৰ হানি বিঘিনি ঘটোৱাৰ দৃষ্টান্ত বৰ বেছি নহয়। কিন্তু দক্ষিণাত্যৰ ফালে বাস কৰা এই উপজাতিৰ প্ৰাণীবোৰে ঘৰচীয়া হাঁহ কুকুৰা আদি ধৰি ধৰি খোৱা বিষয়ত পাৰ্গত বুলি জনা যায়।

লতা মাকৰিক পোহ মনাব পাৰি যদিও এইবিধ প্ৰাণীক বিশ্বাস কৰা টান। এই বিষয়ত হয়তো বহুতো লোকে অভিজ্ঞতা লাভ কৰিছে। মোৰ ব্যক্তিগত জীৱনৰ এটা অভিজ্ঞতাৰ বিষয়ে উল্লেখ কৰিলোঁ। কাছাৰ জিলাত কাটলিছৰা নামৰ গাওঁ এখনৰ এখন মানুহে এবাৰ এটা লতা--মাকৰি জাতৰ প্ৰাণী কেনেবাকৈ হাবিৰ মাজৰ পৰা ধৰি আনি ঘৰতে প্ৰতিপালন কৰি ৰাখিছিল।

চেহেৰা-পাতি নাহৰ-ফুটুকী বাঘৰ লগত অবিকল মিলি যোৱাৰ বাবে সেই মানুহ ঘৰে এই জন্তুটোক এটা নাহৰ-ফুটুকী বাঘৰ পোৱালি বুলি ভাবিছিল আৰু মাংস আদিৰ যোগান ধৰি এটা কাঠৰ বাকচত ভৰাই ৰাখিছিল। কালক্ৰমত জন্তুটো ডাঙৰ হলে প্ৰতিদিনে বহুতো পৰিমাণৰ মাংসৰ যোগান ধৰিব লগীয়া হ'ব বুলি ভাবি তাক ঘৰত পালন কৰা সম্ভৱ নহব বুলি ভাবিছিল। মাটিজুৰিৰ ৰেঞ্জ অফিচাৰ জনে জন্তুটো নিজ চকুৰে দেখি আহি মোক জনালেহি। এইটো ১৯৬০ চনৰ কথা। সেই সময়ত মই কাছাৰ বন সংৰক্ষণৰ ভাৰপ্ৰাপ্ত বিষয়া হিচাপে শিলচৰত আছিলোঁ। মই ৰেঞ্জ অফিচাৰ জনক এই জন্তুটো মানুহ জনৰ হাতৰ পৰা উদ্ধাৰ কৰি মোৰ কাৰ্য্যালয়লৈ আনিবৰ বাবে অনুৰোধ জনালোঁ। মানুহ ঘৰে জন্তুটো হস্তান্তৰ কৰিবলৈ পাই বিপদৰ পৰা উদ্ধাৰ পোৱা যেন ভাবিলে। জন্তুটোক শিলচৰলৈ অনাৰ ব্যৱস্থা কৰা হ'ল। তাক মোৰ বাস-ভৱনতে ৰাখিলোঁ। লাহে লাহে তাৰ আচাৰ ব্যৱহাৰ ঘৰচীয়া মেকুৰীৰ দৰে দেখা গ'ল। তাক কাঠৰ বাকচটোৰ পৰা উলিয়াই আনি ঘৰৰ ভিতৰতে প্ৰথমে মেলি দি তাৰ গতিবিধি লক্ষ্য কৰিলোঁ। ঘৰচীয়া মেকুৰীৰ দৰে সি মাতিলে ওচৰলৈ অহা হ'ল আৰু ইফালে সিফালে কৰি বিস্কা নৰম আকলুৱাৰ দৰে মোৰ নিচেই ওচৰতে বহি থকা হ'ল। লাহে লাহে তাক বেছি সময়ৰ বাবে মুকলি কৰি ৰাখিবলৈ ধৰিলোঁ। মেকুৰীৰ দৰে "মেও মেও" কৰিলেও ভগা মাতৰ দৰে শুনিবলৈ অস্পষ্ট হৈছিল। লাহে লাহে তাক ঘৰচীয়া মেকুৰীৰ দৰে ৰাখিবলৈ ধৰিলোঁ। এমাহ মান এইদৰে থকাৰ পিছত সি এদিন হঠাতে অন্তৰ্দ্ধান হ'ল। তেতিয়াহে বুজিলোঁ যে সি হাবিলৈ পলাই যাবৰ বাবেহে এই ধৰণৰ ভাও ধৰিছিল। এই অভিজ্ঞতাৰ পৰাই প্ৰমাণ হ'ল যে লতা-মাকৰি নামৰ বনমেকুৰী গোষ্ঠীৰ প্ৰাণীক ঘৰচীয়া মেকুৰীৰ দৰে লালন পালন কৰি পোহ মনাব নোৱাৰি। স্বাধীন-চিতীয়া ভাৱে হাবিৰ মাজত জীৱন যাপন কৰিয়েই ইহঁতে ভাল পায়।

ভাৰতবৰ্ষত লতা-মাকৰিৰ কেবাটাও উপজাতি থকাৰ কথা জনা যায়। দেহৰ নোমৰ বৰণৰ গভীৰতা আৰু গঠন প্ৰণালীৰ তাৰতাম্য অনুসৰি এই উপ-প্ৰজাতিৰ প্ৰাণীবিলাকক বিজ্ঞান সন্মতভাৱে পৰিচয় কৰা হয়। পোৱালি জগোৱা আৰু লালন-পালন কৰাৰ বিষয়ত এই বিধ বন-মেকুৰীৰ প্ৰকৃতি অন্য মেকুৰী গোষ্ঠীৰ প্ৰাণীৰ দৰেই। বন্যপ্ৰাণী সংৰক্ষণৰ দৃষ্টিভঙ্গীৰে চালে এই প্ৰাণীবিধ সংৰক্ষণৰ বাবে উপযোগী। ভাৰতৰ বন্যপ্ৰাণী সংৰক্ষণ আইন অনুযায়ী লতা-মাকৰিয়ে প্ৰথম তালিকাত স্থান লাভ কৰিছে। সেই বাবে এইবিধ প্ৰাণীক বিনা কাৰণত বধ কৰিলে আইনতঃ দণ্ডনীয় হ'ব লাগিব। ধুনীয়া-আকৃতিৰ প্ৰাণী হিচাপে ই সকলোৰে সমাদৰ লাভ কৰা স্বাভাৱিক।

# সোণালী মেকুৰী

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ফেলিডি

প্ৰজাতি----ফেলিচ টেমিঙ্কি

ভাৰতবৰ্ষৰ বিভিন্ন পৰিৱেশত থকা নানাজাতৰ বনৰীয়া মেকুৰীৰ ভিতৰত সোণালী মেকুৰী নামৰ এবিধ মেকুৰীয়েই সবাতোকৈ ডাঙৰ আৰু দেখাতো ধুনীয়া। পূৰ্বাঞ্চলৰ অৰণ্যভূমিবিলাকতেই এইবিধ প্ৰাণীৰ সচৰাচৰ বসতিস্থান। নেপালৰ পাৰ্বত্য অঞ্চলৰ পৰা আৰম্ভ কৰি ভূটান ছিক্কিমৰ মাজেদি অৰুণাচল, অসম আৰু অন্যান্য পাৰ্বত্য ৰাজ্য-বিলাকলৈ ইয়াৰ বিচৰণ ভূমি বিস্তাৰিত হৈ আছে। জাতে-পাতে মেকুৰী হ'লেও ইয়াক পশ্চিম গোলাৰ্দ্ধত বাস কৰা এটা সৰু আকাৰৰ "মাউন্টেন লায়ন" বা পিউমা যেনহে লাগে। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি এইবিধ মেকুৰীৰ বসতি স্থান পূবৰ ফালে ব্ৰহ্মদেশৰ মাজেদি আন কেইবাখনো দেশৰ বনভূমিবিলাকলৈ সম্প্ৰসাৰিত হৈছে।

সোণালী মেকুৰীৰ গাৰ নোমবোৰৰ বৰণ সাধাৰণতে ৰঙচীয়াকৈ মুগা হোৱা দেখা যায়। জন্তু ভেদে নোমবোৰৰ বৰণত গভীৰতাৰ তাৰতম্য পৰিলক্ষিত হয়। কিছুমান মেকুৰীৰ বৰণ ক'লা হোৱাও দেখিবলৈ পোৱা যায়। সাধাৰণতে নোমৰ আৱৰণত কোনো ধৰণৰ বিচিত্ৰতা দেখা নাযায়। গৰমৰ দিনত কিছুমান মেকুৰীৰ পিছৰ ফালে সামান্য ধৰণৰ দাগ হোৱা দেখা যায়। গালৰ দুয়ো কাষে দুটা বগা ৰঙৰ দাগৰ উৎপত্তি হয়। চকুৰ ভিতৰ ফাল সামান্য বগা যেন দেখা যায়। মূৰৰ ওপৰৰ ফালে এটা ধোঁৱাবৰণীয়া আঁচ থাকে।

অসমৰ বনাঞ্চলত থকা সোণালী মেকুৰীক সহজতে হাবিৰ মাজত দেখা নাযায়। গভীৰ অৰণ্যত থকা প্ৰাণী হোৱাৰ বাবে এইবিধ জীৱ সহজতে চকুত নপৰে। পৰ্বতীয়া অৰণ্য ভূমি আৰু পৰ্বতৰ নামনি বোৰত থকা বনভূমি বিলাকতহে এইবিধ বিচিত্ৰ প্ৰাণীয়ে সচৰাচৰ বিচৰণ কৰা দেখা যায়। নগালেণ্ড, মিজোৰাম, মেঘালয় আদি ৰাজ্যৰ পৰ্বতীয়া ঠাইবোৰেই এইবিধ প্ৰাণীৰ বাবে অনুকূল পৰিৱেশৰ সৃষ্টি কৰিছে। অৱশ্যে জনসংখ্যাৰ বৃদ্ধি আৰু জুমখেতিৰ প্ৰসাৰতাৰ ফলত সোণালী মেকুৰীৰ বাসস্থান ক্ৰমে সংকোচিত হবলৈ ধৰিছে। সেই কাৰণে বৰ্তমান অৱস্থাত বিভিন্ন ঠাইৰ সংৰক্ষিত বনাঞ্চল আৰু

অন্যান্য জনশূন্য পৰিবেশ বিলাকতে এইবিধ প্ৰাণীয়ে আশ্ৰয়ৰ স্থান বিচাৰি ল'বলগীয়া হৈছে। নেপালৰ বলফাকথান্ অভয়াৰণ্য আৰু মহাদেউ গৰ্জ নামৰ আও-হতীয়া ঠাইত এইবিধ বিচিত্ৰ প্ৰাণীৰ গোটা চেৰেকক বিচাৰি পোৱা গৈছে। সহজতে বিচাৰি নোপোৱা এইবিধ প্ৰাণী দুৰ্লভ প্ৰাণী বুলি পৰিগণিত হৈছে। ভাৰতীয় বন্যপ্ৰাণী সংৰক্ষণ আইনত এইবিধ প্ৰাণীয়ে প্ৰথমখন তালিকাত স্থান পাইছে। সেই কাৰণে সোণালী মেকুৰী বধ কৰা কাম আইন বিৰোধী।

মেকুৰী জাতীয় প্ৰাণীক বধ কৰিব নাপায় বুলি আমাৰ মানুহৰ মাজত এটা বিশ্বাস প্ৰচলিত হৈ আছিছে। মেকুৰী বধ কৰিলে সেইদৰে বধ কৰা মেকুৰীৰ সলনি নিপুৰীত হৈ হেলো এটা সোণৰ মেকুৰী বন বজাক গঢ়াই দিবলৈ লাগিব। এই ধাৰণা কʼৰ পৰা উৎপত্তি হʼল ভালদৰে জনা নাযায়। পিছে আমাৰ হাবি বননিবিলাকত সোণালী মেকুৰী নামৰ এবিধ দুৰ্লভ প্ৰাণী আলেঙে আলেঙে বাস কৰাৰ চাই এইবিধ



সোণালী মেকুৰী

মেকুৰীকে আমাৰ মানুহে সোণৰ মেকুৰীৰ আখ্যা দিছিল বুলি ভাবিবৰো খল নথকা নহয়। কিয়েই কি নহওক মেকুৰী জাতীয় প্ৰাণী বধ কৰা উচিত নহয় বুলি আমাৰ বহুতো মানুহে যে বিশ্বাস কৰে এই কথা ধ্ৰুৱপ।

সোণালী মেকুৰীয়ে গছৰ খোলত বা তেনে ধৰণৰ সুচল ঠাইত আশ্ৰয় লৈ পোৱালি জগায়। কোনো কোনো ক্ষেত্ৰত পাণৰৰ ফাকৰ মাজত সোমাই থাকিও ইহঁতৰ মাইকী বোৰে পোৱালি জগায়। অন্যান্য জাতৰ মেকুৰীৰ দৰেই সোণালী মেকুৰীয়ে একে বাৰতে একাধিক পোৱালি জগায়।

# মাছুৱৈ মেকুৰী

শ্ৰেণী——স্তন্যপায়ী
বৰ্গ——মাংসাহাৰী
গোত্ৰ——ফেলিডি
প্ৰজাতি——ফেলিচ্ ভাইভেৰিণা

ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ ভিন্ ভিন্ পৰিবেশত কেইবাবিধো মেকুৰী গোষ্ঠীৰ বনৰীয়া জন্তু বাস কৰা দেখা যায়। জাতি অনুযায়ী কেবাবিধ বনৰীয়া মেকুৰীৰ বিষয়ে ইতিমধ্যে আলোচনা কৰা হৈ গৈছে। সদ্যহতে যিবিধ বনৰীয়া মেকুৰীৰ জীৱনালেখ্য বৰ্ণনা কৰিবলৈ লোৱা হৈছে সেইবিধ মেকুৰীক মাছুৱৈ মেকুৰী নামেৰেহে জনা যায়। সমগ্ৰ দেশৰ অনুকূল পৰিবেশত এইবিধ মেকুৰী জাতীয় বন্যপ্ৰাণী বিক্ষিপ্ত ভাৱে বাস কৰে। হিমালয় পৰ্বতমালাৰ নামনি ভাগত থকা বাঁহ জাতীয় উদ্ভিদেৰে পৰিপূৰ্ণ হ ঠাই আৰু মুকলি হাবিৰ মাজেদি বৈ যোৱা নলা নদীৰ আশে পাশে এইবিধ মেকুৰীয়ে নিৰলে থাকিবলৈ সুচল ঠাই বিচাৰি লয়। দক্ষিণৰ ফালে সাগৰৰ পাৰত থকা নদীৰ অৱবাহিকা অঞ্চল সমূহতো এইবিধ মেকুৰীক বাস কৰা দেখা যায়। মূঠতে জলাশয় থকা ঠাই বিলাকতেই এইবিধ মেকুৰী জাতীয় প্ৰাণীৰ বাসস্থান হোৱা দেখা যায়। উত্তৰ প্ৰদেশ, পশ্চিম বংগ, বিহাৰ, উৰিষ্যা আদিৰ অন্তৰ্গত কিছুমান ঠাইত ইয়াৰ বিচৰণ ভূমি বিয়পি আছে। দক্ষিণাত্যৰ ফালে ইয়াৰ উৎপত্তি কম বুলি জনা যায়। দক্ষিণ-পশ্চিম ফালে থকা উপকূলবৰ্তী স্থানবিলাকতো এইবিধ মেকুৰী সেৰেঙাকৈ বাস কৰা পৰিলক্ষিত হয়। ভাৰতবৰ্ষৰ ভৌগোলিক সীমৰেখা অতিক্ৰম কৰি মাছুৱৈ মেকুৰীয়ে পাকিস্তান, শ্ৰীলঙ্কা, বাংলাদেশ, ইন্দোনেচিয়া আৰু মালয়াছিয়াৰ বহুতো ঠাইত বিস্তৃতি লাভ কৰিব পাৰিছে।

ঘৰচীয়া মেকুৰীবিলাকৰ সৰহভাগেই যে মাছ খাবলৈ ভাল পায় এই কথা সকলোৱেই জানে। ভজা বা পোৰা মাছৰ গোন্ধ পালে ইহঁতৰ গাত তৰণি নাইকিয়া হয়। "মেও মেও" কৈ চিঞঁৰি ঘৰৰ চাৰিওফালে ঘূৰাঘূৰি কৰিবলৈ আৰম্ভ কৰে। চোৰ বা চুৰুণী প্ৰকৃতিৰ মেকুৰী ঘৰত থাকিলে গিৰিহঁতৰ বৰ অশান্তি হয়। বাত্তিটোৰ ভিতৰতে সাঁচি থোৱা মাছখিনি খাই শেষ কৰি থৈ দিয়ে। টৌ কলহৰ জীৱনীয়া মাছেও এনে মেকুৰীৰ প্ৰতাপত ৰক্ষা নাপায়। বনৰীয়া মেকুৰীৰ ক্ষেত্ৰত পানীৰ মাছ ধৰি খোৱা প্ৰবৃত্তি প্ৰবল হোৱা দেখা নাযায়। এই প্ৰবন্ধৰ জৰিয়তে আলোচনা কৰা বনৰীয়া মেকুৰীক হাক্তে-হিমজুৰে মাছ খোৱা মেকুৰীৰ আখ্যা দিব পাৰি। ইংৰাজী ভাষাত এইবিধ বন-মেকু-

ডালত উঠি ইফালে সিফালে বগাই ফুৰিব পাৰে। ইয়াৰ পিঠিৰ উপৰি ভাগৰ মেৰুদণ্ড ডালৰ হেঙে হেঙে এডাল দীঘল পট্টি দেখা যায়। জন্তুটোৰ ঠেং আৰু নেজডালৰ ওপৰত এক প্ৰকাৰৰ ক'লা নোম হোৱা দেখা যায়। মুখৰ আগ ভাগ আৰু ডিঙিত আঁকা-বাঁকা দাগ হয়।



লতা-ফটুকী মেকুৰী

লতাফুটুকী মেকুৰীৰ পাৰিবাৰিক জীৱনৰ বিষয়ে স্পষ্টভাৱে জনা নাযায়। বছৰৰ কোনো নিৰ্দিষ্ট সময়ত এইবিধ বন-মেকুৰীয়ে পোৱালি জগায়নে কিম্বা বছৰৰ যেই কোনো মাহতে ইহঁতে পোৱালি জগায় সেই কথা জনা নাযায়। গছৰ ওপৰত বগাই ফুৰা নিশাচৰ প্ৰাণী হোৱাৰ বাবে এইবিলাক তথ্য সংগ্ৰহ কৰাৰ উপায় নাই বুলি ক'ব লাগিব।

# মাৰ্বল কেট্ বা লতা-ফুটুকী মেকুৰী

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----মাংসাহাৰী
গোত্ৰ----ফেলিডি
প্ৰজাতি----পাৰড'ফেলিচ্ মাৰমৰ'টা

মাৰ্বল কেট্ নামৰ এবিধ আপ্ৰুৰুগীয়া প্ৰাণী পূব ভাৰতৰ কেইখনো ৰাজ্যৰ অন্তৰ্গত থকা অৰণ্যভূমি বিলাকত আলেঙে আলেঙে বাস কৰা দেখা যায়। জনবসতিৰ পৰা আঁতৰি হাবিত থাকে বাবে ইয়াক য'তে ত'তে সহজতে দেখা নাযায়। এইবিধ প্ৰাণীয়ে সৰহভাগ সময় গছ--গছনিৰ ডালে পাতে বগুৱা বাই ফুৰিয়েই কটায় আৰু কাচিৎ ক'ৰবাতহে মাটিলৈ নামি আহে বুলি জনা যায়। গছৰ ডালত বগাই ফুৰা কেৰ্কেটুৱা আৰু নিগনি জাতিৰ প্ৰাণীবিলাক ধৰি ধৰি খাই ইহঁতে জীৱন ধাৰণ কৰে। গছৰ ডালত পৰি জিৰণি লোৱা চৰায়ো কেতিয়াবা ইয়াৰ পৰা সাৰি যাব নোৱাৰে। সেই কাৰণে এইবিধ মেকুৰী থকা গছবিলাকত কোনো জাতীয় চৰায়ে বাহ সাজি কণী পাৰিবলৈ সাহস নকৰে।

লতা-ফুটুকী মেকুৰীৰ মূৰটোৰ আকাৰ গোল আৰু সেই অনুপাতে মুখমণ্ডলৰ আকৃতিও মুগ্ধণীয়া। ইয়াৰ গাৰ নোমবোৰ মদকুৰা বৰণৰ হয় আৰু নোমত ফুলাম পাহিৰ দৰে চিন থাকে। গোধা-ফুটুকী বাঘৰ দেহত যি ধৰণৰ অঁকাবিকা দাগ থাকে, লতা-ফুটুকী মেকুৰীৰ দেহতো তেনে দাগেই দেখা যায়। অৱশ্যে আকাৰত লতা-ফুটুকী মেকুৰী গোধা-ফুটুকী বাঘতকৈ বহুতো সৰু হয় আৰু ইয়াৰ নোমত থকা পাহিবিলাকো তেনে ধৰণৰ উজ্জ্বল নহয়। কিন্তু গোধা-ফুটুকী বাঘৰ পোৱালি আৰু পূৰ্ণ বয়সৰ লতা-ফুটুকী মেকুৰীৰ দেহৰ মাজৰ পাৰ্থক্যৰ মাত্ৰা অতি সামান্য বুলি ক'ব পাৰি।

নেপালৰ পাৰ্বত্য অঞ্চলত থকা বনাঞ্চলবিলাকৰ পৰা আৰম্ভ কৰি ভূটান আৰু ছিক্কিমৰ মাজেদি অৰুণাচল প্ৰদেশলৈকে বিয়পি থকা সমস্ত ভূ-ভাগত লতা-ফুটুকী মেকুৰীৰ বসতিস্থান বিক্ষিপ্ত ভাৱে বিয়পি আছে বুলি জনা যায়। ভাৰতবৰ্ষৰ ভৌগোলিক সীমাৰেখা অতিক্ৰম কৰি পূবৰ ফালে ব্ৰহ্মদেশ পৰ্যন্ত ইয়াৰ বিচৰণ ভূমি সম্প্ৰসাৰিত হৈছে। অসমৰ বনভূমিবিলাকক কেন্দ্ৰ কৰি পূৰ্বাঞ্চলৰ ওচৰ চুবুৰীয়া আটাই কেইখন ৰাজ্যলৈ ইয়াৰ বসতি স্থান বিয়পি আছে। জন্তুটোৱে নখযুক্ত হাতোৰাৰ সহায়ত গছৰ ওপৰৰ

ৰীক ফিচিং কেট্ বুলি কোৱা হয়। আমাৰ এই ফালৰ ঠাইবোৰত সাধাৰণতে এইবিধ বনমেকুৰী দেখা নাযায়। সেই কাৰণে ইংৰাজী নামৰ লগত খাপ খুৱাই এইবিধ বন মেকুৰীক মাছুৰৈ মেকুৰী বোলা হয়। মাছুৰৈ মেকুৰীয়ে উদৰ দৰে পানীৰ মাছ ধৰি



মাছুৰৈ মেকুৰী

নাখায়। কিন্তু পানীৰে নামি নোবোৱাকৈ সিহঁতে মাছ ধৰা কামত পাকৈত। পানীৰ কাষৰ থিৰ গৰা আৰু পানীৰ উপৰি ভাগত কেটীয়াকৈ হাউলি পৰা গছৰ ডালত জোপ

লৈ ই বহি থাকে। পানীৰ ওপৰত কমাই ফুৰা মাছ চকুত পৰিলে সি হাতোৰাৰে খাপ মাৰি ধৰি মুখত দিয়ে।

মাছুৰৈ মেকুৰীৰ গাৰ গঠন অন্যান্য জাতীয় বন-মেকুৰী বিলাকৰ তুলনাত অলপ খোপোৰা হয়। ইয়াৰ ঠেং কেইখন গাৰ তুলনাত চুটি। তদুপৰি ইয়াৰ নেজডালো সেই অনুপাতে চুটি হয়। গাৰ নোমবিলাকৰ বৰণ মটীয়া হয় আৰু তাৰ মাজত মুগা বৰণীয়া নোমৰ আভাস দেখা যায়। এই নোমবোৰত দীঘল দীঘল আৰু অলপ খোপোৰা দাগৰ উৎপত্তি হয়। এই জন্তুটোৰ পাছ ফালে, আৰু পিঠিৰ ওপৰৰ দাগবোৰ দীঘলীয়াকৈ সজোৱা থাকে। সন্মুখৰ ফালে মূৰৰ ওপৰলৈকে দীঘলীয়া দীঘলীয়াকৈ সমান্ত ৰাল ভাৱে বৈ পৰা কেইবা ডালো পট্টি থকা দেখা যায়। গালৰ নোমবোৰ বগা বা মাখন বৰণীয়া হয়। গালৰ দুয়ো কাষত পথালিকৈ কেইডাল মান পট্টি দেখা যায়। পিঠিৰ উপৰি ভাগৰ নোমবোৰ ক'লা হোৱা দেখা যায়। গাৰ তলৰ ফালে ফুটুকা-ফুটুকী দাগ থাকে। আগ ঠেং দুখনৰ ভিতৰ ফালে ক'লা বৰণৰ আঁচ থাকে। চুটি নেজ ডালত আঙঠিৰ নিচিনাকৈ পথালি পথালিকৈ চকৰ থাকে।

মাছ ধৰি ধৰি খোৱাৰ উপৰিও এইবিধ মেকুৰী গোষ্ঠীৰ প্ৰাণীয়ে নানাবিধৰ সৰুসুৰা প্ৰাণী ধৰি খায়। নখ আৰু দাঁতৰ গঠন মেকুৰী তথা বাঘ গোষ্ঠীৰ প্ৰাণীৰ সৈতে একে দেখা যায়।



# কাৰাকাল্ বা চিয়েগোচ্

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----ফেলিডি

ভাৰতবৰ্ষৰ পশ্চিম আৰু উত্তৰ পশ্চিম অঞ্চলত এবিধ [illegible] মেকুৰী গোষ্ঠীৰ প্ৰাণী দেখা যায়। এইবিধ মেকুৰীৰ বৈশিষ্ট্য হ'ল ইয়াৰ [illegible] আৰু লিংক্স এই দুয়োবিধৰ [illegible] দেখা যায়। লিংক্স [illegible] দৰে ইয়াৰ দেহৰ সন্মুখ ভাগ পাছৰ ভাগতকৈ ওখ হয়। এইবিধ প্ৰাণীৰ নেজডাল [illegible] নেজৰ দৰে চুটি নহয়। সাধাৰণ মেকুৰীৰ দৰে নেজডাল দীঘল হয়। [illegible] লিংক্সৰ দৰে ইয়াৰ গালধনৰ দুয়ো কাষে ডাড়িৰ দৰে দুকোছা নোমো দেখা নাযায়। ইউৰোপ, আমেৰিকা আদি মহাদেশত বিভিন্ন নামেৰে পৰিচিত লিংক্স জাতীয় যিবিলাক প্ৰাণী বাস কৰে সেই আটাই বিলাকৰে নেজডাল গুৰিতে কাটি দিয়াৰ নিচিনাকৈ চুটি হয়। তদুপৰি [illegible] দুয়ো কাষে [illegible] এটা [illegible] ফুটি উঠা বিচিত্ৰ ৰূপৰ পৰিচয় দিয়ে। কাৰাকাল্ নামৰ প্ৰাণীৰ আন এটা বৈশিষ্ট্য হ'ল এয়ে যে ইয়াৰ কাণ দুখনৰ ওপৰ ভাগত কেইডালমান দীঘল দীঘল নোম গজে। অসম আৰু পূৰ্বাঞ্চলৰ অন্যান্য ৰাজ্য কেইখনত সাধাৰণতে থকা বন-মেকুৰী বা হেপাৰ কাণৰ আগ ভাগত এনে নোম থকা দেখা যায়।

কাৰাকালৰ বসতিস্থান পঞ্জাব, ৰাজস্থান, উত্তৰ প্ৰদেশ আদিৰ পৰা আৰম্ভ কৰি মধ্য প্ৰদেশৰ বিভিন্ন ঠাইলৈ বিচ্ছিন্ন ভাৱে বিয়পি আছে। পাকিস্তানৰ সিন্ধুপ্ৰদেশ আৰু আৰু কচ্ছৰ বালি-অঁহীয়া ঠাইবিলাকতো এইবিধ প্ৰাণী বাস কৰাৰ কথা জনা যায়। এচিয়া মহাদেশৰ অন্যান্য কেইবাখনো দেশলৈ এইবিধ মেকুৰী গোষ্ঠীৰ প্ৰাণীৰ বসতিস্থান বিস্তাৰিত হৈ আছে। পশ্চিমৰ ফালে অৱস্থিত ইৰাক, ইৰাণ আৰু আৰবৰ নাম এই সম্পৰ্কত উল্লেখ কৰিব পাৰি। এই একেবিধ প্ৰাণীকে আফ্ৰিকা মহাদেশতো বাস কৰাৰ প্ৰমাণ পোৱা গৈছে। ভাৰতৰ অন্তৰ্গত বাস কৰা কাৰাকালবোৰে মুকলি মূৰীয়া হাবি বননিত বাস কৰিবলৈ ঠাই নিৰ্বাচন কৰি লোৱা দেখা যায়। মৰুভূমি অঞ্চলৰ আশে পাশে থকা পাতলীয়া হাবি বোৰতো ইহঁতে বাস কৰে। লুকাই থকা স্বভাৱৰ কাৰণে য'তে ত'তে ইহঁতক দেখা পোৱা নাযায়। এইবিধ প্ৰাণীয়ে নানা বিধৰ তৃণভোজী বনৰীয়া

প্ৰাণী ধৰি ধৰি খায়। এই বনৰীয়া প্ৰাণীবিলাকৰ ভিতৰত এন্দুৰ, নিগনি, এন্টেলোপ্ আদিৰ নাম উল্লেখ কৰিব পাৰি। চিতা নামেৰে জনাজাত নাহৰ ফুটুকী বাঘৰ দৰে এইবিধ প্ৰাণীয়েও খেদা খেদি কৰি বনৰীয়া জন্তুৰ ওপৰত জপিয়াই পৰে। চাৰি-ঠেঙীয়া



কাৰাকাল্ বা চিয়েগোচ্

প্ৰাণীৰ বাহিৰেও ম'ৰা চৰাই, কপৌ, কৰ্চন প্ৰভৃতি চৰাইবোৰ ধৰি খোৱাত এই বিধ মেকুৰী।

# কুকুৰ গোষ্ঠীৰ জন্তুবিলাক

কুকুৰ পৰিয়ালৰ প্ৰাণীবিলাকৰ বাবে জন্তু জগতত এখন সুকীয়া আসনৰ ব্যৱস্থা কৰা হৈছে। ঘৰচীয়াই হওক কিম্বা বনৰীয়াই হওক এই পৰিয়ালত অন্তৰ্ভুক্ত হৈ থকা জানোৱাৰৰ চেহেৰা পাতি আৰু শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গৰ গঠন প্ৰণালীত এনে সামঞ্জস্য আছে যে সিহঁতৰ ভিতৰত কিবা লেখক ল'ব লগীয়া ব্যৱধান আছে বুলি ভাবিবলৈ টান লাগে। আমাৰ ঘৰে ঘৰে পোহা বিভিন্ন জাতৰ কুকুৰবোৰলৈ লক্ষ্য কৰিলেই এই কথাৰ সত্যতা উপলব্ধি কৰিব পাৰি। বিলাতী, দেশী আদি নানা ধৰণৰ কুকুৰক নানা ৰূপত দেখিবলৈ পোৱা যায়। দেখাত বেলেগ বেলেগ আকৃতিৰে সিহঁতক দেখিবলৈ পোৱা গ'লেও সিহঁতৰ গঠন প্ৰাণালীত বিশেষ পাৰ্থক্য পৰিলক্ষিত নহয়। ঘৰচীয়া কুকুৰবিলাকৰ ভিতৰত বহুতো জাতৰ কুকুৰৰ নোমবিলাক আশাতীত ভাৱে দীঘল হয়। জোপোহা নোম থকা কুকুৰবোৰ দেখিবলৈও ভাল লাগে। আকাৰত কিছুমান ডাঙৰ আৰু আন কিছুমান তেনেই সৰু হয়। কিছুমানৰ ঠেং কেইখন দীঘল আৰু পেটটো চিঁয়া হয়। এনে কুকুৰে অতি বেগত দৌৰ দি দি যাব পাৰে। আন কিছুমান আকাৰত তেনেই সৰু আৰু দেখাত মৰম লগা হয়। কিছুমানৰ কাণ দুখন তললৈ ওলমি পৰা হয়। আন কিছুমানৰ কাণ থিয় হয়। বনৰীয়াকৈ হাবিয়ে বননিয়ে স্বাধীনচিতীয়া ভাৱে বাস কৰা কুকুৰবোৰৰ মাজত এনে বৈচিত্ৰ্য নাই। কুকুৰ পৰিয়ালৰ বনৰীয়া প্ৰাণীবোৰৰ অন্তৰ্গত কুকুৰ–নেচীয়া বাঘ, শিয়াল, ৰাম–শিয়াল বা খেক–শিয়াল, ৰঙা শিয়াল, ৰাং কুকুৰ, হান্টিং দগ, কায়তা, ডিঙ্গো আদি নানাবিধ প্ৰাণী আছে। কুকুৰ গোষ্ঠীৰ প্ৰাণীবোৰক কেনিদি নামৰ গোত্ৰ বা পৰিয়ালত অন্তৰ্ভুক্ত কৰা হৈছে।

কুকুৰ গোষ্ঠীৰ প্ৰাণীবিলাকৰ মুখ মণ্ডল আৰু মূৰ ভাগ আগৰ ফালে ক্ৰমে জোঙা আৰু দীঘলীয়া হয়। বনৰীয়াকৈ হাবিয়ে বননিয়ে স্বাধীনচিতীয়া ভাৱে বাস কৰা কুকুৰ গোষ্ঠীৰ প্ৰাণীবোৰৰ কাণ দুখন ওপৰৰ ফালে থিয়, গাটো দীঘলীয়া আৰু নেজডাল দীঘল আৰু অলপ জোপোহা হোৱা দেখা যায়। মেকুৰী তথা বাঘ গোষ্ঠীৰ প্ৰাণী-বোৰৰ দৰে কুকুৰ জাতীয় প্ৰাণীবোৰেও ঠেঙৰ তলুৱাৰ আগ ভাগেৰে খোজ কাঢ়ে। সেইবাবে এই গোষ্ঠীৰ প্ৰাণীবোৰকো ডিজিটিগ্ৰেট বা আঙুলিৰ আগেৰে খোজ কঢ়া প্ৰাণী বুলি কোৱা হয়। এই জন্তুবিলাকৰ ক্ষেত্ৰত দেখিবলৈ পোৱা যায় যে ইহঁতৰ প্ৰত্যেকৰ আগঠেং দুখনত পাঁচোটা পাঁচোটাকৈ আঙুলি আৰু প্ৰত্যেক আঙুলিৰ আগ

ভাগত এবো একোটা জোঙা বিধৰ হাকোটা নখ থাকে। পাছ ঠেং দুখনত সাধাৰণতে মাত্ৰ চাৰিটাকৈহে আঙুলি আৰু নখৰ উৎপত্তি হয়। অৱশ্যে জন্তু ভেদে ইয়াৰ সামান্য ব্যতিক্ৰম পৰিলক্ষিত হয়। বনৰীয়া কুকুৰবিলাকৰ ক্ষেত্ৰত দেখিবলৈ পোৱা যায় যে প্ৰত্যেক প্ৰজাতিক প্ৰতিনিধিত্ব কৰা জন্তুবোৰে একো একো বিধ নিৰ্দিষ্ট বৰণ আৰু আকৃতিৰ নোমৰ আৱৰণ পৰিধান কৰে। ঘৰচীয়া কুকুৰ বিলাকৰ দৰে জন্তুভেদে বিচিত্ৰ ৰঙৰ নোম ইহঁতে পৰিধান নকৰে। আফ্ৰিকা মহাদেশখনত বাস কৰা হান্টিং দগ্ বা চিকাৰী কুকুৰ নামৰ ৰাং কুকুৰ সদৃশ প্ৰাণীৰ ক্ষেত্ৰত অৱশ্যে এই নিয়মৰ ব্যতিক্ৰম হোৱা দেখিবলৈ পোৱা যায়। এইবিলাক প্ৰাণীৰ গাত উৎপন্ন হোৱা নোমবোৰৰ বৰণ কজলা হয়। ইহঁতৰ দেহ চিত্ৰ-বিচিত্ৰ কজলা নোমৰ আৱৰণেৰে ঢকা থাকে। আকৃতিত জন্তু ভেদে বিচিত্ৰ ৰূপ ধাৰণ কৰে। পৃথিৱীৰ বিভিন্ন ঠাইত থকা নানা প্ৰকাৰৰ স্বাভাৱিক পৰিবেশবোৰত যিবোৰ কুকুৰ দৈদৰ প্ৰাণী বাস কৰে সিহঁতৰ কোনো এবিধেও হান্টিং দগৰ বৈচিত্ৰ্য প্ৰদৰ্শন নকৰে। সেই কাৰণে হান্টিং দগক এই বিচিত্ৰতাৰ জলন্ত প্ৰাকৃতিক নিদৰ্শন বুলি আঙুলিয়াব পাৰি।

বনৰীয়া কুকুৰ গোষ্ঠীৰ প্ৰাণীবোৰ যে ঘৰচীয়া কুকুৰৰ দৰে মাংসাহাৰী জানোৱাৰ হ'ব এই কথাৰ পুনৰুল্লেখ নিষ্প্ৰয়োজন। অৱশ্যে নিৰামিষ খাদ্যত যে ইহঁতৰ অভিৰুচি নাই এই কথা ক'ব নোৱাৰি। দুৰ্গন্ধময় গেলাপচা মাছ-মাংস ভক্ষণ কৰিও ইহঁতৰ কিছুমানে হজম কৰিব পাৰে। কেচু-কুমটি, কীট-পতঙ্গ আদি নিম্ন খাপৰ জীৱ ইহঁত কিছুমানৰ আহাৰৰ ভিতৰত অন্তৰ্ভুক্ত হোৱা দেখা যায়।

কুকুৰ জাতীয় জন্তুবিলাকে অতি দ্ৰুত গতিত দৌৰ দি দি যাব পাৰে। অকল সেয়েই নহয়। ইহঁতৰ কিছুমানে বহুত দূৰ এইদৰে দৌৰি দৌৰি যাব লগীয়া হ'লেও ভাগৰি নপৰে। ইহঁতবোৰ এনে বিচিত্ৰ গুণৰ অধিকাৰী হ'ব পৰাৰ কাৰণ দুটা। প্ৰথমতে দেখা যায় যে ইহঁতে আঙুলি আৰু নখ বোৰ মেকুৰী গোষ্ঠী প্ৰাণীৰ বোৰৰ দৰে ইচ্ছানুযায়ী মেলিব আৰু জপাব নোৱাৰে। খামোচ মাৰি চিকাৰৰ জন্তু ধৰিবৰ বাবে আৰু নখেৰে জন্তুটোক জখম কৰিবৰ কাৰণে এই নখবোৰ উপযোগী নহয়। ততা মাটিত অতি প্ৰবল বেগেৰে দৌৰ দি দি যোৱা কামৰ বাবে এই আঙুলি আৰু নখেৰে সৈতে ঠেঙৰ তলুৱা ভাগ অতি উপযোগী হয়। একেৰাহে ভাগৰ নলগাকৈ দৌৰ দি দি যাব পৰাৰ আনটো কাৰণ হ'ল অতিৰিক্ত বায়ু ধাৰণ কৰিব পৰা হাওঁফাওঁৰ অদ্ভুত ক্ষমতা। ডাঙৰ আকাৰৰ হাওঁফাওঁ আৰু কলিজা ধাৰণ কৰিবৰ বাবে কুকুৰ জাতীয় প্ৰাণীবোৰৰ বুকুখনো তুলনামূলক ভাৱে আহল--বহল হয়। অতি বেগত দৌৰ দি দি যোৱা সময়খিনিত বুকুখনে অধিক পৰিমাণৰ বায়ু ধাৰণ কৰিব পৰা অৱস্থাত থাকে। সেই কাৰণে এই বিপৰ্যয়ৰ সময় ছোৱাত বায়ু সেৱন আৰু নিঃসৰণ নিয়মিত আৰু নিয়ন্ত্ৰিত ভাৱে বহুত পৰলৈকে চলি থাকিব পাৰে।

কুকুৰ গোষ্ঠীৰ প্ৰাণীবোৰৰ চিকাৰ পদ্ধতিতো নিজস্ব বৈশিষ্ট্য আছে। মেকুৰী বা বাঘৰ দৰে ইহঁতে জোপ লৈ চিকাৰৰ প্ৰাণী নধৰে। চিকাৰ কৰি মাৰিব লগীয়া জন্তুটোক ইহঁতে পাছ ফালৰ পৰা খেদি খেদি নিবলৈ আৰম্ভ কৰে। চিকাৰৰ জন্তুটোৱে

তেতিয়া নিজৰ প্ৰাণ বচাবৰ বাবে উধাতু খাই পাৰেমানে দৌৰিবলৈ আৰম্ভ কৰে। কুকুৰ জাতীয় প্ৰাণীয়ে তেতিয়া তাক পাছে পাছে খেদি নিয়ে। জন্তুটোৰ গতিবেগ অতিক্ৰম কৰি তাক আগ ভেটি ধৰিবলৈ চেষ্টা কৰে। ঠেঙে মূৰে কামুৰি কামুৰি তাক লেৰাজান কৰি পেলায়। সেই অৱস্থাত জন্তুটোৰ গাৰ পৰা টোপাটোপে তেজ পৰিবলৈ আৰম্ভ কৰে। সুবিধা বুজি কুকুৰে তাৰ চোকা দাঁত কেইটাৰে চিকাৰৰ জন্তুটোৰ ডিঙিতে কামোৰ মাৰি ধৰে। আচাৰ মাৰি মাৰি তাক মাটিত বগৰাই পেলায় আৰু মাটিতে ঠেকেচি ঠেকেচি তাৰ প্ৰাণ বায়ু বাহিৰ কৰি দিয়ে।

কুকুৰ গোষ্ঠীৰ প্ৰাণীবিলাকৰ ৪২ টাকৈ দাঁত থাকে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে মেকুৰী গোষ্ঠী প্ৰাণীৰ গড় হিচাপে ৩০ টা আৰু জহামাল জাতীয় প্ৰাণীৰ ৫৬ টাকৈ দাঁত থাকে। কুকুৰ জাতীয় প্ৰাণীবোৰৰ কেইটামান আগ দাঁত আনবোৰ দাঁততকৈ দীঘল হোৱা দেখা যায়। সেই অনুপাতে এই দীঘল আকাৰৰ দাঁত কেইটা অলপ বেছি দীঘল হয়। এই দীঘল দীঘল দাঁত কেইটা ইহঁতে চিকাৰৰ জন্তুক কামোৰ মাৰি ধৰা কামত ব্যৱহাৰ কৰে। চুটি দাঁত কেইটাৰে হাড় আৰু ছালত লাগি থকা মাংসবোৰ টানি টানি এৰুৱায়। এই দাঁতবোৰৰ ভিতৰত কেইটামানে জোঙা ৰূপ ধাৰণ কৰে। আনবোৰ দাঁতৰ উপৰিভাগ অলপ খলা বমা হয়। জোঙা দাঁতবোৰে কেচিৰ দৰে মাংসবোৰ কাটে।



# ৰাং কুকুৰ

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----মাংসাহাৰী
গোষ্ঠী---কেনিডি
প্ৰজাতি---কুৱন্ আল্‌পাইনচ্

ৰাং কুকুৰ এবিধ কুকুৰ জাতীয় বনৰীয়া জন্তু। ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ ভিন্ ভিন্ পৰিবেশত এইবিধ জন্তু বাস কৰা দেখিবলৈ পোৱা যায়। উত্তৰ পূৰ্বাঞ্চলত অৱস্থিত অসম আৰু অন্যান্য ওচৰ চুবুৰীয়া ৰাজ্য কেইখনত এইবিধ বিচিত্ৰ প্ৰাণী বাস কৰা দেখা যায়। কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যান আৰু মানাহ অভয়াৰণ্য খনকে কেন্দ্ৰ কৰি অসমৰ অন্যান্য কেইবাখনো সংৰক্ষিত বনাঞ্চলত এইবিধ প্ৰাণী থলুৱা ভাৱে বাস কৰি থকাৰ প্ৰমাণ পোৱা গৈছে। কাৰ্বি আংলং আৰু উত্তৰ কাছাৰ পাৰ্বত্য জিলা দুখনতো এইবিধ প্ৰাণীয়ে বসতি বিস্তাৰ কৰি আছে। মেঘালয়ত বল্‌ফাক্ৰাম নামৰ যিখন ৰাষ্ট্ৰীয় উদ্যান আছে আৰু এই উদ্যানৰ ভিতৰত মহাদেউ গৰ্জ নামৰ যিখন অনিন্দ্য সুন্দৰ প্ৰাকৃতিক পৰিবেশ আছে সেই ঠাইতো ৰাং কুকুৰ থলুৱা ভাৱে বাস কৰা দেখা যায়। এই ৰাষ্ট্ৰীয় উদ্যানত ১৯৮১ খৃষ্টাব্দত পোন প্ৰথমবাৰৰ বাবে যি বন্য প্ৰাণীৰ পিয়ল কাৰ্য্য অনুষ্ঠিত হৈছিল সেই পিয়লৰ গণনা মতে এইবোৰ ঠাইত কেইবাটাও ৰাং কুকুৰৰ পৰিয়াল দেখিবলৈ পোৱা গৈছিল। উত্তৰ পূৰ্বাঞ্চলত অৱস্থিত এই ঠাইবিলাকৰ বাহিৰে ভাটিৰ ফালৰ অন্যান্য কেইবাখনো ৰাজ্যৰ অৰণ্যভূমিত এইবিধ প্ৰাণী বাস কৰে। হিন্দী ভাষাভাষী মানুহবিলাকে এইবিধ প্ৰাণীক জঙ্গলী--কুত্তা বা বন-কুত্তা বুলি কয়। ভাৰতবৰ্ষৰ অন্যান্য ভাষাভাষী মানুহৰ মাজত ইয়াক বেলেগ বেলেগ স্থানীয় নামেৰে জনা যায়। ইয়াৰ দ্বাৰা এই কথা প্ৰমাণিত হয় যে গোটেইখন দেশৰ বহুতো ঠাইত থকা বনাঞ্চল কিছুমানে এইবিধ প্ৰাণী ধাৰণ কৰি আহিছে।

বিভিন্ন অঞ্চলৰ বেলেগ বেলেগ স্বাভাৱিক পৰিবেশত বাস কৰা এই প্ৰাণীবিলাকৰ গাৰ নোমবোৰৰ বৰণৰ গভীৰতাত সামান্য ভাৱৰ তাৰতম্য পৰিলক্ষিত হয়। এনে ধৰণৰ বাহ্যিক তাৰতম্য থাকিলেও বৈজ্ঞানিক ভাৱে এই আটাইবোৰ প্ৰাণীয়ে একেটা গোত্ৰ বা পৰিয়ালত একেলগে স্থান পাইছে আৰু একেটা বৈজ্ঞানিক নামৰ দ্বাৰা জন-সমাজত পৰিচিত হৈছে। আমাৰ উত্তৰ পূৰ্বাঞ্চলত সচৰাচৰ বাস কৰা ৰাং কুকুৰ বিলাকৰ

গাৰ নোমৰ বৰণ সাধাৰণতে ৰঙচুৱাকৈ মুগা হোৱা দেখা যায়। জনা যায় যে হিমালয় শৈলমালাৰ পৰ্বতীয়া ঠাইবোৰত বাস কৰা এই জাতীয় জন্তুবিলাকৰ গাৰ নোমৰ বৰণ চকুত লগাকৈ ৰঙা হয়। এই ধৰণৰ উজ্জ্বল ৰঙা বৰণৰ নোম পৰিধান কৰাৰ বাবেই এইবিধ প্ৰাণীক পূৰ্বতে আমাৰ পূৰ্বপুৰুষসকলে ৰাং কুকুৰ নামৰ আখ্যা দিছিল বুলি অনুমান হয়। অৱশ্যে অতিপাত ৰঙা বৰণৰ নোমেৰে আবৃত ৰাং কুকুৰৰ সৰ্বাধিক জন্তু সংখ্যা কিমান হ'ব পাৰে এই কথা সঠিক ভাৱে জনা নাযায়।

দক্ষিণাত্যৰ কোনো কোনো বনাঞ্চলত যিবিলাক ৰাং কুকুৰ বাস কৰে সেইবিলাক ৰাং কুকুৰৰ গাত গজা নোমবোৰৰ বৰণ ৰঙচুৱাকৈ গেৰুৱা হয়।

ভাৰতবৰ্ষৰ ভৌগোলিক চাৰি সীমাৰ বাহিৰত থকা এচিয়া আৰু ইউৰোপ মহাদেশৰ আল্টাই পৰ্বতমালাৰ মাজেদি গাঞ্চুৰিয়ালৈকে এইবিধ প্ৰাণীৰ বসতি স্থান বিয়পি আছে।

এই খিনিতে ৰাং কুকুৰ আৰু অন্যান্য জাতীয় ৱাইল্ড দগ্ বা বনৰীয়া কুকুৰ গোষ্ঠীৰ প্ৰাণী বিলাকৰ বিষয়ে থাউকতে আলোচনা কৰা যাওক। আচলতে ৱাইল্ড দগ্ বুলি কলে হাবি বননিত স্বাধীনচিতীয়া ভাৱে বাস কৰা আটাইবিলাক কুকুৰ গোষ্ঠীৰ প্ৰাণীৰ কথাই বুজিব লাগিব। উল্ফ বা কুকুৰ-নেচীয়া বাঘ নামেৰে জনাজাত যি বিধ বনৰীয়া জন্তু আমাৰ ভাৰতবৰ্ষৰ কোনো কোনো ঠাইত বাস কৰে সেই বোৰ প্ৰাণী ৱাইল্ড দগ্ বা বনৰীয়া কুকুৰ গোষ্ঠীৰ প্ৰাণীবিলাকৰে অন্যতম প্ৰতিনিধি বুলি গণ্য কৰিব পাৰি। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত বাস কৰা বাবে এইবিধ উল্ফ বা কুকুৰ-নেচীয়া বাঘক ভাৰতীয় কুকুৰ-নেচীয়া বাঘ বা ইণ্ডিয়ান উল্ফ নামেৰে অভিহিত কৰা হয়।

ভাৰতবৰ্ষৰ বাহিৰে এচিয়া ইউৰোপ, আফ্ৰিকা আৰু আমেৰিকা মহাদেশ কেইখনৰ কোনো কোনো পৰিবেশত কেইবাটাও উল্ফ নামৰ প্ৰাণী বাস কৰা দেখা যায়। তাৰ ভিতৰত আমেৰিকাৰ টিম্বাৰ উল্ফ, হোৱাইট্ উল্ফ আদি প্ৰাণীৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পৰা যায়। আচলতে ফক্স, জেকল আদি প্ৰাণীকো বনৰীয়া কুকুৰ জাতীয় প্ৰাণীৰ শাৰীতে স্থান দিব পৰা যায়। আমি এইবোৰ প্ৰাণীক থাউকতে শিয়াল বুলি কৈ থব পাৰো। আফ্ৰিকা মহাদেশত বাস কৰা হান্টিং দগ্ নামৰ প্ৰাণী বিধো কুকুৰ জাতীয় জন্তুৰে অন্যতম্ প্ৰতিনিধি। এই ক্ষেত্ৰত আমেৰিকাত বাস কৰা কায়তা নামৰ প্ৰাণী বিধৰ চেহেৰা পাতিলৈ মনত পৰে। আফ্ৰিকাৰ হান্টিং দগ্ আৰু আমেৰিকাৰ কায়তা নামৰ প্ৰাণী দুবিধৰ গাত আমাৰ ৰাং কুকুৰবিলাকৰ চৰিত্ৰ প্ৰতিফলিত হোৱা পৰিলক্ষিত হয়। জাককৰা ভাৱে মিলি-জুলি চিকাৰৰ জন্তুক লেবাজান কৰাত ইহঁতে ৰাং কুকুৰৰ অসীম পাৰদৰ্শিতা প্ৰদৰ্শন কৰে। এই সুযোগতে অষ্ট্ৰেলিয়া মহাদেশখনত বাস কৰা ডিঙ্গো নামৰ বনৰীয়া কুকুৰ বিলাকৰ কথা উল্লেখ নকৰি নোৱাৰি। ডিঙ্গো জাতীয় জন্তুবোৰ দেখাত আমাৰ দেশৰ দেশী কুকুৰৰ দৰেই লাগে। হাবি-বননিত বাস কৰা প্ৰাণী হলেও ব্যৱহাৰ পাতিত ইহঁতে দেশী কুকুৰৰ চৰিত্ৰ প্ৰদৰ্শন কৰা দেখা যায়।



পোৱালিৰে সৈতে এজনী বাং-কুকুৰ

এতিয়া বাং কুকুৰ জাতীয় প্ৰাণীৰ বিষয়ে অলপ বহল ভাৱে আলোচনা কৰা যাওক। আগতেই উল্লেখ কৰি অহা হৈছে যে আঞ্চলিক ভিত্তিত বাংকুকুৰ জাতীয় প্ৰাণীৰ গাৰ নোমৰ বৰণৰ গভীৰতাত তাৰতম্য থকা দেখা যায়। গভীৰ অৰণ্যভূমি বিলাকত বাস কৰা বাংকুকুৰবোৰে মাজে সময়ে মুকলি মুৰীয়া ঠাইবোৰলৈ ওলাই আহি চিকাৰৰ উপ-

উপযোগী জন্তুৰ গতিবিধি লক্ষ্য কৰেহি। সিহঁতকৈ বলবান হিংসাকুৰীয়া প্ৰাণীয়ে কিম্বা মানুহে যাতে সিহঁতৰ কোনো হানিবিঘিনি ঘটাব নোৱাৰে তাৰ বাবে সিহঁত সকলো সময়তে সতৰ্ক হৈ থাকে। হাবি--বননি বিলাকত পৰিয়াল অনুযায়ী একেলগে বাস কৰি ইহঁতে চিকাৰ কৰিবলগীয়া তৃণভোজী প্ৰাণীৰ সন্ধানত অনাই বনাই ঘূৰি ফুৰে। এনেবোৰ অনুকূল পৰিবেশত থাকিলে ইহঁতৰ মৰণ নাই। অটব্য হাবিৰ ওখ চাপৰ গছ গছনিবোৰে জন্তুবোৰক প্ৰখৰ ৰ'দৰ উত্তাপৰ পৰা ৰক্ষা কৰে। নদীনলা বিলাকত গোট খাই থকা পানী খাই ইহঁতে পিয়াহ নিবাৰণ কৰে। চিকাৰৰ জন্তুক আক্ৰমণ কৰিবৰ বাবে একো একোটা পৰিয়ালৰ কেবাটাও জন্তু ঠায়ে ঠায়ে পেট পেলাই পৰি থাকে। কেতিয়াবা কেতিয়াবা একাধিক পৰিয়ালৰ ভালেমান কেইটা জন্তু লগ লাগি একো একোটা চিকাৰীৰ দল গঠিত হয়। বাং কুকুৰৰ চিকাৰ পদ্ধতি অতি চমক্‌প্ৰদ।

বাঘৰ নিচিনাকৈ গাইগুটীয়া ভাৱে ইহতে চিকাৰ নকৰে। একোটা পৰিয়ালত অন্তৰ্ভুক্ত হৈ থকা কেইবাটাও জন্তু লগ লাগি ইহঁতে চিকাৰ অভিযানত আগ বাঢ়ে। কেতিয়াবা কেতিয়াবা একাধিক পৰিয়ালৰ জন্তু লগ লাগিও একো একোটা চিকাৰী দলৰ সৃষ্টি হয়। হৰিণ আদি অলপ ডাঙৰ আকাৰৰ জন্তু চিকাৰ কৰিব লগীয়া হ'লে ইহঁত গোটেই জাকে একগোট বান্ধি কামত আগ বাঢ়ে। এই চাৰিত্ৰিক গুণৰ অধিকাৰী হোৱাৰ বাবে এইবিধ হিংসাকুৰীয়া বন্য-প্ৰাণীক সমাজ সচেতন প্ৰকৃতিৰ প্ৰাণী বুলি গণ্য কৰিব লাগিব। একো একো ডোখৰ ঠাইত একেলগে কেইবাটাও জন্তু গোট খাই ইহঁতে চিকাৰৰ প্ৰাণীক আক্ৰমণ কৰিবৰ বাবে খাপ পাতি বৈ থাকে। কোনো এটা হৰিণ বা হৰিণৰ জাক ওচৰেদি যোৱাৰ উমান পালেই ইহঁতে পাছ লয়। জন্তু কেইটাই তেতিয়া ভাগ ভাগ হৈ তাৰে এটা হৰিণক লক্ষ্য কৰি আক্ৰমণৰ বাবে সাজু হয়। কেইটামান বাং কুকুৰে জন্তুটোক পাছ ফালৰ পৰা আক্ৰমণ কৰে। আন কেইটামানে অলপ আগলৈ গৈ খাপ পাতি ৰয়গৈ। পাছত থকা বাং কুকুৰ কেইটাই তাক আক্ৰমণ কৰি পাছ ফালৰ পৰা কামুৰিবলৈ ধৰে। আগত খাপ পাতি বৈ থকা কুকুৰ কেইটাই দৌৰ দি পলাব খোজা জন্তুটোক আগ ফালৰ পৰা আক্ৰমণ কৰিবলৈ ধৰে। এইদৰে অগাপিছাকৈ খেদি নিয়া জন্তুটো পাছত অৱশ হৈ দৌৰিব নোৱাৰা হৈ পৰে। তেতিয়া গোটেই জাক বাং কুকুৰে তাৰ ওপৰত জপিয়াই পৰি কামুৰি তাৰ প্ৰাণবায়ু বাহিৰ কৰি দিয়ে।

চিকাৰ কৰি মৰা জন্তুটোক বাং কুকুৰ কেইটাই সিহঁতৰ চোকা দাতেঁৰে কামুৰি কামুৰি খাই শেষ কৰি পেলায়। আমোদজনক হ'লেও বাং কুকুৰে কামুৰি কামুৰি চিকাৰৰ জন্তুটো নিৰ্মম ভাৱে মাৰি পেলোৱা কাহিনী অতি মৰ্মন্তুদ বুলি ক'ব লাগিব। প্ৰাণী জগতত এনে কাহিনী অন্যান্য জন্তুৰ ক্ষেত্ৰত দেখিবলৈ পোৱা নাযায়। আফ্ৰিকা মহাদেশৰ বনাঞ্চল বিলাকত বাস কৰা হান্টিং দগ নামৰ কুকুৰ গোষ্ঠীৰ প্ৰাণী বিলাকেও চিকাৰ কৰাৰ সময়ত ঠিক এনে ধৰণৰ আচৰণ প্ৰদৰ্শন কৰা দেখা যায়। তদুপৰি আমেৰিকা মহাদেশৰ বিভিন্ন ঠাইত বাস কৰা "কায়তা" নামৰ কুকুৰ ফৈদৰ বন্যপ্ৰাণী এবিধেও এনে পদ্ধতিত চিকাৰৰ জন্তুবোৰ মাৰি মাৰি খায়।

আকাৰত আমাৰ দেশত বাস কৰা ৰাং কুকুৰ বিলাকক ডাঙৰ আকাৰৰ প্ৰাণী বুলি ক'ব নোৱাৰি। শিয়াল বিলাকতকৈ ই আকাৰত অলপ সৰু। কাশ্মীৰৰ ফালে বাস কৰা ৰাং কুকুৰ বিলাকে আমাৰ এই ফালৰ ৰাং কুকুৰবোৰৰ দৰে হৰিণ জাতীয় প্ৰাণী মাৰি খাবলৈ বিচাৰি নাপায়। সেই বাবে সেইবোৰ ঠাইত বাস কৰা ৰাং কুকুৰ বিলাকে এন্টেলোপ, বনৰীয়া ছাগলী, হিমালয়ৰ খাৰ, আইবেক্স আদি প্ৰাণীক চিকাৰ কৰি কৰি খাই পেট প্ৰৱৰ্তাব লগীয়া হয়। ঠাই অনুযায়ী বনৰীয়া ম'হ, গৌওৰ বা মেঠোন আদি ডাঙৰ আকাৰৰ বলবান জানোৱাৰ দুই এটাৰ ওপৰত জপিয়াই পৰিবলৈও ৰাং কুকুৰবিলাকে পাছ নোহেঁহকে। এনে জন্তুক আক্ৰমণ কৰিবলৈ ইহঁতৰ জাকটোত যথেষ্ট সংখ্যক ৰাং কুকুৰ থাকিব লাগিব। অন্যথাই নিজেই বিপদ চপাই লৈ দুই এটা ৰাং কুকুৰে আঘাত প্ৰাপ্ত হৈ প্ৰাণ ত্যাগ কৰিব লগীয়া হয়। এনে ক্ষেত্ৰত জাকৰ মাজত সোমাই মাকৰ লগত চৰি ফুৰা পোৱালিবোৰৰ ওপৰত ৰাং কুকুৰৰ পালটোৱে চকু ৰাখে। পোৱালি দুই এটাক জুমৰ মাজৰ পৰা আঁতৰাই আনিব পাৰিলেই সকলো কথাৰ লেঠা মৰে। কিছে এই কাম সিমান সহজ বুলি ক'ব নোৱাৰি। কাৰণ মাক বাপেকবোৰে সকলো সময়ত নিজৰ পোৱালিবোৰক শত্ৰুৰ আক্ৰমণৰ পৰা ৰক্ষা কৰি ৰাখিবৰ বাবে সজাগ হৈ থাকে। চতুৰ ৰাং কুকুৰৰ জাকটোৱে কায়দা কৰি বনৰীয়া ম'হৰ পালৰ মাজৰ পৰা কেতিয়াবা দুই এটা পোৱালিক আঁতৰাই নিয়াত কৃতকাৰ্য্য হয়। কেতিয়াবা কেতিয়াবা মহা পৰাক্ৰমী বনৰজা বাঘ, নাহৰ-ফুটুকী বাঘ, ভালুক আদি প্ৰাণীকো ৰাং কুকুৰে খেদা-খেদি কৰিবলৈ উদ্যত হয়। অৱশ্যে বেমাৰী কিম্বা বুঢ়া বয়সীয়া প্ৰাণী নহ'লে এনে জাতৰ স্বাস্থ্যবান প্ৰাণীক আক্ৰমণ কৰি ৰাং কুকুৰে নিজৰ বিপদ নিজেই চপাই নলয়।

ৰাং কুকুৰৰ পাৰিবাৰিক জীৱন অন্যান্য বনৰীয়া কুকুৰ গোষ্ঠীৰ প্ৰাণীবিলাকৰ পাৰিবাৰিক জীৱনতকৈ পৃথক হোৱা দেখা নাযায়। পোৱালি কেইটামানৰে সৈতে এহাল মতা মাইকী ৰাং কুকুৰে একোখন সংসাৰৰ পাতনি মেলে। কিছে মতা আৰু মাইকী ৰাং কুকুৰ হালে চিৰ জীৱনৰ লগৰী একেবাৰতে বাচি লয়নে কিম্বা ইহঁতৰ ভিতৰত এৰা এৰি হৈ প্ৰত্যেকে পৰৱৰ্তী বছৰত নতুন সংসাৰ পাতিব লগীয়া হয় তাক স্পষ্ট ভাৱে জনা নাযায়। সি যিয়েইকি নহওক এটা কথা সত্য যে একোজনী মাইকী ৰাং কুকুৰে এবাৰত কেবাটাও পোৱালি জগায়। দ চানেকীয়া ঠাই বা গাঁতৰ ভিতৰত তাই পোৱালি জগায়। পোনেই জগোতে পোৱালিবোৰৰ চকু কেইটা মুদ খাই থাকে। মাকৰ পিয়াহৰ গাখীৰ খাই অলপ টনকিয়াল হ'লে ইহঁতে ইফালে সিফালে ফুৰিবলৈ আৰম্ভ কৰে। পাছত ডাঙৰ হ'লে সিহঁতে মাক বাপেকৰ লগত চিকাৰ অভিযানত অংশ গ্ৰহণ কৰিবলৈ আৰম্ভ কৰে।

# শিয়াল

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----মাংসাহাৰী
গোত্ৰ---কেনিডি
প্ৰজাতি----কেনিচ্ আওৰাচ্

আমাৰ গাঁৱে-ভূঞে আৰু নগৰ চহৰৰ কাষে পাজৰে বাগি দি বাগি দি অনাই বনাই ঘূৰি ফুৰা শিয়াল নামৰ বন্যপ্ৰাণীৰ লগত আমাৰ মানুহক নতুনকৈ পৰিচয় কৰি দিয়াৰ প্ৰয়োজন নাই। এইবিধ প্ৰাণীয়ে প্ৰদৰ্শন কৰা দুষ্ট প্ৰকৃতিৰ কাৰ্যকলাপৰ লগতো আমাৰ কাকো চিনাকি কৰি দিব নালাগে। গধূলিৰ মুনি-চুনি বেলিকা, গভীৰ নিশাৰ কোনোবা এটা নিৰ্জন মুহূৰ্তত অথবা ৰাতি পুওৱাৰ ডোক্‌মোকালিৰ সময়খিনিত এটা শিয়ালে কোনোবা এঠাইত ওপৰলৈ মুখখন কৰি চিঞৰা "হোৱা" "হোৱা" শব্দ কেতিয়াবা ঠহৰ ঠহৰকৈ আমাৰ কাণত বাজেহি। লগে লগে ওচৰে পাজৰে বিচৰণ কৰি ফুৰা আনবোৰ শিয়ালে একে লগে "হোৱা" "হোৱা" শব্দ কৰি কোৰ্হাল লগায়। ঘৰচীয়া কুকুৰ বিলাকেও একেলগে সিহঁতৰ লগতে পাৰে মানে ভুকিবলৈ আৰম্ভ কৰে আৰু এইদৰে ৰাওচালি লগাই এক হুলস্থূল পৰিবেশৰ সৃষ্টি কৰে।

এইবিধ বিচিত্ৰ প্ৰাণীৰ চাৰিত্ৰিক গুণাৱলীত বহুতো আমোদজনক কথা লুকাই আছে। খাওঁতে ফুৰোঁতে দিনে--নিশাই লগ পোৱা বিধৰ বন্য-প্ৰাণী হোৱাৰ বাবে ইয়াৰ আলৌকিক কাৰ্যকলাপৰ প্ৰতি আমি অকণো লক্ষ্য নাৰাখো। ইয়াক গভীৰভাৱে জানিবলৈও চেষ্টা নকৰো। আমাৰ হাঁহ কুকুৰাবোৰ ধৰি মহা পয়মালৰ সৃষ্টি কৰা প্ৰকৃতিৰ এবিধ অলাগতিয়াল প্ৰাণী বুলি ইয়াক আমি সকলো সময়তে অৱজ্ঞা কৰোঁ। কুকুৰ লগাই দি তাক দূৰত খেদি থৈ আহোঁগৈ। পিছে ইয়াকো কম বিধৰ প্ৰাণী বুলি ক'ব নোৱাৰি। খেদি নিয়া কুকুৰ আৰু মানুহৰ চকুত বালি মাৰি ই ঠাইতে ঘূৰি জোপোহা গছৰ আঁৰত লুকাই থাকেগৈ আৰু শত্ৰু আঁতৰি গ'লে পুনৰ সেই ঠাইৰ পৰা ওলাই আহেকৈ ঠাইতে পোলোকা মাৰি অন্তৰ্দ্ধান হয়। তাৰ এই প্ৰবঞ্চনা মূলক ক্ৰিয়া কৌশল সচাঁকৈয়ে চমক্‌প্ৰদ। এইবিধ প্ৰাণীৰ গাত এনে ধৰণৰ চালাক চতুৰ গুণ বিকশিত হোৱালৈ লক্ষ্য ৰাখি আমাৰ মানুহে পশু বিলাকৰ মাজত ইয়াক ধূৰ্ত বুলি কয়।

ইউৰোপ মহাদেশৰ তুন্দ্ৰা অঞ্চল আৰু আমেৰিকাৰ উত্তৰে থকা বৰফাচ্ছন্ন ঠাইবোৰত যিবিধ "উল্ফ" জাতীয় প্ৰাণী বাস কৰে সেই বিধ জানোৱাৰৰ গাৰ নোমবোৰৰ বৰণ বগলী পাখিৰ দৰে ঢৌ ঢৌকৈ বগা হয়। সিহঁতক "হোৱাইট উল্ফ" বা বগা কুকুৰ-নেচীয়া বাঘ বোলে। তাৰে কিছুমান প্ৰাণীৰ গাত উৎপন্ন হোৱা নোমবোৰৰ বৰণ মুগা হয়। সেই মুগা বৰণৰ নোমৰ মাজে মাজে ক'লা চানেকীয়া নোমৰ আৱিৰ্ভাৱ হয়। এই জন্তুবিলাকক সমূহীয়া ভাৱে "টিম্বাৰ উল্ফ" নামেৰে অভিহিত কৰা হয়।

যিবিলাক কুকুৰ-নেচীয়া বাঘ গোষ্ঠীৰ প্ৰাণী উত্তৰ মেৰুৰ বৰফাচ্ছন্ন ঠাইবোৰত বাস কৰে সেইবিলাকৰ গাত উৎপন্ন হোৱা নোমবিলাক দীঘল হয়। সিহঁতৰ নেজডাল জোপোহা হয়। এই শাৰীৰিক গুণ "টিম্বাৰ উল্ফ" জাতীয় প্ৰাণীবোৰৰ গাতো বিকশিত হোৱা দেখা যায়। ইউৰোপ মহাদেশখনৰ উত্তৰৰ ফালে থকা অঞ্চলবিলাকত বাস কৰা কুকুৰ-নেচীয়া বাঘ বা "উল্ফ" বিলাকক "ইউৰোপীয়ান উল্ফ্" অৰ্থাৎ ইউৰোপীয় কুকুৰ-নেচীয়া বাঘ বুলি কোৱা হয়। ছাইবেৰীয়াৰ ফালে বাস কৰা কুকুৰ-নেচীয়া বাঘ বিলাকক "টুন্দ্ৰা উল্ফ্" নামেৰে জনা যায়।



কুকুৰ-নেচীয়া বাঘ

ভাৰত উপমহাদেশখনত যিবিলাক কুকুৰ-নেচীয়া বাঘ বাস কৰে সিহঁত আটাইবোৰকে থাউকতে "ইণ্ডিয়ান উল্ফ্" বা ভাৰতবৰ্ষীয় কুকুৰ–নেচীয়া বাঘ বুলি কোৱা হয়। ইহঁতৰে এটা উপ-প্ৰজাতিৰ প্ৰাণী উত্তৰ ভাৰতৰ সমভূমি অঞ্চল বিলাকত বাস কৰে। এইবিধ প্ৰাণীক "পেইল ফুটেড্ উল্ফ" নামেৰে জনা যায়। ইয়াৰ ঠেঙত গজা নোমবোৰৰ

বৰণ অলপ শেঁতা ধবলৰ হোৱাৰ বাবে এইবিধ কুকুৰ--নেচীয়া বাঘক "পেইল ফুটেড্ উল্ফ" বোলা হয়। আমেৰিকাত "প্ৰেইৰী উল্ফ" নামেৰে এবিধ প্ৰাণী আছে। এইবিধ প্ৰাণীকে কায়ট বুলিও কোৱা হয়। অষ্ট্ৰেলিয়া মহাদেশত বাস কৰা ডিঙ্গো নামৰ কুকুৰ গোষ্ঠীৰ বনপ্ৰাণী বিধকো কোনো কোনো পণ্ডিতে উল্ফৰে অন্যতম জাত বুলি ক'ব খোজে।

মাংসাহাৰী প্ৰাণী হিচাপে চিকাৰৰ জাননোৱাৰবোৰ ধৰি খোৱা বিষয়ত এই প্ৰাণী বিলাকে কম-বেছি পৰিমাণে একে প্ৰকৃতিৰ আচৰণ প্ৰদৰ্শন কৰা দেখা যায়। অষ্ট্ৰেলিয়াত থকা ডিঙ্গোবিলাকে কেতিয়াবা ঘৰচীয়া কুকুৰৰ দৰে ব্যৱহাৰ কৰে। ইহঁতে কেতিয়াবা জনবসতিৰ ঠাইবোৰলৈ ওলাই আহি মানুহে পেলনীয়া বস্তুবোৰতো মুখ দিয়েহি। ভাৰতবৰ্ষত থকা কুকুৰ-নেচীয়া বাঘবোৰে চিকাৰৰ উপযোগী তৃণ পল্লৱভোজী প্ৰাণীৰ সন্ধানত অনাই বনাই ঘূৰি ফুৰে। এই দৃষ্টিভঙ্গীৰ ফালৰ পৰা ইহঁতক ভ্ৰমণশীল জন্তু প্ৰাণী বুলি ক'ব পাৰি। দিন দুপৰত আৰু ৰাতি ভাগত ইহঁতে গছৰ ছাঁ কিম্বা পাহাৰৰ মাজৰ সুবিধা--জনক ঠাইত চেপেটা মাৰি পৰি থাকি জিৰণি লয়। ওখ ওখ বাঁহ জাতীয় উদ্ভিদৰ তলত পৰি পৰি থাকিও ইহঁতে জিৰণিৰ সময়খিনি অতিবাহিত কৰে। মৰুভূমি অঞ্চলত বাস কৰা এই জাতীয় প্ৰাণী কিছুমানে শুকান বালিৰ দমৰ কাষত পৰি থাকি ৰ'দৰ প্ৰখৰ উত্তাপ নিবাৰণ কৰিবলৈ যত্ন কৰে। বালি গোট খাই খাই উৎপন্ন হোৱা টিলাবোৰৰ কাষত সাধাৰণভাৱে গাঁত খান্দি তাতে পেট পেলাই পৰি থাকে।

চিকাৰ অভিযানত যোৱা বিষয়ত ইহঁতে দিন ৰাতিৰ ভেদাভেদ মানি চলা দেখা নাযায়। যেই কোনো প্ৰহৰতে ইহঁতে চিকাৰৰ জন্তু বিচাৰি অনাই বনাই ঘূৰি ফুৰে। চকুৰ আগলৈ অহা যেই কোনো প্ৰাণীকে আক্ৰমণ কৰি বধ কৰে আৰু বখলিয়াই খাই ক্ষুধা নিবাৰণ কৰে। গাঁৱৰ ওচৰে পাজৰে বাস কৰা কুকুৰ-নেচীয়া বাঘে ঘৰচীয়া জন্তু বিলাককো আক্ৰমণ কৰে। সুবিধা পালে মানুহৰ পাছ লয় আৰু অকলশৰীয়াকৈ হাবিতলীয়া পথেদি অহা যোৱা কৰা মানুহৰ প্ৰাণ বিনাশ কৰিবলৈ কুণ্ঠিত নহয়। হাবিতলীয়া ঠাইবোৰত বাস কৰা কুকুৰ-নেচীয়া বাঘবিলাকে সাধাৰণতে বনৰীয়া জন্তুৰ ওপৰতে নিৰ্ভৰ কৰি জীৱন নিৰ্বাহ কৰে। ইহঁতে চিকাৰ কৰি ধৰা বনৰীয়া জন্তুবিলাকৰ ভিতৰত ৰাজস্থানৰ ফালে বাস কৰা কৃষ্ণসাৰ, চিন্‌কাৰা আৰু গেজেল নামৰ তৃণ-ভোজী প্ৰাণী কেইবিধমানো পৰে।

মৰুভূমি অঞ্চলবিলাকৰ আশে পাশে [illegible] চুটি চাপৰ গছ-গছনিযুক্ত ঠাই থাকে কৃষ্ণসাৰ, চিন্‌কাৰা আদি জন্তু বিলাকে মৰুদ্যানৰ [illegible] ঠাইবোৰতে আশ্ৰয় ল'বলৈ গোট খায়হি। ওচৰতে খাপ পাতি বৈ থকা কুকুৰ-নেচীয়া [illegible] জন্তুবোৰৰ দুই এটাক আক্ৰমণ কৰি প্ৰাণ বিনাশ কৰে। নেলুতে কামোৰ মাৰি ধৰি তাৰ পৰা বিৰিঙি ওলোৱা তেজ শুহি শুহি খায়। অৱশেষত টানি আজুৰি তাৰ মাংস-খিনি খাই শেষ কৰি দিয়ে। মৰুভূমি অঞ্চলত বাস কৰা এবিধ শহাপহু ইহঁতে ধৰি ধৰি খায়।

সাধাৰণতে খৰালি মহীয়া এইবিধ প্ৰাণীয়ে পোৱালি জগায়। এবাৰত কেইবাটাও পোৱালি জগে। যিবোৰ কুকুৰ-নেচীয়া বাঘ কাশ্মীৰৰ নিচিনা ঠাণ্ডা ঠাইত বাস কৰে সেইবোৰে চ'ত বহাগ মাহতহে পোৱালি জগায়।

# কুকুৰ-নেচীয়া বাঘ

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ—মাংসাহাৰী

গোত্ৰ—কেনিডি

প্ৰজাতি—কেনিচ লুপাচ

কুকুৰ-নেচীয়া বাঘ বা উল্ফ নামেৰে জনাজাত বন্যজন্তুবিধ কুকুৰ পৰিয়ালৰ প্ৰাণী। অসমৰ কোনো ঠাইতে এইবিধ প্ৰাণী বনৰীয়া অৰণ্যত বাস কৰি থকা দেখিবলৈ পোৱা নাযায়। অতীজতে এইবিধ প্ৰাণী আমাৰ ইয়াত বাস কৰি আছিলনে নাই সেই কথাও স্পষ্টভাৱে জনা নাযায়। কিন্তু অসমীয়া ভাষাত কুকুৰনেচীয়া বাঘ শব্দ কেইটা প্ৰচলন হৈ থকা কথালৈ চাই ক'বপাৰি যে এইবিধ জন্তু আমাৰ হাবি বননি বিলাকত এসময়ত বাস কৰিছিল। পৰিতাপৰ বিষয় যে এতিয়া আমাৰ ইয়াত এইবিধ বিচিত্ৰ প্ৰাণী দেখি পাবলৈ নাইকিয়া হৈ পৰিল। সেই বাবে ক'ব পৰা যায় যে আগি এইবিধ প্ৰাণী চিৰ-দিনৰ বাবে হেৰুৱালো। হিংসাকুৰীয়া আৰু মাংসাহাৰী জানোৱাৰ হোৱাৰ বাবে আমাৰ মানুহে বধ কৰি কৰিয়েই হয়তো ইয়াৰ বংশ নিৰ্মূল কৰিলে। অসমৰ বাহিৰে পূৰ্বাঞ্চলত থকা অসমৰ ওচৰ চুবুৰীয়া ৰাজ্য কেইখনতো এইবিধ প্ৰাণী এতিয়ালৈকে বতি আছেগৈ বুলি ক'ব নোৱাৰি। ভাৰতবৰ্ষৰ অন্যান্য কেইবাখনো ৰাজ্যত এইবিধ প্ৰাণী থকাৰ প্ৰমাণ পোৱা গৈছে। পৃথিৱীৰ অন্যান্য ঠাইত কুকুৰ-নেচীয়া বাঘক প্ৰতিনিধিত্ব কৰা কেইবা বিধৰো প্ৰাণী আছে। আমেৰিকাৰ উত্তৰ অঞ্চলত যিবোৰ কুকুৰ-নেচীয়া বাঘ আছে সিহঁতক থাউকতে "টিম্বাৰ উল্ফ" বুলি কোৱা হয়।

ভাৰতবৰ্ষৰ পশ্চিমৰ ফালে থকা ৰাজ্য কেইখন মানে কুকুৰ-নেচীয়া বাঘৰ সচৰাচৰ বসতি স্থান নিৰ্ণয় কৰিছে। উত্তৰ-পশ্চিমৰ ফালে থকা পৰ্বতীয়া ৰাজ্য কাশ্মীৰৰ নাম এই সম্পৰ্কত বিশেষ ভাৱে উল্লেখ কৰিব পৰা যায়। এইখন পাৰ্বত্য ৰাজ্যৰ পৰা আৰম্ভ কৰি ৰাজস্থানৰ মাজেদি দক্ষিণাত্যলৈকে যি বিস্তীৰ্ণ ভূ-ভাগ আছে সেই ভূ-ভাগৰ ঠায়ে ঠায়ে অৱস্থিত কোনো কোনো হাবি বননিত এইবিধ বিচিত্ৰ প্ৰাণী বিক্ষিপ্ত ভাৱে বাস কৰে। হিন্দী ভাষাত এইবিধ প্ৰাণীক নেক্‌ৰা বুলি কয়। পশ্চিমৰ ফালে থকা অন্যান্য ভাষাভাষী মানুহে ইয়াক বিভিন্ন নামেৰে চিনাক্তকৰণ কৰে।

ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি এইবিধ প্ৰাণীৰ বসতিস্থান এচিয়া আৰু ইউৰোপ মহাদেশৰ বহুতো ঠাইত [illegible]বিত হৈছে। আন কি আমেৰিকাৰ উত্তৰ অঞ্চলতো উক্ত জাতীয় প্ৰাণী কিছুমানে প্ৰতিনিধিত্ব কৰিছে। এচিয়া আৰু

ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত আপোন মনেৰে বাস কৰা এই জাতীয় শিয়ালবোৰৰ নোমবোৰ সাধাৰণতে ৰঙচীয়াকৈ মুগা হয়। ঠাই অনুযায়ী বাস কৰা শিয়ালৰ নোমবোৰৰ বৰণৰ গভীৰতাত কম-বেছি পৰিমাণে বিভিন্নতাৰ ভাব পৰিলক্ষিত হোৱা দেখা যায়। আমাৰ অসমৰ জলবায়ুযে যিবিলাক শিয়াল জাতীয় প্ৰাণী ধাৰণ কৰে সেইবিলাক শিয়ালৰ নোমৰ ৰং ধোঁৱা বৰণীয়াকৈ মুগা হয আৰু তাৰ মাজে মাজে দুই এডাল ক'লা বৰণীয়া



শিয়াল

নোম বিহলি হৈ থাকে। ভাৰতৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি এইবিধ প্ৰাণীয়ে পাকিস্তান, বাংলাধেদশ আৰু শ্ৰীলঙ্কাতো বাস কৰে। দক্ষিণ ইউৰোপ আৰু দক্ষিণ পূব এচিয়াৰ অন্যান্য বহুতো দেশলৈ এইবিধ প্ৰাণীৰ বসতিস্থান বিক্ষিপ্ত ভাবে বিস্তাৰিত হৈ আছে। ব্ৰহ্মদেশ, থাইলেণ্ড আদিতো এইবিধ বিচিত্ৰ প্ৰাণী বাস কৰে। হিমালয় শৈলমালাৰ বুকুত এইবিধ প্ৰাণীয়ে প্ৰায় 4000 মিটাৰ উচ্চতালৈ আৰোহণ কৰি তেনে-

বোৰ ঠাইতো কৃতকাৰ্য্যতাৰে বসতি কৰে। সাধাৰণতে এই পৰ্বতমালাৰ যিবোৰ ঠাই ১৩০০ মিটাৰ মানৰ পৰা আৰম্ভ কৰি ১৫০০ মিটাৰ উচ্চতাত থাকে তেনেবোৰ ঠাইতেই এইবিধ প্ৰাণীয়ে বাস কৰিবলৈ ভাল পায়। স্বাস্থ্য-নিবাস বিলাকৰ আশে-পাশে থকা ঠাইবোৰ ইহঁতে পছন্দ কৰে।

শিয়ালবোৰক সাধাৰণতে নিশাচৰ প্ৰাণী বুলি ক'ব পাৰি। গধূলি হোৱাৰ লগে লগে ইহঁতে আহাৰ বিচাৰি বাহিৰলৈ ওলায় আৰু গোটেই নিশা আহাৰৰ সন্ধানত অনাই বনাই ঘূৰি ফুৰে। দিনৰ দিনটো ওখ ওখ ঘাঁহ জাতীয় উদ্ভিদৰ মাজত অথবা গছৰ ওলাই থকা শিপা আৰু চেপেটা পাথৰৰ ঢাকনিৰ তলত সোমাই থাকে। পোৱালি জগোৱা মাইকী শিয়ালে পোৱালিৰে সৈতে গাঁতৰ ভিতৰতে সোমাই থাকি সময়খিনি অতিবাহিত কৰে। মাকজনীয়ে গাঁতৰ ভিতৰলৈকে খোৱা বস্তুবোৰ কঢ়িয়াই নি নি পোৱালি মখাক খুৱাইগৈ। অলপ ডাঙৰ হৈ টনকিয়াল নোহোৱা পৰ্যন্ত পোৱালি কেইটাই গাঁতৰ ভিতৰতে সোমাই থাকে। অলপ ডাঙৰ হ'লে সিহঁতে লাহেকৈ গাঁতৰ বাহিৰলৈ ওলাই আহে আৰু ইফালে সিফালে পুলুঙা-পুলুঙি কৰি চাই সুন্দৰ পৃথিবীখনৰ লগত চিনাকি হৈ ল'বলৈ যত্ন কৰে। আনন্দ ভাৱত তেতিয়া সিহঁত আত্মহাৰা হৈ পৰে। ইটোৱে সিটোৱে খেল ধেমালি কৰে আৰু মাকজনীক টনা-আঁজুৰা কৰি নগুৰ শাস্তি কৰে। ধেমালিৰ ছলতে তেতিয়া মাকজনীয়ে সিহঁতক নানা শিক্ষা দি স্বাৱলম্বী হ'বলৈ উপযোগী কৰে। ডাৱৰীয়া বতৰত শিয়ালে দিন-দুপৰতে বাহিৰলৈ ওলাই আহি অনাই বনাই ঘূৰি ফুৰে আৰু খাদ্যৰ উপযোগী বস্তু বিচাৰি খুচাৰি লয়। ইয়াক সাধাৰণতে গাইগুটীয়া ভাৱে পৰিভ্ৰমণ কৰি ফুৰা অৱস্থাত লগ পোৱা যায়। কেবাটাও শিয়াল একে ডোখৰ ঠাইতে একে সময়তে বাস কৰিলেও বাং কুকুৰৰ দৰে সিহঁতে একে ঠাইতে থুপ খাই নাথাকে। একেটা পৰিয়ালৰ প্ৰাণী হলে সিহঁতৰ ভিতৰত সংযোগ ব্যৱস্থা অৱশ্যে অলপ কট্‌কটীয়া হয়। অলপ ওচৰত থকা কিম্বা ভালেখিনি নিলগত ঘূৰাঘূৰি কৰি ফুৰা প্ৰাণীবোৰে কিবা প্ৰকাৰে সিহঁতৰ জ্ঞাতিবৰ্গ অলপ ওচৰতে থকাৰ উমান পায়। সেয়ে নহ'লে এটা শিয়ালে "হোৱা" দিবলৈ আৰম্ভ কৰাৰ লগে লগে ওচৰে পাজৰে বিচৰণ কৰি ফুৰা শিয়ালবোৰে "হোৱা হোৱা" হৰ্ষ ধ্বনিৰে একে সময়তে যোগদান দিব নোৱাৰিলেহেঁতেন।

শিয়ালে নিজতকৈ ডাঙৰ বিধৰ প্ৰাণীক চিকাৰ কৰি মাৰিবৰ বাবে যত্ন কৰা দেখা নাযায়। কেইবাটাও জন্তু লগ লাগি জাকৰুৱা ভাৱে কোনো প্ৰাণীক আক্ৰমণ কৰিবলৈ আগবাঢ়ি যোৱাৰ কথাও এইবিধ প্ৰাণীৰ ক্ষেত্ৰত জনা নাযায়। শহাপহু, ভেকুলী, নিগনি আদিৰ নিচিনা ক্ষুদ্ৰ প্ৰাণী খায়েই ইহঁতে জীৱন ধাৰণ কৰে। কীট-পতঙ্গ আদি নিম্ন খাপৰ জীৱবোৰ ধৰি ধৰিও ইহঁতে খায়। কাউৰী, শগুণৰ লগতে মৰি থকা জন্তুৰ মাংস বোৰ টানি আঁজুৰি খাবলৈ ইহঁতে ভাল পায়। গেলা-পচা মাংস আদিতো ইহঁতে সমানে অভিৰুচি দেখুৱায়। এই ক্ষেত্ৰত এইবিধ প্ৰাণীকো "স্কেভেঞ্জাৰ" বা চাফাই কৰা কামত অৰিহণা যোগোৱা অন্যতম প্ৰাণী বুলি গণ্য কৰিব পাৰি। এই দৃষ্টিভঙ্গীৰ ফালৰ পৰা বিবেচনা কৰি চালে শিয়াল জাতীয় প্ৰাণীক পৰম উপকাৰী জন্তু

বুলি ধৰি ল'ব পাৰি। তদুপৰি কীট-পতঙ্গ আদিৰ পৰা আৰম্ভ কৰি কেচু-কুমটি পৰ্যন্ত অতি নিমুস্তৰৰ জীৱবিলাকৰ কিছুমানক ভক্ষণ কৰি এইবিধ প্ৰাণীয়ে প্ৰকৃতিৰ ভাৰসাম্যতা ৰক্ষা কৰাত সহায় কৰে।

অকলশৰীয়া ভাৱে অনাই বনাই ঘূৰি ফুৰোঁতে কিবা কাৰণত ভয় খাই এইবিধ প্ৰাণীয়ে কেতিয়াবা উচাপ খাই উঠে। ভয়ত আতঙ্ক হৈ হৈ তেতিয়া এক প্ৰকাৰৰ বিকট মাত মাতে। এই মাতক "ফেউ ফেউ" বুলি কোৱা হয়। এই অৱস্থাত আমাৰ মানুহে শিয়ালক শিয়াল বুলি নকৈ ফেকুৰা বা ফেউৰা বুলি কয়। সেয়েহে আমাৰ মানুহে ফেকুৰাক চিনাকি কৰি দিয়াৰ অভিপ্ৰায়েৰে "বাঘেই বনৰ ৰজা আৰু শিয়ালেই ফেকুৰা" বুলি এটা নীতি বচন মাতে। মল-ত্যাগ কৰাৰ সময়ত কষ্ট হ'লেও শিয়ালে "ফেউ" "ফেউ" শব্দ উচ্চাৰণ কৰিবলগীয়া হয় বুলি বহুতে অনুমান কৰে। বাঘ, নাহৰ-ফুটুকী বাঘ আদি মহা-পৰাক্ৰমী হিংসাকুৰীয়া জন্তুৰ লগত ভেটাভেটি হ'ব লগীয়া হ'লেও শিয়ালে ভয়তে "ফেউ ফেউ" শব্দ উচ্চাৰণ কৰে। এই বিষয়ত এটা কথা উল্লেখযোগ্য যে শিয়ালে উচ্চাৰণ কৰা "হোৱা হোৱা" শব্দৰ দৰে ফেকুৰাই একে সময়তে একেলগে ফেউ ফেউ শব্দ উচ্চাৰণ কৰি হুলস্থুল পৰিবেশৰ সৃষ্টি নকৰে। সাধাৰণতে এটা ফেকুৰাই আৰু অতি বেছি দুটাই একে সময়তে "ফেউ ফেউ" কৰি চিঞৰা শুনিবলৈ পোৱা যায়।

হাবিতলীয়া মানুহে ফেকুৰাই চিঞৰিলে ক'ৰবাত বাঘ ওলাইছে বুলি ভাবে। বাঘৰ মুখৰ পৰা যি দুৰ্গন্ধ বাহিৰ হয় সেই দুৰ্গন্ধইও শিয়ালক বিবুদ্ধিত পেলায়। টেঁকীয়াপতীয়া বাঘৰ গোঁজৰণি আৰু নাহৰ-ফুটুকী বাঘৰ হোকোৰ হোকোৰ শব্দ শুনিবলৈ পালেতো কোনো কথাই নাই। তেতিয়া ভয়ত বিহ্বল হোৱা শিয়ালে ফেউ ফেউ কৰি টেটু ফালি চিঞৰি চিঞৰি পলাবলৈ আৰম্ভ কৰে। নিৰাপদ ঠাইত গৈ পোৱাৰ উমান পালেহে থমকি ৰৈ উলটি চাবলৈ সাহস কৰে। গাঁৱৰ ভিতৰলৈকে টেঁকীয়া-পতীয়া অথবা নাহৰ-ফুটুকী বাঘ অহাটো অমঙ্গলৰ কথা বুলি বিবেচনা কৰিব লাগিব। কাৰণ হাবিৰ মাজত থকা পহু আদি বনৰীয়া জন্তু সততকাই বিচাৰি নাপালেহে পেটৰ তাড়নাত এই দুবিধ হিংসুক প্ৰাণীয়ে গাঁৱৰ ভিতৰত সোমায়হি। গোহালিত বান্ধি থোৱা গৰু, ছাগলী আৰু পথাৰত চৰি ফুৰা উদভতীয়া গৰু বা ছাগলী ধৰিবলৈ ইহঁতে জোপ লয়হি। সাধাৰণতে এনে কাম নাহৰ-ফুটুকী জাতৰ বাঘেহে কৰা দেখা যায়। কিয়নো জনবসতিৰ কাষে পাজৰে থকা অলপীয়া হাবিত বাস কৰিবলৈ লোৱাটো এইবিধ বাঘৰ সাধাৰণ নিয়ম। থাপ মাৰি গৰুৰ ডেমেৰুৱা পোৱালি বা ছাগলী এটা ধৰি নিব পাৰিলে সিহঁতৰ চাউল কঠা দিনটোলৈ মুকলি হয়। পিছে গাঁৱৰ মানুহে এইবিলাক হিংসা-কুৰীয়া প্ৰাণীক গাঁৱৰ মাজৰ পৰা বাহিৰ কৰি খেদি দিবলৈ অভিনৱ উপায় অৱলম্বন কৰে। দুই এটা সাহসী ডেকা-ল'ৰাই পদূলিমুখলৈ ওলাই আহি উকি মাৰি মাৰি চিঞৰে আৰু "বাঘ ওলাইছে ঔ বাঘ ওলাইছে ঔ" বুলি চিঞৰি গাঁৱৰ সকলো মানুহক সতৰ্ক-বাণী ওলাই দিয়ে। সিহঁতে ঢোল, পেপা, শিঙা আদি বজাই বাঘক ভয় খুৱাবলৈ চেষ্টা কৰে। তেতিয়া বাঘে উধাতু খাই হাবিলৈ পলাই গুচি যায়গৈ।

কুকুৰ পৰিয়ালত যিমান বিলাক প্ৰাণী অন্তৰ্ভুক্ত হৈ আছে সেই আটাইবিলাকক লগ লগাই দুটা মূল ভাগত ভাগ কৰা হৈছে। ইয়াৰে প্ৰথম ভাগত শিয়াল বিলাক পৰে। কুকুৰ-নেচীয়া বাঘ নামেৰে জনাজাত প্ৰাণীবিলাকো এই ভাগতে পৰে। দ্বিতীয় ভাগত "ফক্স" নামেৰে জনাজাত প্ৰাণীবিলাক পৰে। আমাৰ ভাষাত "জেকল" আৰু "ফক্স" নামেৰে জনাজাত আটাইবিলাক প্ৰাণীক বুজাবলৈ থাউকতে শিয়াল শব্দটো ব্যৱহাৰ কৰা হ'লেও আচলতে "জেকল" আৰু "ফক্স" নামেৰে অভিহিত কৰা প্ৰাণী বিলাকৰ শাৰীৰিক গঠনত অলপ পাৰ্থক্য আছে। জেকল জাতীয় প্ৰাণীবিলাকৰ কপাল খন তুলনামূলক ভাবে উঠঙা হয়। এই উঠঙা কপালৰ ভিতৰত থকা হাড়ৰ মাজত এয়াৰ চেক নামেৰে জনাজাত এবিধ বতাহ সোমাই থকা মৌচাকৰ নিচিনা পদাৰ্থ থাকে। "ফক্স" জাতীয় প্ৰাণীবিলাকৰ কপালখন তেনে ধৰণৰ উঠঙা হোৱা দেখা নাযায়। তদুপৰি সিহঁতৰ কপালত এয়াৰ চেকৰ নিচিনা বায়ুকোষ নাথাকে।

এই দুয়ো প্ৰকাৰৰ প্ৰাণীৰ এটা উমৈহতীয়া বৈশিষ্ট্য হ'ল এয়ে যে ইহঁতৰ এবিধেও গছৰ ওপৰলৈ উঠিব নোৱাৰে। তদুপৰি পানীৰ তলতো ইহঁতৰ এবিধেও বহুত পৰলৈ ডুব মাৰি থাকিব নোৱাৰে। ইহঁতৰ ঠেং কেইখন দৌৰি যোৱা কামৰ বাবেহে উপযুক্ত। ঠেঙৰ হাতোৰাৰ নখবোৰ ইহঁতে মেকুৰী গোষ্ঠীৰ প্ৰাণীবিলাকৰ দৰে জপাব মেলিব নোৱাৰে। আচলতে এইবিলাক প্ৰাণীয়ে ঠেঙৰ পতাৰ আগ ভাগত উৎপত্তি হোৱা আঙুলি কেইটাত ভেজা দি দি খোজ কাঢ়ে। সেই কাৰণে মেকুৰী গোষ্ঠীৰ প্ৰাণী বিলাকৰ দৰে ইহঁতকো ডিজিটিগ্ৰেট বা আঙুলিৰে খোজ কঢ়া প্ৰাণী বুলি কোৱা হয়। মেকুৰী গোষ্ঠীৰ প্ৰাণীবোৰৰ দৰে ইহঁতে চিকাৰৰ জন্তু হাতোৰাৰে খামোচ মাৰি ধৰিবও নোৱাৰে। এই কামৰ বাবে ইহঁতে চোকা বিধৰ দীঘল দীঘল আগদাঁত কেইটাকে ব্যৱহাৰ কৰে।



# ৰাম শিয়াল বা খেক্ শিয়াল

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—মাংসাহাৰী
গোত্ৰ—কেনিডি.
প্ৰজাতি—ভল্পেচ্ বেঙ্গলেন্চিচ্

যিবিধ শিয়াল জাতীয় প্ৰাণীক সাধাৰণতে আমি প্ৰায় সকলোবোৰ ঠাইতে দেখিবলৈ পাওঁ সেইবিধৰ জীৱনালেখ্য ইতিমধ্যে স্থানান্তৰত ডাঙি ধৰা হৈছে। এই প্ৰবন্ধৰ জৰিয়তে এতিয়া আন এবিধ সৰু আকাৰৰ শিয়ালৰ বৰ্ণনা আগ বঢ়াবলৈ চেষ্টা কৰা হ'ব। এইবিধ শিয়ালক "ইণ্ডিয়ান ফক্স" নামেৰে জনা যায়। আমাৰ অসমীয়া মানুহে তাকে ৰাম-শিয়াল বা খেকশিয়াল বুলি কয়। "জেকল্" আৰু "ফক্স" এই দুয়োবিধ প্ৰাণী মূলত: একে হ'লেও সিহঁতৰ মাজত কিছুমান শাৰীৰিক আৰু চাৰিত্ৰিক গুণৰ পাৰ্থক্য থকা দেখা যায়। "জেকল" বিলাকৰ কপালখন ওখ চানেকীয়া হয় আৰু "ফক্স" জাতীয় প্ৰাণীৰ ক্ষেত্ৰত এই বৈশিষ্ট্য পৰিলক্ষিত নহয়। ৰামশিয়াল বা খেক্-শিয়াল নামেৰে জনাজাত প্ৰাণীবিধক ভাৰতবৰ্ষৰ বহুতো ঠাইত বাস কৰা দেখিবলৈ পোৱা যায়। অসমতো এইবিধ প্ৰাণীক পোৱা যায়। কিন্তু অসমৰ বেলিকা ইয়াৰ সচৰাচৰ বাসস্থান আৰু বিচৰণ ভূমি কেৱল নামনি অসমতে সীমাবদ্ধ হৈ থকা দেখা যায়। উজনি অসমত এইবিধ প্ৰাণী বাস কৰা দেখিবলৈ পোৱা নাযায়। নামনি অসমত থকা হাবিতলীয়া গাওঁবোৰৰ কাষে পাজৰে যিবোৰ পাতলীয়া হাবি আছে সেইবোৰতে ৰামশিয়াল বা খেকশিয়াল নামৰ প্ৰাণীবোৰ বাস কৰে। ইহঁত বৰ চেঙা বিধৰ প্ৰাণী। ঠাইতে আৱিৰ্ভৱ হৈ পিছ মুহূৰ্ততে ক'ৰবাত লুকাই অন্তৰ্দ্ধান হ'ব পৰাৰ ইহঁতৰ আচৰিত ক্ষমতা আছে। ই অতি খৰতকীয়া গতিত দৌৰ দি যাব পাৰে। অতি দ্ৰুত গতিত বাগি দি গৈ গৈ ই শত্ৰুজাতীয় প্ৰাণীক বিভ্ৰান্ত কৰে। ধুবুৰী জিলাত এইবিধ বিচিত্ৰ প্ৰাণীৰ উৎপত্তি বেছি। কোক্ৰাঝাৰ আৰু আই-ভলী বন সংমণ্ডলৰ অন্তৰ্গত থকা গৌৰাং ৰেঞ্জৰ চিৰাং সংৰক্ষিত বনাঞ্চল আৰু চিদ্‌লি ৰেঞ্জৰ মানাহ সংৰক্ষিত বনাঞ্চলৰ বহুতো ঠাইত এইবিধ বিচিত্ৰ প্ৰাণীক বিক্ষিপ্ত ভাৱে বাস কৰা দেখিবলৈ পোৱা যায়। কছুগাওঁ বন সংমণ্ডলৰ অন্তৰ্গত থকা বিপু বনাঞ্চল আৰু কছুগাওঁ বনাঞ্চলতো এইবিধ প্ৰাণীক বিক্ষিপ্ত ভাৱে বাস কৰা দেখা যায়। উত্তৰ পাৰে থকা কোক্ৰাঝাৰ জিলাৰ অন্যান্য বনভূমি আৰু শ্ৰেণী-বিহীন হাবি বননি বিলাকতো এইবিধ প্ৰাণীক সেৰেঙা সেৰেঙাকৈ

বাস কৰা দেখা যায়। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা কামৰূপ জিলাৰ বনাঞ্চল কেইখন মানে এইবিধ প্ৰাণীৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰিছে। তাৰ ভিতৰত মানাহ অভয়াৰণ্য তথা ব্যাঘ্ৰ যোজনাৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি। অৰণ্যে গভীৰ অৰণ্য ভূমিত সাধাৰণতে এইবিধ প্ৰাণীক বাস কৰা দেখা নাযায়।

সৰু আকাৰৰ এই শিয়াল জাতীয় প্ৰাণী বিধক ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ বাহিৰে বাংলা দেশ আৰু পাকিস্থানতো বাস কৰা দেখিবলৈ পোৱা যায়। ইয়াক ইংৰাজী ভাষাত "বেঙ্গল ফক্স" বুলি কোৱা হয়। ভাৰতবৰ্ষৰ অন্যান্য ঠাই কিছুমানলৈ ইয়াৰ বসতিভূমি সম্প্ৰসাৰিত হোৱালৈ লক্ষ্য ৰাখি ইয়াক বহল দৃষ্টি ভঙ্গীত "ইন্দিয়ান ফক্স"



ৰাম-শিয়াল বা খেক্-শিয়াল

নামেৰে অভিহিত কৰা হয়। ইউৰোপ, আফ্ৰিকা আৰু আমেৰিকা মহাদেশত এইবিধ ক্ষুদ্ৰ আকাৰৰ শিয়ালক আন কেইবিধমান সমধৰ্মী প্ৰাণীয়ে প্ৰতিনিধিত্ব কৰিছে। তাৰ ভিতৰত আফ্ৰিকা মহাদেশখনত বাস কৰা "ফেনেক্স ফক্স" আৰু "চিলভাৰ বেকেড্ ফক্স" নামৰ প্ৰাণী দুবিধৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি।

"ইণ্ডিয়ান্ ফক্স" বা ৰামশিয়াল নামৰ প্ৰাণীবিধ আকাৰত তেনেই সৰু হয়। আমাৰ দেশত বাস কৰা যেচেকা একোটাতকৈ ইয়াক কোনো গুণে ডাঙৰ হোৱা দেখা নাযায়। পিট্ পিটাই দৌৰ দি দি ঘূৰি ফুৰাটো ইয়াৰ স্বাভাৱিক নিয়ম। বৰণত ইয়াৰ দেহত উৎপন্ন হোৱা নোমবোৰ মুগা হয়। ইয়াৰ নেজডাল জোপোহা হয় আৰু এই নেজডালৰ

আগৰ ফালে থকা নোমবোৰ ৰঙা শিয়াল নামৰ আন এবিধ ভাৰতীয় শিয়ালৰ নেজত থকা নোম সোপাৰ দৰে ৰঙা নহৈ ক'লা চানেকীয়া হোৱা দেখিবলৈ পোৱা যায়। ঠিক সেইদৰে ৰঙা শিয়ালৰ আহিত ইয়াৰ গলধনত উৎপন্ন হোৱা নোমবোৰে ক'লা চানেকীয়া বৰণ ধাৰণ কৰা দেখা নাযায়। দেহৰ অন্যান্য অংশত গজা নোমবোৰৰ স্বাভাৱিক বৰণৰ লগত ৰামশিয়ালৰ গলধন আৰু ডিঙিত গজা নোমবোৰৰ বৰণো অবিকল মিলি যায়। ৰাম-শিয়াল আৰু ৰঙা-শিয়াল নামৰ প্ৰাণী দুবিধৰ দেহত উৎপন্ন হোৱা নোমবোৰৰ বৰণত এই ধৰণৰ পাৰ্থক্য থকাৰ বাবে দুয়ো-বিধ প্ৰাণীক অলপ নিলগৰে পৰা চিনি উলিয়াব পৰা যায়। অৱশ্যে ৰাম-শিয়ালতকৈ ৰঙা-শিয়াল আকাৰত ভালেখিনি ডাঙৰ হয়। খোজ কাটলতো ৰঙা-শিয়ালে ৰামশিয়ালৰ দৰে তজবজীয়া বা চঞ্চল প্ৰকৃতিৰ স্বভাৱ প্ৰদৰ্শন নকৰে। উত্তৰ ভাৰতৰ হিমালয় পৰ্বতমালাৰ নামনি ভাগত থকা হাবি বননিবোৰত যিবোৰ ৰামশিয়াল বাস কৰে সিহঁতৰ গাত গজা নোমবোৰ জাৰকালি অলপ দীঘল হয়। অৱশ্যে এই বিষয়ত সিহঁতে ৰঙা-শিয়ালক চেৰ পেলাব নোৱাৰে।

আগতেই উল্লেখ কৰি অহা হৈছে যে ৰাম-শিয়ালবিলাকে ডাঠ হাবিত বাস কৰিবলৈ ভাল নাপায়। যিবোৰ ঠাইত পাতলীয়া গছ আৰু জোপোহা বিধৰ উদ্ভিদে প্ৰাধান্য লাভ কৰে আৰু য'ত মুকলি মুৰীয়া ঘাঁহনি পথাৰবোৰ থাকে তেনে ধৰণৰ আবাস ভূমি এইবিধ প্ৰাণীয়ে পছন্দ কৰে। এনে ঠাইত থকা নদীৰ পাৰৰ ওখ গৰা বা দ-চানেকীয়া ঠাইত থকা জোপোহা গছৰ গুৰিত বাস কৰিবৰ বাবে এইবিধ প্ৰাণীয়ে একো একোটা গাঁত খান্দি লয়। ৰামশিয়ালক নিশাচৰ প্ৰাণী বুলি ক'ব লাগিব। দিনৰ দিনটো ইহঁতে গাঁতৰ ভিতৰতে সোমাই থাকে। কিবা কাৰণত গাঁত খান্দি লোৱাৰ সুবিধা নহ'লে কিম্বা সচৰাচৰ বাস কৰিবলৈ বনাই লোৱা গাঁতটোৰ পৰা কেনেবাকৈ খেদা খালে ই দ চানেকীয়া ঠাই এডোখৰত সুবিধা জনক আওহতীয়া ঠাই বিচাৰি লৈ তাতে মনে মনে পৰি থাকে। গৰখীয়া ল'ৰা কিম্বা হাবিত খৰি লুৰিবলৈ সোমোৱা কোনোবা মানুহৰ উমান পালে ই আশ্ৰয় লৈ থকা ঠাইডোখৰৰ পৰা ওলাই আহি ভিৰাই পকাই দৌৰিবলৈ আৰম্ভ কৰে। গধূলি পৰত যেতিয়া দিনৰ পোহৰখিনি লাহে লাহে ম্লান হ'বলৈ আৰম্ভ কৰে ঠিক তেতিয়াই এইবিধৰ প্ৰাণীবোৰে লাহেকৈ গাঁতৰ ভিতৰৰ পৰা ওলাই আহে। প্ৰথমতে গাতটোৰ মুখলৈ মূৰৰ আগভাগ উলিয়াই ইফালে সিফালে পুলুঙা পুলুঙি কৰি চাই লয়। কোনো শত্ৰু জাতীয় প্ৰাণী ওচৰতে থকাৰ গম পালে লাহেকৈ পোলোকা মাৰি পুনৰ গাঁতটোৰ ভিতৰলৈ সোমাই যায়। ওচৰত তেনেকুৱা বিধৰ কোনো প্ৰাণী নাই যেন গম পালেই একে কোবতে গাঁতটোৰ পৰা ওলাই দৌৰ দিবলৈ আৰম্ভ কৰে। অলপ দূৰত গৈ থমক্ লাগি বহি পৰে আৰু পুনৰ ইফালে সিফালে লক্ষ্য কৰি বিপদমুক্ত হোৱাৰ বিষয়ে নিচিন্ত হ'বলৈ যত্ন কৰে। তাৰ পাছত খুচ্ খুচাই খুচ্ খুচাই ইফালে সিফালে খোৱাৰ উপযোগী বস্তু বিচৰা কামত লাগি যায়।

আই—ভেলী বন—সংমণ্ডলৰ অন্তৰ্গত থকা চিদ্‌লি ৰেঞ্জত বৰ্‌ভাঙি নামৰ এটা বিট অফিচ (খণ্ড কাৰ্যালয়) আছে। সেই ফালেদি যোৱা সীমামূৰীয়া পথটোৰেদি ভূটান লৈ যাব পাৰি। চিদ্‌লি ৰেঞ্জটো আগতে গোৱালপাৰা-পূব বন-সংমণ্ডলৰ অন্তৰ্গত

আছিল। ১৯৬০ চন মানলৈকে গোৱালপাৰা পুব বন সংমণ্ডলৰ সদৰ ঠাই ধুবুৰীতে আছিল। পাছত সদৰ ঠাই কোকৰাঝাৰলৈ উঠাই অনা হ'ল। ডিভিজনটোৰ নাম সলনি কৰি হলটুগাওঁ ডিভিজন নামেৰে নামকৰণ কৰা হ'ল। আইনদীখনকে উভৈহতীয়া সীমা—ৰেখা কৰি পাছত আইভেলী ডিভিজন নাম দি আন এটা নতুন বন—সংমণ্ডলৰ সৃষ্টি কৰা হ'ল। এই বন-সংমণ্ডলৰ প্ৰশাসনীয় কাৰ্য এতিয়া খণ্ডাইগাঁৱৰ পৰা পৰিচালনা কৰে। চিদ্লি ৰেঞ্জৰ সদৰ ঠাই হ'ল ৰাণী। ৰাণীৰ পৰা পূবৰ ফালে অলপ দূৰ আগবাঢ়ি গ'লে এটা তিনি আলিৰ সঙ্গম স্থল পায়। ইয়াতেই তিনিখন বনভূমিৰ সঙ্গম ঘটিছে। প্ৰথমখন বনভূমিৰ নাম হল চিৰাং, দ্বিতীয়খন মানাহ আৰু তৃতীয়খন বেংতল। চিৰাং ৰিজাৰ্ভখন আকাৰত ডাঙৰ। মানাহখনো কম নহয়। হলটুগাওঁ ডিভিজনৰ অন্তৰ্গত থকা গৌৰাং ৰেঞ্জ, ঝাৰবাৰী ৰেঞ্জ আৰু ওলটাপানী ৰেঞ্জ চিৰাং সংৰক্ষিত বনাঞ্চলৰ ভিতৰতে পৰে। মানাহ সংৰক্ষিত বনাঞ্চলখন বৰডাঙি মানতে আৰম্ভ কৰি মানাহ অভয়াৰণ্যলৈকে বিয়পি আছে। সৰলভাঙ্গা নদীখন হলটুগাওঁ ডিভিজনত আছে। সৰলভাঙ্গা নদীখনে হলটুগাওঁ ডিভিজনৰ পশ্চিম সীমা নিৰ্দ্ধাৰণ কৰিছে। বেংতলখন আকাৰত তেনেই সৰু ৰিজাৰ্ভ।

ওপৰত বৰ্ণনা কৰা বনভূমিবিলাকৰ বিভিন্ন পৰিবেশত যিবিলাক বন্য-প্ৰাণীয়ে নিজৰ অস্তিত্ব ৰক্ষা কৰি জীৱন সংগ্ৰামত জয়লাভ কৰিব পাৰিছে সেইবিলাকৰ ভিতৰতে বামশিয়াল নামৰ প্ৰাণীবিধো পৰে। বৰডাঙিৰ পৰা পাৰ্বতী বিট আৰু তাৰপৰা কুক্লুং ৰেঞ্জলৈ যাব পৰা এটা পথ আছে। আইনদীখনৰ ঠিক পাৰতে পাৰ্বতী নামৰ বিট অফিচটো আছে। এবাৰ বৰডাঙিত কেইটামান বামশিয়াল বা খেকশিয়াল জাতীয় প্ৰাণী লগ পোৱাৰ কথা মনত পৰে। সন্ধিয়া পৰত তেতিয়া চকুৰে গাৰ নোম দেখিব নোৱাৰাৰ অৱস্থা হৈছিল। জীপ গাড়ীখন ৰাখিবৰ বাবে ড্ৰাইভাৰক নিৰ্দেশ দিলো। জন্তু কেইটাই ভিৰাই পকাই লৰ দিবলৈ আৰম্ভ কৰিলে। সিহঁতৰ পাছে পাছে ঘাঁহনি পথাৰখনৰ মাজলৈ জীপখন নমাই দিলো। কিছুদূৰ গৈ সিহঁতে এজোপা জোপোহা গছৰ আঁৰত লুকালগৈ। তাৰ মাজতে লোমাই থকা অৱস্থাত সিহঁতক বিচাৰি উলিয়াবৰ বাবে চেষ্টা কৰা হ'ল। আমাৰ সকলো চেষ্টা ব্যৰ্থ কৰি সিহঁত কেইটা ঠাইতে অন্তৰ্দ্ধান হ'ল। আন্ধাৰ বেছি হৈ অহাত সিহঁতক বিচাৰি উলিয়াব পৰা অসম্ভৱ হৈ পৰিল। অলপ নিলগত অৱশ্যে গাড়ীৰ লাইটৰ পোহৰত জন্তু কেইটাক একাচেকাকৈ দেখিবলৈ পোৱা গ'ল।

কীট-পতঙ্গ, কেচু-কুমটিৰ পৰা আৰম্ভ কৰি নানা জাতৰ সৰু-সুৰা জন্তু আৰু চৰাই ধৰি খাই এইবিধ বিচিত্ৰ প্ৰাণীয়ে জীৱন ধাৰণ কৰে। থকা গাঁতত সুৰঙ্গ কৰা কামত এইবিধ প্ৰাণীয়ে বিশেষ সতৰ্কতা অৱলম্বন কৰিব লগীয়া হয়। গাঁতৰ ভিতৰলৈ সোমাবৰ বাবে বাহিৰত কেইবাখনো মুখ থাকে। তাৰে এখন মুখৰ ভিতৰলৈ বিটো সুৰঙ্গ নিৰ্মাণ কৰা হয় সেই সুৰঙ্গৰ ভিতৰত আহল--বহলকৈ এটা কোঠা বনোৱা হয়। জন্তুটোৱে এই কোঠাটোৰ ভিতৰতে আশ্ৰয় লৈ শুই থাকে। বাকী কেইটা সুৰঙ্গ কিছু দূৰলৈ আগবাঢ়ি গৈ তাতে শেষ হৈ যায়। এনে সুৰঙ্গত জন্তুটোৱে বাস নকৰে। গতিকে কোনো শত্ৰু

জাতীয় প্ৰাণীয়ে কিম্বা মানুহে জন্তুটোক আধাতে মুদ খোৱা সুৰঙ্গত বিচাৰি নাপায়। এনেয়ে বনাই ৰখা গাঁতৰ মুখৰ মাটিবোৰ গুচাই তাক বিচৰা বিচৰি কৰিবলৈ আৰম্ভ কৰোতেই সি আচল গাঁতটোৰ দুৱাৰ মুখলৈ তাৰ মূৰটো উলিয়াই ইফালে সিফালে চাই লয়। শত্ৰু প্ৰাণীয়ে একাণপতীয়াকৈ গাঁত খান্দোতে গাঁতৰ মুখৰ পৰা মাটিখিনি বগৰাবলৈ লওঁতেই সি চকুৰ পচাৰতে পলাই পত্ৰং দিয়ে। শত্ৰু জাতৰ প্ৰাণী বা মানুহে তেতিয়াহে গম পায় যে সি বা তেওঁ বিচৰা বিচৰি কৰা জন্তুটো ইতিমধ্যে পলাই কোনোবাখন পালেগৈ। গাঁতৰ ভিতৰত তাক বিচাৰি হাবাথুৰি খালে কোনো লাভ নাই। এইবিধ প্ৰাণীৰ আৰু এটা মন কৰিব লগীয়া চাৰিত্ৰিক লক্ষণ হ'ল এয়ে যে মাটিত খোজ কাঢ়ি কাঢ়ি যাওঁতে ইয়াৰ জোপোহা নেজডাল মাটিত চোচৰি চোচৰি যোৱা যেন লাগে।

নানা কাৰণত ৰামশিয়াল বা "ইণ্ডিয়ান ফক্স" নামৰ প্ৰাণীবিধৰ জন্তু-সংখ্যা লাহে কমি আহিছে। কিছুমান স্বাভাৱিক পৰিবেশত ইয়াৰ বংশ একেবাৰেই নিৰ্মূল হৈছে। এনে অৱস্থা আহি পোৱাৰ মূল কাৰণ কেবাটাও। জন-সংখ্যাৰ বিস্ফোৰণ ঘটাত কিছুমান স্বাভাৱিক পৰিবেশ চিৰকালৰ বাবে অন্তৰ্দ্ধান হৈছে। ঘৰচীয়া হাঁহ কুকুৰা আদিৰ ওপৰত অত্যাচাৰ কৰা বিধৰ প্ৰাণী হোৱাৰ বাবে কিছুমান হাবিতলীয়া মানুহে ইয়াক খেদি খেদি মাৰে। গাঁতৰ ভিতৰৰ পৰা উলিয়াই আনি তাক নগুৰ শাস্তি কৰি মাৰে। নাৰকীয় অত্যাচাৰ কৰি তাৰ জীৱটো সিপুৰীলৈ পঠাই দিয়ে। ইয়াৰ গাৰ ছালখন বখলিয়াই সেই ছালৰ পৰা উৎপন্ন হোৱা ছামৰা নানা লাগতিয়াল কামত ব্যৱহাৰ কৰে। তদুপৰি এনে ধৰণৰ বহু পৰিমাণৰ ছাল সংগ্ৰহ কৰি বেপাৰৰ পথ মুকলি কৰে। অৱশ্যে এইবিধ বিচিত্ৰ প্ৰাণীকো পৃথিবীৰ বুকুত বচাই ৰাখিবৰ বাবে সংৰক্ষণ কামী ব্যক্তি সকল আৰু চৰকাৰ এতিয়া সজাগ হৈছে।

এইবিধ শিয়ালে গাঁতৰ ভিতৰত নিৰ্মাণ কৰা কুঠৰিতে পোৱালি জগায়। এবাৰত একাধিক পোৱালি জগে। পোনেই জগোতে পোৱালিৰ চকু মুদ খাই থাকে। মাকে বাহিৰৰ পৰা খোৱা বস্তু নিনি সিহঁতক গাঁতৰ ভিতৰতে খুৱাইগৈ। লাহে লাহে পোৱালি অলপ টনকিয়াল হ'লে লাহেকৈ বাহিৰলৈ ওলাই সুন্দৰ পৃথিবীখনৰ লগত পৰিচয় হয়হি।



# ৰঙা শিয়াল

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ—মাংসাহাৰী

গোত্ৰ—কেনিডি

প্ৰজাতি—ভল্‌পেচ্‌ ভল্‌পেচ্‌

ইয়াৰ আগৰ প্ৰবন্ধৰ জৰিয়তে ৰাম শিয়াল বা খেক্-শিয়াল নামৰ এবিধ "ফক্সৰ" বৰ্ণনা আগ বঢ়োৱা হৈছে। ৰাম-শিয়ালক ইংৰাজী ভাষাত "বেঙ্গল ফক্স" বুলি কোৱা হয়। বহল দৃষ্টিভঙ্গীত ইয়াক 'ইণ্ডিয়ান ফক্স' বা ভাৰতীয় শিয়াল বুলি যে অভিহিত কৰা হয় সেই কথা স্থানান্তৰত উল্লেখ কৰি অহা হৈছে। বৰ্তমানে 'ৰেড্ ফক্স' বা ৰঙা শিয়াল নামেৰে জনাজাত আন এবিধ "ফক্স" জাতীয় ভাৰতীয় প্ৰাণীৰ বিষয়ে কোৱা হ'ব।

ৰঙা শিয়ালৰ যি কেইবিধ প্ৰাণী ভাৰত উপ মহাদেশখনৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত বাস কৰে সেই কেইবিধ প্ৰাণীৰ বিশদ বৰ্ণনা নিৰ্দিষ্টভাৱে আগ বঢ়োৱাৰ আগতে সমগ্ৰ বিশ্বৰ ভিন্ ভিন্ এলেকাত বাস কৰা ৰঙা—শিয়াল বিধৰ প্ৰাণীবিলাকৰ বিষয়ে অলপ বহল ভাৱে আলোচনা কৰা যাওক। ৰঙা-শিয়াল বিলাকৰ বসতি স্থান ভাৰতবৰ্ষত হলেও এচিয়া আৰু ইউৰোপ মহাদেশৰ অন্যান্য বহুতো ঠাইত থলুৱা ভাৱে ইয়াক বাস কৰা দেখা যায়। ইউৰোপ মহাদেশত থকা ৰঙা শিয়াল বিলাকক সাধাৰণ শিয়াল বা 'কমন ফক্স' নামেৰে অভিহিত কৰা হয়।

মধ্য এচিয়া আৰু উত্তৰ আফ্ৰিকাৰ কিছুমান ঠাইলৈ এইবিধ প্ৰাণীৰ বসতি-স্থান বিয়পি আছে। উত্তৰৰ ফালে থকা মেৰু অঞ্চলৰ ঠাইবিলাকত আন এবিধ ৰঙা শিয়াল বিধৰ প্ৰাণী বাস কৰা দেখা যায়। সেইবিধ শিয়ালক তুষাৰ দেশীয় শিয়াল বা "আৰ্ক্-টিক ফক্স" নামেৰে অভিহিত কৰা হয়। উত্তৰ মেৰুৰ যিবোৰ ঠাইত তুষাৰ শিয়াল বাস কৰে সেই একে বিলাক ঠাইতে ইউৰোপীয় ৰঙা-শিয়ালকো বাস কৰা দেখিবলৈ পোৱা যায়। তুষাৰ-শিয়ালৰ দেহত উৎপন্ন হোৱা নোমবোৰ কোমল-আমলকৈ মৰম লগা হয়। গাত এনে ধৰণৰ নোম থকাৰ বাবে এইবিলাক প্ৰাণীয়ে বাণিজ্য জগতত এক বিশিষ্ট স্থান অধিকাৰ কৰিব পাৰিছে। এই শিয়ালবিলাকৰ দেহত উৎপন্ন হোৱা নোম ঋতু অনুযায়ী পৰিবৰ্তন হোৱা দেখা যায়। তাৰে কিছুমানৰ গাত গজা নোমবোৰ জাৰকালি বগলী চৰাইৰ পাখিবোৰৰ দৰে টো টোকৈ বগা হয়। এইনোমবোৰে তেতিয়া অলপ দীঘল চানেকীয়া হৈ অতি মনোমোহা ৰূপ ধাৰণ কৰে। গৰমৰ দিনত এই নোমবোৰ অলপ চুটি হয়। পেটৰ তলৰ ফালে গজা নোমবোৰৰ বাহিৰে আনবোৰ নোম ৰঙচুৱাকৈ

মুগা হয় আৰু তাৰ মাজত ফুটুকা-ফুটুকী দাগৰ চিক্‌মিকনিয়ে বিৰাজ কৰে। আন কিছুমান তুষাৰ শিয়ালৰ গাত হোৱা নোমবোৰ একেবাৰে ক'লা হয়। কিছুমান জন্তুৰ ক্ষেত্ৰত এই বৰণে গেৰুৱা বা মুগা বৰণীয়া ৰূপ ধাৰণ কৰে। ইউৰোপ আৰু আমেৰিকাত থকা এই শিয়াল বিলাকৰ নোমাল ছাম্‌বাৰ পৰা তৈয়াৰী কৰা আৰু সাধাৰণতে ভদ্ৰ মহিলা সকলে কোট চোলাৰ আকাৰে ব্যৱহাৰ কৰা পোছাকৰ চাহিদা অত্যন্ত বেছি। অৱশ্যে এইবিলাক বিলাসী সামগ্ৰীৰ দাম অতিপাত বেছি হোৱাৰ বাবে ধনী মানুহৰ বাহিৰে সৰ্বসাধাৰণে সেইবোৰ পোছাক পৰিধান কৰা দেখা নাযায়। স্বাভাৱিক পৰিৱেশত এইবিলাক বহুমূলীয়া প্ৰাণীক সংৰক্ষণ কৰি ৰাখিবৰ বাবে কি ব্যৱস্থা হাতত লৈছে সেই বিষয়ে স্পষ্টভাৱে জনা নাযায়। বাণিজ্য জগতত তুষাৰ শিয়ালৰ এবিধক



ৰঙা শিয়াল

নীলা শিয়াল (ব্লু ফক্স) আৰু আন এবিধক বগা-শিয়াল (হোৱাইট্ ফক্স) নামেৰে জনা যায়। কানাডাৰ ফালে আন দুবিধ ফক্স ফৈদৰ দেখনিয়াৰ প্ৰাণী "ফক্স ফাৰ্ম" বিলাকত প্ৰতিপালন কৰি ৰখা হয়। তাৰে এবিধক আদ্‌ধাডিং শিয়াল (ক্ৰছ ফক্স) আৰু আন বিধক ৰূপালী শিয়াল (চিল্‌ভাৰ ফক্স) নামেৰে জনা যায়। অষ্ট্ৰেলিয়া মহাদেশতো সেই দেশৰ মানুহে অন্যান্য ঠাইৰ পৰা ৰঙা শিয়াল গোষ্ঠীৰ কিছুমান দেখনিয়াৰ জাত আমদানি কৰি নি পাম আকাৰে প্ৰতিপালন কৰিছে। সেই কাৰণে 'ফাৰ' ব্যৱসায়ত অষ্ট্ৰেলিয়াই সমগ্ৰ বিশ্বতে এখন বিশিষ্ট আসন লাভ কৰিবলৈ সক্ষম হৈছে।

এতিয়া ভাৰত উপ-মহাদেশখনত নিগাজীকৈ বাস কৰা ৰঙা শিয়াল গোষ্ঠীৰ প্ৰাণীবোৰৰ বিষয়ে অলপ বহল ভাৱে আলোচনা কৰা যাওক। পশ্চিমৰ ফালে কাশ্মীৰৰ পৰা আৰম্ভ কৰি নেপালেদি ছিক্কিমলৈকে এই গোটেই পাৰ্বত্য অঞ্চলত এই বিধ প্ৰাণী

বাস কৰে। অসমত ইয়াক দেখিবলৈ পোৱা নাযায়। আমাৰ ইয়াত সাধাৰণতে যিবিধ শিয়াল বাস কৰে সেইবিধ প্ৰাণীতকৈ ৰঙা শিয়াল আকাৰত ডাঙৰ হয়। ইয়াৰ দেহত উৎপন্ন হোৱা নোমবিলাকো তুলনামূলক ভাৱে দীঘল হয়। নোমাল নেজডাল জোপোহা বিধৰ হোৱাৰ বাবে জন্তুটোক বেচ নোদোকা যেন দেখি। নোমবিলাক ৰঙচুৱাকৈ মুগা বৰণৰ হয়। বিভিন্ন ঠাইৰ ভিন্ ভিন্ পৰিবেশত বাস কৰা জন্তুবিলাকৰ গাৰ নোমৰ বৰণৰ গভীৰতাত হীনডেঢ়ি পৰিলক্ষিত হয়। এইবিধ প্ৰাণীৰ আন এটা দৈহিক গুণৰ বিশেষত্ব হ'ল এয়ে যে ইয়াৰ কাণ দুখনৰ পাছৰ ফালে গজা নোমখিনি অলপ ক'লা হয়। নেজ্জ ডালৰ আগ ভাগত অলপ বগা বৰণীয়া নোমৰ আভাস থাকে।

ভাৰতবৰ্ষত বাস কৰা ৰঙা শিয়াল গোষ্ঠীৰ প্ৰাণীবিলাকৰ তিনিটা উপজাতি আছে। হিমালয় পৰ্বতমালাৰ পৰ্বতীয়া ঠাই বোৰত যিবিধ ৰঙা শিয়াল বাস কৰে সেইবিধ জন্তুক পাহাৰী শিয়াল বা "হিল ফক্স" নামেৰে জনা যায়। ইয়াৰ বৈজ্ঞানিক নাম হ'ল "ভল্পেচ্ ভল্পেচ্ মণ্টানা"। ৰাজস্থানৰ মৰুভূমি অঞ্চলত বাস কৰা বিধ ৰঙা শিয়ালক মৰুভূমি নিবাসী শিয়াল (ডেজাৰ্ট ফক্স) নামেৰে জনা যায়। মৰুভূমি বাসী ৰঙা শিয়ালৰ সচৰাচৰ বাসস্থান ৰাজস্থানৰ মৰুভূমিয়ে গনকা বিস্তীৰ্ণ ভূ-ভাগো নিৰ্ণয় কৰিছে। পাকিস্তানৰ সিন্ধু প্ৰদেশত সাধাৰণতে যিবিধ ৰঙা শিয়াল বাস কৰে সেই বিধক "হোৱাইট ফুটেড্ ফক্স" বা বগা ঠেঙীয়া শিয়াল নামেৰে জনা যয়। এই দুটা উপজাতিৰ প্ৰাণীবিলাকক ক্ৰমে "ভলপেচ্ ভলপেচ্ গ্ৰিফিটি" আৰু "ভলপেচ্ ভল্পেচ্ পুছিলা" নামেৰে জনা যায়।

জাৰকালি ৰঙা শিয়ালৰ গাত গজা নোমবোৰ অধিক দীঘল হয় আৰু সেই সময়ত জন্তুটো নোদোকাকৈ বুনীয়া হৈ পৰে। বসন্ত কাল আহি পোৱাৰ লগে লগে এই নোম--বোৰ লাহে লাহে সৰিবলৈ আৰম্ভ কৰে আৰু সেই সময়ত জন্তুটোক সহজে চিনি উলিওৱা টান হৈ পৰে।

কাশ্মীৰৰ পৰ্বতীয়া ঠাইবিলাকত যিটো উপজাতিৰ ৰঙা শিয়াল বাস কৰে সেই উপজাতিৰ প্ৰাণীবিলাকে গভীৰ অৰণ্যভূমিৰ মাজত থাকিবলৈ ভাল নাপায়। যিবোৰ ঠাইত চুটি চাপৰ বিধৰ সৰু সুৰা গছ গছনি থাকে আৰু যিবোৰ ঠাইৰ হাবি জঙ্গলবোৰ কাটি তাত জুই জ্বলাই মানুহে খেতি পথাৰ কৰে তেনেবোৰ ঠাইতে এইবিধ প্ৰাণীয়ে বাস কৰিবলৈ ভাল পায়। ৰাজস্থানৰ মৰুভূমি বিলাকত বাস কৰা শিয়ালবিলাকে মৰু-ভূমিৰ বালিময় ঠাইবোৰতে চেপেটা মাৰি পৰি থাকিবলৈ ভাল পায়। বালি, শিল আদিৰে ভৰপূৰ নদী নলাবোৰৰ পাৰত থকা বালিময় ঠাইবোৰত অনাই বনাই ঘূৰি ফুৰাটো ইহঁতৰ সাধাৰণ নিয়ম। এই বালি-অঁহীয়া শুকান ঠাইবোৰৰ মাজে মাজে তৰুৱা কদম জাতীয় কিছুমান সৰু আৰু মজলীয়া আকাৰৰ গছ গজে। তেনে ধৰণৰ কিছুমান ঠাইত আকণ আঠা আৰু সিজু অথবা শনসূতা জাতীয় ৰসাল উদ্ভিদহে দেখিবলৈ পোৱা যায়। ৰঙা শিয়াল জাতীয় প্ৰাণীয়ে তেনেবোৰ ঠাইত পৰি থাকি দিনৰ সময়খিনি অতিবাহিত কৰে। মাটিত গাঁত খান্দি লৈ তাৰ ভিতৰতে নিৰলে সোমাই থাকে। এইবিলাক ঠাইত

কিছুমান বিৰাট আকাৰৰ পাথৰৰ দ্বাৰা গঠিত সৰুসুৰা পাহাৰ আৰু টিলা থাকে। চেপেটা চেপেটাকৈ ওলমি থকা পাথৰৰ তলত আৰু গুহা গহ্বৰৰ নিচিনা ঠাইত এইবিধ প্ৰাণীয়ে কেতিয়াবা আশ্ৰয় লৈ থাকে।

ৰঙা শিয়াল বিলাকক নিশাচৰ প্ৰাণী বুলি ক'ব লাগিব। দিনৰ ভাগত সিহঁতে গাঁতৰ ভিতৰত কিম্বা অন্যান্য সুবিধাজনক ঠাইত আশ্ৰয় লৈ থাকি সময়খিনি অতিবাহিত কৰে। গধূলি পৰত বাহিৰলৈ ওলাই আহি গোটেই নিশা আহাৰ বিচাৰি ইকালে সিকালে অনাই বনাই ঘূৰি ফুৰে। পৰ্বতীয়া ঠাইত বাস কৰা ৰঙা শিয়াল বিলাকে ৰৰকৈ উৰিব নোৱাৰা বিধৰ কিছুমান চৰাই আৰু সৰুসুৰা প্ৰাণীবোৰ ধৰি ধৰি খায়। মৰুভূমিৰ বালিময়ীয়া ঠাইবোৰত বাস কৰা শিয়ালবিলাকে নিগনি আদি প্ৰাণীবোৰ ধৰি ধৰি খায়।

গাঁতৰ ভিতৰতে মাইকী জনীয়ে এবাৰত তিনি চাৰিটা পৰ্যন্ত পোৱালি জগায়।



# হায়েনা

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ—মাংসাহাৰী

গোত্ৰ—হাইনিদি

প্ৰজাতি—হায়েনা হায়েনা

ভাৰতবৰ্ষৰ পশ্চিমৰ ফালৰ বিভিন্ন ৰাজ্যত বাস কৰা হায়েনা এবিধ বিচিত্ৰ বন্য প্ৰাণী। পশ্চিম বঙ্গ, বিহাৰ, উৰিষ্যা, উত্তৰ প্ৰদেশ, মধ্য প্ৰদেশ আদি কেইবাখনো ৰাজ্যত এইবিধ প্ৰাণীক বিক্ষিপ্ত ভাৱে বাস কৰা দেখিবলৈ পোৱা যায়। এইবিধ প্ৰাণী দেখিবলৈ কুকুৰ বা শিয়াল জাতীয় প্ৰাণীবিলাকৰ সৈতে একে যেন লাগে। মুখৰ আকৃতিও সাইলাখ একো একোটা শিয়াল জাতীয় প্ৰাণীৰ নিচিনাই হয়। ঠেং আৰু ঠেঙৰ হাতোৰাত উৎপন্ন হোৱা আঙুলিৰ নখবোৰ কুকুৰ ফৈদৰ প্ৰাণীবোৰৰ নখৰ দৰেই হোৱা দেখা যায়। পিছে জীৱবিদ্ পণ্ডিত সকলে এইবিধ প্ৰাণীৰ শৰীৰৰ জকা, লাওখোলা আদি বিজ্ঞান সন্মত ভাৱে পৰীক্ষা কৰি ঠাৱৰ কৰিছে যে হায়েনাবিলাকক প্ৰকৃততে কুকুৰ অথবা শিয়াল গোষ্ঠীৰ প্ৰাণী বুলি গণ্য কৰিব নোৱাৰি। ইয়াৰ মূৰৰ লাওখোলা আৰু দাঁতবোৰৰ গঠন প্ৰণালী আচলতে মেকুৰী গোষ্ঠীৰ প্ৰাণীবিলাকৰ লগতহে মিলি যায়। এইবিলাক বিসঙ্গতিলৈ লক্ষ্য ৰাখি জীৱবিদসকলে এইবিলাক প্ৰাণীৰ বাবে এটা আচুতীয়া গোত্ৰ বা পৰিয়ালৰ সৃষ্টি কৰিছে। এই স্বতন্ত্ৰ গোত্ৰ বা পৰিয়ালৰ নাম তেওঁলোকে হাইনিদি ৰাখিছে। এইদৰে কুকুৰ পৰিয়াল আৰু মেকুৰী বা বাঘ পৰিয়ালৰ প্ৰাণীবিলাকৰ পৰা এইবিলাক প্ৰাণীক পৃথক কৰি ৰখাৰ ব্যৱস্থা কৰা হৈছে।

ভাৰত উপ মহাদেশখনৰ অন্তৰ্গত যিবিধ হায়েনা বাস কৰে সেইবিধ হায়েনাক "ষ্ট্ৰাইপড্ হায়েনা" বা গাত আঁচ থকা হায়েনা বুলি কোৱা হয়। এইবিধ প্ৰাণীৰ দেহত যিবিলাক নোমৰ উৎপত্তি হয় সেই নোমবিলাকৰ বৰণ মুগা চানেকীয়া হয়। এই নোমবোৰ বিশৃঙ্খল ভাৱে জপ্‌জপীয়া হৈ থাকে। পিঠিৰ কাষৰ পৰা পেটৰ তললৈ বৈ যোৱাৰ নিচিনা কিছুমান দীঘল দীঘল আঁচ থাকে। জন্তুটোৰ দেহত এনে ধৰণৰ আঁচবোৰ থকাৰ বাবেই এইবিধ হায়েনাক 'ষ্ট্ৰাইপড্ হায়েনা" বা আঁচ থকা হায়েনা নামেৰে অভিহিত কৰা হয়। "ষ্ট্ৰাইপড্ হায়েনাৰ" বাহিৰে অন্য কোনো জাতৰ হায়েনা আমাৰ দেশত বাস কৰা দেখা নাযায়। আফ্ৰিকা মহাদেশত আন এবিধ হায়েনা

জাতীয় প্ৰাণী বাস কৰে। তাত থকা হায়েনাবিলাকৰ গাত এক প্ৰকাৰৰ ফুটুকা-ফুটুকী দাগ থাকে। সেই কাৰণে সেইবিধ হায়েনাক "স্পটেড হায়েনা" বুলি কোৱা হয়।



হায়েনা

আমাৰ অসমীয়া ভাষাত সেইবিধ প্ৰাণীক বুজাবলৈ ফুটুকী-হায়েনা শব্দ ব্যৱহাৰ কৰিব পাৰি। চাৰিত্ৰিক গুণত আমাৰ দেশত বাস কৰা আঁচ-থকা বা চেলাপতীয়া হায়েনা

আৰু আফ্ৰিকাত থকা ফুটুকী-হায়েনাৰ মাজত লেখত ল'বলগীয়া পাৰ্থক্য আছে বুলি ক'ব নোৱাৰি। ফুটুকী-হায়েনা বিলাকে চিকাৰ কৰি জন্তু মাৰে আৰু এই বিষয়ত সিহঁতে বাং কুকুৰৰ চৰিত্ৰ অনুকৰণ কৰে।

আমাৰ দেশত বাস কৰা বিধ হায়েনাৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণাৱলীৰ বিষয়ে অলপ বহল ভাবে আলোচনা কৰা যাওক। হায়েনাৰ মূৰটো তুলনামূলক ভাবে কুকুৰ, শিয়াল আদি জন্তুৰ মূৰতকৈ ডাঙৰ আৰু মোটা হয়। এইবিধ প্ৰাণীৰ ডিঙি আৰু গলধনা আশাতীত ভাবে ডাঙৰ আৰু মঙহাল হয়। ডিঙি আৰু গলধনাৰ পৰা আৰম্ভ কৰি পাছ ভৰিনালৈ থকা অংশ মঙহাল হৈ ওখহি থকাৰ নিচিনা দেখি। ইয়াৰ গাত ডিঙি কঁকাল আদি অঙ্গৰ কোনো চিনচাব্ আছে বুলি কোৱা টান। তদুপৰি গাত উৎপন্ন হোৱা লিংলিঙীয়া আৰু ঠৰঙা নোমবোৰে বিশৃঙ্খলভাৱে গোটেই গাটো আবৰি থাকে। কুৎচ্ চেহেৰাৰ জন্তুটোৰ দেহত লেখমাত্ৰ সৌন্দৰ্য্য আছে বুলিও ক'বলৈ টান লাগে। বৈচিত্ৰ্যৰ ফালৰ পৰা অৱশ্যে ইয়াৰ মূল্য আছে। তদুপৰি শগুণ, কাউৰীৰ লগতে মৰা জন্তুৰ গেলা-পচা মাংসাদি ভক্ষণ কৰি ই মানৱ জাতিৰ উপকাৰ সাধন কৰে। অকল মাংসই নহয়। বাঘ আদি মাংসাহাৰী জানোৱাৰে খাব নোৱাৰি এৰি যোৱা হাড়ৰ টুকুৰা-বোৰ টানি আজুৰি ইয়াৰ শক্তি সম্পন্ন দাঁতেৰে ভাঙি চূৰমাৰ কৰে। এই হাড়বোৰ ভক্ষণ কৰি ই অতি সহজে হজম কৰিবও পাৰে। শিল যেন টান হাড়বোৰ পেটলৈ প্ৰেৰণ কৰি এইবিধ উচ্ছিষ্ট ভোজী প্ৰাণীয়ে সেইবোৰ খাদ্য কেনেকৈ হজম কৰে তাক ভাবিলে তবধ নামানি নোৱাৰি। বুঢ়া বয়সত কিম্বা বেমাৰ আজাৰত পৰি মৃত্যু হোৱা জানোৱাৰৰ মাংসাদি ভক্ষণ কৰাটো এইবিধ প্ৰাণীৰ বাবে সাধাৰণ নিয়মত পৰে। ঢেঁকীয়া-পতীয়া বাঘ, নাহৰ-ফুটুকী বাঘ আদি মাংসাহাৰী জন্তুৱে চিকাৰ মাৰি অনা জন্তুবোৰ হাবিৰ মাজৰ এডোখৰ ঠাইত ৰাখি ৰখলিয়াই ৰখলিয়াই খায়। সেই মাংসৰ ভাগ পোৱাৰ আশাত শগুণ, কাউৰীৰ লগতে হায়েনাই ওচৰতে খাপ পাতি বৈ থাকে। খাপ মাৰি এটুকুৰা মাংস বাঘৰ পৰা কাঢ়ি আনিব পৰাৰ আশাত কেতিয়াবা কোনো এটা ভোকাতুৰ হায়েনাই মৰাশৰ তেনেই কাষ পায়গৈ। বাঘে খেদা মাৰি গৈ তাক ক'ৰবাত পৈ আহেগৈ। বেচেৰা হায়েনাটোৱে চুচুক-চামাক কৰি মাংসৰ আশাত আকৌ ওচৰ পায়হি। এইদৰে সিহঁতৰ মাজত বহুত পৰ জুৰি খেদা-খেদিৰ লীলা-খেলা হৈ থাকে। পেট ভৰি খোৱাৰ পাছত বাঘে যেতিয়া সেই ঠাই ত্যাগ কৰি আঁতৰ হয় তেতিয়াহে হায়েনাই তাৰ ভাগ পায়।

হায়েনাক খুচ্খুচীয়া বিধৰ প্ৰাণী বুলি ক'ব পাৰি। ইফালে সিফালে লক্ষ্য নকৰা-কৈয়ে ই তলমূৰ কৰি আহাৰৰ সন্ধানত আগবাঢ়ি গৈ থাকে। য'তে গেলা-পচা মাংস কিম্বা মৰি থকা সৰু-সুৰা প্ৰাণী পায় তাতে ই বৈ যায় আৰু তেনে বস্তু খাবলৈ আৰম্ভ কৰে। সাধাৰণতে এনেহে মঙহ, গেলা-পচা বস্তুৰ সন্ধানত অনাই বনাই ঘূৰি ফুৰা বিধৰ প্ৰাণী হ'লেও ভোকাতুৰ অৱস্থাত দুই এটা হায়েনাই জীয়া জন্তুকো হঠাৎ আক্ৰমণ কৰি প্ৰাণ বায়ু বাহিৰ কৰি দিয়ে। কেতিয়াবা আতুৰত পৰিও এইবিধ প্ৰাণীয়ে এনে আচৰণ প্ৰদৰ্শন কৰে। গেলা-পচা মাংসাদি ভক্ষণ কৰি চাফাই কামৰ দ্বাৰা পৰিবেশ উন্নত কৰি

এইবিধ প্ৰাণীয়ে মানৱ জাতিৰ উপকাৰ কৰে। এই দৃষ্টিভঙ্গীৰ কালৰ পৰা হায়েনাক "স্কেভেঞ্জাৰৰ" আখ্যা দিয়া হয়।

কেতিয়াবা কেতিয়াবা হায়েনা গোষ্ঠীৰ দুই এটা প্ৰাণীয়ে আতুৰত পৰি বা পেটৰ জ্বালাত ঘৰচীয়া জন্তুকো আক্ৰমণ কৰিবলৈ কুণ্ঠাবোধ নকৰে। চৰণীয়া পথাৰত চৰি ফুৰা ছাগলী বা ভেড়া জাতৰ দুই এটা প্ৰাণীয়ে কেতিয়াবা হায়েনাৰ আক্ৰমণত প্ৰাণ বিসৰ্জন দিব লগীয়া হয়। বল শক্তিৰ কালৰ পৰা বিবেচনা কৰি চালে দেখিবলৈ পোৱা যাব যে হিংসাকুৰীয়া বহুতো বন্য-প্ৰাণীয়ে ইয়াৰ আগত তুবিমুৰি কৰিবলৈ সাহস নকৰে। মানুহক অৱশ্যে ই জধে-মধে আক্ৰমণ নকৰে। মানুহ দেখিলে লাহেকৈ ফালৰি কাটি গৈ হাবিৰ মাজত সোমায়গৈ। চোতালত বিচনা পাৰি শুৱাই ৰখা দুই এটা কেচুৱাই কেতিয়াবা হায়েনাৰ হাতত প্ৰাণ হেৰুওৱাৰ উদাহৰণ বিৰল নহয়। সেই কাৰণে বিহাৰ, উৰিষ্যা আদি ৰাজ্যৰ হাবিতলীয়া মানুহ কিছুমানে বিশেষ সতৰ্কতা অৱলম্বন কৰি নিজৰ কেচুৱা ল'ৰা-ছোৱালীক হায়েনাৰ মুখৰ পৰা ৰক্ষা কৰিব লগীয়া হয়। সাধাৰণতে চিকাৰ-বিলাসী হিংসাকুৰীয়া প্ৰাণী নহ'লেও অভাৱ অনাটনৰ তাৰণাত পৰি হায়েনা গোষ্ঠীৰ প্ৰাণীয়ে এনে আচৰণ দেখুৱাব লগীয়া হয়।

হায়েনাই গভীৰ অৰণ্যভূমিত থাকিবলৈ ভাল নাপায়। মুকলি-হাকলি হাবি-বননি বোৰতে সাধাৰণতে এইবিধ প্ৰাণীয়ে বাস কৰে। যিবোৰ হাবিতলীয়া ঠাইৰ মাজেদি বা কাষেদি নদী-নিজৰা বৈ গৈছে আৰু য'ত বালিঅঁহীয়া মাটি আৰু শিলাময় পাহাৰবোৰ আছে তেনেবোৰ ঠাই বিচাৰি লৈ এই প্ৰাণীবোৰে তাতে চিৰকাল বাস কৰিবৰ বাবে ব্যৱস্থা গ্ৰহণ কৰে। প্ৰখৰ ৰ'দৰ উত্তাপৰ পৰা নিজকে ৰক্ষা কৰিবলৈ ইহঁতে গুহা-গহ্বৰ কিম্বা চটা-চটে ওলনি থকা চেপেটা পাহাৰৰ তলৰ সুবিধাজনক ঠাই উলিয়াই লয়। দিনৰ ভাগত ইহঁতে এনেবোৰ অনুকূল ঠাই কিম্বা গছ গছনিৰ ছাঁয়াযুক্ত ঠাইত চেপেটা খাই পেট পেলাই পৰি থাকে। সন্ধিয়াৰ সময়ত লাহেকৈ তেনেবোৰ ঠাইৰ পৰা ওলাই আহে। গোটেই ৰাতি আহাৰৰ সন্ধানত হাবিৰ মাজে মাজে টলৌ টলৌ ঘূৰি ফুৰে। এইবিধ প্ৰাণীয়ে এক প্ৰকাৰৰ কঁচ কঁচ শব্দৰ উচ্চাৰণ কৰে। উল্লেখযোগ্য যে হায়েনা বিলাকে এক প্ৰকাৰৰ দীঘলীয়া মাত মাতে। ইয়াক হায়েনাৰ হাঁহি বুলি কোৱা হয়।

হায়েনাই বছৰৰ যেই কোনো সময়তে পোৱালি জগায়। এবাৰত একাধিক পোৱালি জগে বুলি জনা যায়।



# ভালুক গোষ্ঠীৰ প্ৰাণীবিলাক

ভালুক গোষ্ঠীৰ প্ৰাণীবিলাকৰ বাবে জন্তু-জগতত এখন সুকীয়া আসনৰ ব্যৱস্থা কৰিব লগীয়া হৈছে। ইয়াৰ মূল কাৰণ এইটোৱেই যে এই আটাইবিলাক জন্তুৰ দেহত কিছুমান নিজস্ব শাৰীৰিক আৰু চাৰিত্ৰিক গুণৰ বিকাশ সাধন হয়। এই গুণৰাশিৰ বিশেষত্ব এয়ে যে ভালুক গোষ্ঠীৰ প্ৰাণীবিলাকৰ বাহিৰে অন্য কোনো জন্তুৰ গাত এই-বিলাক গুণৰ বিকাশ সাধন হোৱা দেখিবলৈ পোৱা নাযায়। লাগে এই গোষ্ঠীৰ কোনো এবিধ প্ৰাণী আকাশ-চুম্বী হিমালয় পৰ্বতমালাৰ বৰফাচ্ছন্ন ঠাইবোৰতেই থাকক নাইবা দ্বিতীয় এবিধ প্ৰাণী উত্তৰ মেৰুৰ অগম্য বৰফৰ চপৰাবোৰৰ ওপৰতে থাকক ইহঁতৰ মাজত কিছুমান স্বতন্ত্ৰ উমৈহতীয়া চাৰিত্ৰিক আৰু শাৰীৰিক গুণ বিকশিত হয়। সেই কাৰণে এই পৃথিৱীখনৰ বিভিন্ন এলেকাৰ ভিন্ ভিন্ স্বাভাৱিক পৰিবেশত থলুৱা ভাবে নিগাজীকৈ বাস কৰিবলৈ লোৱা বেলেগ বেলেগ প্ৰজাতিৰ ভালুকবোৰক সমধৰ্মী প্ৰাণী বুলি পৰিচয় কৰা বিষয়ত অকণো অসুবিধা নহয়। এচিয়া আৰু ইউৰোপ মহাদেশৰ ভিতৰত কেবাবিধো ভালুক গোষ্ঠীৰ প্ৰাণী বাস কৰে। তাৰে তিনি নে চাৰি প্ৰকাৰৰ প্ৰাণী ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত বাস কৰে। ইহঁতবোৰৰ গাত কিছুমান দৈহিক আৰু চাৰিত্ৰিক গুণৰাশিয়ে প্ৰাধান্য লাভ কৰা দেখা যায়।

অষ্ট্ৰেলিয়া মহাদেশৰ বাহিৰে আন আটাই কেইখন মহাদেশক ভালুক ফৈদৰ এবিধ নহয় এবিধ প্ৰাণীয়ে প্ৰতিনিধিত্ব কৰিছে। পোন প্ৰথমতে এচিয়া মহাদেশখনৰ কথাই ধৰা যাওক। এইখন মহাদেশৰ অন্তৰ্গত অৱস্থিত কেৱল ভাৰত উপ-মহাদেশখনতে সৰ্বমুঠ চাৰিবিধ ভালুকে প্ৰতিনিধিত্ব কৰি নিগাজীকৈ বাস কৰি আছে। তাৰে এবিধক হিমালয়ৰ ক'লা ভালুক বা গছ-ভালুক বুলি কোৱা হয়। দ্বিতীয় বিধৰ নাম হ'ল "স্লথ বিয়েৰ" অথবা মাটি-ভালুক। এই দুয়োবিধ প্ৰাণীক ভাৰতৰ অন্যান্য ঠাইৰ বাহিৰেও অসম আৰু পূৰ্বাঞ্চলৰ আন আন চুবুৰীয়া ৰাজ্য সমূহৰ জলবায়ু আৰু মাটি পানীৰ অনু-কূল পৰিবেশে ধাৰণ কৰিবলৈ সক্ষম হৈছে। এইবিলাক ঠাইতে থলুৱা ভাৱে বাস কৰা তৃতীয় বিধ ভালুকক মালয় ভালুক নামেৰে অভিহিত কৰা হয়। এই বিধ ভালুক-কো অসম তথা পূৰ্বাঞ্চলৰ অন্যান্য ৰাজ্যবিলাকত সেৰেঙা-সেৰেঙকৈ বাস কৰি থকাৰ প্ৰমাণ পোৱা গৈছে। চতুৰ্থবিধ ভাৰতীয় ভালুকক হিমালয়ৰ মুগা ভালুক নামেৰে জনা যায়। এইবিধ ভালুক অৱশ্যে অসমত বাস কৰা দেখিবলৈ পোৱা নাযায়। হিমালয় পৰ্বতৰ বৰফৰেখাৰ ওপৰলৈ থকা লেখেকা ঠাইবোৰে এইবিধ ভালুকৰ বাবে অনুকূল

পৰিবেশৰ সৃষ্টি কৰা দেখিবলৈ পোৱা যায়। তাৰে দুই এটা প্ৰাণী কেতিয়াবা অকস্মাৎ পৰ্বতৰ নামনিৰ হাবি বননি বিলাকত আবিৰ্ভাৱ হয়হি।

এচিয়া মহাদেশৰ উত্তৰ অঞ্চলত থকা সেমেকা ঠাইবোৰত আৰু ইউৰোপ মহাদেশৰ তেনে ধৰণৰ জলবায়ুযে গবকা কোনো কোনো ঠাইত আন এবিধ অনুৰূপ ডাঙৰ আকাৰৰ মুগা বৰণীয়া ভালুক বাস কৰে। এইবিধ ভালুকক ইউৰোপীয় মুগা ভালুক নামেৰে অভিহিত কৰা হয়। ইয়াৰে এবিধ ভালুক নতুন গোলাৰ্দ্ধৰ উত্তৰ আমেৰিকাত বাস কৰে। এইবিধ ভালুকক আমেৰিকাৰ মুগা ভালুক বুলি কোৱা হয়। হিমালয়ৰ ক'লা ভালুক নামেৰে যিবিধ ভালুক গোষ্ঠীৰ প্ৰাণী ভাৰতৰ বিভিন্ন ঠাইত বাস কৰে সেইবিধ ভালুকক প্ৰতিনিধিত্ব কৰা আন এবিধ ডাঙৰ আকাৰৰ ক'লা ভালুক আমেৰিকাত পোৱা যায়। এইবিধ কলা ভালুকক আমেৰিকাৰ ক'লা ভালুক বুলি কোৱা হয়। আমেৰিকাত [illegible] তৃতীয় বিধ প্ৰকাণ্ড আকাৰৰ ভালুকক গ্ৰিজ্‌লি ভালুক বুলি কোৱা হয়। [illegible] কানাডা আৰু মাৰ্কিন যুক্ত ৰাষ্ট্ৰত বাস কৰা এইবিধ প্ৰাণীৰ সংখ্যা [illegible] তীত ভাৱে কমি আহিছে। নানা কাৰণত এৰ মানুহে [illegible] কাটিবলৈ আৰম্ভ কৰাত এইবিধ বিচিত্ৰ প্ৰাণীয়ে বিপদৰ সন্মুখীন হ'ব [illegible]। মাৰ্কিন যুক্ত ৰাষ্ট্ৰৰ অন্তৰ্গত থকা ইয়েলোষ্টৌন নেচনেল পাৰ্কত [illegible] গ্ৰিজ্‌লি ভালুক আছিল এতিয়া সিমান সংখ্যক গ্ৰিজ্‌লি ভালুক [illegible] হ'ল বুলি প্ৰকৃতিবিদ্ সকলৰ কোনো কোনোৱে অভিযোগ তুলিছে। [illegible] গভীৰ ভাৱে অনুসন্ধান আৰু একনিষ্ঠ ভাৱে পৰ্যবেক্ষণ কৰি এইখন [illegible] বাস কৰা গ্ৰিজ্‌লি বিয়েৰৰ সংখ্যা কমি অহাৰ কাৰণবোৰ বিশ্লেষণ কৰি কৰ্তৃপক্ষৰ দৃষ্টি আকৰ্ষণ কৰিছে। প্ৰতি বছৰে ইয়েলোষ্টৌন নেচনেল পাৰ্ক দৰ্শন কৰিবলৈ অহা মানুহ [illegible] তাত ভিৰ হয়। সৰহ ভাগ মানুহে তালৈ নিজৰ নিজৰ গাড়ী লৈ আহে। [illegible] দেশৰ মানুহৰ বাবে এইটো এটা তেনেই সাধাৰণ কথা। কাৰণ প্ৰত্যেক ঘৰ মানুহৰ তাত মটৰ গাড়ী আছেই। এঘৰ মানুহৰ একাধিক গাড়ী থকাটো তাৰ মানুহৰ বাবে কোনো আচৰিত কথা নহয়। সি যিয়েই কি নহওক ইয়েলোষ্টৌনৰ দৰ্শনাৰ্থী ভ্ৰমণকাৰী সকলে সাধাৰণতে কোনোবা এখন হোটেল বা মোটেলত ৰাতি থকাৰ বাবে ব্যৱস্থা কৰি লয়। নানা কাৰণত পাৰ্কৰ ভিতৰত ৰখা জাবৰ পেলোৱা বাকচবোৰ কেতিয়াবা পেলনীয়া বস্তুৰে উপচি পৰে। কৰ্তৃপক্ষই এই ধৰণে গোট খোৱা জাবৰবোৰ আতৰৰ আচুতীয়া ঠাইবোৰত পেলাই দিয়েগৈ। এইদৰে জাবৰ পেলোৱা ঠাইবোৰক "গাৰেজ ডাম্প" বুলি কোৱা হয়। গ্ৰিজ্‌লি ভালুকৰ একোটা একোটা বৃহৎ সংখ্যাৰ জন্তু সেই জাবৰ পেলোৱা ঠাইবোৰত গোট খায়হি। জাবৰৰ মাজত মিহলি হৈ থকা পেলনীয়া খোৱা বস্তুবোৰ বুটলি বুটলি খাই সিহঁতে অসীম তৃপ্তি লাভ কৰে। স্বাস্থ্যজনিত কাৰণত আজি কালি এইদৰে পেলাই দিয়া জাবৰবোৰ মাটিৰ তলত পুতি পেলোৱাৰ ব্যৱস্থা হাতত লোৱা হৈছে। ফলত গ্ৰিজ্‌লি বিয়েৰ বিলাকৰ খোৱা বস্তুৰ অভাৱ ঘটিছে। এতিয়া তাত একেলগে গোট খোৱা বহু সংখ্যক গ্ৰিজ্‌লি ভালুক দেখি পাবলৈ নাইকিয়া হৈ পৰিল। ভালুকবোৰ আঁতৰি আঁতৰি গুচি গৈ গভীৰ অৰণ্যভূমি আৰু পৰ্বতীয়া ঠাইত

আশ্ৰয় লৈছেগৈ। প্ৰকৃতি-প্ৰেমী অভিজ্ঞ ব্যক্তি সকলৰ দুই এজনে আক্ষেপেৰে অভিমত প্ৰকাশ কৰি কৈছে যে পাৰ্ক কৰ্তৃপক্ষৰ জাবৰ পুতি পেলোৱা নীতিটো প্ৰশংসনীয় হোৱা নাই। কাৰণ ইয়াৰ দ্বাৰা গ্ৰিজ্‌লি ভালুকবোৰক পাৰ্ক এৰি এৰি খাদ্যৰ অন্বেষণ-নিলগলৈ আঁতৰি লাবলৈ বাধ্য কৰোৱা হৈছে। খাদ্যৰ অভাৱত হয়তো বহুতৰ মৃত্যু হৈছে আৰু আন বহুতে ব্যাধৰ হাতত প্ৰাণ বিসৰ্জন দিবলগীয়া হৈছে। সেযেহে জাবৰ পুতি পেলোৱা নীতিৰ পৰিবৰ্তন ঘটোৱা উচিত বুলি অভিজ্ঞ ব্যক্তিৰ দুই এজনে মত প্ৰকাশ কৰিছে।

আলাস্কাতো কিছু সংখ্যক গ্ৰিজ্‌লি ভালুক আজিও আলেঙে বাস কৰিছে। এইখন ৰাজ্য শীত মণ্ডলৰ আচুতীয়া ঠাইত থকাৰ বাবে বিচিত্ৰ আৰু আপুৰুগীয়া বন্যপ্ৰাণী কেইবিধ মানৰ বাবে এই ঠাইবোৰ স্বৰ্গপুৰীৰ চিনিনা হৈছে। তাত খলুৱা ভাবে বাস কৰা আকৰ্ষণীয় বন্যপ্ৰাণী কেইবিধ মানও বিপদগ্ৰস্ত হোৱা পৰিলক্ষিত হৈছে। কোনো কোনো বনভূমি কিছুমান অন্য কাৰণত মুকলি কৰিবলৈ লোৱা নীতিয়েই এনে ধ্বংস কাৰ্যৰ বাবে পোনপটীয়া ভাবে দায়ী বুলি সংৰক্ষণ কামী প্ৰকৃতি-বিদ্‌ সকলৰ বহুতে আক্ষেপ কৰিছে। ইয়াত থকা গ্ৰিজ্‌লি ভালুকবোৰৰো একেই অৱস্থা হৈছে।

গ্ৰিজ্‌লি ভালুক সমধৰ্মী আৰু গ্ৰিজ্‌লি ভালুকতকৈ দেখাত মনোমোহা আন এবিধ লেখত লবলগীয়া প্ৰাণী আমেৰিকাৰ উত্তৰৰ ফালে থকা উত্তৰ মেৰুক বৰফেৰে ঢাক খুৱাই ৰখা সাগৰৰ পাৰত বাস কৰে। সাগৰৰ পাৰত বুলি নকৈ সাগৰতে নিগাজীকৈ খলুৱা ভাবে বাস কৰা প্ৰাণী বুলি এইবিধ ভালুকক ক'ব পাৰি। বিয়নো মেৰু অঞ্চলৰ যিবোৰ শীতল সাগৰীয় পানী বৰফৰ চামনিয়ে চিৰকাল ঢাকি ৰাখে সদ্যহতে উল্লেখ কৰা বিধ ভালুকে তেনে বিলাক বৰফৰ চামনিৰ ওপৰতে আশ্ৰয় লৈ থাকে। এইবিধ ভালুকক মেৰু দেশীয় ভালুক বা বগা ভালুক বুলি কোৱা হয়। ইয়াৰ সচৰাচৰ বসতি স্থান আৰু বিচৰণ ভূমি এচিয়া আৰু ইউৰোপ মহাদেশৰ মেৰু অঞ্চল বিলাকত বিয়পি আছে।

এইবিধ প্ৰাণীয়ে চেপেটা মাৰি সাগৰৰ উপৰি ভাগত গোটমাৰি জমা হোৱা বৰফৰ ওপৰতে পৰি পৰি থাকে। বৰফৰ ওপৰেদি অহা যোৱা কৰি খাদ্যৰ সন্ধানত ইফালে সিফালে অনাই বনাই ঘূৰি ফুৰে। সাগৰৰ পানীলৈ নামি গৈ সাঁতুৰি সাঁতুৰি মাছ আৰু অন্যান্য গোষ্ঠীৰ সাগৰত থকা প্ৰাণীবোৰ ধৰি ধৰি খায়। সাগৰত সাঁতুৰি ফুৰা চিল বা চি-লায়ন নামৰ প্ৰাণীয়ে বগা ভালুকৰ প্ৰতাপত ত্ৰাঁহি মধুসূদন দেখে। পানীৰ তললৈ বুৰ মাৰি নিজৰ প্ৰাণটো বচাবলৈ চেষ্টা কৰা চিলকো এইবিধ ভালুকে খেদি খেদি ধৰে। সন্তৰণ বিদ্যাত অসীম পাৰদৰ্শিতা থকা এইবিধ ভালুকে কেতিয়াবা চিলৰ নিচিনা জলনিবাসী প্ৰাণীকো চেৰ পেলায়। ৰ'দ এচেৰেঙা ল'বলৈ বুলি বামলৈ উঠি উঠি অহা চিলৰ জাকৰ মাজত সোমাই এই বিধ ভালুকে মহা পয়মালৰ সৃষ্টি কৰে। কেতিয়াবা অৱশ্যে নিজেই ঠেকত পৰি বিপদগ্ৰস্থ হয়। ক'ৰবাত অকলশৰীয়াকৈ বৰফৰ ওপৰতে চেপেটা মাৰি পৰি থকা চিলক ই জোপ লৈ মাৰে। গাৰ নোমবোৰৰ

বৰণ বগলী চৰাইৰ পাখিবোৰৰ দৰে চোঁ চোঁকৈ বগা হোৱাৰ বাবে বৰফৰ ওপৰত পৰি থকা বগা ভালুক চিল জাতীয় প্ৰাণীৰ মাজত সহজে ধৰা নপৰে।

দক্ষিণ আমেৰিকাত আন এবিধ ভালুক জাতীয় প্ৰাণী বাস কৰা দেখা যায়। এইবিধ ভালুকৰ 'স্পেক্‌টেকল্‌ড্‌ বিয়েৰ" বা চশমা পিন্ধা ভালুক নামেৰে জনা যায়। সাধাৰণতে ব্ৰাজিলত থকা হাবি-বননিয়ে এইবিধ ভালুকে বাস কৰাৰ উপযোগী ঠাইবোৰ নিৰ্ণয় কৰে। চকুৰ চাৰিওকালে চশমাৰ নিচিনা এটা বগা দাগ থকাৰ বাবে এইবিধ ভালুকক চশমা-পিন্ধা ভালুক বোলা হয়। নানা কাৰণত এইবিধ বিচিত্ৰ জন্তুৰ সংখ্যা কমি আহিছে। আন্তৰ্জাতিক ভিত্তিত ইয়াক বিপদগ্ৰস্ত প্ৰাণীৰ তালিকাত ঠাই দিয়া হৈছে। ইংলণ্ডৰ জাৰ্চি নামৰ ঠাইত প্ৰতিষ্ঠা কৰা জাৰ্চি বন্যপ্ৰাণী সংৰক্ষণ ন্যাস সমিতি নামৰ অনুষ্ঠানে এইবিধ দুৰ্লভ প্ৰাণীক ঘৰত পুহি পোৱালি জগোৱা আঁচনি হাতত লৈছে। এই বিষয়ত তেওঁলোকে বহুদূৰ কৃতকাৰ্য্যতাও লাভ কৰিছে। যিভাবে হওক এবিধ বিচিত্ৰ প্ৰাণী হিচাপে এনে আঁচনি হাতত লোৱা কামটো প্ৰশংসনীয় বুলি নকৈ নোৱাৰি।

আফ্ৰিকা মহাদেশখনত ভালুক জাতীয় প্ৰাণীৰ উৎপত্তি বেছি নহয়। অৱশ্যে একেবাৰে নাই বুলিও ক'ব নোৱাৰি। কিয়নো এইখন মহাদেশৰ অন্তৰ্গত থকা মৰক্কোত এবিধ ভালুক গোষ্ঠীৰ প্ৰাণী আলেঙে আলেঙে বাস কৰে। হিমালয়ৰ ক'লা ভালুক জাতীয় প্ৰাণীৰ লগত মৰক্কোবাসী ভালুকৰ চেহেৰা কম-বেছি পৰিমাণে মিলি যায়।

এতিয়া অষ্ট্ৰেলিয়া মহাদেশখনলৈ আহোঁ। এইখন মহাদেশত ভালুক গোষ্ঠীৰ প্ৰাণী বাস কৰা দেখা নাযায়। আচলতে অষ্ট্ৰেলিয়া মহাদেশত বাস কৰা জন্তুবিলাকৰ কথাই বেলেগ। এইখন মহাদেশত বাস কৰা সৰহভাগ জন্তুৰ মাইকী জনীৰ পেটত এটা মোনা থাকে। পোৱালি জগাৰ পিছত মাকজনীয়ে পেটত ওলমি থকা এই মোনা-টোতে পোৱালি ভৰাই লৈ ফুৰে। তাতে সোমাই থাকি থাকিয়েই পোৱালিটো ক্ৰমে ডাঙৰ হয়। এইখন মহাদেশত "কুৱালা" নামৰ এবিধ ভালুকৰ নিচিনা প্ৰাণী বাস কৰে। এইবিধ প্ৰাণী আকাৰত তেনেই সৰু হয় আৰু দেখাত ইয়াক ল'ৰা-ছোৱালীবিলাকে খেলা এটা পুতলাৰ নিচিনা লাগে। তাৰ মানুহে ইয়াক "নেটিভ বিয়েৰ" বা থলুৱা ভালুক বুলি কয়। আচলতে ভালুক জাতীয় প্ৰাণীবিলাকৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই। সেইখন মহাদেশতে বাস কৰা কাঙাৰু নামৰ প্ৰাণী এবিধৰ লগত এইবিধ প্ৰাণীক সাঙুৰিব পৰা যায়।

# মাটি ভালুক বা স্লথ বিয়েৰ

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—মাংসাহাৰী
গোত্ৰ—আৰ্চিদি
প্ৰজাতি—মেলোৰচাচ্ আৰ্চিনচ্

"স্লথ বিয়েৰ" বা মাটি-ভালুক নামেৰে জনাজাত ভালুক গোষ্ঠীৰ প্ৰাণীবিধক কম বেছি পৰিমাণে আমাৰ দেশৰ প্ৰায় সকলো মানুহে দেখিবলৈ পাইছে। হাবি বননিত মুকলি মূৰীয়াকৈ ঘূৰি ফুৰা অৱস্থাত এইবিধ জন্তুক যথে-মধে দেখি পাবলৈ আশা কৰিব নোৱাৰি। কাজিৰঙা অভয়াৰণ্য তথা ৰাষ্ট্ৰীয় উদ্যান আদি সংৰক্ষিত বনভূমিবিলাকত কোনো কোনোৱে কেতিয়াবা ইয়াক নিজ চকুৰে দেখিবলৈ পোৱাৰ সৌভাগ্য ঘটিছে। চিৰিয়াখানা বিলাকত লালন পালন কৰি ৰখা এইবিধৰ দুই এটা জন্তুক অৱশ্যে বহুতে দেখিছে। কোনো কোনো বান্দৰ নচোৱা মানুহে কেতিয়াবা মাটি ভালুক একোটাৰ নাকত ৰচি লগাই আনি খেল দেখুৱাইছি। এইবিলাক মানুহ ভাটিৰ ফালৰ পৰা আহে। বজাৰৰ একাষত বা ৰাজ-পথৰ দাঁতিত ভালুক বান্দৰ আদিৰ নাচ চাবলৈ বহুতো মানুহ গোট খায়। নাচ শেষ হ'লে দৰ্শক সকলৰ দুই এজনে নাচ দেখুওৱা মানুহজনক অলপ অচৰপ পইছা দিয়ে। বেচেৰাই সেইদৰে পোৱা পইছাৰে পেট প্ৰবৰ্তায় আৰু জন্তুটোৰে খাব পৰা বস্তু কিনি কুটি তাকো খুৱায়। নাকত ৰচি লগোৱা জন্তুটোক সি বজাৰে বজাৰে লৈ ফুৰে। য'তে মানুহৰ সমাগম হয় তাতে খেল দেখুৱাবলৈ আৰম্ভ কৰে।

মাটি ভালুকৰ দেহত উৎপন্ন হোৱা নোমবিলাক দীঘল আৰু ঠৰঙা ধৰণৰ হয়। এই দীঘল দীঘল নোমবোৰৰে সৈতে সেই জন্তুটোক একেবাৰে জধলা যেন দেখি। আনহাতে দেখা যায় যে এইবিধ ভালুক জাতীয় প্ৰাণীৰ দেহত নিজস্ব বৈশিষ্ট্য আৰু সৌন্দৰ্য্য আছে। পৃথিৱীৰ বিভিন্ন ঠাইত বাস কৰা কোনো এবিধ ভালুকৰ দেহত এনে ধৰণৰ দীঘল দীঘল নোমৰ উৎপত্তি হোৱা দেখিবলৈ পোৱা নাযায়। অলপ চুটি বিধৰ ঠেং কেইখনেৰে মাটিত খোজ কাঢ়ি কাঢ়ি গৈ থকা অৱস্থাত জন্তুটোক চাই বৰ আমোদ পোৱা যায়। নাচ দেখুৱাবলৈ অহা এইবিধৰ ভালুক দেখিবলৈ পালে ল'ৰা-ছোৱালী বিলাকে বৰ আনন্দ পায়।

অনন্য ভালুক জাতীয় প্ৰাণীবোৰৰ দৰে এইবিধ ভালুকেও তাৰ দীঘল চানে-পীয়াকৈ লেহুকা ওঁঠ দুটা ইচ্ছানুযায়ী লৰাব চৰাব পাৰে। এই ওঁঠ দুটাৰ সহায়ত

এইবিধ প্ৰাণীয়ে খোৱা বস্তু মুখত তুলি লয়। দাঁতেৰে কামোৰ মাৰি ধৰি সেই বস্তু টুকুৰা টুকুৰকৈ ভাঙি পেলায় আৰু জিভাৰ সহায়ত পেটলৈ প্ৰেৰণ কৰি দিয়ে। ইহঁতৰ গাত উৎপন্ন হোৱা নোমবিলাকৰ বৰণ সাধাৰণতে ক'লা চানেকীয়া হয়। এই নোম বোৰৰ উপৰি ভাগত অস্পষ্ট ধৰণৰ ফুটুকা ফুটুকী দাগৰ ছিটিকনিয়ে বিৰাজ কৰে। কিন্তু এই দৰে উৎপন্ন হোৱা দাগৰ তিৰবিৰণি ইমান সামান্য যে সেইবোৰ সাধাৰণতে চকুত ধৰা নপৰে। সেই বাবে অলপ নিলগৰ পৰা চাই পঠিয়ালে জন্তুটোক একেবাৰে ক'লা যেন দেখি। হিমালয়ৰ ক'লা ভালুক নামেৰে পৰিচিত প্ৰাণীবিলাকৰ দৰে মাটি ভালুকৰ



মাটি-ভালুক

বুকুত কোনো প্ৰকাৰৰ বগা দাগ থকা দেখা নাযায়। কেতিয়াবা অৰণ্যে এই প্ৰকাৰৰ দুই এটা জন্তুৱে এনে ধৰণৰ বৈচিত্ৰ্য প্ৰদৰ্শন কৰা দেখিবলৈ পোৱা যায়। এনে অৱস্থাত দেখিবলৈ পোৱা যায় যে গছ-ভালুক অৰ্থাৎ হিমালয়ৰ ক'লা ভালুকৰ দৰে এইবিধ ভালুকৰ দুই এটাৰ বুকুত ইংৰাজী ভাষাৰ "ভি" আখৰটোৰ নিচিনা বগা বৰণৰ দাগে বিৰাজ কৰে। অৰণ্যে সাধাৰণতে এনেবিধৰ মাটি-ভালুক লগ পাবলৈ আশা কৰিব নোৱাৰি। অক বাতে কেতিয়াবা এনে দাগ থকা মাটি ভালুকক লগ পালে তাক প্ৰাকৃতিক বিস্ময়ৰ অন্যতম্ নিদৰ্শন বুলি গণ্য কৰিব লাগিব।

মাটি [illegible] ভাৰত উপমহাদেশীয় প্ৰাণী। গিৰিৰাজ হিমালয় শৈলমালাৰ নামনি [illegible] আৰু [illegible] মধ্য ভাৰতেদি দাক্ষিণাত্যলৈকে এইবিধ প্ৰাণীৰ বসতিস্থান বিয়পি আছে। উত্তৰ [illegible] পৰ্বাঞ্চলৰ হাবি বননি বিলাকতো মাজে সময়ে এইবিধ প্ৰাণী [illegible] কৰা [illegible]। [illegible] বন্যপ্ৰাণী [illegible] তথা ৰাষ্ট্ৰীয় উদ্যান কাজিৰঙাতো এইবিধ প্ৰাণী [illegible] দেখিবলৈ পোৱা যায়। [illegible] অন্যান্য বনভূমি বিলাকতো ইয়াক মাজে সময়ে [illegible]। আজিকালি আমাৰ হাবি বননি বিলাকৰ পৰিসৰ কমি [illegible] এইবিধ প্ৰাণীৰ [illegible] বাসস্থান বিলাক কমি আহিছে। ইতিমধ্যে বহুতো [illegible] মাৰি খাওঁ [illegible]। [illegible] স্বাভাৱিক আবাস ভূমিত ইয়াৰ সঁচ কঠীয়া [illegible]। মেঘালয়ৰ গাৰোপাহাৰ জিলা আৰু খাচিয়া পাহাৰ জিলাৰ [illegible] যি বনভূমি আছে সেই বনভূমিৰ অন্তৰ্গতো এইবিধ বিচিত্ৰ প্ৰাণী [illegible] প্ৰত্যক্ষ প্ৰমাণ পোৱা গৈছে। এইখন ৰাজ্যৰ অন্যান্য হাবি [illegible] এইবিধ বিচিত্ৰ প্ৰাণীৰ দুই চাৰিটাই আলেঙে আলেঙে বাস কৰি থকা [illegible]। এই ৰাজ্যত [illegible] শ্ৰেণীবিহীন বনভূমি আছে সেই [illegible] কাউন্সিলৰ কৰ্তৃপক্ষই পৰিচালনা কৰে। পৰিতাপৰ বিষয় [illegible] ৰাজহ সংগ্ৰহৰ অজুহাতত এই জঙ্ঘল বিলাকত থকা ডেমেহুৱা গছবোৰ [illegible] চলিব লাগিছে। ফলত অন্যান্য বন্যপ্ৰাণী [illegible] মাটি ভালুক [illegible] প্ৰাণী বিবলো দুৰ্গতি হৈছে।

[illegible] চাঠি হাবিত [illegible] জাতৰ ফল ধৰা [illegible] গছৰ উৎপত্তি হয় আৰু [illegible] এইবিধ ভালুকে জীৱন ধাৰণ কৰে, সাধাৰণতে তেনে ধৰণৰ [illegible] মাটি ভালুকে বাস কৰিবলৈ ভাল পায়। তদুপৰি বীট-পতঙ্গ, [illegible] আদি নানা বিধ [illegible] জীৱ এইবিধ প্ৰাণীয়ে ধৰি খায়। দিনৰ [illegible] কেৰে। কিন্তু [illegible] মাজত পৰি থাকি সময়খিনি অতি-[illegible]। [illegible] এইদৰে আশ্ৰয় লৈ থকা ঠাইৰ পৰা লাহেকৈ [illegible] আহাৰৰ সন্ধানত ইফালে সিফালে অনাই বনাই ঘূৰি ফুৰে। [illegible] ফলমূল আদি বিচাৰি বিচাৰি খায় আৰু পোক-পৰুৱা আদি য'তে যিহকে পায় তাকে বুটলি খাই পেটৰ ক্ষুধা নিবাৰণ কৰে। পাছ দিনা ৰাতি পুৱাবলৈ আৰম্ভ কৰোঁতে নো কৰোঁতেই ইহঁতে এইদৰে আহাৰ বিচাৰি ঘূৰি ফুৰা ঠাইবোৰ ত্যাগ কৰি আশ্ৰয় লোৱা ঠাইবোৰলৈ গুচি যায়গৈ আৰু দিনটোৰ সময়খিনি আৰামত কটাবৰ বাবে ব্যৱস্থা কৰি [illegible]। বতৰ সেমেকা হলে দিন দুপৰতো বাহিৰলৈ ওলাই আহি অনাই বনাই ঘূৰি ফুৰে। গিৰোৰ ভিতৰুৱা ঠাইত মানুহৰ সমাগম কম তেনেবোৰ ঠাইত দিন দুপৰত বাহিৰলৈ ওলাই আহিবলৈও এইবিধ ভালুকে ভয় নকৰে।

মৌচাক আৰু উঁইপোক খাবলৈ এইবিধ ভালুকে বৰ ভাল পায়। গছৰ খোন্দত থকা মাখি-মৌৰ বাহবোৰ ইহঁতে বিচাৰি বিচাৰি উলিয়ায়। মৌৰ বাহবোৰ ভাঙি তাৰ ভিতৰৰ পৰা মৌ-চাকবোৰ কামুৰি কামুৰি খায়। মৌ-গুটিবোৰে সিহঁতৰ গুণ্ডেৰে বিন্ধি এইবিধ ভালুকৰ বিশেষ অপকাৰ কৰিব পাৰে যেন নালাগে। উঁই পোকৰ হাফলুবোৰ

হাতোৰাখনেৰে খুন্দা মাৰি ভাঙি তাৰ ভিতৰৰ পৰা উঁই পোকৰ কণী আৰু, নতুনকৈ জগা পোৱালিবোৰ ধৰি ধৰি খায়। হাবিৰ মাজত এইদৰে ভাগি-ছিগি থকা উঁই হাফলু দেখিবলৈ পালে তাৰ পৰা অনুমান কৰিব পৰা যায় যে ভালুক জাতীয় প্ৰাণীয়ে সেই হাফলুটো ভাঙিছে আৰু এইদৰে ভাঙি ওচৰতে ক'ৰবাত লুকাই আছে। হাবিৰ মাজত থকা দুই এজোপা গছ বেমাৰী হৈ উঘলি পৰে। কেতিয়াবা বতাহত ভাঙে আৰু উঘলি পৰে। এইদৰে মাটিত পৰি থকা গছৰ বাকলিত নানাবিধ পোকে ধৰে। ভালুকে পৰি থকা পচা গছৰ বাকলি হাতোৰা খনেৰে গুচাই এই পোকবোৰ ধৰি ধৰি খায়। হাবি বননিত মৰি থকা জন্তুৰ গেলা-পচা মঙহ ইহঁতে টানি আজুৰি খায়। মানুহে বাৰীত লগোৱা কুঁহিয়াৰ, গোমধান আদি খাই ইহঁতে ক্ষতিসাধন কৰে।

জাৰৰ দিনত মাইকী ভালুকে পোৱালি জগায়। অলপ ডাঙৰ নোহোৱালৈকে পোৱালিবোৰে মাকৰ লগ নেৰে। মাকে কেতিয়াবা সিহঁতক পিঠিত বোকোচা বান্ধি লৈ ফুৰে।



# হিমালয়ৰ ক'লা ভালুক

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—মাংসাহাৰী
গোত্ৰ—আৰ্‌চিদি
প্ৰজাতি—চেলেনাৰ্ক্‌টাচ্‌ থিবেটেনাচ্‌

এই পৃথিৱীখনৰ ওপৰি ভাগত থকা বিভিন্ন প্ৰান্তৰ নানা পৰিৱেশত কেইবা প্ৰকাৰৰ ভালুক জাতীয় প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰি সীমাৰ অন্তৰ্গত বাস কৰা ভালুক কেইবিধমানৰ জীৱনালেখ্য স্থানান্তৰত বৰ্ণনা কৰা হৈছে, আৰু প্ৰসংগক্ৰমে পৃথিৱীৰ অন্যান্য ঠাইত বসতি কৰা বিভিন্ন জাতৰ ভালুকৰ বিষয়ে উল্লেখ কৰা হৈছে। ইয়াৰ অবিহনে ভালুক গোষ্ঠীৰ প্ৰাণীবিলাকৰ সৰ্বাত্মক অৱস্থা উপলব্ধি কৰিবলৈ সুবিধা হ'ব। এই প্ৰবন্ধত হিমালয়ৰ ক'লা ভালুক নামৰ এবিধ ভালুকৰ বিষয়ে আলোচনা কৰা হ'ব। আমাৰ কোনো কোনো মানুহে এইবিধ প্ৰাণীক গছ-ভালুক বুলি কয়। গছৰ ওপৰত বগাই ফুৰিব পৰাৰ ক্ষমতা আছে বুলিয়েই হয়তো এইবিধ জন্তুক পৰিচয় কৰি দিবৰ বাবে গছ-ভালুক শব্দ ব্যৱহাৰ কৰিব লগীয়া হৈছে। পিছে আমাৰ দেশত "স্লথ-বিয়েৰ" নামৰ বিবিধ ভালুক গোষ্ঠীৰ প্ৰাণী আছে সেইবিধক আমাৰ মানুহে মাটি-ভালুক বুলি কয়। আচলতে "স্লথ-বিয়েৰ" আৰু হিমালয়ৰ ক'লা ভালুক এই দুয়োবিধ প্ৰাণীয়েই গছত উঠিব পাৰে। সি যিয়েই কি নহওক গছ ভালুক বুলি ক'লে আমি হিমালয়ৰ ক'লা ভালুক নামেৰে জনাজাত প্ৰাণী বিধকে বুজিব লাগিব। হিন্দী ভাষাত এইবিধ ভালুকক বিচ্‌ বুলি কোৱা হয়।

গছ-ভালুকৰ গাত উৎপন্ন হোৱা নোমবোৰ চুটি চুটি আৰু অলপ মিহি ধৰণৰ হোৱা দেখা যায়। মাটি-ভালুকৰ গাত গজা নোমবিলাকৰ তুলনাত এইবিধ ভালুকৰ নোমবোৰ পৰিপাটিকৈ সজাই থোৱা যেন দেখি।

এইবিধ ভালুকৰ লেখত লবলগীয়া শাৰীৰিক বৈশিষ্ট্য হল এয়ে যে ইয়াৰ বুকুত ইংৰাজী ভাষাৰ "ভি" আখৰটোৰ নিচিনা এটা বগা নোমৰ দাগ থাকে। বহি থকা অৱস্থাত সন্মুখৰ ফালৰ পৰা চাই পঠিয়ালে এই দাগটো টল্‌ টল্‌কৈ জিলিকি থকা দেখিবলৈ পোৱা যায়। সেইবাবে এইবিধ ভালুক জাতীয় প্ৰাণীক এই বগা বৰণৰ দাগৰ সহায়ত অতি সহজে চিনাক্তকৰণ কৰিব পাৰি। অসম আৰু অসমৰ ওচৰ-চুবুৰীয়া ৰাজ্য কেইখনৰ হাবি-বননি বিলাকত বিবোৰ গছ-ভালুক বাস কৰা দেখা যায় সেইবিলাকৰ দেহত উৎপন্ন হোৱা নোমবোৰ তুলনা মূলক ভাবে চুটি আৰু মিহি হয়।

তদুপৰি এই লোমৰ আৱৰণৰ ভিতৰৰ ফালে কোনো প্ৰকাৰৰ কোমল-আমল লোম বা উলৰ উৎকৰ্ষ সাধন হোৱা দেখা নাযায়। অসম তথা পূৰ্বাঞ্চলৰ অন্যান্য ৰাজ্যবিলাকৰ জলবায়ু মৃদু আৰু সেমেকা হোৱাৰ বাবে শৰীৰৰ তাপমান নিয়ন্ত্ৰণ কৰিবলৈ অতিৰিক্ত কোমল লোমৰ আৱশ্যক নহয়। সেই কাৰণে প্ৰকৃতিয়ে এনে ব্যৱস্থাৰ প্ৰতি লক্ষ্য ৰখাৰ প্ৰয়োজন নেদেখিলে। হিমালয় শৈলমালাৰ ওপৰৰ ফালে বাস কৰা গছ ভালুক বিলাকে জাৰ কালি অতিপাত শীতৰ সন্মুখীন হ'ব লগীয়া হয়। গতিকে শৰীৰৰ তাপমান নিয়ন্ত্ৰণ কৰি ৰাখিবৰ বাবে এইবিলাক ভালুকৰ লোমৰ তলৰ ছালৰ ওপৰত এক প্ৰকাৰৰ কোমল আমল লোমৰ উৎপত্তি হয়। গিৰিৰাজ হিমালয় শৈলমালাৰ ওপৰৰ ফালে হিমালয়ৰ মুগা ভালুক নামৰ যিবিধ ভালুক জাতীয় প্ৰাণী বাস কৰে সেইবিধ ভালুকটোৰ গছ ভালুক বা হিমালয়ৰ ক'লা ভালুক আকাৰত তুলনামূলক ভাবে ডাঙৰ হোৱা দেখা যায়।



হিমালয়ৰ ক'লা ভালুক

হিমালয়ৰ ক'লা ভালুক নামেৰে জনাজাত ভালুক জাতীয় প্ৰাণীৰ লোমৰ বৰণ আৰু কাৰুকাৰ্যৰ লগত অবিকল মিলি যোৱা আন এবিধ ক'লা ভালুক পশ্চিম গোলাৰ্দ্ধৰ উত্তৰ আমেৰিকাত বাস কৰে। সেইবিধ ভালুকক আমেৰিকাৰ ক'লা ভালুক নামেৰে জনা যায়। দেখাত একে হলেও আমেৰিকাৰ ক'লা ভালুক আকাৰত ভালেখিনি ডাঙৰ হয়। দেখাতো এই বিধ প্ৰাণীয়ে এক ভয়ংকৰ ৰূপ ধাৰণ কৰা দেখা যায়। আমেৰিকাৰ মুগা-ভালুক আৰু গ্ৰিজ্‌লি-ভালুক নামেৰে জনাজাত দুবিধ নামজলা ভালুকৰ পাছতে আমেৰিকাৰ ক'লা-ভালুক নামৰ প্ৰাণীবিধে স্থান পাইছে।

হিমালয় শৈলমালাৰ ওখ ওখ পৰ্বতীয়া ঠাইবোৰত যিবিলাক ক'লা ভালুক বা গছ ভালুক গোষ্ঠীৰ প্ৰাণী বাস কৰে সেইবিলাকে জাৰকালিৰ সমষ্টিক পাৰ্বত্য অঞ্চলৰ শীতল পৰিবেশত অতিবাহিত কৰিবলৈ অকণো অসুবিধা নাপায়। শৰীৰৰ তাপমাত্ৰা

নিয়ন্ত্ৰণ কৰি পাৰ উম্‌খিনি সংৰক্ষণ কৰি ৰাখিব পৰা কোমল নোমৰ ভিতৰুৱা আৱৰণ খনে সিহঁতক এই বিষয়ত সহায় কৰে। ভাৰ নিৰ্জন পৰিবেশবোৰত সিহঁতে পাথৰৰ ফাঁক, গুহা-গহ্বৰ আদি সুবিধা জনক ঠাই বিচাৰি লৈ দিনৰ দিনটো তাতে চেপেটা মাৰি পৰি থাকে। ভিন্ ভিন্ ঠাইৰ উগ্ৰতম্ জলবায়ুৱে গৰকা উৎকট্ পৰিবেশ বিলাকত হেলাৰঙে বাস কৰি থাকিব পৰাটো এইবিধ প্ৰাণীৰ অন্যতম গুণ। গধূলি বেলিকা পশ্চিম আকাশত বেলিটোৱে ডুব মাৰলে আৰম্ভ কৰোঁতেনৌ কৰোঁতেই এইবিধ ভালুকে আশ্ৰয় লৈ থকা ঠাইবিলাকৰ পৰা লাহেকৈ বাহিৰলৈ ওলাই আহে। গোটেই নিশা খোৱা বস্তুৰ সন্ধানত ইকালে সিকালে অনাই বনাই ঘূৰি ফুৰে। ৰাতিপুৱাৰ বেলি-টোৱে পূব আকাশত উঠিবলৈ যো-জা কৰোঁতে নৌ কৰোঁতেই ই পুনৰ আশ্ৰয় লোৱা ঠাইত সোমায়গৈ। দিনৰ দিনটো তাতে পৰি পৰি থাকে। গধূলিৰ সময়খিনি পুনৰ ঘূৰি অহাৰ উবান পালেহে গাটো কেৰেং মেৰেং কৰি আকৌ বাহিৰলৈ ওলাই অহাৰ চিন্তা কৰে। এই দৃষ্টিভঙ্গীৰ ফালৰ পৰা পশি-পিটিকি চাব লগীয়া হলে এইবিধ জন্তুক নিশাচৰ প্ৰাণী বুলি কব লাগিব। গভীৰ নিশা ইকালে সিকালে ঘূৰি পকি ফুৰা সময়-খিনিতে ই য'তে বিহকে পায় তাকে খাই জীৱন নিৰ্বাহ কৰে। খোৱা বস্তুবিলাকৰ ভিতৰত ফল-মূল জাতীয় খাদ্যও এইবিধ প্ৰাণীয়ে সমানে পছন্দ কৰে। হাবিৰ মাজত আপোনা-আপুনি উৎপন্ন হোৱা গছৰ পকা পকা ফল মাটিতে সৰি মোক খা মোকখা কৰি থাকে। মাটি ভালুক জাতীয় প্ৰাণীবোৰে এইবোৰকে বুটলি বুটলি খায়। হিমালয় পৰ্বতত বিবিলাক গছে ভালুকৰ বাবে খোৱা বস্তুৰ যোগান ধৰিব পাৰে সেই-বিলাক গছৰ ভিতৰত পিয়েৰ (নাচপতি) এপ্ৰিকট, ৱালনট্ (আখৰোট) আদিৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পৰা যায়। এইবোৰ বনৰীয়া গছৰ পকা পকা ফলবোৰ আপোনা-আপুনি সৰি পৰে আৰু ভালুকবোৰে সেইবোৰ বুটলি বুটলি খায়।

এইবিধ ভালুকেও যে গছৰ ওপৰলৈ উঠিব পাৰে এই কথাৰ উল্লেখ ইতিমধ্যে কৰি অহা হৈছে। মাটি ভালুক বা "স্লথ বিয়েৰৰ" দৰে এইবিধ ভালুকেও গছৰ ওপৰলৈ উঠি মৌ-বাহবোৰ ভঙা কাৰ্যত পাৰদৰ্শিতা দেখুৱায়। গছৰ ওপৰৰ কোনোবা এঠাইত মাখি মৌৱে বাহ পতাৰ উবান পালে মাটি ভালুকে গছ জোঁপাৰ ওপৰলৈ উঠি মৌ বাহৰ ভিতৰলৈ আগঠেঙৰ হাতোবাখন সুমুৱাই দি আঙুলিৰে মুঠি মাৰি মাৰি মৌ চাকবোৰ উলিয়াই আনে আৰু সেইবোৰ হেপাহ পলোৱাই খায়। ইহঁতৰ গাত মৌ-গুটিবাৰে সিহঁতৰ বিষাক্ত গুঙেৰে বিন্ধিলেও জন্তুটোৰ কোনো অপকাৰ নহয়। কি কৌশল অৱলম্বন কৰি ইহঁতে মৌগুটিৰ ডঙ্ক বিষাক্ত গুণৰ পৰা নিজক ৰক্ষা কৰিব পাৰে সেই কথাৰ ৰহস্য ভালদৰে জনা নাযায়। হাবিতলীয়া মানুহৰ বাৰীত এইবিধ ভালুকে কেতিয়াবা দুই এবিধ খাদ্যশস্যৰ হানি বিখিনি ঘটায়। এইদৰে অনিষ্ট সাধন কৰা বস্তুৰ ভিতৰত কুঁহিয়াৰ আৰু গোমধান জাতীয় শস্য দুখিব পৰে। কুঁহিয়াৰৰ ৰস খাবলৈ ইহঁতে ভাল পায়। পূৰঠ গোমধানবোৰো ছিঙি ছিঙি খায়। কীট-পতঙ্গ জাতীয় ক্ষুদ্ৰতম্ প্ৰাণী, সিহঁতে পাৰি থোৱা সৰু সৰু কণী আৰু এই কণীবোৰ ফুটি ওলোৱা পোক আৰু লেটাবোৰ এইবিধ ভালুকৰ উপাদেয় আহাৰ। জন্তুটো ডাঙৰ আকাৰৰ হোৱাৰ বাবে

এইবিলাক আহাৰে ইয়াৰ পেট ভৰাব নোৱাৰে। হাবিত চৰি ফুৰা কিছুমান স্তন্যপায়ী আৰু অন্যান্য গোষ্ঠীৰ প্ৰাণীক দুবিধ বুজি এই বিধ ভালুকে আক্ৰমণ কৰে। সিহঁতৰ জীৱন বিনাশ কৰি পেট প্ৰৱৰ্তোৱাৰ বিকল্প ব্যৱস্থা কৰে। জনবসতিৰ কাষে পাজৰে থকা হাবি বোৰত বাস কৰিবলৈ লোৱা ভালুকে কেতিয়াবা ঘৰচীয়া প্ৰাণীবো হানিবিঘিনি ঘটায়।

ভালুকে হঠাৎ আক্ৰমণ কৰি প্ৰাণ বিনাশ কৰা ঘৰচীয়া জন্তু বিলাকৰ ভিতৰত ছাগলী, ৰাম-ছাগলী, ভেড়া আদি অলপ সৰু আকাৰৰ জন্তুবিলাক পৰে। চৰণীয়া পথাৰত লুকলি মনেৰে বাঁহ খাই চৰি ফুৰা অৱস্থাত কিম্বা ইহঁতে গছৰ তলত নিচিন্ত মনেৰে জিৰণি লোৱা সময়খিনিত গৰখীয়াৰ অনুপস্থিতিৰ সুযোগলৈ ভালুকে ইহঁতৰ কোনোবা এটা দুৰ্ভগীয়া জন্তুৰ ওপৰত জপিয়াই পৰে। পিঠিত তাৰ প্ৰকাণ্ড হাতোৰা খনেৰে ঢকা এটা মাৰি প্ৰাণ বায়ু সিপুৰীলৈ পঠিয়াই দিয়ে। পাছত মৃত জন্তুটো তাৰ চোকা দাঁতেৰে কামোৰ মাৰি ধৰি হাবিৰ মাজলৈ টানি নিয়ে। সেইদৰে জন্তুটো নি হাবিৰ মাজৰ সুবিধাজনক ঠাইত তাৰ মাংস খিনি দগাজি দগাজি খায়গৈ।

ভালুকে সাধাৰণতে মানুহলৈ ভয় কৰে। ওচৰেদি মানুহ পাৰ হৈ যোৱাৰ উমান পালে ই ঠাইতে চেপেটা মাৰি আত্মগোপন কৰিবলৈ যত্ন কৰে। হাজাৰে হওক ভালুক হ'ল এবিধ মাংসাহাৰী হিংসাকুৰীয়া বনৰীয়া জন্তু। মানুহৰ বুদ্ধি বিক্ৰমৰ লগত ই কেতিয়াও আগাভেটা হ'বলৈ সুবিধা নাপায়। তেনেক্ষেত্ৰত মানুহক এবিধ অসীম বুদ্ধি বৃত্তি সম্পন্ন ক্ষমতাশীল আৰু দুৰ্জেয় প্ৰাণী বুলি বিবেচনা কৰিবলৈ তাৰ আহৰি নাই। সেই কাৰণে কেতিয়াবা অকস্মাতে ভয় খাই আতুৰত পৰিলে আত্মৰক্ষাৰ বাবে ই মানুহকো আক্ৰমণ কৰিবলৈ বাধ্য হয়। অকলশৰীয়া হাবিতলীয়া পথেদি খোজ কাঢ়ি যোৱা মানুহে কেতি-য়াবা এনে বিপৰ্যয়ৰ সন্মুখীন হ'ব লগীয়া হয়। এনে ভয়াবহ পৰিস্থিতিত হিংসাকুৰীয়া বন্যপ্ৰাণী কেইবিধ মানৱ পৰা নিজকে ৰক্ষা কৰিবৰ বাবে কি কৌশল অৱলম্বন কৰা আৱশ্যক সেই সম্পৰ্কত অসমীয়া সমাজৰ মাজত এষাৰি নীতিবচন প্ৰচলিত আছে।

বচন ফাকি হ'ল এই:--

"ম'হত লৰ
বাঘত থৰ
ভালুকত পৰ
হাতীত বাগি"

বনৰীয়া ম'হে খেদি আহিলে লৰ দি বা দৌৰ দি পলাবলৈ চেষ্টা কৰিবলৈ নীতি বচনে কৈছে। হাবিত বাঘ দেখিলে বোলে একেথৰে তাৰ চকুলৈ চাই থাকিব লাগে। তেতিয়া হেনো বাঘটোৱে মানুহজনক তাতকৈ বলবান আৰু দুৰ্জেয় প্ৰাণী বুলি ভাবি লাহেকৈ আঁতৰি দিয়ে। এনে দৰসাহ কৰি বাঘৰ লগত তুৰি-মুৰি কৰিবলৈ উপস্থিত বুদ্ধি বিচাৰি উলিয়াব পৰা মানুহ সতকাই পাবলৈ টান। তদুপৰি বাঘৰ কি বিশ্বাস! মানুহজনে আগভেটি ধৰাৰ ইঙ্গিত পালে সি আঁতৰি নগৈ তাৰ ওপৰতে জপিয়াই পৰিবও পাৰে। তেতিয়া দেখোন সকলো শেষ। বনৰীয়া হাতীৰ আক্ৰমণৰ পৰা নিজক

ৰক্ষা কৰিবলৈ হলে হেনো ৰাগি দি দি দৌৰ দিব লাগে। হাতী এটা প্ৰকাণ্ড জানোৱাৰ। ই ঠাইতে ঘূৰা-পকা কৰি দৌৰিব নোৱাৰে। গতিকে তাৰ আক্ৰমণৰ পৰা নিজক ৰক্ষা কৰিবলৈ হ'লে ৰাগি দি দি দৌৰ দিবলৈ নীতি বচনে বিধান দিছে।

এতিয়া ভালুকৰ কথালৈ আহোঁ। হাবিতলীয়া লুঙ্-লুঙীয়া পথেদি খোজ কাঢ়ি অকলশৰে গৈ থকা দুই এজন পথিকে কেতিয়াবা অকস্মাতে ভালুকৰ সন্মুখীন হ'ব লগীয়া হয়। শুনা যায় যে ভালুক জাতীয় প্ৰাণীয়ে কেনেবাকৈ মানুহক আক্ৰমণ কৰিব লগীয়া হলে কিম্বা মানুহৰ সৈতে যুঁজত প্ৰবৃত্ত হব লগীয়া হ'লে পাছ ঠেং দুখনৰ ওপৰত থিয় হৈ লয়। হাতোৰাখনত থকা দীঘল দীঘল নখেৰে মানুহ জনৰ নাকে মুখে আচুঁৰিবলৈ ধৰে। পাছ ফালৰ পৰা আক্ৰমণ কৰিব লগীয়া হ'লে পিঠিত আঁচোৰা-আঁচুৰি কৰি পিঠিখন আৰু ডিঙি ভাগ থকা সৰকা কৰে। হাতত কোনো প্ৰকাৰৰ অস্ত্ৰ নাথাকিলে মানুহজন সহায়হীন হৈ পৰে। হাতত খুকুৰিৰ নিচিনা অস্ত্ৰ থাকিলে তাক হেনো সেই খুকুৰিখনৰ ফাকত খামোচ মাৰি ধৰিবলৈ আগ বঢ়াই দিব লাগে। সি খুকুৰিৰ ফাকত খামোচ মাৰি ধৰাৰ সুযোগ লৈ খুকুৰিখন ফাকৰ পৰা টানি উলিয়াই আনিব লাগে। লগে লগে তাৰ পেটত সেই খুকুৰিখন খুচ মাৰি বহুৱাই দিব লাগে। এনে দুঃসাহসিক কাম কৰিবলৈ অৱশ্যে অসীম ধৈৰ্য্য আৰু সাহসৰ প্ৰয়োজন হব। বহুতো সাহসী মানুহে এনে ধৰণৰ কামত কৃতকাৰ্যতা লাভ কৰি খ্যিয়াতি উপাৰ্জন কৰাৰ কথা শুনিবলৈ পোৱা যায়।

এতিয়া ওপৰত উল্লেখ কৰা নীতি বচনৰ উপদেশৰ কথালৈ আহোঁ। ভালুকে হেনো মৰা মানুহৰ শ স্পৰ্শ নকৰে। মৰা শ দেখিলে সি নিলগৰ পৰা শুঙি আঁতৰ হৈ গুচি যায়। সেই বাবে হেনো ভালুক দেখিলে মৰভাও ধৰি মাটিতে পৰি দিব লাগে। এই কামকো অতি দুঃসাহসিক কাম বুলি কব লাগিব।

ভালুক জাতীয় প্ৰাণী বিলাকৰ আৰু এটা বিশিষ্ট গুণ আছে। সেইটো হল এয়ে যে এইবিলাক প্ৰাণীয়ে বহুত দিনলৈকে নোখোৱা নোবোৱাকৈ পৰি থাকিব পাৰে। এনে অৱস্থাক বুজাবলৈ ইংৰাজী ভাষাত "হাইবাৰনেচন্" শব্দ ব্যৱহাৰ কৰা হয়। এই শব্দটোৱে অসমীয়া ভাষাত কোনো জন্তুৱে "জাৰ কালি শুই নিৰলে কটোৱা" অৱস্থাটোক বুজায়। ১৯৬৮ চনত আমেৰিকালৈ যাওঁতে মই এবাৰ চেন্ট্ লুই নামৰ ঠাইত প্ৰতিষ্ঠিত এখন চিৰিয়াখানা দৰ্শন কৰিবলৈ গৈছিলো। চিৰিয়াখানা চৌহদৰ সৰহ ভাগ ঠাই তেতিয়া বৰফৰ তলত পোত খাই আছিল। তেতিয়া ফিব্ৰুৱাৰীয়া বতাহ মাৰিছিল। মই মূৰত এটা টুপী পিন্ধি লৈছিলো। কাণ দুখন সোপোকা আৰু কোমল বিধৰ দুচটা আৱৰণেৰে ঢাকি লৈছিলো। মূৰৰ ওপৰেদি মেৰিয়াই বাখিৰ পৰা এডাল প্লাষ্টিকৰ চেপেটা শলাই ঢাকনি দুখন লৰচৰ নোহোৱাকৈ কাণ দুখনত হেচা মাৰি ধৰি ৰাখিছিল। বেচ উম্ উম্ লগাৰ অৱস্থা অনুভৱ কৰিছিলো। এবাৰ ঢাকনি দুখন এৰুৱাবলৈ চেষ্টা কৰোঁতে অতিপাত ঠাণ্ডাত কাণ দুখন হলে বিন্ধাদি বিন্ধিছিল। পাছত আকৌ ঢাকনি দুখন কাণত লগাই লৈহে ৰক্ষা পৰিলো। এই চিৰিয়াখানাত "প'লাৰ বিয়েৰ" (বগা ভালুক) নামৰ এবিধ মেৰু দেশীয় ভালুক গোষ্ঠীৰ প্ৰাণী ৰখা হৈছিল। চিৰিয়া-

খানাত এইবিধ প্ৰাণী চাবলৈ মোৰ মন গৈছিল। এজন কৰ্মচাৰীৰ পৰা জানিব পাৰিলোঁ যে বগা ভালুক নামৰ প্ৰাণীয়ে তেতিয়া গাঁতৰ ভিতৰত সোমাই শুই আছে। দুমাহ মানৰ পাছতহে তাৰ পৰা ওলাই আহিব। বুজিব পাৰিলোঁ যে এই প্ৰাণীবিধৰ তেতিয়া "হাইবাৰনেচনৰ" সময়।

"হাইবাৰনেচনৰ" কালত একে লেঠাৰিয়ে নোখোৱা নোবোৱাকৈ জন্তুটোৱে কেনেকৈ জীয়াই থাকিব পাৰে সেইটো ভাবিলে তবধ মানিব লাগে। এই অৱস্থাটোক অনশন ব্ৰতৰ আখ্যা দিব পাৰি। গাঁতৰ ভিতৰত পৰি থকা অৱস্থাত সিহঁতৰ পাকস্থলী নিষ্ক্ৰিয় হৈ থাকে আৰু উশাহ লোৱা যন্ত্ৰই সকলো সময়তে কাম কৰে। শৰীৰত পুঞ্জীভূত হৈ থকা চৰ্বী জাতীয় পদাৰ্থই জন্তুটোৰ খাদ্যৰ অভাৱ পূৰণ কৰে।

শৰৎ কালৰ সময় ছোৱাত এই বিধ ভালুকৰ মিলন হয়। তাৰ কালি পোৱালি জগে। পাহাৰৰ গুহা বা গছৰ শিপাৰ কাঁকৰ মাজত মাইকী জনীয়ে পোৱালি জগায়। জগাৰ পাছত পোৱালি কেইটা লুতুৰ পুতুৰকৈ মৰম লগা হয়। মাকৰ লগত ঘূৰাঘূৰি কৰি কৰিয়েই পোৱালি কেইটা ক্ৰমে ডাঙৰ হবলৈ ধৰে। সেই সময়তে মাকে তাঁহাতক নানা ধৰণৰ শিক্ষা দিয়ে।



# হিমালয়ৰ মুগা ভালুক

প্ৰাণী — স্তন্যপায়ী

বৰ্গ — মাংসাহাৰী

গোত্ৰ — আৰ্‌চিদি

জাতি — আৰচাচ্ আৰ্কটাচ্ ইছাবেলিনাচ্

দেহত উৎপন্ন হোৱা নোমবিলাকৰ বৰণৰ ভিত্তিত ভাগ কৰিব লগীয়া হ'লে গোটেই পৃথিৱীখনৰ বিভিন্ন অঞ্চলৰ ভিন্ ভিন্ পৰিবেশত বাস কৰা ভালুক গোষ্ঠীৰ প্ৰাণী-বিলাকক তিনিটা প্ৰধান ভাগত ভাগ কৰিব পাৰি। তাৰে কেইবিধ মানৰ গাৰ নোমবোৰ ক'লা হয়। আন দুবিধ মানৰ ক্ষেত্ৰত এই নোমে মুগা ৰূপ ধাৰণ কৰে। সবাতোকৈ কমত দেখা যায় যে উত্তৰ মেৰুৰ বৰফে গৰকা ঠাই বিলাকত যিবিধ ভালুক বাস কৰে সেই বিধৰ গাত উৎপন্ন হোৱা নোমবিলাকৰ বৰণ বগলী চৰাইৰ পাখিৰ দৰে ঢৌ ঢৌ বগা হয়। এতেকে থাউকতে কৈ থব পাৰি যে তিনিবিধ বেলেগ বৰণ ভালুক গোষ্ঠীৰ প্ৰাণী বিলাকৰ গাত প্ৰজাতি অনুযায়ী বিকশিত হৈছে। আমাৰ ভাৰত উপ মহাদেশখনত সচৰাচৰ বাস কৰা দুবিধ ভালুক গোষ্ঠীৰ প্ৰাণীৰ বিষয়ে আলোচনা কৰা হৈ গৈছে। তাৰে এবিধক মাটি-ভালুক বা "স্লথ-বিয়েৰ" আৰু আন বিধক গছ-ভালুক বা হিমালয়ৰ ক'লা ভালুক নামেৰে পৰিচয় কৰিও দিয়া হৈছে। এই প্ৰবন্ধত যিবিধ ভালুকৰ জীৱনালেখ্য বৰ্ণনা কৰিবলৈ লোৱা হৈছে সেইবিধৰ দেহত উৎপন্ন হোৱা নোমবোৰৰ বৰণ মুগা হয়। তাকে হিমালয়ৰ মুগা ভালুক নামেৰে জনা যায়। ইয়াক ভাৰত উপ-মহাদেশৰ ভৈয়াম অঞ্চল বিলাকত বাস কৰা সাধাৰণতে দেখিবলৈ পোৱা নাযায়। শৈলমালাৰ ওখ ওখ পৰ্বতীয়া ঠাই-বিলাকত এই বিধ ভালুকক বাস কৰা দেখিবলৈ পোৱা যায়। মুগা ভালুকৰ সচৰাচৰ বাসস্থান আৰু বিচৰণ ভূমি কেৱল ভাৰতবৰ্ষৰ হিমালয় পৰ্বতমালাতে সীমাবদ্ধ হৈ থকা নাই। ইউৰোপ আৰু এছিয়া মহাদেশ দুখনৰ উত্তৰ অঞ্চলত থকা বহুতো এলেকালৈ ইয়াৰ আবাস ভূমি বিয়পি আছে। পশ্চিম গোলাৰ্দ্ধৰ উত্তৰ আমেৰিকাত আন এবিধ প্ৰকাণ্ড আকাৰৰ মুগা ভালুক বাস কৰে। এইবিধ ভালুক গোষ্ঠীৰ প্ৰাণীক আমেৰিকাৰ মুগা-ভালুক নামেৰে অভিহিত কৰা হয়। ইউৰোপ মহাদেশৰ উত্তৰ অঞ্চলত থকা কিছুমান ঠাইত যিবিলাক মুগা বৰণীয়া ভালুক বাস কৰে সেই বিলাক আকাৰত প্ৰকাণ্ড আৰু আকৃতিত ভয়ঙ্কৰ হয়। এইবিধ মুগা ভালুকক ইউৰোপীয় মুগা-ভালুক নামেৰে জনা যায়। উত্তৰ আমেৰিকাৰ উত্তৰ পশ্চিমত থকা আলাস্কা নামৰ ভূ-ভাগত নানাবিধৰ

আপুৰুণীয়া বন্যপ্ৰাণী বাস কৰে। এই প্ৰাণী বিলাকৰ ভিতৰত আমেৰিকাৰ মুগা-ভালুক নামেৰে জনাজাত প্ৰাণীবিধক অন্যতম বুলি গণ্য কৰিব পাৰি। উল্লেখযোগ্য যে আমেৰিকাত আলাস্কাৰ ফালে বাস কৰা মুগা-ভালুক বিলাক আকাৰত আনবিলাক মুগা ভালুকতকৈ যথেষ্ট ডাঙৰ হয়। ওপৰত উল্লেখ কৰা আটাইবিলাক মুগা-ভালুকক বুজাবলৈ "আৰচাচ্ আৰ্ক্টাচ্" নামৰ শব্দ দুটা সৰ্বত্ৰ ব্যৱহাৰ কৰা হয়। এই বৈজ্ঞানিক নামৰ তৃতীয় স্থানত সংযোগ কৰি স্থানীয় ভাৱে বাস কৰা জন্তুবিলাকক চিনাকি কৰি দিয়া হয়। ভাৰতবৰ্ষৰ হিমালয় পৰ্বতমালাত যিবিধ মুগা-ভালুক বাস কৰে সেইবিধৰ বৈজ্ঞানিক নাম হ'ল "আৰচাচ্ আৰ্কটাচ্ ইছাবেলিনাচ"।



হিমালয়ৰ মুগা-ভালুক

ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত বাস কৰা আৰু হিমালয়ৰ মুগা-ভালুক নামেৰে পৰিচিত ভালুক গোষ্ঠীৰ প্ৰাণীবিধ আকাৰত হিমালয়ৰ ক'লা ভালুকতকৈ ডাঙৰ হয়। ইয়াৰ দেহাটোও মজবুত আৰু আটিল হোৱা দেখা যায়। কিন্তু ইউৰোপ

আৰু আমেৰিকা মহাদেশত যি যি উপ-প্ৰজাতিৰ ভালুক গোষ্ঠীৰ প্ৰাণী বাস কৰে সেই দুবিধ মুগা ভালুকৰ তুলনাত হিমালয় পৰ্বতমালাৰ বৰফে গৰকা ঠাইবোৰত বাস কৰা মুগা ভালুক জাতীয় প্ৰাণীবিলাক আকাৰত তুলনামূলক ভাৱে সৰু হয়। উত্তৰ পশ্চিম আৰু মধ্য হিমালয়ৰ সুউচ্চ পৰ্বতীয়া ঠাইবোৰে এইবিধ প্ৰাণীৰ বাবে সচৰাচৰ বসতি স্থানবিলাক নিৰ্ণয় কৰে। যিবোৰ পৰ্বতীয়া ঠাইত ওখ ওখ সলল জাতীয় গছবোৰৰ সীমাৰেখা স্থায়ী ভাৱে প্ৰতিষ্ঠিত হৈছে আৰু যি সীমাৰেখাৰ পৰা আৰম্ভ কৰি ৰোড-ডেনড্ৰন্ প্ৰভৃতি সৰু আকাৰৰ গছ আৰু বিস্তীৰ্ণ ঘাঁহনি পথাৰৰ দৰে হেলনীয়া ঠাইবোৰ বিয়পি আছে এনেবোৰ সেউজীয়া পথাৰলৈ সময় বুজি মুগা ভালুকবোৰ নামি নামি আহে। জাৰ কালি ইহঁতে গুহা গহ্বৰত কিম্বা পাথৰৰ তলত আশ্ৰয় লৈ নোখোৱা নোবোৱাকৈয়ে বহুত দিন পৰি থাকে। এইদৰে এনে সেঁতাশিয়ে পৰি থকা অৱস্থাক "হাইবাৰনেচন" বুলি কোৱা হয় বুলি ইতিপূৰ্বে স্থানান্তৰত উল্লেখ কৰি অহা হৈছে। এই সময়ত শৰীৰত গোটখাই থকা চৰ্বীবোৰে জন্তুটোক নোখোৱাকৈ জীয়াই থাকিবলৈ সহায় কৰে।

গৰমৰ দিনবোৰ আহি পালে হিমালয় পৰ্বতমালাৰ ওপৰৰ ফালৰ ঠাইবোৰত গোট মাৰি থকা বৰফৰ চপৰাবোৰ লাহে লাহে গলিবলৈ আৰম্ভ কৰে। বৰফবোৰ গলি গলে সেই ঠাইবোৰত নানাবিধৰ ঘাঁহ আৰু অন্যান্য ক্ষুদ্ৰ আকাৰৰ উদ্ভিদ উৎপন্ন হয়। সেউজীয়া ঘাঁহনিবোৰত বনৰীয়া লিলি আৰু অন্যান্য জাতীয় উদ্ভিদবোৰ ফুলিবলৈ আৰম্ভ কৰে। তেতিয়া সেই ঠাইবোৰলৈ অনুপম প্ৰাকৃতিক সৌন্দৰ্য নামি আহে। মুগা ভালুক জাতীয় প্ৰাণীবোৰে তেতিয়া ওপৰৰ ফালে উৎপত্তি হোৱা এই নতুন পৰিবেশবোৰলৈ লাহে লাহে গতি কৰে। কুমলীয়া ঘাঁহ খাবলৈ বুলি সেইবোৰ ঠাইত গোট খোৱা তৃণ-ভোজী বনৰীয়া প্ৰাণীবোৰ ইহঁতে ধৰি ধৰি খায়। পোক, পৰুৱা, কীট-পতঙ্গ আদি নিম্ন খাপৰ জন্তুৰে ইহঁতৰ খাদ্যাভাৱ আংশিক ভাৱে পূৰণ কৰে। এইবোৰ : পৰ্বতীয়া ঠাইত সচৰাচৰ বাস কৰা নিগনি, এন্দুৰ, মাৰমট্ আদি প্ৰাণীবোৰকো ইহঁতে ধৰি ধৰি খায়। খোৱা বস্তুৰ অভাৱ হলে ইহঁতে আগতে মৰি থকা জন্তুৰ গেলা-পচা মাংসবোৰ বিচাৰি বিচাৰি খায় আৰু তেনে বস্তুবোৰে খাদ্যাভাৱ আংশিক ভাৱে পূৰণ কৰে।

কোৱা বাহুল্য যে এই পৰ্বতীয়া ঠাইবোৰত কিছুমান জনজাতীয় মানুহে নিগাজীকৈ বাস কৰে। সিহঁতে ছাগলী, ভেড়া আদি জন্তুও পোহে। গৰখীয়া ল'ৰাবিলাকে এই জন্তুবোৰ চৰাবলৈ মুকলি মুৰীয়া ঠাইবোৰলৈ যায়। সিহঁতে এই ঘৰচীয়া জন্তুবোৰ জাকে জাকে ঘাঁহনি পথাৰবোৰত চৰিবলৈ মেলি দিয়ে। আগাৰ মুগা-ভালুকে সুযোগ বুজি এই ঘৰচীয়া প্ৰাণীবোৰৰ দুই এটাক বধ কৰে।

এইবিধ ভালুকক পাথৰৰ মাজৰ সুবিধা জনক ঠাই আৰু গাঁতত সোমাই পোৱালি জগোৱা দেখা যায়। পোনেই জগোতে পোৱালিবোৰৰ চকু জাপ খাই থাকে। দুই এদিনৰ পাছতে সিহঁতৰ চকু মেল খালে পোৱালি মখাই কেনেং মেৰেং কৰিবলৈ ধৰে। খোজ কাঢ়ি ইকাল সিকাল কৰিব পৰা হলে মাক জনীয়ে খেমালিৰ ছলতে সিহঁতক শিক্ষা দিবলৈ আৰম্ভ কৰে। এইবিধ ভালুকেও এবাৰত একাধিক পোৱালি জগায়।

# মালয় ভালুক

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ—মাংসাহাৰী

গোত্ৰ—আৰ্‌চিদি

প্ৰজাতি—হেলাৰ্কটচ্‌ মালয়ানচ্‌

ভাৰত উপ মহাদেশৰ অন্তৰ্গত সচৰাচৰ বাস কৰা চতুৰ্থ বিধ ভালুক গোষ্ঠীৰ প্ৰাণীক মালয় ভালুক নামেৰে জনা যায়। এইবিধ ভালুকৰ উৎপত্তি কম। সেই কাৰণে মাটি ভালুক আৰু গছ ভালুক নামেৰে পৰিচিত আন দুবিধ ভালুক গোষ্ঠীৰ প্ৰাণীৰ দৰে ইয়াক যথে মথে দেখিবলৈ পোৱা নাযায়। অসমকে কেন্দ্ৰ কৰি উত্তৰ পূৰ্বাঞ্চলৰ কোনো কোনো হাবি বননিত ইয়াক সেৰেঙা সেৰেঙাকৈ আলেঙে আলেঙে বাস কৰা দেখা যায়। এই বিধ বিচিত্ৰ প্ৰাণীৰ সচৰাচৰ বসতিস্থান বা স্বাভাৱিক পৰিবেশ আৰু বিচৰণ ভূমি কেৱল ভাৰতবৰ্ষৰ চাৰিসীমাৰ ভিতৰতে আবদ্ধ হৈ থকা নাই। দক্ষিণ পূব এচিয়াৰ ব্ৰহ্মদেশৰ মাজেদি পাৰ হৈ গৈ ইন্দোনেচিয়া আৰু মালয়চিয়া পৰ্যন্ত এইবিধ ভালুকক ঠাই অনুযায়ী বিক্ষিপ্ত ভাৱে বাস কৰা দেখিবলৈ পোৱা যায়। সুমাত্ৰা, জাভা, বৰ্ণিও, চিলিবিচ্‌ আদি দ্বীপপুঞ্জত এই বিধ প্ৰাণীয়ে নিগাজীকৈ বাস কৰিবলৈ উপযুক্ত পৰিবেশ বিচাৰি লৈছে। হিমালয় পৰ্বতমালাৰ সিফালে থকা চীন দেশৰ বহুতো ঠাইত এইবিধ বন্যপ্ৰাণীৰ সচৰাচৰ বসতিস্থান বিস্তাৰিত হৈ আছে। এইবিধ প্ৰাণীক বুজাবলৈ মালয় ভালুক নামৰ শব্দ দুটাৰ বাহিৰে অন্য কোনো নাম অসমীয়া ভাষাত প্ৰচলিত হৈ থকা দেখা নাযায়। অন্যান্য দুবিধ আমাৰ এই ফালৰ ঠাইবিলাকত বাস কৰা ভালুকৰ দৰে এইবিধ ভালুকেও গছৰ ওপৰলৈ উঠিব পাৰে।

মালয়চিয়াত কাজে এইবিধ বন্যপ্ৰাণীৰ উৎপত্তি বেছি। সেই দেশৰ নাম অনুযায়ী এইবিধ ভালুকৰ নাম মালয় ভালুক হৈছে বুলি অনুমান কৰিব পাৰি। আমাৰ এই ফালৰ মাটি পানী আৰু জলবায়ুৱে এইবিধ প্ৰাণীক অতি পুৰণি কালৰ পৰা আজিলৈকে ধাৰণ কৰি আহিছে। পিছে এইবিধ প্ৰাণীৰ জন সংখ্যা উত্তৰ পূব ভাৰতৰ স্বাভাৱিক পৰিবেশ বিলাকত আশাতীত ভাৱে কমি অহাৰ উমান পোৱা গৈছে। কিয়নো ইয়াক আমাৰ এই ফালৰ মানুহবিলাকে কাচিৎ কেতিয়াবাহে হাবি বননিত লগ পায়। সৰহ ভাগ লোকেই বুকুত ইংৰাজী ভাষাৰ "ইউ" আখৰটোৰ সিচিনা বগা দাগ থকা মাটি ভালুক বা হিমালয়ন কঁলা ভালুক আৰু গছ ভালুক বিলাক অসমৰ গাঁৱলীয়া মানুহৰ

ভেটা-ভোটি হয়। কোনো কোনো হাবিতলীয়া মানুহে কেতিয়াবা অকস্মাতে হাবিত দুই এটা ভালুকৰ পোৱালি নিঠকৰা অৱস্থাত লগ পাই মৰমতে ধৰি লৈ আহে। সেই ভালুকৰ পোৱালি তেওঁলোকে সৰহ ভাগ ক্ষেত্ৰতে গুৱাহাটীৰ চিৰিয়া-খানালৈ প্ৰতি পালনৰ বাবে পঠাই দিয়ে। এই ভালুক পোৱালিবিলাকৰ সৰহভাগকেই বুকুত আঁচ থকা হিমালয়ৰ ক'লা ভালুকৰ বংশধৰ বুলি প্ৰমাণিত হৈছে। মালয় ভালুকৰ জন্ত-সংখ্যা আমাৰ হাবি



মালয় ভালুক

বননিবিলাকত যথেষ্ট পৰিমাণৰ হোৱা হ'লে এই দৰে ধৰি অনা ভালুক পোৱালিৰ ভিতৰত দুই চাৰিটা মালয় ভালুকৰ পোৱালিও থাকিলহেঁতেন। ১৯৬০ চন মানত এটা মালয় ভালুকৰ পোৱালি ধৰি আনি গুৱাহাটীৰ চিৰিয়াখানাত প্ৰতিপালন কৰি ৰখা হৈছিল। কিছু দিনৰ অন্তত তাৰ মৃত্যু হ'ল।

মেঘালয়ৰ শ্বিলং নগৰত লেডী হাইদৰী পাৰ্ক নামৰ যিখন প্ৰমোদোদ্যান পৰি-পাটিকৈ ৰখা হৈছে সেইখনত নানাবিধ ফুলজাতীয় উদ্ভিদে শোভাবৰ্দ্ধন কৰি ৰমক ঝমক পৰিৱেশৰ সৃষ্টি কৰিছে। নানা জাতীয় দেশী বিদেশী ফুল লগোৱা ভেটিবোৰ বিচিত্ৰ ৰৰণৰ ফুলৰ থোপাৰে উপচি থাকে। পানীত গজা ফুল-ধৰা গছবোৰে দ-চানেকীয়া ঠাইবোৰ ধুনীয়াকৈ সজাই পৰাই ৰাখে। মেঘালয়ৰ এই পাৰ্কখনৰ ভিতৰতে কিছুমান আকৰ্ষণীয় বন্যপ্ৰাণী আটোমটোকাৰিকৈ ৰখাৰ ব্যৱস্থা কৰিছে। পুৱা গধূলি ইয়াত মানুহৰ ভিৰ হয়। দৰ্শক সকলে তাত প্ৰৱেশ কৰি নানা বিধৰ বন্যপ্ৰাণী আৰু থোপা থোপে ফুল ফুলি থকা গছ লতাৰ সৌন্দৰ্য্য উপভোগ কৰাৰ উপৰিও প্ৰকৃতিৰ বিষয়ে নানা জ্ঞান আহৰণ কৰিব পাৰে। আপুৰুগীয়া বন্যপ্ৰাণী কিছুমান প্ৰতিপালন কৰি ৰখাৰ ব্যৱস্থা থকাৰ বাবে এই প্ৰমোদোদ্যানখনক "মিনি জু" অৰ্থাৎ "ক্ষুদ্ৰ চিৰিয়াখানা"ৰ আখ্যাও দিয়া হয়।

ক্ষুদ্ৰ সংস্কৰণৰ এই চিৰিয়াখানাতো এটা মালয় ভালুক গোষ্ঠীৰ প্ৰাণী ৰখা হৈছিল। জন্তুটো আকাৰত বেচ ডাঙৰ আৰু দেখনত ধুনীয়া আছিল। যিটো সৰু ঘৰৰ আহিত বনোৱা সজা বা আবেষ্টনীৰ ভিতৰত এই দৰ্শনোপযোগী জন্তুবিশেষক ৰখা হৈছিল পুৱা গধূলি তাৰ কাষত সদায়েই দৰ্শকৰ সমাবেশ হৈছিল। ধেমেলীয়া প্ৰকৃতিৰ জন্তুটোৱে দৰ্শক সকলৰ পৰা কিবা খোৱা বস্তু পোৱাৰ আশাত হাতোৰা এখন লোহাৰ বেৰৈলিঙৰ বাহিৰৰ ফালে আগ বঢ়াই বঢ়াই দিছিল। তাৰ তেনে ধেমেলীয়া ব্যৱহাৰত দৰ্শকসকলে আমোদ পাইছিল। এদিন এটা ডাঙৰ দুৰ্ঘটনাই চিৰিয়াখানাৰ আনন্দ পৰি-বেশৰ অন্ত পেলালে। ঘটনাটো ঘটিছিল ঠিক এনেদৰে।

ক্ষুদ্ৰ সংস্কৰণৰ এই চিৰিয়াখানা তথা প্ৰমোদোদ্যানত প্ৰতিপালন কৰি ৰখা আপুৰুগীয়া বন্যপ্ৰাণীবিলাকক যিজন কৰ্মীয়ে তদাৰক কৰিব লগীয়া হৈছিল তেওঁৰ নাম বাহাদুৰ চেত্ৰী আছিল। তেওঁৰ সম্পূৰ্ণ নামটো অৱশ্যে ভাল দৰে এতিয়া মনত নপৰে। কৰ্তব্যনিষ্ঠাৰ কাৰণে পৰা এওঁৰ বেচ নাম আছিল। বন্যপ্ৰাণী বিলাকক সময়-মতে খাবলৈ দিয়াৰ পৰা আৰম্ভ কৰি গোটেই উদ্যানখনৰ পৰিৱেশ ফুঁ মাৰি ভাত খাব পৰাকৈ পৰিষ্কাৰ কৰি ৰখাৰ যাৱতীয় কাম এওঁৰ তত্বাৱধানতে সম্পাদিত হৈছিল। উদ্যানৰ ভিতৰতে তেওঁ বাস কৰা বাঁহ কাঠৰ ঘৰটো আছিল। মানুহজনে এই ঘৰটোত অকলে অকলে বাস কৰিছিল। এদিন সন্ধিয়াৰ পাছত তেওঁ ঘৰটোৰ ভিতৰত সোমাই জুইশালৰ কাষতে বহি ভাত ৰন্ধাৰ কামত ব্যস্ত আছিল। এনেতে মালয় ভালুকটো সজাৰ ভিতৰৰ পৰা কেনেবাকৈ ওলাই আহি এওঁ ভাত ৰান্ধি থকা ঘৰটোৰ ভিতৰত সোমালগৈ। উধাতু খাই মানুহজনে ভিৰাই পকাই বাহিৰলৈ দৌৰ দিবলৈ আৰম্ভ কৰিলে। ভালুক-টোৱে তেওঁক পাছে পাছে খেদি নি গেইটৰ কাষ পোৱাজেগৈ। গেইটখন তেতিয়া বন্ধ অৱস্থাত আছিল। গেইটৰ ওপৰলৈ উঠি মানুহজনে পাৰ হ'বলৈ চেষ্টা কৰোঁতেই ভালুকটোৱে তেওঁৰ পিঠিত তাৰ শক্তিমান হাতোৰাখনেৰে থাপ মাৰি পাৰে মানে আঁচু-ৰিবলৈ আৰম্ভ কৰিলে। তেজৰ টোপাৰে তাৰ গোটেই দেহ বাৰুলি হ'ল। বাটেদি অহা যোৱা কৰা মানুহে তাৰ সেই দুৰাৱস্থা দেখি চিঞৰ বাখৰ কৰিবলৈ আৰম্ভ কৰাত

ভালুক পলাল। বেচেৰাক চিকিৎসাৰ বাবে হস্পিতাললৈ নিয়া হ'ল যদিও ডাক্তৰে তেওঁক বচাব নোৱাৰিলে। ১২ ঘণ্টামান সংগ্ৰাম কৰি শেষত তেওঁ মৃত্যুক আকোঁৱালি ল'ব লগা হ'ল। কি মৰ্মভেদী ঘটনা! মুকলি হৈ চাউনত ভ্ৰমণ কৰি ফুৰিবলৈ লোৱা এই আপৰূপীয়া জন্তুটোকো পাছত গুলি বিদ্ধ কৰি নিৰ্মম ভাৱে বধ কৰিব লগা হ'ল। মালয় ভালক জাতীয় এই প্ৰাণীটোকো দেখালয়ৰ কোনোবা এখন হাবিৰ পৰা ধৰি অনা হৈছিল। পিছে হলে কি হব। মৃত্যুৱে তাক হাত বাউলি দি মাতি আনিলে আৰু শেষত সি মৃত্যুবৰণ কৰিব লগা হ'ল। দেখালয়তো এই জাতীয় প্ৰাণী বনৰীয়া অৱস্থাত বৰ বেছি পৰিমাণে আছে বুলি ক'ব নোৱাৰি।

মালয় দ্বীপপুঞ্জত সাধাৰণতে বাস কৰি থকা বিধৰ প্ৰাণী হোৱাৰ বাবে এইবিধ ভালুকক মালয়-ভালুক বা মালয়দেশীয় ভালুক বুলি কোৱা হয়। আচলতে ইয়াক "মাল-য়ান চান বিয়েৰ" নামেৰে অভিহিত কৰা হয়। অসমীয়া ভাষাত আমি বজিতা থুৱাই ইয়াৰ নামকৰণ কৰিবলৈ হলে "মালয়ৰ সূৰ্য-মুখী" ভালুক বুলি কব পাৰোঁ। ইমান দীঘলীয়া নামেৰে জন্তুটোক মাতিবলৈ আমাৰ সময় তো নায়েই ধৈৰ্যৰো অভাব। সেই বাবে আমি এইবিধ বিচিত্ৰ প্ৰাণীক মালয় ভালুক বুলিয়েই কম। মালয়চিয়াৰ হাবিবোৰত উৎপন্ন হোৱা গছৰ ডালত বহি এই বিধ প্ৰাণীয়ে ৰাতিপুৱাৰ ৰ'দ চেৰেঙাৰ উমখিনি উপভোগ কৰে। ওচৰৰ গছৰ ডালত উঠি সেই দেশৰ এবিধ হলৌ বান্দৰে ইয়াক দেখি পাৰে মানে উকি মাৰি চিঞৰে। ৰ'দ লোৱাৰ অভ্যাস থকাৰ বাবেই এই বিধ প্ৰাণীক "মালয়ান চান বিয়েৰ" অৰ্থাৎ "মালয়: সূৰ্য্যমুখী ভালুক" বুলি কোৱা হয়।



# পাণ্ডা জাতীয় প্ৰাণীবিলাক

এচিয়া মহাদেশৰ কোনো কোনো ঠাইত পাণ্ডা নামেৰে জনাজাত দুবিধ বিচিত্ৰ প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়। দেখাত এইবিলাক প্ৰাণীক নিচেই সৰু আকাৰৰ ভালুক যেন লাগে। তাৰে এবিধক "জায়েন্ট পাণ্ডা" আৰু আন বিধক "ৰেড পাণ্ডা" নামেৰে জনা যায়। "ৰেড পাণ্ডা" বা ৰঙা পাণ্ডা নামৰ জন্তু বিধ ভাৰতবৰ্ষীয় প্ৰাণী। হিমালয় শৈলমালাৰ ওখ ওখ পৰ্বতীয়া ঠাইৰ হাবিবননি বিলাকত এইবিধ প্ৰাণী বাস কৰে। ইহঁতৰ গাত উৎপন্ন হোৱা নোমবোৰৰ বৰণ চক্‌লেটৰ দৰে উজ্জ্বল হয়। নেপাল, ভুটান, ছিক্কিম আৰু অৰুণাচল প্ৰদেশৰ বিভিন্ন ঠাইত এইবিধ প্ৰাণী বাস কৰে। হিমালয় পৰ্বতৰ সিপাৰে চীন দেশৰ কোনো কোনো ঠাইত আন এবিধ পাণ্ডা গোষ্ঠীৰ প্ৰাণী বাস কৰে। এইবিধ পাণ্ডাক "জায়েন্ট পাণ্ডা" অৰ্থাৎ দৈত্যকায় পাণ্ডা নামেৰে অভিহিত কৰা হয়। "জায়েন্ট পাণ্ডা" আকাৰত "ৰেড পাণ্ডা"তকৈ যথেষ্ট ডাঙৰ হয়। ইয়াৰ গাত কজলা বৰণৰ নোমৰ উৎপত্তি হয়। বিচিত্ৰ বৰণৰ নোমৰ আৱৰণেৰে সৈতে জন্তুটো মৰম লাগি যোৱাকৈ ধুনীয়া হয়। এইবিধ বিচিত্ৰ প্ৰাণীৰ জন্তু-সংখ্যা এতিয়া চীন দেশত আশাতীত ভাৱে কমি আহিছে। সেই কাৰণে এই বিধ প্ৰাণীক আন্তৰ্জাতিক ভিত্তিত বিপদাপন্ন প্ৰজাতি বুলি গণ্য কৰা হৈছে। তদুপৰি প্ৰাকৃতিক পৰিবেশত ইয়াৰ বংশ বৃদ্ধি কৰি অতীতৰ অৱস্থা ঘূৰাই আনিবলৈ সকলো প্ৰকাৰৰ ব্যৱস্থা হাতত লোৱা হৈছে।

"ৱাৰ্ল্ড ৱাইল্ড লাইফ ফাণ্ড" (বিশ্ব বন্যপ্ৰাণী ন্যাস সমিতি) নামৰ বিশ্ববিয়পী অনুষ্ঠানে "জায়েন্টে পাণ্ডাৰ" ছবিখনক প্ৰতীক ৰূপে গ্ৰহণ কৰি এই বিধ প্ৰাণীৰ প্ৰতি সকলোৰে শুভদৃষ্টি আকৰ্ষণ কৰাৰ বাবে ব্যৱস্থা হাতত লৈছে। "জায়েন্ট পাণ্ডাৰ" নিচিনা মৰম লগাকৈ ধুনীয়া অথচ বিপদৰ সন্মুখীন হৈ পৃথিৱীৰ বুকুৰ পৰা একেবাৰে নিঃশ্চিহ্ন হৈ যোৱাৰ আশঙ্কা থকা এইবিধ বিচিত্ৰ প্ৰাণীৰ মাধ্যমৰ সহায়ত "ৱাৰ্ল্ড ৱাইল্ড লাইফ ফাণ্ডে" বিশ্বৰ সকলো সচেতন নাগৰিকৰ মনোযোগ আকৰ্ষণ কৰিছে। এইবিধ প্ৰাণীৰ ছবিখনৰ জৰিয়তে সদ্যাই সবিনয়ে বিশ্বৰ বিভিন্ন ঠাইত বাস কৰা আপুৰুগীয়া বন্যপ্ৰাণী সংৰক্ষণ কৰিবৰ বাবে আহ্বান জনাইছে।

কেইজনমান বৈজ্ঞানিক তথা বন্যপ্ৰাণী বিদে চীন দেশত "জায়েন্ট পাণ্ডাৰ" অৱস্থা নিৰ্ণয় কৰিবৰ বাবে যথোপযুক্ত ব্যৱস্থা হাতত লৈছে। কিছুদিন পূৰ্বে তেওঁলোকে সম্পাদন কৰা অনুসন্ধান আৰু পিয়ল কাৰ্যৰ ফলাফল এতিয়া জানিব পৰা গৈছে। ইয়াৰ পৰা জানিব পৰা গৈছে যে চীন দেশৰ যিবোৰ ঠাইত সাধাৰণতে এইবিধ প্ৰাণী বাস কৰে নানা কাৰণত সেই স্বাভাৱিক পৰিবেশ বিলাকৰ সঙ্কোচন ঘটিছে। চীন চৰকাৰে

অৱশেষ্য অভয়াৰণ্য সদৃশ আচুতীয়া পৰিবেশ সৃষ্টি কৰি এইবিধ আপুৰুগীয়া প্ৰাণীক যাউতিযুগীয়াকৈ সংৰক্ষণ আৰু সংস্থাপন কৰিবৰ বাবে যাৱতীয় ব্যৱস্থা হাতত লৈছে।

এইবিধ বিচিত্ৰ প্ৰাণীয়ে যিবিলাক গছৰ পাত ভক্ষণ কৰি জীৱন ধাৰণ কৰে সেই বিলাক গছৰ ভিতৰত এবিধ বাঁহ জাতীয় উদ্ভিদক সৰ্বপ্ৰধান স্থান দিব লাগিব। এইবিধ বাঁহৰ পাতবোৰ খাই ইহঁতে পেটৰ ক্ষুধা নিবাৰণ কৰে। অন্য কোনো জাতীয় গছৰ পাত আদি খোৱা বিষয়ত এইবিধ পাণ্ডাই অকণো অভিৰুচি প্ৰদৰ্শন কৰা দেখা নাযায়। বাঁহ জাতীয় উদ্ভিদ বিলাকৰ এটা লেখত লবলগীয়া বৈচিত্ৰ্য হ'ল এয়ে ইহঁতে অন্যান্য গছ-গছনিৰ দৰে প্ৰতি বছৰতে ফুল নধৰে। প্ৰায় ২০।২৫ বছৰৰ অন্তৰে অন্তৰে বাঁহ জাতীয় উদ্ভিদবিলাকৰ ফুল ধৰে। যি বছৰত ইহঁতৰ ফুল ধৰে সেই বছৰত এটা জাতৰ বাঁহৰ আটাইবোৰ গছেই একে সময়তে একেলগে ফুল ধৰে। বাঁহ জাতীয় উদ্ভিদৰ আন এটা বৈচিত্ৰ্য হ'ল এয়ে যে ফুল ধৰাৰ পাছত আটাইবোৰ বাঁহ মৰি যায়। সৰ্বাত্মক ভাবে পুষ্পৰ বিকাশ হোৱা এই প্ৰাকৃতিক বিস্ময়ক সাময়িকী পুষ্পধাৰণ বুলি অভিহিত কৰা হয়। ফুল ফুলা বাঁহৰ পৰা বিৰোৰ গুটি মাটিত সৰি সৰি পৰে সেই গুটিবোৰৰ পৰা অঙ্কুৰ গজি পূৰ্ণাঠ বাঁহ-গছ হ'বলৈ কেইবাটাও বছৰ লাগে। বিশেষজ্ঞ সকলে অনুমান কৰিছে যে ১৯৮৫ চনত চীন দেশত থকা আৰু "জায়েন্ট পাণ্ডাই" পাত খোৱা আটাই-বোৰ বাঁহ ফুলিব। এইদৰে ফুল ধৰা বাঁহ-গছবোৰ সেই বছৰত একেলগে মৰি গ'লে 'জায়েন্ট পাণ্ডা" বিলাকৰ জীৱনলৈ দুৰ্ভিক্ষ নামি আহিব। সেই বাবে পৃথিৱীৰ বিভিন্ন দেশত থকা বন্যপ্ৰাণী বিদ্-সকল এতিয়া মহা চিন্তাত পৰিছে। 'জায়েন্ট পাণ্ডাক" ৰক্ষা কৰিবলৈ তেওঁলোকে গভীৰ ভাৱে চিন্তা কৰি প্ৰতিকাৰৰ পথ উদ্ভাৱন কৰিবলৈ যত্ন কৰিছে।

"জায়েন্ট পাণ্ডা" আৰু "ৰেড পাণ্ডাৰ" সচৰাচৰ বাসস্থান অতীজতে দক্ষিণ পূব এচিয়াৰ বৃহৎদেশবোৰকে বিয়পি আছিল। "জায়েন্ট পাণ্ডা" এতিয়া সৰ্বা দেশত পাবলৈ নাইকিয়া হ'ল। গছৰ ওপৰৰ ডাল-পাতে বগাই ফুৰা প্ৰকৃতিৰ বৃক্ষবাসী প্ৰাণী হলেও পাণ্ডা বিলাকে মাজে সময়ে সুবিধা বুজি মাটিলৈকে নামি আহে আৰু মাটিত পৰি থকা খোৱা বস্তুবোৰ বিচাৰি বিচাৰি খাবহি। ইহঁতৰ দাঁতবিলাক অতিপাত মজবুত আৰু শক্তিসম্পন্ন হয়। এই দাঁতৰ সহায়ত ইহঁতে অতি টান বস্তু আৰু বাঁহ থকা পদাৰ্থ ভাঙি-ছিঙি চুৰমাৰ কৰিব পাৰে। সেইবোৰ খোৱা বস্তু হজম কৰাত ইহঁতৰ অকণো অসুবিধা নহয়।

যিহেতু ভাৰতবৰ্ষৰ ভৌগোলিক চাৰি সীমাৰ অন্তৰ্গত কেৱল "ৰেড পাণ্ডা" বা ৰঙা পাণ্ডা নামৰ প্ৰাণীবিধকহে বাস কৰা দেখা যায়, সেইবাবে পৰবৰ্তী প্ৰবন্ধৰ সহায়ত এইবিধ প্ৰাণীৰ জীৱনালেখ্য অঙ্কন কৰিবলৈ চেষ্টা কৰা হ'ব। কোৱা বাহুল্য যে "ৰেড পাণ্ডাৰ" অন্যতম নাম হ'ল "কেটু বিয়েৰ"। তাকে অসমীয়া ভাষাত মেকুৰী-ভালুকৰ আখ্যা দিয়া হৈছে।

# মেকুৰী-ভালুক বা ৰঙা পাণ্ডা

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ—মাংসাহাৰী

গোত্ৰ—এলিওৰিডি

প্ৰজাতি—এলিওৰাচ্ ফুলগেনচ্

মেকুৰী-ভালুক বা ৰঙা-পাণ্ডা নামৰ এবিধ প্ৰাণীৰ বিষয়ে এই প্ৰবন্ধত আলোচনা কৰিবলৈ লোৱা হৈছে। আমাৰ অসমৰ বনভূমি বিলাকত এইবিধ প্ৰাণীক বাস কৰা দেখা নাযায়। হিমালয় শৈলমালাৰ ওখ ওখ পৰ্বতীয়া ঠাইৰ গছ-গছনিবিলাকত এই বিধ প্ৰাণীক বাস কৰা দেখিবলৈ পোৱা যায়। অথচ নাগালেণ্ড, মেঘালয় আদি পাহাৰী ৰাজ্যবিলাকত থকা হাবি-বননি বিলাকত পাণ্ডা গোষ্ঠীৰ কোনো প্ৰাণী বাস কৰাৰ প্ৰত্যক্ষ প্ৰমাণ এতিয়ালৈকে পোৱা নাই। ঠিক সেইদৰে অসমৰ অন্তৰ্গত থকা কাৰ্বি আংলং আৰু উত্তৰ কাছাৰ পাৰ্বত্য জিলা দুখনৰ স্বাভাৱিক পৰিৱেশ বিলাকত ৰঙা-পাণ্ডা বাস কৰি আছে বুলি জনা নাযায়। সেই কাৰণে গিৰিৰাজ হিমালয়ৰ ওখ ওখ পৰ্বতীয়া বনভূমি বিলাকেই এইবিধ প্ৰাণীৰ বাবে সচৰাচৰ বাসস্থান বুলি ধৰি লব লাগিব। নেপাল আৰু ভূটানৰ পৰা আৰম্ভ কৰি ছিকিমৰ মাজেদি অৰুণাচল প্ৰদেশলৈকে যি পাৰ্বত্য ভূ-ভাগ আছে সেই বিস্তীৰ্ণ অঞ্চলতে এইবিধ প্ৰাণীয়ে নিগাজীকৈ বাস কৰিছে। হিমালয় শৈলমালাৰ সুউচ্চ পৰ্বতীয়া ঠাইবোৰ অতিক্ৰম কৰি ইহঁতৰ কিছুমান প্ৰাণী চীন দেশৰ দক্ষিণ অঞ্চলত সোমায়গৈ। দক্ষিণৰ ফালে ব্ৰহ্মদেশৰ কোনো কোনো ঠাইত এইবিধ প্ৰাণীক বাস কৰা দেখা যায়। উল্লেখযোগ্য যে ব্ৰহ্মদেশত বাস কৰা ৰঙা পাণ্ডা বিলাকৰ নোমবোৰ তুলনা মূলক ভাৱে দীঘল হয়। তদুপৰি সেইখন দেশৰ স্বাভাৱিক পৰিৱেশ বিলাকে ধাৰণ কৰা ৰঙা-পাণ্ডা বিলাকৰ মূৰবিলাক আকাৰত তুলনা-মূলক ভাৱে ডাঙৰ হোৱা দেখা যায়। সেইখন দেশত সাধাৰণতে বাস কৰা ৰঙা-পাণ্ডা বিলাকৰ দাঁতবোৰ অধিক শক্তিশালী আৰু মোটা বুলি জীৱবদ্ পণ্ডিত সকলে অভিমত প্ৰকাশ কৰিছে। ইহঁতৰ দেহৰ দীৰ্ঘতা হিমালয়ত বাস কৰা বিলাক প্ৰাণীৰ দেহৰ দীৰ্ঘতাতকৈ তুলনামূলক ভাৱে বেছি বুলি প্ৰমাণিত হৈছে। তদুপৰি এই ভূ ভাগত নিগাজীকৈ থলুৱা ভাৱে বাস কৰা ৰঙা-পাণ্ডা বিলাকৰ মূৰৰ আকৃতি থোপোৰা আৰু মুখমণ্ডলীয়া ধৰণৰ হোৱা দেখা যায়। ইহঁতৰ ঠেং কেইখন অধিক চুটি আৰু মঙহাল হয়।

ৰঙা-পাণ্ডা বিলাকৰ অন্যতম নাম হ'ল মেকুৰী-ভালুক। ইয়াৰ দ্বাৰা ইটো কথা বুজা যায় যে প্ৰকৃততে ই ভালুকৰ দৰে হ'লেও দেখাত অবিকল মেকুৰীৰ নিচিনা হয়। সেই কাৰণে এইবিধ বিচিত্ৰ প্ৰাণীক মেকুৰী-ভালুক অৰ্থাৎ মেকুৰীৰ নিচিনা ভালুক বুলি কোৱা হৈছে। প্ৰকৃততে এইবিধ প্ৰাণীক মেকুৰী গোষ্ঠীৰ প্ৰাণী বুলি কোনো




ৰঙা-পাণ্ডা

পধ্যেই ক'ব নোৱাৰি। ভালুকৰ লগত সামান্য ভাৱৰ দৈহিক সামঞ্জস্য থাকিলেও জীৱবিদ পণ্ডিত সকলৰ মাপকাঠিত ইহঁতক ভালুক ফৈদৰ প্ৰাণী বুলি গণ্য কৰিব নোৱাৰি। সেই বাবে পাণ্ডা বিলাকৰ বাবে "এলিওৰিডি' নামৰ এটা স্বতন্ত্ৰ গোত্ৰ বা পৰিয়ালৰ সৃষ্টি কৰা হৈছে।

বণ্ডা-পাণ্ডা নামৰ প্ৰাণী বিলাকক বৃক্ষবাসী প্ৰাণীৰ আখ্যা দিব পাৰি। গছৰ ওপৰত বগুৱা বাই বাই ফুৰাটোৱেই এইবিধ প্ৰাণীৰ চিৰন্তন ৰীতি। অৰণ্যে আৱশ্যক হ'লে ইহঁতে মাটিলৈও নামি আহে। ঠেঙৰ পতাৰ আগ ভাগত থকা আঙুলি কেইটাত কোঁচাব আৰু মেলিব পৰা বিধৰ নখ থাকে। এই দৰে কোঁচাব আৰু মেলিব পৰা আঙুলিৰ নখৰ সহায়ত গছৰ ডালত খামোচ মাৰি ধৰি ধৰি সিহঁতে অতি সহজে বগাই ফুৰিব পাৰে। শৰীৰত উৎপন্ন হোৱা নোমবোৰৰ বৰণ গভীৰ ভাবে ৰঙচুৱা কিম্বা চক্‌লেট বৰণীয়া হয়। সেই বাবে হাবিৰ মাজৰ কোনোবা এজোপা গছৰ ডালত যদি থাকিলে ই নিলগৰ পৰা টল্ টল্‌কৈ জিলিকি থাকে। পাতৰ আঁৰত নিৰলে যদি থাকি ই শত্ৰু জাতীয় প্ৰাণীৰ পৰা নিজক ৰক্ষা কৰাৰ ব্যৱস্থা কৰে। গছৰ ডালৰ ফেৰেঙনি বা খোন্দৰ ভিতৰত নিতাল মাৰি শুই থকা অৱস্থাত ইয়াক সহজে বিচাৰি উলিয়াব নোৱাৰি। ঠেঙৰ আগ ভাগত গজা নোমবোৰৰ বৰণ ক'লা- চানেকীয়া হয়। বগা বৰণীয়া মুখখনৰ দুয়োকাষে দুচটা ৰঙচুৱা বৰণৰ দীঘল চানেকীয়া পাৰি থাকে। এই পাৰিৰ দুয়োকাষে দুচটাকৈ ধনুভিৰীয়া দাগ থাকে। বিভিন্ন ৰঙৰ কাৰুকাৰ্য্যৰে সুশোভিত হৈ থকাৰ বাবে জন্তুটোৰ মুখখনে অঁকাবিকা গাৰৰ ৰূপ লয়। ইয়াৰ জোপোহা নেজ ডালতো খাপ খাপকৈ সজোৱা ক'লা বৰণীয়া দাগ থাকে।

ৰণ্ডা-পাণ্ডা নিশাচৰ প্ৰাণী। দিনৰ দিনটো গছৰ ওপৰত উঠি থাকিয়েই ই সময়খিনি অতিবাহিত কৰে। গছৰ খোন্দৰ ভিতৰত নিৰলে সোমাই থাকে। দুটা ডালৰ মাজত উৎপন্ন হোৱা সুবিধাজনক ঠাইত চেপেটা মাৰি পৰি থকাটো ইয়াৰ জাতিগত স্বাভাৱিক নিয়ম। এনেবোৰ ঠাইতে গভীৰ টোপনিত লালকাল হৈ জন্তুটোৱে একে লেঠাৰিয়ে দিনৰ দিনটো পৰি পৰি থাকে। এনে ধৰণৰ নিশাচৰ প্ৰাণীক দৰ্শনৰ উপযোগী কৰি ৰাখিবৰ বাবে পশ্চিমীয়া উন্নত দেশৰ চিৰিয়াখানা বিলাকত বিশেষ ব্যৱস্থাৰ আয়োজন কৰিব লগীয়া হয়। যিটো সজাৰ ভিতৰত নিৰ্জ্জু প্ৰকৃতিৰ নিশাচৰ প্ৰাণী ৰখা হয় সেইটো সজা বা আবেষ্টনীৰ ভিতৰখন শক্তিশালী ফ্লুড লাইটৰ সহায়ত গোটেই নিশা পোহৰ কৰি ৰখা হয়। লাইটৰ উজ্জ্বল পোহৰত নিশাচৰ প্ৰাণী কেইটাই ৰাতিকে দিন হৈছে বুলি ভাবি আছুতীয়াকৈ সজাই ৰখা ঠাইত নিৰলে পৰি থাকে। দিনত এই সজাৰ ভিতৰখন ক'লা চিত কাপোৰেৰে বেৰি কৃৰি আন্ধাৰ কৰি ৰখাৰ ব্যৱস্থা কৰা হয়। জন্তু ঠেইটাৰ দেহৰ ওপৰত চিলমিলীয়া পোহৰ পৰিবলৈ দিয়া হয়। ৰাতিৰ আন্ধাৰ হৈছে বুলি ভাবি সিহঁতে তেতিয়া ইফালে সিফালে ঘুৰাঘুৰি কৰি আহাৰ বিচৰা কামত লাগি যায়। চিৰিয়াখানা চাবলৈ অহা লোক সকলে তেতিয়া সিহঁতৰ গতিবিধি লক্ষ্য কৰি আমোদ পায়। আগ্ৰহী ছাত্ৰ-ছাত্ৰীসকলে এইবিধ প্ৰাণীৰ জীৱন বুৰঞ্জী অধ্যয়ন কৰিবলৈ সুবিধা হৈ পৰে।

নানাবিধ বনৰীয়া গছৰ ফলমূল খাই বেড-পাণ্ডা বিলাকে জীৱন ধাৰণ কৰে। গছৰ কোমল শিপা, আলু, কুঁহিপাত আদি নিৰামিষ খাদ্যৰ প্ৰতি এইবিধ প্ৰাণীৰ অভৰুচি বেছি।

গছৰ খোন্দৰ ভিতৰত সোমাই থকাৰ সময়খিনিতে এইবিধ প্ৰাণীৰ মাইকীজনীয়ে পোৱালি জগায়। ৰণ্ডা-পাণ্ডা বোৰক মৰম লাগি যোৱাকৈ ধুনীয়া আকৃতিৰ প্ৰাণী বুলি ক'ব লাগিব। কিছুমান পাহাৰী মানুহে এইবিধ বিচিত্ৰ প্ৰাণীৰ দুই এটা পোৱালি হাবিৰ মাজৰ পৰা ধৰি আনি ঘৰত পোহেছি। ই অতি সহজে পোহ মানে আৰু মানুহৰ হাক বচন মনা বিষয়ত বন্ধুত্বৰ ভাব প্ৰদৰ্শন কৰে।

# উদ, উইজেল, গ্ৰেবেলা প্ৰভৃতি জন্তু-সমূহ

উদ, উইজেল, গ্ৰেবেলা, মাৰ্টিন প্ৰভৃতি কেইবিধমান সৰু আকাৰৰ প্ৰাণীক একে লগে সাৱৰি লৈ "মাছ্‌টেলিডি" নামৰ এটা বিশেষ গোত্ৰ বা পৰিয়ালত অন্তৰ্ভুক্ত কৰা হৈছে। শাৰীৰিক আৰু চাৰিত্ৰিক গুণাৱলীত এই প্ৰত্যেক বিধ জানোৱাৰৰ দেহত গাইগুটীয়া ভাৱে কিছুমান স্বতন্ত্ৰ ৰূপ আৰু গুণৰ বিকাশ সাধন হোৱা দেখিবলৈ পোৱা যায়। আনহাতে উবৈহতীয়া ভাৱে ইহঁতৰ দেহত এনে কিছুমান গুণ আৰু ৰূপৰ বিকাশ সাধন হৈছে যে জীৱবিদ্‌ পণ্ডিতসকলে সিহঁত আটাইবোৰকে দগ লগাই এটা বিশেষ গোত্ৰত অন্তৰ্ভুক্ত কৰাৰ একাধিক কাৰণ বিচাৰি পাইছে। গুৰিদাঁত বিলাকৰ গঠন প্ৰণালী আৰু বিশিষ্ট আকৃতি প্ৰকৃতিৰ গুণাগুণে ইহঁতক একেটা পৰিয়ালত স্থান দিয়াত বহুতো সকল যোগাইছে। শৰীৰৰ অন্যান্য অঙ্গ-প্ৰত্যঙ্গ কিছুমান গাইগুটীয়া ভাৱে পৰীক্ষা-নিৰীক্ষা কৰি দেখা গৈছে যে প্ৰত্যেক বিধ প্ৰাণীয়ে নিজ নিজ ক্ষেত্ৰত বেলেগ বেলেগ ৰূপ বা গঠন প্ৰণালীৰ দ্বাৰা আত্মপ্ৰকাশ কৰিব পাৰিছে। সাধাৰণতে দেখা যায় যে যি যি পাৰিপাৰ্শ্বিক অৱস্থাত বেলেগ বেলেগ জাতৰ প্ৰাণী বাস কৰে সেই সেই পাৰিপাৰ্শ্বিক অৱস্থাই সিহঁতৰ জাতিগত জীৱনত অসীম প্ৰভাৱ বিস্তাৰ কৰে। উদাহৰণ স্বৰূপে উদ্‌ গোষ্ঠীৰ প্ৰাণীবিলাকৰ কথাই ধৰা যাওক। ইহঁতে সাধাৰণতে পানীত নাদুৰি সাতুৰি ফুৰে আৰু পানীত থকা মাছ ধৰি ধৰি খাই জীৱন ধাৰণ কৰে। নাও চলোৱা বঠাৰ দৰে ব্যৱহাৰ কৰিবৰ বাবে ইহঁতৰ ঠেঙৰ পতাত একোখন পাতলীয়া ছাল থাকে। আঙুলি কেইটাক সংলগ্ন কৰি ৰখা এই ছালখনে পানীত সাতোঁৰা কামত ইহঁতক সহায় কৰে। শৰীৰত নোমৰ আৱৰণ থকা বিখন ছাল থাকে সেইখন ছালত গজা নোমবিলাকৰ গঠন প্ৰণালী এনে যে সেই নোমবোৰৰ মাজেদি পানী সৰকি গৈ জন্তুটোক লেধেমা কৰি ভিজাই নাৰাখে। সেই কাৰণে বাৰে বাৰে বামলৈ উঠি পুনৰ পানীত নামিব লগীয়া হলেও সাতোঁৰা কাৰ্যৰ বাবে জন্তুটো কেতিয়াও অকামিলা নহয়। সেই অনুপাতে ইয়াৰ নেজডালো মোটা আৰু মঙহাল হয়। পানীৰ তলে তলে দিক্‌ নিৰ্ণয় কৰি আগ বাঢ়ি যোৱা কামত এই নেজডালে জন্তুটোক সহায় কৰে। শৰীৰত এইবিধি বিশিষ্ট ৰূপ আৰু গুণৰ বিকাশ সাধন নোহোৱা হ'লে সম্ভৱণ কাৰ্যত উদে ইমান ব্যৎপত্তি প্ৰদৰ্শন কৰিব নোৱাৰিলেহেঁতেন। সেইদৰে মাছ ধৰি ধৰি খাই জীৱ ধাৰণ কৰা বিষয়তো অসুবিধা হ লহেঁতেন।

একেটা গোত্ৰত অন্তৰ্ভুক্ত হৈ থকা আন কেইবিধ মান প্ৰাণীয়ে কিন্তু সমধৰ্মী পাৰিপাৰ্শ্বিক অৱস্থাত থাকি জীৱন নিৰ্বাহ নকৰে। জীৱন ধাৰণৰ বাবে সিহঁতে পানীত

বাস কৰা মাছৰ ওপৰত সম্পূৰ্ণভাৱে নিৰ্ভৰ নকৰে। উইজেল, বেজাৰ, মাৰ্টিন প্ৰভৃতি জন্তুলৈ এই বিষয়ত আঙুলিয়াব পাৰি। ইহঁতৰ আটাই কেইবিধেই বামত বাস কৰা বিধৰ প্ৰাণী। ইহঁতে বামত বগাই ফুৰা সকলসুখ। প্ৰাণী আৰু মাটিত গজা উদ্ভিদৰ ওপৰতে ভাৰসা ৰাখি জীৱন কটায়। কোনো কোনো জাতৰ প্ৰাণীয়ে মাটিৰ উপৰি ভাগত উৎপন্ন হোৱা ঘাঁহ জাতীয় উদ্ভিদৰ তলত সোমাই থাকি সময়খিনি অতিবাহিত কৰে। তাৰ মাজতে বাহ সাজি সাজি থাকিবলৈ লয় আৰু মাইকী জনীয়ে সময়মতে তাতে পোৱালিও জগায়।

উইজেলবিলাকে সাধাৰণতে গাঁতৰ ভিতৰত সোমাই সোমাই থাকি সময় কটায়। পাৰিলে হাতোৰাৰ আঙুলি আৰু নখবোৰৰ সহায়ত নিজেই বসবাসৰ উপযোগী গাঁত খান্দি লয়। সুযোগ পালে আন জানোৱাৰে বাস কৰিবলৈ বুলি নিৰ্মাণ কৰি লোৱা এৰেহা গাঁততে ঠিক ঠাক কৰি থাকিবলৈ লয়। গাঁতত বাস কৰা নিগনিক সিহঁতৰ গাঁতৰ পৰা বলপূৰ্বক খেদি দি সেই গাঁত দখল কৰি নিজে থাকিবলৈ লয়। গাঁতৰ ভিতৰতে চেপেটা মাৰি নিজৰ পোৱালি কেইটাৰ প্ৰাণ ৰক্ষা কৰিবলৈ চেষ্টা কৰা এন্দুৰে কেতিয়াবা উইজেলৰ আক্ৰমণত প্ৰাণ বিসৰ্জন দিব লগীয়া হয়। বেজাৰ তথা গেৰেলা বিলাকে মাটিৰ উপৰি ভাগত উৎপন্ন হোৱা ঘাঁহ জাতীয় উদ্ভিদৰ তলতে ঠাই নিৰ্বাচন কৰি লৈ গাঁতৰ নিচিনা দ ঠাইত থকাৰ সুবিধা কৰি লয়। এনেবোৰ ঠাইতে সোমাই সোমাই থাকি ইহঁতে সময়খিনি অতিবাহিত কৰে। আৱশ্যক অনুযায়ী খাদ্যৰ অন্বেষণত তলমূৰ কৰি ইফালে সিফালে ঘূৰা ঘূৰি কৰি ফুৰে। । এইবিলাক কাৰণত ইহঁতৰ ঠেঙৰ আগভাগত থকা হাতোৰাৰ নখ-বোৰ গাঁত খন্দাৰ উপযোগী হোৱা দেখা যায়। এনে শাৰীৰিক গঠন প্ৰণালীক পাৰিপাৰ্শ্বিক অৱস্থাই ৰূপদান দিয়ে। মাৰ্টেন জাতীয় প্ৰাণীবিলাকে গছৰ ওপৰত বগাই ফুৰি খাদ্য অন্বেষণত আত্ম নিয়োগ কৰে। সেইবাবে সিহঁতৰ ঠেং আৰু নখ গছত উঠাৰ উপযোগী হয়। সি যিয়েই কি নহওক কিছুমান উমৈহতীয়া ৰূপ আৰু গুণৰ বিকাশে বিবিধ চৰিত্ৰৰ এই জানোৱাৰ খিনিক একেলগে লগ লগাবলৈ সমল যোগাইছে। তলৰ প্ৰবন্ধ কেইটাৰ জৰিয়তে এই জন্তু কেইবিধৰ প্ৰজাতিগত ৰূপৰেখা অঙ্কন কৰিবলৈ যত্ন কৰা হৈছে।



# উদ্

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----মাংসাহাৰী
গোত্ৰ----মাছ্টেলিদি
প্ৰজাতি----লুট্ৰা লুট্ৰা

উদ্ নামৰ যিবিধ বিচিত্ৰ প্ৰাণী অসমৰ বিভিন্ন ঠাইত বাস কৰা দেখিবলৈ পোৱা যায় সেইবিধ প্ৰাণীৰ লগত আমাৰ মানুহক নতুনকৈ চিনাকি কৰি দিব লাগিব বুলি ভাবিব নোৱাৰি। আৰাৰত এইবিধ প্ৰাণী তেনেই সৰু। নেউল জাতীয় প্ৰাণীৰ দুই এটাক কেতিয়াবা যেনেকৈ কৰবাত অকস্মাতে দেখিবলৈ পোৱা যায়, ঠিক সেইদৰে পানীৰ কাষত কিম্বা, পানীত সাতুৰি ফুৰা অৱস্থাত উদ জাতীয় প্ৰাণীকো দেখি পাবলৈ আশা কৰিব পাৰি। দেখনে শুননে দুয়ো বিধ প্ৰাণীকে প্ৰায় একে যেন লাগে। চাৰিত্ৰিক গুণত সিহঁতৰ মাজত ভালেখিনি পাৰ্থক্য পৰিলক্ষিত হয়। উদে যেনেকৈ পানীত নামি সাতুৰি ফুৰিব পাৰে ঠিক সেইদৰে নেউলে পানীত সাঁতোৰা কামত পাৰ-দৰ্শিতা প্ৰদৰ্শন কৰিব নোৱাৰে। নেউলৰ গাত উৎপন্ন হোৱা নোমবোৰ তুলনামূলক ভাৱে উদৰ দেহত গজা নোমবোৰতকৈ দীঘল হয়। এই নোমবোৰে অলপ জোপোহা ৰূপ ধাৰণ কৰে। আনহাতে উদৰ দেহত বিকাশ সাধন হোৱা নোমবোৰ চুটি আৰু ঘন হয়। ঘন ঘনকৈ গজা এই নোমবোৰ জন্তুটোৰ গাত এনে ভাৱে লিপিত খাই লাগি থাকে যে সেইবোৰৰ মাজত পানী সোমাই জন্তুটোক নুতুৰি পুতুৰি কৰিব নোৱাৰে। সেই কাৰণে এইবিধ প্ৰাণীয়ে মাছৰ দৰে বহুত পৰলৈ একে লেঠাৰিয়ে পানীত নামি সাঁতুৰি সাঁতুৰি ফুৰিব পাৰে। বাম্‌লৈ উঠি আহিলে পানীবোৰ গাৰ পৰা নিগৰি নিগৰি বাগৰি গলে নিমিষতে জন্তুটো শুকান মুঠা হৈ পৰে। ইয়াৰ গাটো দীঘল চানেকীয়াকৈ পোলোঙা হোৱাৰ বাবে ই অতি ক্ষীপ্ৰতাৰে পানীৰ উপৰি ভাগত সাঁতুৰিব পাৰে। ঠিক সেইদৰে ই বুৰ মাৰি পানীৰ তলে তলে বহুত দূৰলৈ অনায়াসে দ্ৰুত গতিত ভ্ৰমণ কৰিব পাৰে। পানীৰ তলেদি বুৰ মাৰি গৈ গৈ কিছু দূৰ নিলগত ই পানীৰ উপৰি ভাগলৈ মুখখন উলিয়াই ইফালে সিফালে চাবলৈ আৰম্ভ কৰে। খন্তেক পাছতে আকৌ পানীত ডুব মাৰি অন্তৰ্দ্ধান হয় আৰু এইদৰে লীলা খেলা কৰি কৰিয়েই বহুতখিনি সময় একেৰাহে পানীতে কটাই দিয়ে। পানীৰ তলত সাঁতুৰি ফুৰা মাছ মুখেৰে কামোৰ মাৰি ধৰি বামলৈ উঠাই আনে আৰু সেই মাছ তাৰ চোকা দাঁতেৰে চিঙি গিলি খায়।

পানীত সাঁতুৰি সাঁতুৰি পৰিভ্ৰমণ কৰা কামত ঠেঙৰ ভাৰ হাতোৰা কেইখনে জন্তুটোক সহায় কৰে। ইয়াৰ হাতোৰাৰ আগ ভাগত উৎপন্ন হোৱা আঙুলি কেইটাক সংলগ্ন কৰি ৰখা এখন পাতলীয়া ছালৰ উৎপত্তি হয়। এই ধৰণৰ পাতলীয়া ছালৰ দ্বাৰা আঙুলি কেইটা সংলগ্ন হৈ থকাৰ বাবে জন্তুটোৱে সহজে পানীত সাতুৰিব আৰু বুৰমাৰি মাৰি যাব পাৰে। পানীত ওপণ্ডি ওপণ্ডি সাঁতুৰি যাওঁতে ই আগ ঠেঙৰ হাতোৰা দুখন বঠাৰ দৰে ব্যৱহাৰ কৰে আৰু পাছঠেং দুখনেৰে সৈতে নেজডাল এনেয়ে পানীত ওপঙাই আগবাঢ়ি আগবাঢ়ি গৈ থাকে। পানীৰ উপৰি ভাগত ওপৰমুৱাকৈ ওপণ্ডি থাকি নিজৰ বুকুখনকে টেবুলৰ দৰে ব্যৱহাৰ কৰে আৰু মাছ আদি খাদ্য সামগ্ৰী এই টেবুলৰ ওপৰতে থৈ আগ ঠেঙৰ হাতোৰাৰে মুখত দিয়েগৈ। খৰতকীয়া গতিত পানীৰ তলে তলে বুৰ-মাৰি বুৰমাৰি যাব লগীয়া হলে ই পাছ ঠেঙৰ হাতোৰা দুপাত জোৰেৰে কোৰাবলৈ



আৰম্ভ কৰে। নেজডালে নাৱৰীয়াৰ ভাঁৰৰ দৰে গতি পথ নিৰ্ণয় কৰাত জন্তুটোক সহায় কৰে। মুখৰ আগৰ ফালে যি কেইডাল ঠৰঙা ঠৰঙা ডাঢ়ি থাকে সেই ডাঢ়ি কেইডালে পানীৰ তলত থকা খোৱা বস্তুৰ উমান লোৱা কামত সহায় কৰে।

মাছ খাই খায়েই জীৱন ধাৰণ কৰা প্ৰাণী হিচাপে ই গোটেই জীৱনটো মাছৰ লগত লীলাখেলা কৰিয়েই কটাই দিয়ে। কেতিয়াবা অকলশৰীয়া ভাৱে মাছ ধৰি থকা

অৱস্থাত এইবিধ প্ৰাণীৰ দুই এটাক ক'ৰবাত দেখিবলৈ পোৱা গ'লেও সাধাৰণতে কেৱা-টাও উদ্ একেলগে পানীত নামি মাছ ধৰা কামত লাগি যায়। এটা এটা পৰিয়ালৰ প্ৰাণী লগলাগি একো একোটা মাছ মৰীয়া দলৰ সৃষ্টি হয়। কেতিয়াবা কেতিয়াবা কেবাটাও পৰিয়ালৰ উদবোৰ লগলাগি মাছ ধৰা কামত লাগি যায়। বিল, নদী আদিত দমা হৈ থকা পানীৰ কাষত মাছৰ হাড়মূৰ কিছুমান পৰি থকা অৱস্থাত দেখিবলৈ পালে তাৰ পৰা সহজে অনুমান কৰিব পৰা যায় যে সেইবোৰ ঠাইৰ আশে পাশে ক'ৰবাত উদ জাতীয় প্ৰাণীয়ে বাহ পাতি নিগাজীকৈ থাকিবলৈ লৈছে। কোনো কোনো গাঁৱলীয়া মানুহে পথাৰৰ আলিবাটবোৰ কাটি কাটি কিম্বা বোৱতি পানীত ভেটা সাজি ঠায়ে ঠায়ে লোৰ খান্দি তাত থোহা, চেপা, খোকা আদি মাছ ধৰা সৰঞ্জাম গধূলি বেলিকা পাতি থৈ আহে। পানীত সাঁতুৰি ফুৰা মাছ এই ফান্দবোৰৰ ভিতৰত সোমাই পৰিলে পুনৰ ওলাই আহিব নোৱাৰা হৈ পৰে। থোহা, চেপা পাতি ৰখা মানুহবিলাকে ৰাতিপুৱাই বিচনাৰ পৰা উঠি গৈ এইদৰে লাগি ধৰা মাছবোৰ খালৈত ভৰাই ঘৰলৈ আহে। উদজাতীয় প্ৰাণীয়ে ফান্দত লাগি থকা মাছবোৰ উলিয়াই আনি ৰাতিটোৰ ভিতৰতে বহুত পৰিমাণৰ মাছ খাই শেষ কৰি দিয়ে। পাছ দিনা ডোক-মোকালিতে গিৰিহঁতে প্ৰথাবলৈ আহিহে দেখিবলৈ পায় যে উদে ৰাতিটোৰ ভিতৰতে বহুতো মাছ খাই খান্তাং কৰিছে। আধা খোৱা মাছৰ হাড় মূৰ কিছুমান হে সেইবোৰ ঠাইত সিঁচৰতি হৈ পৰি থকা অৱস্থাৰ পৰা বুজিবলৈ বাকী নাথাকে যে এই কাণ্ড-কাৰখানা খিনি উদ্ জাতীয় প্ৰাণীয়ে ৰাতিটোৰ ভিতৰতে কৰি থৈছে।

সোঁত বলি থকা পানীৰ পথত ভেটা দি পানী যাবৰ বাবে আহল বহলকৈ লোৰ খানি ৰখা হয়। এই লোৰটোৰেদি পানীত সাঁতুৰি ফুৰা মাছবোৰ পাৰ হৈ যাতে যাবগৈ নোৱাৰে তাৰ বাবে পানী বাগৰি যোৱা পথত বাঁহৰ কাঠীৰে তৈয়াৰ কৰা একোখন বাণ থিয় কৰি কৰি খুটিৰ সহায়ত মজবুতকৈ বান্ধি ৰখা হয়। যি ফালৰ পৰা পানীৰ সোঁত বাগৰি আহি বাণখনৰ মাজেৰে সৰকি সৰকি বিপৰীত ফালে থকা দ চানেকীয়া ঠাইবোৰলৈ যাবলৈ ধৰে সেই ফালে বাঁহ-কাঠৰ খুটি পুতি একোখন জাল বা কাপোৰ ওলোমাই ৰখা হয়। উজনীয়া মাছবোৰে ওপৰৰ ফালৰ পানীলৈ সাতুৰি সাতুৰি যাবলৈ চেষ্টা কৰোঁতে থিয়কৈ পাতি থোৱা বাণখনত বাধা প্ৰাপ্ত হয়। তেতিয়া সিহঁতে জপিয়াই বাণখন অতিক্ৰম কৰিবলৈ চেষ্টা কৰে। এইদৰে জাপ মাৰি জাপ মাৰি দিয়াৰ ফলত মাছবোৰ গৈ বাণৰ সিপাৰৰ জালখনত পৰেগৈ। জালখন অলপ আহল-বহল আৰু ওলমি পৰা আকৃতিত বনাই ৰখাৰ বাবে ফান্দত পৰা মাছবোৰে পুনৰ জাপ মাৰি আকৌ পানীত পৰিবলৈ চেষ্টা কৰিলেও শেষত নোৱাৰা হৈ পৰে। গধূলি পৰৰ পৰা আৰম্ভ কৰি পাছ দিনাৰ ডোক-মোকালিৰ সময়খিনিলৈকে গোটেই নিশা জপিয়াই পৰা বহুত পৰিমাণৰ মাছ এইদৰে বাণত ধৰা পৰে। একে লেঠাৰিয়ে বাৰত বহুত সময় কটাব লগীয়া হোৱাত সিঁহতৰ বহুতে ঠেৰেঙা লাগি ৰাতিৰ ভিতৰতে মৃত্যুক আঁকোৱালি ল'ব লগা হয়। লেকেটা জীৱৰ কিছুমান মাছ অৱশ্যে ধৰফৰাই ধৰফৰাই বাণৰ ওপৰতে জপিয়াই থাকে।

ওপৰত উল্লেখ কৰা মাণত গোটেই নিশা বিবোৰ মাছ গোট খাই থাকে উদ্-জাতীয় প্ৰাণীবোৰৰ বাবে সেইবোৰ ভোজ-ভাত হয়। সিহঁতে মাতামাতি উজাগৰে থাকিও ভেটাৰ কাষতে জোপ লৈ থাকি জালত পৰা মাছ সোপাৰ গতি লগায়। সেই কাৰণে আমাৰ মানুহে কোনো অযোগ্য লোকৰ হাতত কোনো মূল্যবান বস্তু গটাই দি পাছত নোপোৱা হলে "উদৰ ভেটা ৰখীয়া" কথাৰ বচন ফাঁকি মাতে।

উদৰ দৰে কেচামাছ জীয়াই জীয়াই খাই জীৱন ধাৰণ কৰা প্ৰাণী পৃথিৱীত বহুতো আছে। এইবিলাক বিচিত্ৰ প্ৰাণীৰ ভিতৰত চিল, চি-লায়ন, ৱালৰাচ, মেক দেশীয় বগা ভালুক আদিৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি। উদৰো বহুতো জাত আছে। বিভিন্ন জাত বা প্ৰজাতিৰ উদবিলাকে পৃথিৱীখনৰ ভিন্ ভিন্ ঠাইত থকা বেলেগ বেলেগ পৰিবেশত বাস কৰে। তাৰ ভিতৰত এবিধ সমুদ্ৰবাসী উদৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পৰা যায়। এইবিধ সাগৰৰ পানীত বাস কৰা উদৰ জীৱন অতি ৰহস্যময় আৰু বিস্ময় বৰ্জিত বুলি কব পাৰি। ওপৰলৈ পেটটো কৰি সাগৰৰ পানীত ওপঙি ওপঙি সাঁতুৰি ফুৰা অৱস্থাত ইয়াক দেখি বৰ ভাল লাগে। চিল, চি-লায়ন আদি সমুদ্ৰবাসী মাংসাহাৰী প্ৰাণীৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি ই সাগৰৰ মাছবোৰ ধৰি আয়। মাজে সময়ে সাগৰৰ উপকূলৱৰ্তী বালি-অঁহীয়া ঠাইবোৰলৈও উঠি আহে আৰু সেইবোৰ দেশত বাস কৰা বিষাক্ত সাপৰ লগত যুদ্ধত প্ৰবৃত্ত হয়। প্ৰশান্ত মহাসাগৰৰ উত্তৰ অঞ্চলৰ জলৰাশিত এসময়ত প্ৰচুৰ পৰিমাণৰ সমুদ্ৰবাসী উদ বাস কৰিছিল। এতিয়া সিহঁতৰ সংখ্যা আশাতীত ভাৱে কমি আহিল। ইয়াৰ মূল কাৰণ হল এয়ে যে এইবিধ প্ৰাণীৰ ছালৰ পৰা তৈয়াৰ কৰা নোমাল বস্ত্ৰৰ চাহিদা ইমান বেছি যে সেইবিলাক দেশত থকা উদ্যোগপতিসকলে গাঠিৰ ধন ভাঙি সমুদ্ৰবাসী উদ মৰা কামত মানুহ নিয়োগ কৰিছিল। এইবিধ বিচিত্ৰ চাৰিত্ৰিক গুণ সম্পন্ন সমুদ্ৰবাসী উদৰ বাহিৰে আফ্ৰিকা আৰু আমেৰিকা মহা দেশত আন কেইবা বিধো আভ্যন্তৰিণ জলাশয় বিলাকত বাস কৰা উদ গোষ্ঠীৰ প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়। ইয়াৰ ভিতৰত কানাডাবাসী উদ আৰু ব্ৰাজিলবাসী উদ নামেৰে জনজাত দুবিধ উদৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি।

উদৰ নিচিনাকৈ কেচামাছ খাই খাই জীৱন অতিবাহিত কৰা এবিধ বাঁক বা পিশাচৰ উৎপত্তিৰ বিষয়ে বহুতো জনশ্ৰুতিয়ে আমাৰ সমাজত তাহানিৰে পৰা প্ৰাধান্য লাভ কৰি আহিছে। এই বাঁকবিলাকে উদৰ দৰে ভেটাত পৰা মাছবোৰ হেনো ধৰি ধৰি খায়। ইচ্ছানুযায়ী খন্তেকতে অন্তৰ্দ্ধান হ'ব পৰাৰ ইহঁতৰ গাত আলৌকিক ক্ষমতা আছে বুলি মানুহে ধাৰণা কৰে। অৱশ্যে বিজ্ঞান সন্মত ভাৱে এনে ৰহস্যজনক প্ৰাণীৰ আৱিৰ্ভাৱ কোনো জীৱবিদ পণ্ডিতৰ দৃষ্টিগোচৰ এতিয়ালৈ হোৱা নাই। আন হাতে এনে এবিধ বিচিত্ৰ প্ৰাণীয়ে মানুহৰ জীৱনলৈ বহুতো বিলৈ বিপত্তি কঢ়িয়াই অনাৰ কাহিনী মানুহৰ মুখত শুনিবলৈ পোৱা যায়। পাঠক পাঠিকাৰ মনোৰঞ্জনৰ বাবে তেনে এটা অপূৰ্ব কাহিনী বৰ্ণনা কৰাৰ লোভ সামৰিব নোৱাৰিলো। এখন গাঁৱত দুজন সখি আছিল। ইজনে সিজনক ধুতি কাপোৰ উপহাৰ দি পাছত দুয়ো একেলগে বহি ভোজ-ভাত খাই এদিন এওঁলোক দুজনে সখি পাতিছিল। এদিন দুয়োজন সখিয়ে লগ লাগি বিল এখনৰ

পাৰলৈ গৈ ৰোৱতি পানীৰ সোঁত বান্ধি এটা ভেটা বনালেগৈ। ভেটাটোৰ ঠায়ে ঠায়ে কিছুমান লোৰ কাটি তাত খোকা, খোহা, চেপা আদি লগাই ৰাখিলে। আহল বহল ধৰণৰ এটা পানী বাগৰি যোৱা পথ কাটি তাত এখন বাণ নিৰ্মাণ কৰি দুয়োজন সখি গধূলি বেলিকা ঘৰ মুখে ৰাওনা হ'ল। কথা পাতি পাতি খোজ কাঢ়ি আহি ঘৰ পাওঁতে সাঁজ লাগি ভাগিবৰ সময় হ'ল। এজনক পদূলি মুখাতে ৰাখি আনজনে নিজৰ ঘৰৰ ফালে খোজ ললে। যোৱাৰ পাছত অলপ নিলগৰ পৰা তেওঁ সখিয়েকক সম্বোধন কৰি ক'লে। "সখি, কাইলৈ ৰাতিপুৱা বেলি নৌ উঠোঁতেই আহি মাছ ভেটালৈ যাব লাগিব। নহ'লে উদে গোটেইবোৰ মাছ খাই শেষ কৰিব।" ওচৰতে থকা এটা বাঁকে সিহঁতৰ কথাবোৰ হেনো শুনি আছিল। সেই নিশা পূৰ্ণিমা আছিল। জোনৰ ফৰিং ফুটা পোহৰত গোটেই নিশা দিন যেন হৈ পৰিছিল। বাঁকটোৱে সখিয়েকৰ ৰূপ ধাৰণ কৰি দোভাগ নিশা জোনাৰ পোহৰত আহি প্ৰথম জন সখিয়েকৰ দুৱাৰমুখ পালেহি। পদূলি মুখ পায়েই সখিয়েকক মাত লগাই মাছৰ ভেটালৈ ততাতৈয়াকৈ যাবলৈ লগ ধৰিলে। সখিয়েকে ৰাতিপুৱাবলৈ বেছি সময় নাই বুলি ভাবি চকু আখি মুহাৰি হাতত দুটামান খালৈ আৰু পাচি লৈ ঘৰৰ পৰা ওলাই আহিল। দুয়োজনে লৰা-ঢপৰাকৈ ভেটাৰ অভিমুখে যাত্ৰা আৰম্ভ কৰিলে। লগত অহা মানুহজন যে তেওঁৰ সখি নহয় আৰু বাঁক এটাইহে যে সখিৰ ৰূপ লৈ তেওঁৰ লগে লগে আহিছে এই কথা প্ৰথম মানুহ জনে ধৰিবই নোৱাৰিলে। মাছৰ ভেটালৈ গৈ পোৱাৰ পিছত মানুহজনে খোকা, চেপাৰ পৰা মাছবোৰ উলিয়াই আনি আনি খালৈ বোৰত ভৰাবলৈ আৰম্ভ কৰিলে। বাণত পৰা মাছবোৰ পাচিত ঢালিলে। যিমানেই মাছ আৰু পাচিত ঢালে সিমান পৰিমাণৰ মাছেই লগে লগে নাইকিয়া হৈ যায়। আচলতে সখি ৰূপী বাঁকটোৱে এই মাছবোৰ লগে লগে খাই শেষ কৰি দিয়ে। তেতিয়াহে মানুহজনে বুজিব পাৰিলে যে তেওঁৰ লগত অহা জন আচলতে তেওঁৰ সখি নহয়। সি এটা সখিৰূপী বাঁকহে। খণ্ডে তাৰ মূৰৰ চলিৰ আগ পালেগৈ। কিবা প্ৰকাৰে বাঁকটোক মাৰি পেলাবৰ বাবে সি বুদ্ধি পাঙিলে। বাঁকটোৱেও তেওঁৰ অভিপ্ৰায় বুজিব পাৰিলে। সি চকুত বান মাৰি জোনাক নিশাৰ পোহৰখিনি আঁতৰাই অন্ধকাৰ কৰি পেলালে। আন্ধাৰে মুন্ধাৰে দুয়োটাৰ মাজত এখন তয়াময়া যুঁজৰ আবৃত্তি হ'ল। মানুহজনে ছেগ বুজি দা এখন হাতত উঠাই ল'লে আৰু বাঁকটোৰ ডিঙিতে ঘাপ মাৰি তাক দুচেও কৰি পেলালে। তাৰ গাটো মাটিতে পৰি ঠেৰেঙা লাগিল। মূৰটোৱে মাটিৰ ওপৰেদি বগাই বগাই গৈ এজোপা প্ৰকাণ্ড গছৰ ওপৰত উঠিলগৈ। গছৰ টিকনি আগলৈ উঠি সি মৰিলো ঔ মৰিলো ঔ" বুলি চিঞৰিবলৈ আৰম্ভ কৰিলে। মৰিলো ঔ মৰিলো ঔ শব্দ কেইটা পাছত মৰ ঔ মৰ ঔ" শব্দৰ দৰে উচ্ছাৰিত হ'ল। ইয়াৰ পৰাই "মৰ চৰাই" নামৰ এবিধ বিচিত্ৰ কাল্পনিক পক্ষীৰ উদ্ভৱ হ'ল বুলি জনা যায়। অসমীয়া সমাজৰ মাজত পৰিচিত আৰু অন্য ভাষাত যম-ডাকিনী নামেৰে জনাজাত এইবিধ পক্ষীৰ সম্ভেদ বিজ্ঞান জগতত পোৱা নাযায়। ৰাতি বিয়লি ক'ৰবালে অকল শৰীয়া ভাৱে যাব লগীয়া হলে সেই কথা ৰাতিৰ আন্ধাৰত প্ৰকাশ্যে আলোচনা কৰিব

নাপায় বুলি জনাবুজা মানুহে বহুতে বৰ খোজে। সি যিয়েই কি নহওক বাক নামেৰে জনাজাত এবিধ উদৰ নিচিনাকৈ কেচামাছ খোৱা ভূত বা পিশাচ কালিকা লগা পুখুৰী বা বিলৰ কাষত আজিকালিও বাস কৰে বুলি বহুতে বিশ্বাস কৰে।

এতিয়া আমাৰ দেশৰ বিভিন্ন ঠাইত বাস কৰা উদ্ জাতীয় প্ৰাণীৰ বিষয়ে জানিব লগীয়া বাকী কথাখিনি আলোচনা কৰা যাওক। ভৈয়াম অঞ্চলৰ জলাশয় বিলাকৰ কাষে পাজৰে যে উদ বাস কৰে এই কথা কাৰো অবিদিত নহয়। হিমালয় পৰ্বতমালাৰ ওখ ওখ ঠাইত থকা বিলৰ নিচিনা জলাশয়বিলাক আৰু নদী নলাৰ আওহতীয়া পৰি-পৰিবেশত এইবিধ প্ৰাণী বাস কৰে। বাৰিষা কালত যেতিয়া পাহাৰী নদীবোৰ পানীৰে ওপচি পৰে তেতিয়া পৰ্বতৰ নামনিৰ ফালে সাধাৰণতে বাস কৰা উদৰ একোটা পৰি-য়ালে পাহাৰ অভিমুখে পানীয়ে পানীয়ে যাত্ৰা আৰম্ভ কৰে। খৰালিৰ দিনবোৰ আহি পালে সিহঁতে আকৌ ভৈয়ামলৈ ওলোটা যাত্ৰা আৰম্ভ কৰে। ভৈয়াম অঞ্চলৰ নদীৰ পানীত সাধাৰণতে বাস কৰা কিছুমান মাছে কণী পাৰিবৰ বাবে বাৰিষা পৰ্বতীয়া ঠাইবোৰলৈ নদীয়ে নদীয়ে উজাই যায়। এই মাছবোৰ ধৰি ধৰি খোৱাৰ অভিপ্ৰায়েৰে ভৈয়ামত বাস কৰা উদ কিছুমানে নদীৰ পানীয়ে পানীয়ে সিহঁতৰ পাছ লয়। মাছৰ লগে লগে এই উদ্‌বোৰে খৰালি মহীয়া ভৈয়ামলৈ বিপৰীতমুখী যাত্ৰা আৰম্ভ কৰে।

পানীত নামি নামি মাছ ধৰি খোৱা বিধৰ প্ৰাণী হলেও উদবিলাকে পাথৰৰ ফাঁক, মাটিৰ তলৰ ফালে উৎপত্তি হোৱা সৰু সুৰা গাঁত আদিত চেপেটা মাৰি মাৰি পৰি থাকে। যিবোৰ ঠাইত ওখ ওখ ঘাঁহ জাতীয় উদ্ভিদ গজে আৰু যিবোৰ ঠাইলৈ নদী নলা আদিৰ পৰা বৰ বেছি দূৰ নহয় এইবিলাক প্ৰাণীয়ে তেনেবোৰ ঠাইতে নিগাজীকৈ থাকিবলৈ সুবিধাজনক পৰিবেশ বিচাৰি লয়। নিচেই ৰাতিপুৱাই ইহঁতে থকা ঠাইবিলাকৰ পৰা চিকাৰৰ বাবে ওলাই আহে। ভৰ দুপৰীয়াৰ সময়খিনি ইহঁতে অলপ জিৰণি লয়। আবেলি পৰত আকৌ ওলাই আহে আৰু গধূলি পৰ্যন্ত মাছ ধৰা কামতেই ইফালে সিফালে ঘূৰে আৰু সুবিধা বুজি পানীত নামি মাছ ধৰি খায়। মাছৰ বাহিৰে কেঁচু, কুমাটি, কেঁকোৰা আদি নিম্ন খাপৰ প্ৰাণী ইহঁতৰ আহাৰত অন্তৰ্ভুক্ত হয়। পানীত চৰি ফুৰা হাঁহৰ পোৱালিৰ ঠেঙত কামোৰ মাৰি ধৰি ই পানীৰ তল পোৱায়গৈ।

পানীৰ কাষৰ সুবিধাজনক ঠাইত সুৰঙ্গ নিৰ্মাণ কৰি লৈ উদ বিলাকে তাৰ ভিতৰতে পোৱালি জগায়। সুৰঙ্গৰ ভিতৰৰ ফালে এঠাইত এটা আহল বহল কোঠালি থাকে। কোঠালিটোলৈ অহা যোৱা কৰিব পৰা একাধিক নিৰ্গম পথ থাকে। তাৰে এটা পথ পানীৰ লগত সংলগ্ন হৈ থাকে। পোৱালিবোৰে ডাঙৰ নোহোৱালৈকে মাকৰ পিছে পিছে পিছে ঘূৰি ফুৰে।

কোনো কোনো হাবিতলীয়া মানুহে উদৰ পোৱালি ধৰি আনি ঘৰত প্ৰতি পালন কৰি ৰাখে। এনে উদে কুকুৰ পোৱালিৰ দৰে মানুহক অনুসৰণ কৰি মৰম লগায়। উদৰ ছালৰে তৈয়াৰ কৰা টুপী পিন্ধিলে বহুতো বেমাৰৰ পৰা ৰক্ষা পাব পাৰি বুলি কোৱা হয়।

# সৰু-নখীয়া উদ

শ্ৰেণী---স্তন্যপায়ী

বৰ্গ---মাংসাহাৰী

গোত্ৰ---মাষ্ টেলিদি

প্ৰজাতি---এনোনিক্স চিনেৰিয়া

আমাৰ অসমত বিবিধ উদ্ জাতীয় প্ৰাণী সাধাৰণতে বাস কৰা দেখিবলৈ পোৱা যায় আৰু বিবিধ জানোৱাৰে পানীত নামি মাছ ধৰা কামত অসীম পাৰদৰ্শিতা প্ৰদৰ্শন কৰিব পাৰে সেইবিধ প্ৰাণীৰ জীৱন বুৰঞ্জীৰ বিষয়ে স্থানান্তৰত আলোচনা কৰা হৈ গৈছে। এইবিধ উদৰ বাহিৰে আন এক প্ৰকাৰৰ উদ আমাৰ এই কালৰ ঠাইবোৰতে মাজে সময়ে দেখিবলৈ পোৱা যায়। এই দুবিধ উদৰ শাৰীৰিক গুণাগুণৰ পাৰ্থক্য



সৰু-নখীয়া উদ্

ইমান সামান্য যে নিলগৰ পৰা দৃষ্টিগোচৰ হলে সিহঁতক বেলেগ বেলেগ প্ৰজাতিৰ প্ৰাণী হিচাপে চিনাক্তকৰণ কৰিবলৈ টান হৈ পৰে। তদুপৰি নিৰুখাপৰ প্ৰাণী হোৱাৰ বাবে আৰু সাধাৰণতে জনবসতিৰ আঁতৰত আজেঙে আজেঙে বাস কৰা

বিধৰ প্ৰাণী হোৱাৰ বাবে সিহঁতক গভীৰ ভাবে ভাবিবলৈ আমি যত্ন নকৰোঁ। পানীত নামি মাছ ধৰি ধৰি খোৱাৰ বাবে এইবিধ উদেও, সাতুঁৰি সাতুঁৰি আৰু মাজে সময়ে বুৰ মাৰি মাৰি সময় কটায়। কেঁচু, কুমটি, কেকোৰা কণকেলুকা আদি হীন-বৰ্গৰ প্ৰাণী ধৰি ধৰি খোৱা কামতো এইবিধ প্ৰাণীয়ে অভিৰুচি প্ৰদৰ্শন কৰে।

এইবিধ উদৰ দেহৰ গঠন অলপ খোপোৰা বিধৰ হয়। দেহৰ অন্যান্য অংশৰ অঙ্গ-প্ৰত্যঙ্গত বিশেষ শাৰীৰিক বা চাৰিত্ৰিক গুণৰ বিকাশ সাধন হোৱা দেখা নাযায়। ঠেঙৰ আগ ভাগত থকা হাতোৰাত যি কেইটা আঙুলি আছে সেই আঙুলি আনবিধ উদৰ আঙুলিৰ দৰে দীঘল হোৱা দেখা নাযায়। আঙুলি কেইটাক সংলগ্ন কৰি ৰখা পাতলীয়া ছালখনৰ বিকাশ সাধনো সামান্য হয়। হিমালয় পৰ্বতমালাৰ নামনি ভাগৰ পৰা আৰম্ভ কৰি অসমৰ পৰ্বতীয়া ঠাইবোৰলৈকে ইয়াৰ বসতিস্থান আৰু বিচৰণ ভূমি বিয়পি আছে। দক্ষিণ ভাৰতৰ পাৰ্বত্য অঞ্চল বিলাকতো এইবিধ উদ বাস কৰা দেখা যায়। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি সৰু নখীয়া উদৰ বসতিস্থান আৰু বিচৰণ ভূমিয়ে ব্ৰহ্মদেশ, মালয়াচিয়া, ইন্দোনেছিয়া আদি দেশলৈ সম্প্ৰসাৰিত হৈছে।

# উইজেল

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—মাংসাহাৰী
গোত্ৰ—মাছুটেলিদি
প্ৰজাতি—মাছটেলা ছাইবেৰিকা

উইজেল এবিধ নেউল বা উদৰ নিচিনা সৰু আকাৰৰ প্ৰাণী। দেখাত উদৰ নিচিনা হলেও এইবিধ প্ৰাণীয়ে উদৰ চাৰিত্ৰিক গুণবিলাক প্ৰদৰ্শন কৰা দেখা নাযায়। উদ-উভয়চৰ প্ৰাণী। ই যেনেকৈ পানীত নাদুৰি সাঁতুৰি একে লেঠাৰিয়ে বহুত সময় কটাই দিব পাৰে ঠিক সেইদৰে বাৰত বগাই বগাই থাকিবও পাৰে। উইজেলৰ চৰিত্ৰত এই গুণৰ বিকাশ সাধন হোৱা দেখিবলৈ পোৱা নাযায়। এইবিধ প্ৰাণী কুকুৰ নেকুৰীৰ দৰে বাস ঠাইত বাস কৰে আৰু বাৰত বগাই ফুৰা নানাবিধ নিম্ন খাপৰ প্ৰাণী চিকাৰ কৰি খাই জীৱন ধাৰণ কৰে। এন্দুৰ, নিগনি, চৰাই, নাইপিয়া আদি প্ৰাণীক ইয়াৰ চোকা দাঁত কেইটাৰে কামোৰ মাৰি ধৰি পেটলৈ পঠিয়াই দিয়ে। পোক, পৰুৱা, কীট-পতঙ্গ আদি ক্ষুদ্ৰ আকাৰৰ জীৱবোৰ ধৰি ধৰি খোৱা বিষয়তো এইবিধ প্ৰাণীয়ে সমানে অভিৰুচি প্ৰদৰ্শন কৰা দেখা যায়। উইজেল বৰ খৰতকীয়া আৰু চঞ্চলীয়া প্ৰাণী। একে ঠাইতে বৈ থাকি সময় অতিবাহিত কৰিবলৈ ই ভাল নাপায়। খুচ্ খুচাই খুচ্ খুচাই ইফালে সিফালে ঘূৰি ফুৰা বিধৰ প্ৰাণী হোৱাৰ বাবে ইয়াক সাধাৰণতে একে ঠাইতে বৈ থকা অৱস্থাত দেখি পাবলৈ আশা কৰিব নোৱাৰি। মাটিয়েদি খোজ কাঢ়ি কিবা খোৱা বস্তু বিচাৰি ফুৰা অৱস্থাত ইয়াক ধনু-ভিৰীয়াকৈ কুঁজা হৈ যোৱা দেখিবলৈ পোৱা যায়। অলপ নিলগত থকা খাদ্য জাতীয় প্ৰাণীক সহজে দেখি পাবৰ বাবে ই ঠাইতে থমক লাগি বৈ যায়। পাছ ঠেং দুখনৰ ওপৰত দুঠেঙীয়া প্ৰাণীৰ দৰে থিয় হৈ ইফালে সিফালে ডিঙি মেলি চাবলৈ ধৰে। আমাৰ ভাষাত এইবিধ প্ৰাণীক দীঘল মুখীয়া নেউল বুলি ক'ব পাৰি।

উইজেলে কেতিয়াবা গছৰ খোপৰ ভিতৰত সোমাই থাকি জিৰণি লয়। ভাগৰলে গছৰ কেৰেপনিৰ মাজত সোমাই থাকি আৰামে সময়খিনি কটাই দিয়ে। হাবিৰ মাজত উৎপন্ন হোৱা যিবিলাক ডাঙৰ আকাৰৰ গছ বতাহত উভালি পৰি মাটিত পচিবলৈ আৰম্ভ কৰে সেইবিলাক গছৰ তলত থকা কাঠবোৰতো কেতিয়াবা এইবিধ বিচিত্ৰ প্ৰাণীয়ে

সোমাই সোমাই থাকে। ইয়াৰ চকু দুটা অলপ নিলগৰ পৰা চালে টল্‌টল্‌কৈ জিলিকি থকা দেখা যায়। জোঙাল মুখখনত যিবোৰ ছিঙিখোৱা দাঁতৰ উৎপত্তি হয় সেই দাঁত বোৰ খুব যেন চোকা হয়। চিকাৰ কৰি ধৰা কোনো প্ৰাণীৰ দেহত এই কেইটা দাঁতেৰে জন্তুটোৱে এবাৰ কামোৰ মাৰি ধৰিলে সি পলাই সাৰিব নোৱাৰে। ইয়াতকৈ আকাৰত সৰু কিম্বা ইয়াৰ সমান আকাৰৰ কোনো জন্তুৰ কথাই নাই। আনকি ইয়াতকৈ আকাৰত



চিকাৰ

অলপ ডাঙৰ বিধৰ প্ৰাণীয়েও কেতিয়াবা ইয়াৰ হাতত প্ৰাণ বিসৰ্জন দিব লগীয়া হয়। চিকাৰৰ জন্তুটোৰ কোন ডোখৰ আলসুৱা ঠাইত কামোৰ মাৰি ধৰিলে জন্তুটোৱে লৰচৰ কৰিব নোৱাৰা হৈ মৃত্যু বৰণ কৰিব লগীয়া হয় চিকাৰে সেই কথা ভালদৰে জানে। মুখৰ ওপৰৰ কালে থকা মগজুত চোকা দাঁত কেইটা বহুৱাই দিব পাৰিলে জন্তুটো

নিমিষতে অচেতন হৈ পৰে। তেতিয়া সি তাক মাটিত থেকেচা মাৰি মাৰি মৃত্যুৰ মুখলৈ ঠেলি দিয়ে। বগৰা-বগৰিকৈ ওপৰ তল কৰিব লগীয়া হ'লেও জন্তুটোক কামোৰ মাৰি ধৰা দাঁতৰ খামোচ ই এৰি নিদিয়ে। ডিঙিৰ নলীত কিম্বা পিঠিৰ ওপৰেদি ঋাগৰি যোৱা ৰাজহাড় ডালত ই দাঁতেৰে কামোৰ মাৰি ধৰিবলৈ পালে সহজে এৰি নিদিয়ে। এইবিধ প্ৰাণীয়ে হাঁহ-কুকুৰা আদি ঘৰচীয়া প্ৰাণীকো সুবিধা পালে ধৰি ধৰি খায়।

উইজেল জাতীয় প্ৰাণীবিলাকৰ গাটো অযাচিত ভাৱে দীঘল হোৱা দেখিবলৈ পোৱা যায়। ইয়াৰ ডিঙিটোও সেইদৰে দীঘল হোৱাৰ বাবে গোটেই প্ৰাণীটোৱে দীঘলীয়া ৰূপ ধাৰণ কৰে। জন্তুটোৱে যেনেকৈ দীঘল চানেকীয়া ৰূপ ধাৰণ কৰে ঠিক সেইদৰে ইয়াৰ ঠেং কেইখন দীঘল হোৱা দেখা নাযায়। নোমাল নেজ ডালৰ দীৰ্ঘতাও সিমান বেছি নহয়। দেহত উৎপন্ন হোৱা নোমবোৰৰ ৰং সাধাৰণতে মলমলীয়া বা ছাই-ৰবৰীয়া হয়। এইবিধ প্ৰাণীৰ অৱশ্যে কেবাটাও উপ-প্ৰজাতি আছে। উপ-প্ৰজাতি অনুযায়ী এই জন্তুবিলাকৰ দেহত উৎপন্ন হোৱা নোমৰ উজ্জ্বলতা সামান্য ভাৱে বেলেগ বেলেগ হয়। পেটৰ তলৰ ফালে গজা নোমবোৰৰ বৰণ প্ৰায় সকলো ক্ষেত্ৰতে বগা চানেকীয়া হোৱা দেখা যায়।

ভৈয়াম অঞ্চলত থকা বিভিন্ন পাৰিপাৰ্শ্বিক অৱস্থাত সাধাৰণতে থকা বিধৰ প্ৰাণী হ'লেও উইজেলৰ কেইটামান উপ-প্ৰজাতি হিমালয় শৈলমালাৰ ওখ ওখ পৰ্বতীয়া ঠাইবিলাকতো বাস কৰা দেখিবলৈ পোৱা যায়। হিমালয় পৰ্বতমালাত আন এটা বেলেগ জাতৰ উইজেল বাস কৰে। এইবিধ উইজেলক আৰমাইন অথবা ষ্টোট নামেৰে অভিহিত কৰা হয়। ইয়াৰ বুকু আৰু তল পেটত প্ৰচুৰ পৰিমাণে বগা বৰণীয়া নোমৰ উৎপত্তি হয়। আচলতে মুখখনৰ তল ভাগৰ পৰা আৰম্ভ কৰি তল পেটেদি পাছ ঠেং দুখনৰ ভিতৰ ভাগলৈকে শৰীৰৰ গোটেই অংশই কপাহৰ দৰে বগা ৰং ধাৰণ কৰে। ইউৰোপ মহাদেশৰ উত্তৰ অঞ্চলত থকাবিলাক ষ্টোট বাস কৰে সিহঁতৰ দেহৰ গোটেই খিনি নোমে শুভ্ৰ বৰ্ণ ধাৰণ কৰা দেখা যায়। ইয়াৰ বগা বৰণীয়া নোম থকা ছালখন ব্যৱহাৰ কৰিয়েই এক প্ৰকাৰৰ নোমাল চোলা তৈয়াৰ কৰা হয়। হিমালয় পৰ্বতমালাৰ ওপৰৰ ফালে থকাবিলাক ঠাই বছৰৰ সৰহ ভাগ সময় বৰফেৰে ঢাক খাই থাকে তেনেকুৱা শীতল ঠাইতো শেঁতা বৰণীয়া উইজেল বা জোঙা মুখীয়া নেউল নামৰ আন এবিধ প্ৰাণী বাস কৰে। এই দুবিধ উইজেল জাতীয় প্ৰাণীৰ বাহিৰে হালধীয়া পেটীয়া উইজেল আৰু পিঠিত আঁচ থকা উইজেল নামৰ আন দুবিধ প্ৰাণী হিমালয় শৈলমালাৰ ভিন্ ভিন্ পৰিবেশত বাস কৰে।

✿

# হগ্-বেজাৰ বা গেবেলা

শ্ৰেণী---স্তন্যপায়ী

বৰ্গ---মাংসাহাৰী

গোত্ৰ--মাছ্টেলিদি

প্ৰজাতি---আৰ্কটনিক্স কলাৰিচ

উদ, উইজেল, মাৰ্টেন, স্কাঙ্ক, বেজাৰ প্ৰভৃতি কেবাবিধ প্ৰাণীক একে লগ লগাই এটা স্বতন্ত্ৰ গোত্ৰ বা কুলত স্থান দিয়া হৈছে। এই প্ৰাণীবিলাকৰ দেহত যে কিছুমান উমৈহতীয়া গুণৰ বিকাশ হৈছে সেই কথা ইতিমধ্যে উল্লেখ কৰি অহা হৈছে। বেলেগ বেলেগ পৰিবেশত ভিন্ ভিন্ জাতৰ এই জন্তুবিলাক বাস কৰাৰ বৈচিত্ৰ্যলৈ চাই আৰু সিহঁতৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণত ভিন্ ভিন্ ৰূপৰ বিকাশ সাধন হোৱালৈ লক্ষ্য ৰাখি এই আটাই কেইবিধ প্ৰাণীক একেলগে লগাই একেটা গোত্ৰত অন্তৰ্ভুক্ত কৰা হৈছে যদিও জাত অনুযায়ী সিহঁতে ভিন্ ভিন্ শাৰীৰিক আৰু চাৰিত্ৰিক গুণ প্ৰদৰ্শন কৰে। জীৱবিদ পণ্ডিতসকলে এই আটাইবিলাক প্ৰাণীৰ অঙ্গ-প্ৰত্যঙ্গাদিক বিজ্ঞান সন্মত ভাবে পৰীক্ষা-নিৰীক্ষা কৰি চাই প্ৰত্যয় গৈছে যে ইহঁতক একেলগে লগাই একেটা গোত্ৰ বা কুলত স্থান দিয়াৰ একাধিক যুক্তি আছে। ইয়াৰ ভিতৰত স্কাঙ্ক নামৰ জনাজাত প্ৰাণীবিলাকক আমেৰিকাতহে বাস কৰা দেখা লায়। বেজাৰ বিলাক এচিয়া আৰু ইউৰোপ মহাদেশীয় প্ৰাণী। তাৰে ভিতৰত হগ্-বেজাৰ নামৰ জনাজাত এবিধ প্ৰাণীৰ বিষয়ে সম্প্ৰতে আলোচনা কৰিবলৈ লোৱা হৈছে।

দেখাত এটা গাহৰি জাতীয় প্ৰাণীৰ নিচিনা হোৱাৰ বাবে আৰু খুচ খুচাই খুচ্ খুচাই আহাৰ বিচাৰি ফুৰা গাহৰিৰ চাৰিত্ৰিক গুণ থকাৰ বাবে এইবিধ বেজাৰক হগ্-বেজাৰ বা গাহৰি-খুজীয়া বেজাৰ বুলি কোৱা হয়। আমাৰ মানুহে ইয়াক গেবেলা বা গেবেলা পছু বুলি কয়।

খোৱা বোৱা সম্পৰ্কত এইবিধ প্ৰাণীয়ে আমিষ আৰু নিৰামিষ এই দুয়োপ্ৰকাৰ-খাদ্যৰ ওপৰত সমানে অভিৰুচি প্ৰদৰ্শন কৰা দেখা যায়। আমিষ-ভোজী অথবা মাংসাহাৰী প্ৰাণী হিচাপে মাছ-মাংস আৰু কীট-পতঙ্গ আদিলৈ যে ইয়াৰ আগ্ৰহ অলপ বেছি হ'ব এই কথা হয়তো স্বতঃসিদ্ধ ভাৱে সঁচা বুলি মানি ল'ব লাগিব। খোৱা বস্তু বিচাৰি উলিয়াবৰ বাবে ঘ্ৰাণ শক্তিৰ ওপৰত নিৰ্ভৰ কৰে। নিলগত থকা বস্তু ই সহজে চকুৰে মানিব নোৱাৰে। সেই বাবে নাকৰ আগ ভাগেৰে মাটিত পৰি থকা গছৰ শুকান পাত,

জাৰৰ আদি ইফাল সিফাল কৰি ই খাদ্যৰ উপযোগী বস্তুবোৰ বিচাৰি বিচাৰি ফুৰে। হাবি বননিৰ মাজত বিৰিলাক প্ৰকাণ্ড পাথৰ থাকে আৰু যি ঠাইত এই পাথৰবোৰে ফাট মেলিলে একো একোটা ফাঁক বা গাঁতৰ উৎপত্তি হয় এইবিধ প্ৰাণীয়ে তেনেবোৰ ঠাইতে চেপেটা মাৰি মাৰি পৰি থাকে। নিজৰ আগ ঠেং দুখনৰ হাতোৰাত থকা নখৰ সহায়ত ই মাটিতে গাঁতৰ নিচিনা এডোখৰ দ ঠাই তৈয়াৰ কৰি লয়। এই দৰে নিজে খান্দি লোৱা গাঁতৰ ভিতৰতে সোমাই থাকি থাকিও ই সময়খিনি অতিবাহিত কৰে। কেঁচু, কুমটি, কেৰেলুৱা আদি নিম খাপৰ প্ৰাণী ই ধৰি ধৰি খায়। গছৰ ফলমূল, কঁহিপাত



হগ্-বেজাৰ বা গেবেলা

আদি খাবলৈও ই ভাল পায়। আত্মৰক্ষাৰ বাবে শত্ৰু জাতীয় প্ৰাণীক ভয় খোৱাই খেদি দিবৰ বাবে ই মুখৰ পৰা একপ্ৰকাৰ ফুচ্ ফুচ্ শব্দ উচ্চাৰণ কৰে আৰু গাত গজা নোমবোৰ ঠৰঙা কৰি দি জন্তুটোৱে ধনু এখনৰ দৰে এক প্ৰকাৰৰ কুঁজা আকৃতি ধাৰণ কৰে। গাৰ দীঘল নোমখিনি এইদৰে ঠৰঙা কৰি দি ই এই নোমবোৰৰ ভিতৰৰ ফালে উৎপন্ন হোৱা শেঁতা বৰণীয়া কোমল নোমবোৰ প্ৰদৰ্শন কৰি শত্ৰুক ভয় খুৱাবলৈ চেষ্টা কৰে। এক প্ৰকাৰৰ অকটা গোন্ধযুক্ত ৰস নিঃসৰণ কৰিব পৰা এবিধ গ্ৰন্থি এইবিধ প্ৰাণীৰ দেহতো উৎপন্ন হয়। এই গোন্ধযুক্ত আৰু বিষাক্ত গুণ থকা পদাৰ্থৰ সহায়তো জন্তুটোৱে শত্ৰু জাতীয় প্ৰাণীক আঁতৰ কৰিব পাৰে।

# বাটেল বা হনিবেজাৰ

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ—মাংসাহাৰী

গোত্ৰ—মাষ্টেলিদি

প্ৰজাতি—মেলিভৰা কেপেন্‌চিচ্

বাটেল বা হনি বেজাৰ নামেৰে জনাজাত প্ৰাণীবিধক হগ্-বেজাৰ বা গেৰেলাৰ অন্যতম্ প্ৰতিভূ বুলি ক'ব পাৰি। এইবিধ প্ৰাণীক কিন্তু দেখাত এটা ভালুক জাতীয় প্ৰাণী যেনহে লাগে। জন্তুটোৰ আকাৰৰ তুলনাত ইয়াৰ ঠেং কেইখন চুটি হোৱা দেখা যায়। সেই হিচাপে ইয়াৰ নোমাল নেজ ডালেও দীঘল ৰূপ ধাৰণ কৰে। মুখ মণ্ডলৰ আকৃতি সাইলাখ হগ্ বেজাৰৰ মুখৰ দৰে জোঙাল নহৈ অলপ ভোটোকা হয়। ঠেঙৰ পতা বা হাতোৰা কেইখন বহল হয়। এইবিধ প্ৰাণীৰ পিঠিৰ উপৰি ভাগত যিখিলাক নোমৰ উৎপত্তি হয় সেই নোমৰ বৰণ সাধাৰণতে বগা আৰু কোনো কোনো ক্ষেত্ৰত মাখন বৰণীয়া হোৱা দেখা যায়। আচলতে মূৰৰ ওপৰ ভাগৰ পৰা আৰম্ভ কৰি পিঠিৰ ওপৰেদি নেজৰ ওপৰ ছোৱালৈকে বিয়পি থকা গোটেই সোপা নোমেই পীতবৰ্ণ মিশ্ৰিত শুকুলা বৰণ ধাৰণ কৰে। থুতৰি, বুকু আৰু পেটৰ তল আৰু কাষত যিবোৰ নোমৰ উৎপত্তি হয় সেইবোৰ নোমৰ বৰণ কাউৰী চৰাইৰ পাখি যেন ক'লা হোৱা দেখা যায়।

অসমকে কেন্দ্ৰ কৰি পূৰ্বাঞ্চলৰ অন্যান্য আটাই কেইখন ৰাজ্যত এইবিধ বিচিত্ৰ প্ৰাণী নিগাজীকৈ বাস কৰি থাকিবলৈ সক্ষম হৈছে নে নাই সেইবিষয়ে স্পষ্ট ভাৱে জনা নাযায়। হিমালয় পৰ্বত-মালাৰ নামনিৰ পৰা আৰম্ভ কৰি দক্ষিণাত্যৰ মালভূমি অঞ্চল বিলাকলৈকে এই বিস্তীৰ্ণ ভূ-ভাগৰ অনুকূল ঠাইত এইবিধ প্ৰাণীৰ বসতিস্থান আৰু বিচৰণ ভূমি বিয়পি আছে। এই সম্পৰ্কত এটা কথা উনুকিয়াই থোৱা উচিত হ'ব যে বৰষুণ প্ৰধান এলেকা বিলাকত থাকিবলৈ এই বিধ জন্তুৱে সিমান ভাল নাপায়। সেই কাৰণে যিবিলাক ঠাইত কম পৰিমাণে বৰষুণ হয় আৰু যিবোৰ ঠাইত শিলগুটি আৰু বালিৰ পৰিমাণ বেছি হয় এইবিধ প্ৰাণীয়ে তেনেবোৰ ঠাইতে থলুৱা ভাৱে বাস কৰিবলৈ উপযুক্ত পৰিবেশ নিৰ্বাচন কৰি লয়। মাঘ ফাগুণ মহীয়া গছৰ পাতবোৰ সৰি সৰি লঠঙা হোৱা বনভূমি আৰু অলপ সেমেকা জলবায়ুৱে প্ৰাধান্য লাভ কৰা ঠাইবোৰে ইয়াৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰিব পাৰে। এই দৃষ্টিভঙ্গীৰ ফালৰ পৰা বিবেচনা কৰি চাই ক'ব

পাৰি যে অসমৰ অন্তৰ্গত থকা কোনো কোনো বনভূমিয়ে এইবিধ বিচিত্ৰ প্ৰাণীৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰিব পাৰে। নদী নলাৰ পাৰত থকা থিয় গৰাৰ ওচৰৰ ঠাই-



বাটেল বা হনি বেজাৰ

ৰোৰত ইহঁতে থাকিবলৈ ভাল পায়। সচৰাচৰ থাকিবৰ বাবে এনেধৰণৰ নদীকুলীয়া পৰিবেশ বাচি বাচি লোৱাৰ কাৰণ নাই বুলি ক'ব নোৱাৰি। নদী নলাবিলাকৰ আও-

হভীয়া ঠাইবোৰত যিবোৰ খিয় গধা থাকে সেইবোৰতে একোটা গাঁত খান্দি লৈ জন্তু-টোৱে তাৰ ভিতৰতে সোমাই থাকে। সেই কাৰণে শত্ৰুজাতীয় প্ৰাণীয়ে তাক সহজে বিচাৰি উলিয়াব নোৱাৰে। অসম উপত্যকাৰ সংৰক্ষিত বনাঞ্চলবোৰ আৰু মেঘা-লয়ৰ পৰ্বতীয়া ঠাইবিলাকৰ কোনো এঠাইতো এইবিধ প্ৰাণীৰ লগত দেখা দেখি হোৱা মোৰ মনত নপৰে। মোৰ সহকৰ্মী বন্ধু সকলৰ মুখৰ পৰাও মই তেনে সম্বেদ কেতিয়াও পোৱা নাই। ১৯৬০-৬১ খৃষ্টাব্দৰ কথা। কাছাৰ জিলাৰ এডোখৰ ঠাইত এইবিধ প্ৰাণীৰ এটা জন্তুক এবাৰ মই দেখিবলৈ পাইছিলোঁ। ঘটনাটো ঘটিছিল মাটিজুৰি ৰেঞ্জৰ অন্তৰ্গত থকা গোহাৰবন্দ নামৰ বিট অফিচৰ ওচৰৰ এখন হাবিত। সংৰক্ষিত বনাঞ্চল খনৰ নাম হ'ল ইনাৰ লাইন ৰিজাৰ্ভ। বিভাগীয় ভাৱে নিৰ্মাণ কৰা এডৰা গছ-পুলিৰ বাগান পৰিদৰ্শনৰ বাবে হাবিত সোমাইছিলোঁ। লুংলুঙীয়া হাবিতলীয়া বাট এটাইদি খোজ কাঢ়ি গৈ গৈ বাগানখন পাবগৈ পাৰি। বিট অফিচাৰ জনৰ নাম আছিল সুবৰ্ণ বিন্দু পাল। ৰেঞ্জ অফিচাৰ জনৰ নামটো পাহৰি গ'লোঁ। তেওঁৰ উপাধিটো কিন্তু মনত আছে। পুৰকায়স্থ ৰেঞ্জাৰ বুলি ক'লে সেই অঞ্চলৰ মানুহে তেওঁক ভালদৰে চিনি পায়। তেওঁলোক দুয়োজনে মোৰ লগত হাবিত প্ৰবেশ কৰিলে। হাবিতলীয়া পথ-টোৰেদি আগবাঢ়ি আগবাঢ়ি গৈ হঠাৎ এটা বিচিত্ৰ আকৃতিৰ বনৰীয়া জন্তু পথটোৰ একাষৰ পৰা আনটো কাষলৈ দৌৰ দি হাবিৰ মাজত সোমাই পৰা দেখিলোঁ। জন্তুটো দেখাত এটা গাহৰি জাতীয় প্ৰাণীৰ নিচিনা লাগিল। মূৰৰ তালুৰ পৰা পিঠিয়েদি নেজলৈকে বাগৰি পৰা গোটেই ডোখৰ ঠাইত যিবোৰ নোম আছিল সেইবোৰে বগলী চৰাইৰ পাখিৰ দৰে বগা বৰণ ধাৰণ কৰাত নিলগৰ পৰা জিলিকি আছিল। জন্তুটোৰ বুকুত আৰু তল পেটত গজা নোমবোৰৰ বৰণ টলকিব নোৱাৰিলোঁ। খন্তেকৰ বাবে দেখা দি পলকতে অন্তৰ্দ্ধান হোৱাত জন্তুটোক চিনাক্ত কৰি উলিওৱাটো সম্ভৱপৰ হৈ নুঠিল। মোৰ অনুগামী কৰ্মচাৰী কেইজনেও এই বিষয়ত মোক সহায় কৰিব নোৱাৰিলে। পাচত শিলচৰলৈ ঘূৰি আহি এই জন্তুটো কোন জাতৰ বন্যপ্ৰাণী হ'ব পাৰে তাক খবৰছি গাৰি জানিবৰ বাবে ব্যগ্ৰ হৈ পৰিলোঁ। বন্যপ্ৰাণী বিষয়ৰ কিতাপ-পত্ৰ বিলাকৰ পাতবোৰ লুটিয়াই জন্তুটোৰ পৰিচয় সম্পৰ্কে নিশ্চিত হ'বৰ বাবে চেষ্টা কৰিলোঁ। অৱশেষত এইটো জানোৱাৰ এই প্ৰবন্ধত উল্লেখ কৰা বাটেল বা হনি বেজাৰ জাতীয় প্ৰাণী হব পাৰে বুলি নিজে নিজেই পতিয়ন গ'লোঁ।

বাটেল বা হনি বেজাৰ মাংসাহাৰী প্ৰাণী। হাবি-তলীয়া ঠাইবোৰত বাস কৰা নিগনি, এন্দুৰ, মাৰ্মট নামৰ এবিধ পৰ্বতীয়া এন্দুৰ, শহাপহু আদি প্ৰাণী ধৰি ধৰি খায়। কেঁচু-কুমটি, কীট-পতঙ্গ আদি নিম্নস্তৰৰ জীৱবোৰেও এইবিধ প্ৰাণীৰ বাবে বিকল্প আহাৰৰ যোগান ধৰিব পাৰে। গাওঁ-ভূঁইৰ কাষে পাজৰে থকা পাতলীয়া ধৰণৰ হাবি-বননিবোৰত বাস কৰা বাটেলবোৰে ঘৰচীয়া হাঁহ-কুকুৰাবো অনিষ্ট সাধন কৰে। তেনে-বোৰ জনপূৰ্ণ ঠাইত বাস কৰা বাটেলবিলাকে নিজৰ জীৱটোকো হাতৰ মুঠিত লৈ ফুৰিব লগীয়া হয়। অন্য ভাষাত ক'ব পাৰি যে গাঁৱলীয়া মানুহৰ আবাসস্থান থকা ঠাইত থকা জন্তুবোৰৰ জীৱন কেতিয়াও বিপদমুক্ত হ'ব নোৱাৰে। ঘৰচীয়া জন্তুবোৰক

তাৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিবৰ বাবে গাঁৱলীয়া মানুহে তাক খেদি খেদি মাৰে। ঘৰচীয়া বা বনৰীয়া জন্তুৰ মৰা-শ আৰু এই মৰা-শ বিলাকৰ গেলা-পচা অৱশেষবোৰ এইবিধ প্ৰাণীয়ে বিচাৰি বিচাৰি খায়। সততে পুতি থৈ অহা মৰাশৰ মৰিশালি খান্দি মানুহৰ মৰা শৰ মাংস উলিয়াই উলিয়াই খায় বুলি এইবিধ প্ৰাণীৰ এটা দুৰ্ণাম আছে। বাটেল জাতীয় প্ৰাণীয়ে যেই কোনো জাতৰ জন্তুৰ লগত যুঁজ কৰিবলৈ শঙ্কা নকৰে। টেঁকীয়াপতীয়া বাঘৰ নিচিনা মহা পৰাক্ৰমী জন্তুৰ আগত তুৰি-মুৰি কৰিবলৈ অৱশ্যে ই সাহস নকৰে। ইয়াৰ চোকা চোকা দাঁত আৰু মজবুত হাতোৰা দুখনক ই আত্মৰক্ষা আৰু আক্ৰমণৰ সজুলি হিচাপে ব্যৱহাৰ কৰে। ইয়াৰ গাৰ ছালখন অলপ ডাঠবিধৰ হোৱাৰ বাবে আক্ৰমণকাৰী প্ৰাণীয়ে ইয়াক সহজে পৰাজয় কৰিব নোৱাৰে। ইয়াৰ নেজ ডালৰ তলত একটা গোন্ধৰ ৰস ধাৰণ কৰিব পৰা এক প্ৰকাৰৰ মোনা থাকে। শত্ৰুজাতীয় প্ৰাণীক আঁতৰ কৰা নিময়ত এই মাংস গ্ৰন্থিয়ে জন্তুটোক সহায় কৰে।



## বিচ্ বা চৌনি মাৰ্টেন

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----মাংসাহাৰী
গোত্ৰ---মাছ্টেলিদি
প্ৰজাতি---মাৰ্টেছ্ ফইনা ইন্টাৰমিদিয়া

উদ আৰু উইজেল গোষ্ঠীৰ প্ৰাণীবিলাকৰ ভিতৰত মাৰ্টেন নামেৰে জনাজাত কেইবিধমান বিচিত্ৰ আকাৰৰ প্ৰাণী পৃথিৱীখনৰ বিভিন্ন ঠাইৰ ভিন্ ভিন্ পৰিৱেশত বাস কৰে। উমৈহতীয়া ভাৱে এই প্ৰাণী বিলাকক মাৰ্টেন নামেৰে অভিহিত কৰা হয়। জাত অনুযায়ী ইহঁতক বিভিন্ন নামেৰে নামকৰণ কৰা হৈছে। মাৰ্টেন কেইবিধমান প্ৰাণী গছৰ ওপৰত বাস কৰে। আন কেইবিধ মানে তাকৌ মাটিৰ ওপৰত বগাই বগাই ফুৰিহে জীৱন ধাৰণ কৰে। থাউকতে গছত বগাই ফুৰা মাৰ্টেন বিলাকক বৃক্ষবাসী মাৰ্টেন আৰু দ্বিতীয় গোষ্ঠীৰ প্ৰাণীবোৰক স্থলনিৱাসী মাৰ্টেন বুলি ক'ব পাৰি। উইজেল গোষ্ঠীৰ প্ৰাণীবিলাকৰ ভিতৰত মাৰ্টেন বিলাকক আটাইতকৈ দেখনিয়াৰ বুলি কোৱা হয়। এচিয়া মহাদেশ, ইউৰোপ মহাদেশ আৰু উত্তৰ আমেৰিকাৰ বিভিন্ন ঠাইত বেলেগ বেলেগ প্ৰজাতিৰ মাৰ্টেন বাস কৰে।

ভাৰত উপ মহাদেশৰ অন্তৰ্গত বাস কৰা এবিধ মাৰ্টেন জাতীয় প্ৰাণীৰ জীৱনালেখ্য বৰ্ণনা কৰিবলৈ সদ্যহতে লোৱা হৈছে। আমাৰ অভিধানৰ (ইংৰাজ-অসমীয়া অভিধান) মাৰ্টেনক এবিধ নেউল বিশেষ বুলি কোৱা হৈছে। আচলতে মাৰ্টেনক নেউল জাতীয় প্ৰাণী বুলি ক'ব নোৱাৰি। ইয়াক এবিধ উইজেল গোষ্ঠীৰ প্ৰাণী বুলিহে ক'ব লাগিব। অসমীয়া ভাষাত উইজেলৰ প্ৰতিশব্দ পাবলৈ নোহোৱাৰ বাবে মাৰ্টেন জাতীয় প্ৰাণীক বুজোৱা কোনো শব্দ বিচাৰি পোৱা নাযায়। যেহেতু এইবিলাক প্ৰাণীক অসমৰ চাৰিসীমাৰ অন্তৰ্গত বাস কৰা দেখিবলৈ পোৱা নাযায় সেইবাবে মাৰ্টেন শব্দটোক আমাৰ ভাষাত কোনো সালসলনি নঘটোৱাকৈয়ে ব্যৱহাৰ কৰিবলৈ লোৱা উচিত হ'ব।

চৌনি মাৰ্টেন নামেৰে জনাজাত প্ৰাণীবিধক হিমালয় পৰ্বতমালাৰ ওখ ওখ পৰ্বতীয়া ঠাইবোৰত বাস কৰা দেখা যায়। ভৈয়াম অঞ্চলবিলাকৰ পৰা হিমালয় পৰ্বতৰ কৰ্দে-সীৰিয়া পাহাৰ আৰু আকাশ চুম্বী পৰ্বতবোৰলৈ পাহাৰ বগাই বগাই উঠি উঠি গৈ থাকিলে বাটত নানা বিধৰ গছ গছনি থকা পৰ্বতীয়া পৰিৱেশবোৰ দেখিবলৈ পোৱা

যায়। এইবিলাক ঠাইৰ মনোৰম প্ৰাকৃতিক দৃশ্য দেখিলে মনপ্ৰাণ আনন্দ ভাৱত আপ্লুত হয়। কিছুমান ঠাইত নানা জাতৰ সৰল গছে প্ৰাধান্য লাভ কৰে। আন কিছুমান ঠাইত আমাৰ ভৈয়াম অঞ্চল বিলাকত উৎপন্ন হোৱাৰ নিচিনাকৈ নানাবিধৰ বহলপতীয়া গছহে দেখিবলৈ পোৱা যায়। পৰ্বতীয়া পথবোৰ অনুসৰণ কৰি গৈ থাকিলে ৫০০ মিটাৰ মান উচ্চতাৰ পৰা ডাঙৰ আকাৰৰ গছবোৰে মেলানি মাগে। সেইবোৰ ঠাইত




বিচ্ বা ষ্টোন মাৰ্টেন

ৰোডডেন্দ্ৰন, থুজা আদি সৰু আকাৰৰ গছহে উৎপন্ন হয়। ইয়াৰো ওপৰৰ ফালে যি বিলাক পৰ্বতীয়া হেলনীয়া ভূমিখণ্ড আছে সেইবিলাকত ঘাঁহ জাতীয় উদ্ভিদৰ প্ৰাচুৰ্য বেছি। তাৰ ওপৰৰ ফালে থকা পৰ্বতীয়া ঠাই বিলাক বছৰৰ সকলো সময়তে বৰফৰ চামনিয়ে ঢাক খুৱাই ৰাখে। ডাঙৰ জাতীয় গছ-গছনিৰ শেষ সীমা আৰু বৰফৰ স্থায়ী সীমাৰেখাৰ

মাজত যিবোৰ পৰ্বতীয়া ভূমি বিদ্যমান হৈ অপূৰ্ব প্ৰাকৃতিক সৌন্দৰ্য ঘোষণা কৰিছে সেই-বোৰ ঠাইতে ষ্টোন মাৰ্টেন নামৰ প্ৰাণীবিধক বাস কৰা দেখিবলৈ পোৱা যায়। মাজে সময়ে এইবিধ প্ৰাণীয়ে বৃহৎ বৃক্ষ উৎপন্ন হোৱা অলপ নিম্ন স্তৰৰ পৰ্বতীয়া ঠাইবোৰলৈ নামি আহে। সিহঁতৰ কিছুমানে তেনেবোৰ ঠাইতে নিগাজীকৈ বাস কৰিবৰ বাবে সুবিধাজনক ঠাই বিচাৰি লয়। কিছুমান থিয় হৈ থকা গছৰ ভিতৰখন কিবা কাৰণত পচি গলে গোটেই গছজোপাৰ এটা ডাঙৰ অংশ বাহৰ চুঙাৰ দৰে ফোপোলা হৈ পৰে। আমাৰ ষ্টোন মাৰ্টেন জাতীয় প্ৰাণীৰ দুই এটাই এনে ধৰণৰ জীয়া গছৰ ফোপোলাৰ ভিতৰতে সোমাই থাকি অৱসৰৰ সময়খিনি অতিবাহিত কৰি দিয়ে। বতাহত উঘলি পৰা গছৰ ধোন্দৰ মাজতো ইহঁতে সোমাই থাকিবলৈ ভাল পায। কোনোটোৱে মাটিৰ তলত একোটা আহল বহল গাঁত খান্দি লৈ তাৰ ভিতৰতে সোমাই থাকে। এই পৰ্বতীয়া ঠাইবোৰত ভওল নামৰ এবিধ উতনুৰা গোষ্ঠীৰ প্ৰাণী গাঁতৰ ভিতৰত সোমাই সোমাই থাকে। সেইবিলাক ঠাইত এবিধ সৰু আকাৰৰ শহাপহু জাতীয় প্ৰাণীও বাস কৰে। মাৰ্টেনবিলাকে সুবিধা বুজি এই দুয়োবিধ প্ৰাণীকো ধৰি ধৰি খায। তদুপৰি ইহঁতে গছৰ ওপৰলৈ বগাই বগাই উঠি গৈ নানাবিধৰ চৰাই, এন্দুৰ, নেৰ্কেটুৰা আদি প্ৰাণীকো ধৰি খোৱাত সমানে পাৰদৰ্শিতা প্ৰদৰ্শন কৰে।

মাইকী ষ্টোন মাৰ্টেন্ বিলাকে গছৰ ধোন্দ আৰু পাথৰৰ ফাঁকৰ মাজত বাহ সাজি তাতে পোৱালি জগায়। ইহঁতে একেবাৰতে কেবাটাও পোৱালি দিয়ে।



# হালধীয়া ডিঙীয়া মার্টেন

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----মাছ্‌টেলিদি

প্ৰজাতি----চাৰ্টনিয়া ফ্লেভিগোলা

ইয়াৰ আগৰ প্ৰবন্ধৰ জৰিয়তে চৌন মাৰ্টেন নামৰ এবিধ প্ৰাণীৰ বিষয়ে আলোচনা কৰা হৈছে। গিৰিৰাজ হিমালয়ৰ এখ ওখ পাৰ্বত্য অঞ্চলবিলাকত আন এবিধ মাৰ্টেন জাতীয় প্ৰাণী বাস কৰে। এইবিধ মাৰ্টেনৰ দেহত উৎপন্ন হোৱা নোমবিলাকে বিচিত্ৰ ৰূপ ধাৰণ কৰা দেখিবলৈ পোৱা যায়। ক'লা, মুগা আৰু হালধীয়া নোমৰ সংমিশ্ৰণত এইবিধ মাৰ্টেনৰ দেহৰ আৱৰণ আকৰ্ষণীয় হৈ পৰে। ডিঙিত হালধীয়া বৰণৰ নোমৰ পৰিমাণ বেছি হোৱাৰ বাবে ইয়াক হালধীয়া ডিঙীয়া মাৰ্টেন বুলি কোৱা হয়।

হিমালয় পৰ্বতমালাৰ যিবিলাক ঠাই ডাঙৰ ডাঙৰ গছ গছনিৰে পৰিপূৰ্ণ হৈ থাকে আৰু যিবোৰ ঠাইত সাধাৰণতে বৰফ নপৰে তেনেবিলাক পৰ্বতীয়া ঠাইতে এই বধ প্ৰাণী বাস কৰে। মাটিলৈ নামি ইফালে সিফালে ঘূৰা ঘূৰি কৰি ফুৰা বিধৰ প্ৰাণী হলেও সৰহখিনি সময় গছৰ ওপৰত উঠি থকা অৱস্থাত ইয়াক দেখিবলৈ পোৱা যায়। দিন ৰাতিৰ ভেদাভেদ নৰখাকৈ সকলো সময়তে চিকাৰ কাৰ্যত আত্মনিয়োগ কৰা দেখা যায়। গছৰ ওপৰৰ ফালে থকা ডালে-পাতে বগাই কৰা কামত হালধীয়া ডিঙীয়া মাৰ্টেনে অসীম পাৰদৰ্শিতা প্ৰদৰ্শন কৰে। কেৱল গছৰ ডালে ডালে বগুৱা বাই ঘূৰি ফুৰা কামতহে যে এইবিধ মাৰ্টেন জাতীয় প্ৰাণীয়ে পাৰ্গতালি দেখুৱাব পাৰে এনে নহয়। এটা ডালৰ পৰা আন এটা ডাললৈ জাপ মাৰি মাৰি গৈ বহুতখিনি ঠাইত পৰিভ্ৰমণ কৰি ফুৰা কামতো এইবিধ বিচিত্ৰ প্ৰাণীক অন্য বহুতো বৃক্ষবাসী জানোৱাৰে চেৰ পেলাব নোৱাৰে। সেই বাবে গছৰ ডালে পাতে বগাই ফুৰা অন্যান্য প্ৰজাতিৰ বৃক্ষবাসী প্ৰাণীবিলাকে ইয়াৰ প্ৰতাপত ত্ৰাহি মধুসূদন দেখিবলগীয়া হয়। গছৰ ডালে পাতে বগাই ফুৰা কেৰ্কেটুৱা আদি স্তন্যপায়ী জানোৱাৰ আৰু নানা জাতীয় চৰাইক ই চল বুজি ধৰে। তদুপৰি এই বিলাক প্ৰাণীয়ে গছৰ ওপৰৰ সুবিধাজনক ঠাইত বাহ সাজি থাকিবলৈ ল'লে এই জাতীয় মাৰ্টেন বিলাকে সিহঁতৰ বাহবোৰ বিচাৰি বিচাৰি উলিয়ায়। কেৰ্কেটুৱাৰ সৰু-সুৱা পোৱালি আৰু বাহত পাৰি থোৱা চৰাইৰ কণী ইয়াৰ অন্যতম্ আহাৰৰ ভিতৰত পৰে। গছৰ ডালৰ পৰা মাজে সময়ে ই মাটিলৈ নামি আহে আৰু মাটিত বগাই ফুৰা নানা

বিধ ক্ষুদ্ৰ আকাৰৰ প্ৰাণীবোৰ ধৰি ধৰি খায়। এই প্ৰাণীবিলাকৰ ভিতৰত নিগনি, এন্দুৰ, শহাপহু আদি জালোৱাৰ আৰু ডবিক গোষ্ঠীৰ নানাবিধ চৰাইৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পৰা যায়। মৰি থকা জীৱ জন্তুৰ গেলা পচা মাংসবোৰ খাবলৈও এইবিধ প্ৰাণীয়ে সঙ্কোচ বোধ নকৰে। কীট-পতঙ্গ, সাপ, জেঠি, নাইপিয়া আদি প্ৰাণীও ইয়াৰ আহাৰৰ ভিতৰত পৰে।

হাবিৰ মাজত উৎপন্ন হোৱা নানাবিধ গছৰ ফল মূল আদি খোৱা বিষয়তো এইবিধ মাৰ্টেনে অভিৰুচি প্ৰদৰ্শন কৰে। ফুলৰ ৰেণুৰে ধাৰণ কৰা মৌৰসবোৰ চুহি চুহি খায়।

হালধীয়া ডিঙীয়া মাৰ্টেনৰ বসতিস্থান আৰু বিচৰণ ভূমিয়ে ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি ব্ৰহ্মদেশেদি মালয়াচিয়া, ইণ্ডোনেচিয়া আৰু চীন দেশৰ বহুতো ঠাইলৈকে বিস্তাৰিত হৈ আছে। দক্ষিণ ভাৰতৰ ফালে আন এটা প্ৰজাতিৰ হালধীয়া ডিঙীয়া মাৰ্টেন বাস কৰে। এইবিধ মাৰ্টেনক নীলগিৰিৰ মাৰ্টেন নামেৰে অভিহিত কৰা হয়।



# মাৰ্বল ৰঙৰ হেপা

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----মাংসাহাৰী
গোত্ৰ----মাছ্‌টেলিদি
প্ৰজাতি----ভৰমেলা পেৰেগুচ্‌না

ভাৰত উপমহাদেশখনৰ পশ্চিম প্ৰান্তত মাৰ্বল ৰঙৰ হেপা বা মাৰ্বল পোলকেট নামৰ এবিধ বিচিত্ৰ প্ৰাণী বাস কৰে। আচলতে ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত পোলকেট বাস কৰাৰ বিষয়ে সঠিক ভাৱে জনা নাযায়। পৃথিৱীৰ অন্যান্য বহুতো ঠাইত কেইবাবিধো পোলকেট খলুৱা ভাৱে বাস কৰে। ইউৰোপ মহাদেশৰ কোনো কোনো ঠাইত পোলকেট নামৰ এবিধ বেলেগ প্ৰজাতিৰ পোলকেট বাস কৰে। দেখাত এইবিধ প্ৰাণীক উইজেল নামৰ প্ৰাণীৰ সৈতে একে যেন লাগে। এইবিধ পোলকেটৰ গাত উৎপন্ন হোৱা নোম বিলাক মিহি আৰু কোমল আৰু হয়। জাৰ-কালি আহি পালে এই নোমবোৰৰ বৰণ সলনি হৈ বগা পৰে। ইউৰোপ মহাদেশৰ কিছুমান মানুহে এইবিধ প্ৰাণীৰ ছালখন ব্যৱহাৰ কৰিয়েই তাৰ পৰা এক প্ৰকাৰৰ নোমাল বস্ত্ৰ তৈয়াৰ কৰে। ইংলণ্ডৰ কোনো কোনো ঠাইতো আন এবিধ পোলকেট নামৰ প্ৰাণী বাস কৰি থকাৰ কথা জনা যায়।

মাৰ্বল ৰঙৰ হেপা বা মাৰ্বল পোলকেট নামৰ যিবিধ বিচিত্ৰ প্ৰাণীৰ বিষয়ে এই প্ৰবন্ধত আলোচনা কৰিবলৈ লোৱা হৈছে সেইবিধ প্ৰাণীৰ বাসস্থান আৰু বিচৰণ ভূমি এচিয়া আৰু ইউৰোপ মহাদেশৰ বহুতো ঠাইলৈ বিয়পি আছে। ভাৰত উপ মহাদেশ খনৰ ভিতৰত কেৱল বেলুচিস্থানতহে এইবিধ প্ৰাণীক স্থানীয় ভাৱে বাস কৰা দেখা যায়। উইজেল নামৰ প্ৰাণীতকৈ এইবিধ প্ৰাণী আকাৰত ভালেমানখিনি ডাঙৰ হয়। ইয়াৰ নেজডাল নোমাল আৰু জেপোহা হয় আৰু জন্তুটোৰ গাত গজা নোমবিলাকো সেই অনুপাতে অলপ দীঘল হয়। দেহত উৎপন্ন হোৱা নোমবিলাকে বিচিত্ৰ বৰণৰ আঁকাবিকা ৰূপ ধাৰণ কৰে। মুখৰ আগভাগ বগা হয় আৰু কপালৰ ওপৰৰ পৰা আৰম্ভ কৰি মুখ মণ্ডলৰ দুয়ো কাষলৈ বৈ পৰা দুটা বগা বৰণীয়া দাগৰ উদ্ভৱ হোৱা দেখা যায়।

সাধাৰণতে নিশাচৰ প্ৰকৃতিৰ প্ৰাণী হলেও মাৰ্বল ৰঙৰ হেপাবোৰে দিন দুপৰতো চিকাৰ কাৰ্যত বাহিৰ হয়। নিগনি, এন্দুৰ, নাইপিয়া, জেঠি, চৰাই আদি নানাবিধৰ প্ৰাণী

চিকাৰত নিধন কৰে। উইজেল জাতীয় প্ৰাণীবিলাকৰ দৰে এইবিধ প্ৰাণীয়েও চিকাৰ কৰি মাৰিবলৈ লোৱা প্ৰাণীৰ মূৰত তাৰ চোকা দাঁত কেইটাৰে কামোৰ মাৰি ধৰে। এবাৰ কামোৰ মাৰি ধৰিলে জন্তুটোৱে তাৰ মুখৰ পৰা সাৰি যাব নোৱাৰে। অন্যান্য



মাৰ্টিন বণৰ হেপা

হেপা বা উইজেল জাতৰ প্ৰাণী বিলাকৰ দৰে এইবিধ প্ৰাণীয়েও ঘৰচীয়া হাঁহ-কুকুৰাৰ গড়ালত প্ৰবেশ কৰি গিৰিহঁতৰ হানি বিঘিনি ঘটায়। ইয়াৰে এটা উপপ্ৰজাতিৰ প্ৰাণী কাশ্মীৰৰ পৰ্বতীয়া ঠাইবিলাকত বাস কৰাৰ কথা জনা যায়।

# নেউল ফৈদৰ প্ৰাণীসমূহ

আমাৰ অসমৰ প্ৰায় সকলো মানুহেই নেউল দেখিছে। সৰু আকাৰৰ নোমাল জন্তুবিধক বিভিন্ন ঠাইত কম বেছি পৰিমাণে বাস কৰা দেখিবলৈ পোৱা যায়। ভাঠ হাবিৰ মাজত এই বিধ প্ৰাণীক সাধাৰণতে দেখিবলৈ পোৱা নাযায়। যিবোৰ ঠাই নল, খাগৰি ইকৰা আদি ওখ ওখ ঘাঁহ জাতীয় উদ্ভিদৰ দ্বাৰা পৰিপূৰ্ণ হৈ থাকে তেনেবোৰ ঠাইত এইবিলাক প্ৰাণীয়ে বাস কৰিবলৈ লয়। মুকলি-মূৰীয়া হাবি বননি-বিলাকেও ইহঁতৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰিব পাৰে। অসম আৰু অসমৰ ওচৰ চুবুৰীয়া আটাই কেইখন ৰাজ্যতে নেউল ফৈদৰ প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়। ভাৰত-বৰ্ষৰ অন্যান্য ৰাজ্যবিলাকৰ অনুকূল পৰিবেশ বিলাকতো নেউল জাতীয় প্ৰাণী বাস কৰা দেখা যায়। ইহঁতৰ কেইবাটাও উপ-জাতি আছে। এই উপপ্ৰজাতীয় নেউল বিলাকে বিভিন্ন ঠাইৰ ভিন্ ভিন্ পৰিবেশত বাস কৰে। নেউল বা মংগুচ গোষ্ঠীৰ আটাইবিলাক প্ৰাণীক একেলগে লগাই যিটো গোত্ৰ বা পৰিয়ালৰ সৃষ্টি কৰা হৈছে সেইটো গোত্ৰক হাৰপেচ্‌টিদি নামেৰে অভিহিত কৰা হয়।

আকাৰত নেউল জাতীয় প্ৰাণীবিলাকৰ কিছুমান ডাঙৰ আৰু আন কিছুমান তুলনা মূলক ভাৱে সৰু হোৱা দেখিবলৈ পোৱা যায়। গিৰিৰাজ হিমালয় পৰ্বতমালাৰ পাৰ্বত্য অঞ্চলবিলাকৰ পৰা আৰম্ভ কৰি নামনিৰ ভৈয়াম অঞ্চলবোৰলৈকে ইয়াৰ সচৰাচৰ বসতি-স্থান বিয়পি আছে। ৰাজস্থানৰ মৰুভূমিয়ে গৰকা বিস্তীৰ্ণ ভূভাগ আৰু দক্ষিণাত্যৰ মালভূমিতো এবিধ নহয় এবিধ নেউলে থলুৱাভাৱে বাস কৰিবৰ বাবে অনুকূল পৰিবেশ বিচাৰি লৈছে। ভাৰতবৰ্ষৰ অন্যান্য ৰাজ্যবিলাকতো নেউল জাতীয় প্ৰাণীক বাস কৰা দেখা যায়। সমগ্ৰ পৃথিবীৰ আন আন বহুতো দেশত বিভিন্ন জাতৰ নেউল জাত অনুযায়ী বেলেগ বেলেগ পাৰিপাৰ্শ্বিক অৱস্থাত বাস কৰে। আফ্ৰিকা মহাদেশখনতে সৰ্বাধিক জাতৰ নেউল আছে। ইউৰোপ মহাদেশৰ কেৱল স্পেইনতহে মাত্ৰ এবিধ নেউল বাস কৰে। এচিয়া মহাদেশৰ ভাৰত উপ-মহাদেশখনৰ পৰা আৰম্ভ কৰি মধ্য এচিয়া আৰু সুদূৰ দক্ষিণ-পূৱ এচিয়াত থকা বিভিন্ন দেশত নেউল গোষ্ঠীৰ প্ৰাণী কম বেছি পৰিমাণে বাস কৰে। এইদৰে বিভিন্ন দেশ-বিদেশত বাস কৰি থকা নেউলৰ কম পক্ষেও ৩০টা প্ৰজাতি আছে বুলি প্ৰমাণ পোৱা গৈছে।

নেউলবিলাকক মাটিত বগাই ফুৰা চাৰিঠেঙীয়া গুণ-সম্পন্ন প্ৰাণীৰ আখ্যা দিব পাৰি। ইহঁতৰ মাজত অন্তৰ্ভুক্ত হৈ থকা কোনো এবিধ প্ৰাণীকো গছত ওপৰলৈ উঠিব পৰা দেখা নাযায়। চিকাৰ কৰি জীৱন ধাৰণ কৰা প্ৰবৃত্তিৰ প্ৰাণী হিচাপে নেউল গোষ্ঠীৰ

প্ৰাণীবোৰে অসীম পাৰদৰ্শিতা প্ৰদৰ্শন কৰা দেখা যায়। এইবিলাক প্ৰাণীয়ে সাধাৰণতে যিবিলাক নিম্ন শ্বাপদ প্ৰাণীক চিকাৰ কৰি ধৰে সেইবিলাকৰ ভিতৰত নানা বিধৰ চৰাই, ভেকুলী, বেং, নিগনি, এন্দুৰ, নাইপিয়া আদি পৰে। কেঁকোৰা পালেও ইহঁতে এৰি নিদিয়ে। কীট-পতঙ্গ, কেচু-কুমটি, বিছা, পলু আৰু অন্যান্য ক্ষুদ্ৰ আকাৰৰ প্ৰাণীবোৰ ইহঁতে বিচাৰি বিচাৰি খায়। কেতিয়াবা ইহঁতৰ দুই এটা প্ৰাণীয়ে ঠেকত পৰি নিজতকৈ অলপ ডাঙৰ আকাৰৰ প্ৰাণীক আক্ৰমণ কৰিবলৈ কুণ্ঠাবোধ নকৰে।

নেউল কৈদৰ প্ৰাণীবোৰক নিৰ্জু প্ৰকৃতিৰ প্ৰাণী যেন লাগে। সাধাৰণতে ইহঁতে তলমূৰ কৰি খুচ্ খুচাই খুচ্ খুচাই ঘূৰি ফুৰে আৰু খাদ্যৰ উপযোগী জীৱ পালে মুখেৰে কামোৰ মাৰি ধৰে। তাৰ লগত দেখা দেখিকৈ ফেৰ মাৰিব পৰা জন্তুৰ লগত ভেটা-ভেটি হ'লে সি আত্ম-ৰক্ষাৰ বাবে কিম্বা আক্ৰমণ কৰিবৰ বাবে প্ৰস্তুত হয়। সেই সময়ত জন্তুটোৰ গাত উৎপন্ন হোৱা নোমবোৰ জিলিম খাই ঠৰঙা হৈ পৰে। প্ৰতিদ্বন্দীক ভয় খুৱাই নিজৰ অৱস্থা শক্তিশালী কৰিবৰ বাবে এই বিলাক প্ৰাণীয়ে এনে ধৰণৰ ভীতি সূচক প্ৰচণ্ড ৰূপ ধাৰণ কৰাৰ উপায় অৱলম্বন কৰে। আত্ম ৰক্ষাৰ সজুলি হিচাপে কোনো কোনো বিধ নেউলে আন এবিধ বিষাক্ত পদাৰ্থৰ সহায় লয়। বদ্‌গুণ থকা এই পদাৰ্থখিনি জন্তুটোৰ দেহতে উৎপত্তি হয়। জন্তুটোৰ নেজৰ তলৰ ফালে এক প্ৰকাৰৰ মাংস গ্ৰন্থি বা জোলোঙা থাকে। জন্তুটোৱে ইচ্ছানুযায়ী এই জোলোঙা বা টোপোলাৰ পৰা অকটা গোন্ধ নিঃস্ৰৱণ কৰিব পাৰে। কোনো কোনো বিধ নেউলে আত্ম-ৰক্ষাৰ বাবে এই সজুলিৰ সহায় লয়। মুখৰ চিত্ৰ বিচিত্ৰ বৰণ আৰু কদৰ্য আকৃতি প্ৰকৃতি প্ৰদৰ্শন কৰিও দুই এবিধ নেউলে শত্ৰুপক্ষীয় জানোৱাৰক বিভ্ৰান্ত কৰে।

নেউল গোষ্ঠীৰ প্ৰাণীবিলাকৰ আন এটা চাৰিত্ৰিক বৈশিষ্ট্য হ'ল এয়ে যে ইহঁতে বিষাক্ত সাপৰ লগত যুঁজ কৰি জয় লাভ কৰিব পাৰে। সাপৰ বিষাক্ত পদাৰ্থৰ পৰা এই জাতীয় প্ৰাণীবোৰে কেনেকৈ নিজকে ৰক্ষা কৰে সেই ৰহস্যৰ তাৎপৰ্য ভালদৰে জনা নাযায়। কোনোৱে কোনোৱে ক'ব খোজে যে সাপৰ লগত যুঁজ লাগি থাকোঁতে এইবিলাক প্ৰাণীয়ে নিজৰ গাৰ নোমবোৰ ঠৰঙা কৰি দিয়ে। তেতিয়া সাপে তাৰ কালজিভা খনেৰে জন্তুটোৰ গাত বিষাক্ত পদাৰ্থ নিক্ষেপ কৰিব নোৱাৰা হৈ পৰে। আন কিছুমান মানুহৰ পৰা শুনিবলৈ পোৱা যায় যে সাপৰ লগত যুদ্ধত হৈ থকা সময় ছোৱাত নেউলে এক প্ৰকাৰৰ বনৌষধ ব্যৱহাৰ কৰে। তদুপৰি এই বিষয়ত আৰু এটা কথা উল্লেখ কৰিব পৰা যায় যে সাপৰ লগত যুঁজ কৰি থাকোতে ই এনে ধৰণেৰে লুটি বাগৰ মাৰি নিজৰ দেহাটো পৰিচালনা কৰে যে সাপে তাৰ গাত বিষাক্ত পদাৰ্থ নিক্ষেপ কৰিবলৈ সুবিধা নাপায়। সি যিয়েই কি নহওক এটা কথা সত্য যে অহি নকুলৰ যুদ্ধই মানৱ জগতত এটা বুজিব নোৱাৰা সাথৰৰ সৃষ্টি কৰিবলৈ সক্ষম হৈছে।

ভাৰতবৰ্ষৰ ভৌগোলিক চাৰি সীমাৰ অন্তৰ্গত বাস কৰা কেইবিধমান নেউলৰ জীৱনালেখ্য পৰৱৰ্তী প্ৰবন্ধৰ জৰিয়তে ডাঙি ধৰিবলৈ চেষ্টা কৰা হ'ল।

❀

# নেউল

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----মাংসাহাৰী

গোত্ৰ----হাৰ্পেচ্‌টিদি

প্ৰজাতি----হাৰপেচ্‌টেচ্‌ এডৱাৰ্ডিয়াই নিউলা

অসমত যিবিধ নেউল জাতীয় প্ৰাণী সাধাৰণতে বাস কৰে সেইবিধ নেউলক বুজাবলৈ আমি কেৱল নেউল-শব্দটোকে ব্যৱহাৰ কৰোঁ। ইংৰাজী ভাষাত ইয়াক সাধাৰণ নেউল বা কমন্ মংগুচ বুলি কোৱা হয়। এইবিধ প্ৰাণীক আমাৰ এই ফালৰ ঠাইবোৰত প্ৰায়েই দেখিবলৈ পোৱা যায়। পাতলীয়া হাবি বননি বিলাকৰ মাজত উৎপন্ন হোৱা জোপোহা গছৰ তলত, বাটৰ কাষৰ দ-চানেকীয়া ঠাইত আৰু বাৰীৰ কাষৰ নলাৰ ভিতৰত সোমাই সোমাই এইবিধ প্ৰাণীয়ে খোৱা বস্তুৰ সন্ধানত ঘূৰি ফুৰে। ডাঠ হাবিৰ মাজত বাস কৰিবলৈ এইবিধ প্ৰাণীয়ে বৰ ভাল নাপায়। জন বসতিৰ কাষে পাজৰে থকা সৰু-সুৰা হাবি বননি বিলাকত বাস কৰিবলৈ লৈ পৰোক্ষ ভাৱে মানুহৰ পৰা বহুতখিনি উপকাৰ পায়। যিবোৰ ঠাইত মানুহে বেঙেনা, কেৰেলা আদি নানাবিধৰ ফচল লগায় সেইবোৰ ঠাইতে কীট-পতঙ্গ, বেং, নিগনি আদিয়ে থাকিবৰ বাবে সুবিধা কৰি লয়। এইবোৰ প্ৰাণীক ধৰি ধৰি খাবৰ বাবে নেউল জাতীয় প্ৰাণীবোৰে ওচৰৰ হাবি বননিবোৰত থলুৱা ভাৱে বাস কৰিবলৈ সুবিধাজনক ঠাই বিচাৰি লয়। বাৰীৰ কাষে কাষে মানুহে খাল খান্দি যিবোৰ চাপ নিৰ্মাণ কৰি লয় সেইবোৰ চাপ আৰু খালত বগুৱা বাই ফুৰি ইহঁতে নানা বিধৰ প্ৰাণী চিকাৰ কৰি ধৰে। মানুহ ওচৰ চাপি অহাৰ উমান পালে লাহেকৈ জোপোহা গছৰ আঁৰত লুকাই আত্মগোপন কৰিবলৈ চেষ্টা কৰে। কিছু দূৰ তলমূৰ কৰি আগবাঢ়ি গৈ ইফালে সিফালে পুলুঙা পুলুঙিকৈ চাবলৈ ধৰে। লাহেকৈ হাবিৰ মাজত সোমাই খন্তেকতে অন্তৰ্দ্ধান হয়।

জোপোহা গছৰ তল, পাথৰৰ ফাঁক, গছৰ খোন্দ, ডাঙৰ ডাঙৰ গছৰ গুৰি ভাগত মাটিৰ উপৰি ভাগলৈকে ওলাই থকা শিপা, বতাহত উৰলি পৰা গছৰ তলৰ মুকলি ঠাই আদিত সোমাই সোমাই থাকি এই জাত প্ৰাণীয়ে দিনৰ সৰহখিনি সময় কটাই দিয়ে। মাটিত গাঁত খান্দি খান্দি লৈ তাৰ ভিতৰত একোটা আহল বহল খোৰোং বনাই লয়। কিবা কাৰণত মানুহে এনেবোৰ ঠাইত আপোনা-আপুনি উৎপন্ন হোৱা হাবি জঙ্গলবোৰ কাটিব লগীয়া হ'লে তাত সোমাই থকা নেউল কেইটাই চকুৰ পচাৰতে দৌৰ দি পলাই

যায়। অতি খৰতকীয়া বেগত ইহঁতে মাটিৰ ওপৰেদি দৌৰি দৌৰি যাব পাৰে। নগৰীয়া ঠাইবোৰত মানুহৰ সংগমক আওকাণ কৰি এই নেউলবিলাকে খাল, নলা, চুঙা-পাতনি আদিত ভুমুকি মাৰেহি। মানুহৰ গম পালে লিকতে অন্তৰ্দ্ধান হৈ হাবিৰ মাজত সোমাই গৈ। দিন ৰাতিৰ ভেদাভেদ নৰখাকৈ এইবিধ প্ৰাণীয়ে চিকাৰ বিচাৰি ইফালে সিফালে ঘূৰি ফুৰে। সাপ, নাইপিয়া, জেঠি আদি সৰীসৃপ গোষ্ঠীৰ প্ৰাণীৰ পৰা আৰম্ভ কৰি ভেকুলী, কেঁচু, কুমটি, কুমজেলুকা, কেৰেলুৱা বিচা, পলু আদি নানা বিধৰ ক্ষুদ্ৰ আকাৰৰ প্ৰাণীবোৰ ই ধৰি ধৰি খায়। মাটিত বাহ সজা চৰাই আৰু এনে প্ৰকৃতিৰ চৰায়ে পাৰি থোৱা কণী বিচাৰি বিচাৰি নেউলে চলাথ কৰে। গছৰ ফল মূল আদি খোৱা বিষয়তো এইবিধ নেউলে অভিৰুচি প্ৰদৰ্শন কৰে। মৰা জন্তুৰ গেলাপচা মাংস খাবলৈও এইবিধ প্ৰাণীয়ে অকণো সঙ্কোচবোধ কৰা দেখা নাযায়। সুবিধা পালে ঘৰ-চীয়া হাঁহ কুকুৰাকো ই আক্ৰমণ কৰে। ৰাতি গড়ালৰ ভিতৰলৈ সোমাই যাব পৰা গুৰুঙা এটা বিচাৰি লৈ সেই ফালেদি গড়ালৰ ভিতৰত প্ৰৱেশ কৰে। এবাৰ গড়ালৰ ভিতৰত সোমাই লব পাৰিলে ই সেই গড়ালত থকা আটাইবোৰ হাঁহ কুকুৰাকে মাৰি শেষ কৰি পেলায়। যি কেইটা হাঁহ-কুকুৰা খালে তাৰ পেটৰ ভোক মৰে সেই কেইটা খাই শেষ কৰি দিয়ে। বাকীবোৰ আধা আধি খাই অৱশিষ্টখিনি গড়ালৰ ভিতৰতে এৰি থৈ যায়। কোনো কোনোটো হাঁহ-কুকুৰা একেবাৰে নোখোৱাকৈ গোটে গোটে গড়ালতে এৰি থৈ যায়। বাহত থকা পোৱালিক খুৱাবৰ বাবে দুই এটা চৰাই টানি আজুৰি লগতে লৈ যায়। পিছ দিনা ৰাতি পুৱাহে গিৰিহঁত গিৰিহঁতনীয়ে গড়ালৰ দুৱাৰ খুলি চাই গম পায় যে নেউলে গড়ালৰ আটাই কেইটি প্ৰাণীকে মাৰি শেষ কৰি থৈ গৈছে। ঘৰত চোকা কুকুৰ থাকিলে অৱশ্যে নেউলে এনে ধৰণৰ উৎপাত কৰিব নোৱাৰে।

অলপ নিলগৰ পৰা লক্ষ্য কৰিলে নেউলৰ দেহত উৎপন্ন হোৱা নোমবোৰৰ ৰবণ মদকৰা হোৱা দেখা যায়। আচলতে ৰবণত এই নোমবোৰে খাপ খাপ ৰূপ ধাৰণ কৰে। সেই কাৰণে গোটেই জন্তুটোৰ গাত এক প্ৰকাৰৰ চিক্‌মিকনিয়ে বিৰাজ কৰে।

ভাৰতবৰ্ষৰ চাৰি সীমাৰ অন্তৰ্গত তিনিটা উপজাতিৰ নেউল বাস কৰে। উত্তৰ ভাৰত আৰু পূৰ্বাঞ্চলত যি বিধ নেউল সাধাৰণতে বাস কৰে সেই বিধ নেউলৰ নোম বিলাক তুলনামূলক ভাৱে দীঘল হয়। ৰাজস্থানৰ মৰুভূমি অঞ্চলত বাস কৰা নেউল-বোৰৰ নোমবোৰ এনে ধৰণেৰে দীঘল হোৱা দেখা নাযায়। তদুপৰি মৰুভূমি এলেকাত বাস কৰা নেউলবোৰৰ নোম ৰবণত ৰঙচুৱা হয়। দক্ষিণ ভাৰতৰ ফালে যিটো উপ-জাতিৰ নেউল বাস কৰে সেই উপজাতিৰ নেউলৰ নোমবোৰ একেবাৰে চুটি চুটি হয়।

এই প্ৰবন্ধত উল্লেখ কৰা বিধ নেউলৰ বাহিৰে আন কেবাটাও প্ৰজাতিৰ নেউল ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত বাস কৰা দেখিবলৈ পোৱা যায়। সেই বিলাকৰ ভিতৰত ডিঙিত আঁচ থকা এটা প্ৰজাতিৰ নেউল দক্ষিণ ভাৰতৰ পশ্চিমঘাট পৰ্বতমালাত বাস কৰে। এইবিধ নেউলক ডিঙিত আঁচ থকা নেউল নামেৰে অভিহিত কৰা হয়। এচিয়া মহাদেশত বাস কৰা নেউল জাতীয় প্ৰাণীবিলাকৰ ভিতৰত আকাৰত এইবিধ নেউল

আটাইতকৈ ডাঙৰ বুলি জনা যায়। মুগা বৰণীয়া নোমৰ আৱৰণ থকা আন এবিধ নেউল দক্ষিণ ভাৰতৰ পৰ্বতীয়া ঠাইবিলাকত বাস কৰা দেখা যায়। এইবিধ নেউলক মুগা বৰণীয়া নেউল বুলি কোৱা হয়। তৃতীয় প্ৰজাতিৰ নেউলক কেঁকোৰা খোৱা নেউল বুলি কোৱা হয়। এইবিধ নেউলৰ বসতিস্থান নেপালৰ পৰা আৰম্ভ কৰি অসমেদি ব্ৰহ্মদেশ, মালয়াচিয়া আদি দেশলৈ বিস্তাৰিত হৈ আছে।

নেউল জাতীয় প্ৰাণীবোৰে বছৰৰ যেই কোনো সময়তে পোৱালি জগায়।

# বান্দৰ গোষ্ঠীৰ প্ৰাণীসমূহ

স্তন্যপায়ী জন্তু বিলাকৰ ভিতৰত মানৱ জাতিয়ে আটাইতকৈ শ্ৰেষ্ঠ আসন লাভ কৰিবলৈ সক্ষম হৈছে। এই শ্ৰেষ্ঠতাৰ গুৰিতে হ'ল মানুহৰ বুদ্ধি বৃত্তিৰ বিকাশ সাধন। পৃথিৱীত পোন প্ৰথমতে জীৱৰ সৃষ্টি হোৱাৰ পাছৰ পৰা আৰম্ভ কৰি কোটি কোটি বছৰ বাগৰি যোৱাৰ অন্তত এতিয়ালৈকে জীৱ জগতত যি উৎকৰ্ষ সাধন হৈছে সেই উৎকৰ্ষ সাধনৰ চূড়ান্ত পৰ্য্যায়ত মানৱ জাতিয়ে স্থান লৈছে। আনহাতে মানৱ জাতিৰ হাতত হাত মিলাই অন্যান্য যি যি বিলাক ইতৰ প্ৰাণীয়ে উৎকৰ্ষ সাধনৰ পথত এখোজ দু-খোজকৈ আগবাঢ়ি যাবলৈ সক্ষম হৈছে সেই বিলাকৰ ভিতৰত বান্দৰ গোষ্ঠীৰ প্ৰাণী বিলাকক স্থান দিব পাৰি। বান্দৰক ' বা-নৰ অৰ্থাৎ স্বৰূপাৰ্থত নৰ কিম্বা বিকল্পে "নৰ" বুলি গণ্য কৰিব পৰা যায়। জীৱবিদ্ সকলেও মানুহৰ লগতে বানৰ কৈফৰ অমানুহ প্ৰাণী বিলাকক সামৰিলৈ প্ৰাইমেট বৰ্গ বা গোষ্ঠীত অন্তৰ্ভুক্ত কৰিছে। মানুহ বান্দৰৰ পৰাই উৎপত্তি হ'লনে কিম্বা অন্য কিবা ধৰণৰ বিশিষ্ট ৰূপ লৈ পোন প্ৰথমতে পৃথিৱীত উৎপত্তি হ'ল এই বিষয়ে বিভিন্ন জনে বিভিন্ন অভিমত প্ৰকাশ কৰিব খোজে। পিছে মানুহ আৰু বান্দৰ জাতীয় প্ৰাণী বিলাকৰ মাজত যিখিনি ব্যৱধান পৰিলক্ষিত হোৱা দেখা যায় সেইখিনিয়ে সমগোষ্ঠীৰ প্ৰাদুৰ্ভাৱৰ - তত্ত্ব বিশ্লেষণ কথাত ভালেখিনি অন্তৰায়ৰ সৃষ্টি কৰা দেখা যায়। জীৱ বিজ্ঞানী সকলৰ বহুতে এই অভিমত পোষণ কৰে যে বান্দৰৰ পৰা মানুহলৈ উৎকৰ্ষ সাধন কৰি পৰিবৰ্তন হোৱাৰ পথত উৎপত্তি হোৱা বহুতো প্ৰাণী ইতিমধ্যে পৃথিৱীৰ বুকুৰ পৰা বিলুপ্ত হৈছে। মাটিৰ তলত বা বৰফৰ তলিত পোত খাই থকা কিছুমান জীৱাশ্ম পৰীক্ষা কৰি এওঁলোকে বহুতো তথ্য উদ্ধাৰ কৰিছে। উল্লেখযোগ্য যে মানৱৰ বৈজ্ঞানিক নাম হ'ল হোমো চেপিয়ান্চ। মানুহ আৰু বান্দৰৰ মধ্যভাগত থকা কেবাবিধো অৱলুপ্ত প্ৰাণীৰ জকা ইতিমধ্যে জীৱবিদ সকলৰ দুই এজন বিজ্ঞানীয়ে ফচিল ৰূপত বিচাৰি উলিয়াইছে।

এতিয়া মগজু বিকাশৰ কথাখিনি থাউকতে আলোচনা কৰিবলৈ যত্ন কৰা হওক। এই মগজুৰ পূৰ্ণ বিকাশ সাধনক আত্মৰক্ষাৰ শ্ৰেষ্ঠতম্ সজুলি বুলি গণ্য কৰিব লাগিব। নিম্নস্তৰৰ প্ৰাণীবিলাকৰ দেহত মগজুৰ বিকাশ সামান্য হোৱাৰ বাবে আত্মৰক্ষাৰ বাবে সিহঁতে নিজৰ দেহতে থকা নানা বিধৰ সজুলি ব্যৱহাৰ কৰিব লগীয়া হয়। আত্মৰক্ষাৰ সজুলি হিচাপে ব্যৱহাৰ কৰিবলৈ আৰু শত্ৰু জাতীয় প্ৰাণীৰ লগত যুদ্ধ বাগৰত প্ৰবৃত্ত হৈ নিজৰ বংশ ৰক্ষা কৰিবৰ বাবে ইতৰ প্ৰাণী বিলাকে নিজৰ দেহতে উৎপত্তি হোৱা নানা দাঁত আৰু শিং আদিৰ বিশেষ ৰূপ আৰু উৎকৰ্ষ সাধনক এই বিষয়ত উদাহৰণ

স্বৰূপে আঙুলিয়াই দেখুৱাব পৰা যায়। মানৱ জাতিৰ ক্ষেত্ৰত এইবিলাক সকলুৰে অভাৱ পৰিলক্ষিত হৈছে। পিছে মানুহৰ মগজুৰ চূড়ান্ত বিকাশে এই আটাই যোৰ আয়োজনক ব্যৰ্থ কৰিবলৈ সমৰ্থ হৈছে।

বহুতো বিষয়ত বান্দৰ গোষ্ঠীৰ ইতৰ প্ৰাণী বিলাকে মানুহৰ চৰিত্ৰ প্ৰদৰ্শন কৰে। বুদ্ধি বৃত্তিত কিন্তু ইহঁত মানৱ জাতিৰ পৰা বহুতো আঁতৰত আছে। উদাহৰণ স্বৰূপে ক'ব পাৰি যে মানুহৰ দৰে বান্দৰ গোষ্ঠীৰ প্ৰাণীৰ দুখনকৈ হাত থকা স্বত্বেও দলি মৰা বা কৰ্ণুটি মাৰি শত্ৰুক বিতাৰণ কৰা কামৰ বাবে সিহঁতে এই হাত দুখন ব্যৱহাৰ কৰিব বা কৰ্ণুটি মাৰি শত্ৰুক আঁতৰ কৰা কামৰ বাবে সিহঁতে এই হাত দুখন ব্যৱহাৰ কৰিব নাজানে। তেনে ধৰণৰ শাৰীৰিক আৰু চাৰিত্ৰিক তথা মানসিক বিকাশ সাধনত ব্যুৎপত্তি লাভ কৰা কিছুমান মানৱ সদৃশ প্ৰাণীয়ে ধৰাত সেও মানি ইতিমধ্যে যে পৃথিবীৰ বিদায় লৈ যাব লগা হ'ল এই কথা ভবাৰো থল নাই বুলি ক'ব নোৱাৰি। সি যিয়েই কি নহওক বৰ্তমান যুগত বান্দৰ বিলাকেই যে মানুহৰ পাছতে মগজু বিকাশত স্থান অধিকাৰ কৰি লব পাৰিছে এই কথা সৰ্বসন্মত ভাৱে মানি লোৱা নিতান্ত প্ৰয়োজন।

আমাৰ দেশত বান্দৰ বুলি ক'লে সাধাৰণতে আমি যিবিধ প্ৰাণীক বুজো সেইবিধ বান্দৰ জাতীয় প্ৰাণীয়ে সকলো বিলাক প্ৰাইমেট গোষ্ঠীৰ জানোৱাৰক প্ৰতিনিধিত্ব কৰিব নোৱাৰে। অষ্ট্ৰেলিয়া মহাদেশখনৰ বাহিৰে পৃথিবীৰ আন আটাই কেইখন মহাদেশতে বান্দৰ গোষ্ঠীৰ প্ৰাণীৰ এবিধ নহয় এবিধে স্বাভাৱিক পৰিবেশত বাস কৰি আছিছে। শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গ বিলাকৰ গঠন প্ৰণালী আৰু প্ৰাণী বিলাকৰ চাৰিত্ৰিক গুণাগুণৰ ওপৰত ভিত্তি কৰি প্ৰাইমেট্ বিলাকক মোটামোটি ভাৱে তিনিটা ভাগত ভাগ কৰা হৈছে। তাৰ ভিতৰত গছত বগাব পৰা চিকা জাতীয় প্ৰাণী বিলাকক সামৰি লৈ লেমুৰ নামেৰে জনাজাত যিবিলাক প্ৰাণী আছে সেই বিলাকেই বান্দৰ জাতীয় প্ৰাণীৰ নিম্নস্তৰত স্থান পাইছে। এই লেমুৰ ফৈদৰ প্ৰাণী বিলাকৰ ভিতৰত আমাৰ লাজুকী বান্দৰ নামৰ প্ৰাণী বিধো পৰে। দ্বিতীয় স্থানত ঠাই পাইছে টাৰছিয়াৰ নামেৰে জনাজাত প্ৰাণী বিলাকে। টাৰচিয়াৰ নামৰ প্ৰাণীক অৱশ্যে আমাৰ ইয়াত বাস কৰা দেখিবলৈ পোৱা নাযায়। অসমৰ কথাই নকওঁ। গোটেই ভাৰত উপ মহাদেশখনৰ অন্য কোনো ঠাইতে এই ফৈদৰ প্ৰাণী বাস কৰা দেখিবলৈ পোৱা নাযায়। ইহঁতৰ কিছুমানে সুমাত্ৰা, জাভা, বৰ্ণিও, চিলিবিচ আদি দ্বীপপুঞ্জত বাস কৰিবৰ বাবে অনুকূল পৰিবেশ বিচাৰি লৈছে। সাধাৰণ বান্দৰ, হনুমান বান্দৰ, হলৌ বান্দৰ আদি প্ৰাণীৰ প্ৰতিনিধি বিলাকে ভাগে ভাগে এচিয়া, ইউৰোপ, আফ্ৰিকা আৰু আমেৰিকা মহাদেশ কেইখনৰ বিভিন্ন ঠাইৰ ভিন্ ভিন পৰিবেশত বাস কৰে। আটাই কেইখন মহাদেশত একে একে বিধৰ বান্দৰ গোষ্ঠীৰ প্ৰাণী বাস কৰা দেখা নাযায়। আমাৰ দেশত বান্দৰ জাতীয় যি কেইবিধ প্ৰাণী বাস কৰে ইউৰোপ, আফ্ৰিকা আৰু আমেৰিকা মহাদেশত সেইবিলাকক স্বাভাৱিক অৱস্থাত দেখা নাযায়। ইয়াত থকা সাধাৰণ বান্দৰক প্ৰতিনিধিত্ব কৰা প্ৰাণী বিলাকক ধাউকতে মেকেক বুলি কোৱা হয়। আফ্ৰিকা মহাদেশখনত মেকেকৰ ঠাই মাগাৱে আৰু বেবোন বিলাকে দখল কৰিছে। আফ্ৰিকাৰ হাবি জঙ্গল বিলাকত কিছুমান দীঘলনেজীয়া বান্দৰ জাতীয়

প্ৰাণী বাস কৰে। ইহঁতে সৰহ ভাগ সময় গছৰ ওপৰতে কটায় আৰু কাচিৎ কেতিয়া-বাহে মাটিলৈ নামি আহে। সেইখন মহাদেশৰে মুকলি-মুৰীয়া ঘাঁহনি পথাৰবিলাকত মাটিত বগাই ফুৰা কেইবিধ মান বান্দৰ জাতীয় প্ৰাণী বাস কৰে। তাৰে এবিধক হোচাৰ বান্দৰ বুলি কোৱা হয়। কোনো কোনোৱে ইহঁতক মিলিটেৰী বান্দৰ বুলিও কয়। সেনা বাহিনীৰ সৈন্য বিলাকৰ দৰে জাক বান্ধি পৰিভ্ৰমণ কৰি ফুৰাৰ চাৰিত্ৰিক গুণ থকাৰ বাবেই এই প্ৰাণী বিলাকক মিলিটেৰী বান্দৰৰ আখ্যা দিয়া হৈছে। দক্ষিণ আমেৰিকাত কেপোচিন্, মাৰ্মোচেট, তামাৰিণ প্ৰভৃতি বিভিন্ন জাতৰ সৰু আকাৰৰ বান্দৰ জাতীয় প্ৰাণী বাস কৰে। ওপৰত হলৌ বান্দৰ নামৰ বিবিধ বানৰ জাতীয় প্ৰাণীৰ নাম উল্লেখ কৰা হ'ল সেইবিধ বান্দৰৰ প্ৰতিনিধি বিলাকক থাউকতে গীবন বুলি কোৱা হয়। আফ্ৰিকাত থকা মাণ্ড্ৰিল, বেবোন আদি প্ৰাণীয়ে আমাৰ দেশত থকা নানাবিধ বান্দৰৰ ঠাই অধিকাৰ কৰিব পাৰিছে। চিম্পাঞ্জী, গৰিলা আৰু ওৰাং ওটান নামেৰে জনাজাত বৃহৎ আকাৰৰ মানৱ সদৃশ বান্দৰে এপ্ বা গ্ৰেইট এপ্ নাম লৈছে। ওৰাং ওটান ইণ্ডোনেচিয়াৰ কালৰ প্ৰাণী আৰু গৰিলা, চিম্পাঞ্জী নামেৰে জনাজাত প্ৰাণী দুবিধৰ সচৰাচৰ বসতিস্থান হ'ল আফ্ৰিকা মহাদেশৰ গভীৰ অৰণ্যভূমিবিলাক।

ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ অন্তৰ্গত বাস কৰা বিভিন্ন কৈন্দৰ বান্দৰৰ প্ৰতিনিধি বিলাকৰ বিষয়ে ইয়াৰ পাছত উদ্ধিঃত কৰা প্ৰবন্ধ বিলাকৰ জৰিয়তে বৰ্ণনা আগ বঢ়াবলৈ যত্ন কৰা হ'ল।



# বৃক্ষাৰোহী চিকা

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----প্ৰাইমেট

গোত্ৰ----টুপাইদি

প্ৰজাতি----আম্বানা ইলিয়টি

ইয়াৰ আগতে মাটিত বগাই ফুৰা আৰু মানুহৰ ঘৰৰ ওচৰত বাস কৰা এবিধ চিকা জাতৰ প্ৰাণীৰ বিষয়ে আলোচনা কৰি অহা হৈছে। সেইবিধ প্ৰাণীৰ জীৱনালেখ্য বৰ্ণনা কৰাৰ সময়ত এই কথা উনুকিয়াই অহা হৈছিল যে মাটিত বগাই ফুৰা চিকা জাতীয় প্ৰাণীবোৰক পতঙ্গ-ভোজী প্ৰাণীবোৰৰ লগত সাঙুৰি ৰখা হৈছে। বৰ্তমান যিবিধ গছত বগাব পৰা বা সাধাৰণতে গছৰ ডালে পাতে বগুৱা বাই ফুৰা চিকা জাতৰ প্ৰাণীৰ বিষয়ে এই প্ৰবন্ধত আলোচনা কৰিবলৈ লোৱা হৈছে সেই জাতৰ প্ৰাণীকো পূৰ্বতে জীৱবিদ পণ্ডিত সকলে পতঙ্গ-ভোজী প্ৰাণীবিলাকৰ লগতে স্থান দিছিল। এতিয়া গছত বগাই ফুৰা চিকা বিলাকক বান্দৰ গোষ্ঠীৰ প্ৰাণীবিলাকৰ মাজলৈ টানি অনা হৈছে। এই নিম্নস্তৰৰ স্তন্যপায়ী জন্তু বিলাকক এইদৰে বান্দৰৰ গোষ্ঠীলৈ টানি আনিব লগীয়া হোৱাৰ একাধিক যুক্তি জীৱবিদ্ সকলে বিচাৰি পাইছে। মালয়া-চিয়াৰ মানুহে এইবিধ প্ৰাণীক কেৰ্কেটুৱা নামেৰে অভিহিত কৰিব খোজে। গোটেই পৃথিৱীখনৰ অন্যান্য দেশত থকা মানুহবিলাকে অৱশ্যে ইয়াক গছত বগুৱা চিকা বুলিয়েই কয়। বৃক্ষাৰোহী চিকাবিলাকে মাটিত বগাই ফুৰা আনবিলাক চিকাৰ দৰে জীৱন ধাৰণৰ বাবে কীট পতঙ্গৰ ওপৰতে সম্পূৰ্ণভাৱে নিৰ্ভৰ নকৰে। নানা জাতীয় গছৰ ফলমূল আদি ভক্ষণ কৰাৰ উপৰিও ইহঁতে চৰাই আদি নানা বিধৰ প্ৰাণীক ধৰি ধৰি খায়। মগজুৰ উৎকৰ্ষ সাধনৰ ক্ষেত্ৰত অৱশ্যে দেখিবলৈ পোৱা যায় যে চিকা জাতীয় প্ৰাণীবোৰে এই বিষয়ত বিশেষ অগ্ৰগতি লাভ কৰিব পৰা নাই। মাটিৰ ওপৰত বগুৱা বাই ফুৰা পতঙ্গভোজী চিকাবোৰৰ কথাই নাই; আনকি গছত বগুৱা বাই ফুৰা চিকাবোৰেও এই বিষয়ত উন্নত পৰ্যায়ৰ বান্দৰবিলাকৰ দৰে অগ্ৰগতি লাভ কৰিব পৰা নাই।

বান্দৰ গোষ্ঠীত অন্তৰ্ভুক্ত হৈ থকা আটাইবোৰ প্ৰাণীৰে যে অ-মানুহ বান্দৰ কিছু-মানৰ দৰে মগজুৰ বিকাশ ঘটিছে এই কথাও সত্য বুলি ক'ব নোৱাৰি। কাৰণ লাজুকী বান্দৰ, লাহি লাজুকী বান্দৰ, পোতো, গালাগো প্ৰভৃতি কিছুমান বান্দৰ গোষ্ঠীৰ প্ৰাণীৰ

মগজে উন্নতিৰ পথৰ আন আন কিছুমান বান্দৰৰ দৰে আগবাঢ়িব পৰা নাই। সেই-বাবে মগজুৰ উৎকৰ্ষ সাধন নোহোৱাকৈ থকা আৰু শাৰীৰিক তথা চাৰিত্ৰিক গুণাৱলীত সিহঁতৰ পৰম্পৰৰ মাজত যথেষ্ট সাদৃশ্য থকা প্ৰাণী বিলাকক লগ লগাই এটা স্বতন্ত্ৰ উপ-গোষ্ঠীত অন্তৰ্ভুক্ত কৰা হৈছে। এই উপগোষ্ঠীটোক প্ৰচিমিয়াই নামেৰে অভিহিত কৰা হৈছে। বৃক্ষাৰোহী চিকা বিলাককো এই উপগোষ্ঠীতে স্থান দিয়া হৈছে। মেকেক্, হনুমান-বান্দৰ, হলৌ বান্দৰ, চিম্পাঞ্জী, গৰিলা, ওৰাং ওটান আদি চালাক চতুৰ প্ৰাণীক লগ লগাই চিমিয়াই নামৰ এটা উপগোষ্ঠীত স্থান দিয়া হৈছে।

বৃক্ষাৰোহী চিকাৰ ভিতৰত মাত্ৰ দুটা জাতৰ জন্তু ভাৰতবৰ্ষৰ চাৰি সীমাৰ অন্তৰ্গত বাস কৰে। ইয়াৰে এবিধক "ইণ্ডিয়ান ট্ৰি শ্ৰো" আৰু আন বিধক "মালয়ান ট্ৰি শ্ৰো" বুলি কোৱা হয়। এই দুবিধ প্ৰাণীক বুজাবলৈ খাচ অসমীয়া ভাষাত ক্ৰমে "ভাৰত-বৰ্ষীয় গছত বগুৱা চিকা" আৰু "মালয়দেশীয় গছত বগুৱা চিকা" নাম দুটা হয়তো ব্যৱহাৰ কৰিব পৰা যায়। অলপ সংক্ষিপ্ত আকাৰত সিহঁতক ভাৰতৰ বৃক্ষনিবাসী চিকা আৰু মালয়ৰ বৃক্ষনিবাসী চিকা বুলি ক'ব পাৰি।

ভাৰতৰ বৃক্ষনিবাসী চিকাৰ বসতি স্থান আৰু বিচৰণ ভূমি দক্ষিণাত্যৰ ফালে থকা কোনো কোনো ঠায়ে নিৰ্ণয় কৰিছে। এই বিধ বৃক্ষনিবাসী চিকাৰ বসতি স্থান সুদূৰ বিয়পা নহয়। গঙ্গা নদীৰ উত্তৰৰ ফালে থকা বিস্তীৰ্ণ সমভূমি আৰু হিমালয় শৈলমালাৰ পৰ্বতীয়া ঠাইবোৰত এইবিধ চিকাক সাধাৰণতে দেখিবলৈ পোৱা নাযায়। গঙ্গা নদীৰ দক্ষিণ পাৰে থকা কিছুমান অনুকূল পৰিৱেশত উৎপত্তি হৈ ইহঁতৰ সচৰাচৰ বসতিস্থান আৰু বিচৰণ ভূমি দক্ষিণ প্ৰান্তত অৱস্থিত উপকূলবৰ্তী ঠাই বিলাকলৈ সম্প্ৰ-সাৰিত হৈছে। আনহাতে দেখা যায় যে মালয়ৰ বৃক্ষ-নিবাসী চিকা নামেৰে জনাজাত ক্ষুদ্ৰ প্ৰাণীৰ বসতিস্থান দেশখনৰ উত্তৰ আৰু পূৰ্বাঞ্চলত বিয়পি আছে।

বৃক্ষাৰোহী চিকাবিলাকে যে সকলো সময়তে গছৰ ডালে পাতে পৰিভ্ৰমণ কৰিয়েই সময়বোৰ অতিবাহিত কৰে এই কথা আখৰে আখৰে সঁচা বুলি কব নোৱাৰি। কথা ইমানেই যে গছৰ ওপৰলৈ নখৰ সহায়ত বগুৱা বাই যাব পৰাৰ গুণ ইহঁতে আয়ত্ত কৰি ল'ব পাৰিছে। সময় আৰু সুবিধা বুজি এই প্ৰাণীবিলাকে মাটিলৈও নামি আহে আৰু খোৱা বস্তুৰ সন্ধানত ইফালে সিফালে ঘূৰি ফুৰে। গছৰ তলখন উপচি থকা তল-সৰা শুকান পাত, জাবৰ আদি খুচৰি মুচৰি ইহঁতে তাৰ তলত লোমাই থকা পোক পৰুৱা, কীট-পতঙ্গ আদি বিচাৰি বিচাৰি খায়। বহুতো বিষয়ত ইহঁতে কেৰ্কেটুৱা গোষ্ঠীত অন্তৰ্ভুক্ত হৈ থকা প্ৰাণীবোৰৰ চৰিত্ৰিক গুণ প্ৰদৰ্শন কৰা দেখা যায়।

বৃক্ষাৰোহী চিকাৰ মাইকী জনীয়ে এবাৰত মাত্ৰ এটাকৈ পোৱালি জগায়। সাধা-ৰণতে এটা মতা আৰু এজনী মাইকী চিকা লগ লাগি সংসাৰিক জীৱনৰ পাতনি মেলে। যিডোখৰ ঠাইত ইহঁতহালে বাহ সাজি থাকিবলৈ লয় সেইডোখৰ ঠাইলৈ জাতৰ আনবোৰ চিকাক আহিবলৈ নিদিয়ে।

# লাজুকী বান্দৰ

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—প্ৰাইমেট
গোত্ৰ—লৰিচিদি
প্ৰজাতি—নিক্টিচেবাচ্ কওকাং

লাজুকী বান্দৰ নামৰ প্ৰাণী বিধক অসমৰ হাবি-জংগল বিলাকত বাস কৰা দেখিবলৈ পোৱা যায়। ইংৰাজী ভাষাত এইবিধ প্ৰাণীক 'স্লো লৰিচ্' বুলি কোৱা হয়। এই একে বিধ প্ৰাণীকে বুজাবলৈ আমাৰ কোনো কোনো মানুহে নিলাজী বান্দৰ শব্দ দুটা ব্যৱহাৰ কৰে। গোটেই ভাৰতবৰ্ষৰ ভিন্ ভিন্ ঠাইত স্লো লৰিচ আৰু স্লেন্দাৰ লৰিচ নামৰ দুবিধ প্ৰাণী বাস কৰে। অসমৰ বাহিৰেও পূৰ্বাঞ্চলৰ প্ৰায় আটাই কেইখন ওচৰ চুবুৰীয়া ৰাজ্যত লাজুকী বান্দৰৰ বসতি স্থান বিয়পি আছে। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমাৰ বাহিৰে লাজুকী বান্দৰক দক্ষিণ পূব এচিয়াৰ কেবাখনো দেশত বাস কৰা দেখিবলৈ পোৱা যায়। স্লেন্দাৰ লৰিচ নামেৰে জনাজাত প্ৰাণীবিধক আমাৰ এই ফালৰ ঠাই-ৰোৰত বাস কৰি থকা দেখা নাযায়। এইবিধ দক্ষিণ ভাৰতীয় প্ৰাণী। আমাৰ ভাষাত এই দ্বিতীয় বিধ প্ৰাণীক বুজাবলৈ "নাহি লাজুকী বান্দৰ" শব্দাৱলী ব্যৱহাৰ কৰা হৈছে। ইয়াৰ বসতিস্থান দক্ষিণৰ ফালে সাগৰৰ সিপাৰে থকা শ্ৰীলংকা পৰ্যন্ত বিয়পি আছে।

লাজুকী বান্দৰৰ তিনিটা উপ-প্ৰজাতি আছে। যিটো উপ-প্ৰজাতিৰ প্ৰাণী অসমকে কেন্দ্ৰ কৰি পূৰ্বাঞ্চলৰ ৰাজ্য কেইখনত সাধাৰণতে বাস কৰে সেই উপ-প্ৰজাতিৰ প্ৰাণীক বিজ্ঞান সন্মত ভাষাত নিক্টিচেবাচ কওকাং বেঙ্গলেন্সিচ্ বুলি কোৱা হয়। ইয়াৰ বসতি স্থান ভাৰতবৰ্ষৰ চাৰিসীমাৰ বাহিৰে বাংলাদেশৰ চিটাগঙেদি ব্ৰহ্মদেশলৈকে বিস্তাৰিত হৈ আছে।

এই সুযোগতে লাজুকী বান্দৰৰ সমধৰ্মী প্ৰাণীবিলাকৰ বিষয়ে অলপ বহলাই আলোচনা কৰা যাওক। বান্দৰ গোষ্ঠীত অন্তৰ্ভুক্ত হৈ থকা প্ৰাণীবিলাকৰ ভিতৰত লাজুকী বান্দৰৰ নিচিনা জন্তু কেইবিধমানক সৰ্ব-নিম্ন থাপত স্থান দিয়া হয়। কিয়নো মগজুৰ বিকাশ সাধনৰ ক্ষেত্ৰত অন্যান্য জাতীয় বান্দৰ বিলাকৰ দৰে এই কেইবিধ বান্দৰে আগ বাঢ়িব পৰা নাই। ইহঁতৰ কেইবিধমান প্ৰাণী আফ্ৰিকা মহাদেশৰ হাবি বননি বিলাকত শিৰলৈ বাস কৰে। তাৰ ভিতৰত পোন প্ৰথমতে "হাবিৰ কেঁচুৱা" (বুচ বেবি) নামেৰে জনাজাত এবিধ প্ৰাণীৰ নাম উল্লেখ কৰিব পাৰি। দ্বিতীয় বিধ প্ৰাণীৰ নাম হ'ল "পোটো"।

নাইজেৰিয়াৰ ফালে "আগ্ৱানিটিবো" নামৰ আন এবিধ সমপৰ্য্যায়ৰ প্ৰাণী বাস কৰে। দেখাত "আগৱানিটিবো" নামৰ প্ৰাণীবিধক "স্লেনদাৰ লৰিচ" বা লাহি লাজুকী বান্দৰৰ সৈতে একে যেন লাগে। "পোতো" নামেৰে জনাজাত প্ৰাণীবিধক "শ্লো লৰিচ" বা লাজুকী বান্দৰৰ সৈতে একে দেখি। ইহঁত আটাইবোৰেই নিশাচৰ প্ৰাণী। দিনৰ ভাগত ইহঁতে গছৰ খোন্দত কিম্বা তেনে ধৰণৰ সুবিধা জনক ঠাইত নুবা বান্ধি পৰি থাকে। গধূলি হোৱাৰ লগে লগে এইদৰে আশ্ৰয় লৈ পৰি থকা ঠাইবোৰৰ পৰা ওলাই আহে। গোটেই নিশা গছৰ ডালে পাতে বগাই বগাই আহাৰ বিচাৰি ঘূৰি ফুৰে। সেই বাবে দিন দুপৰত সহজতে ইহঁতক হাবিৰ মাজত দেখি পাবলৈ আশা কৰিব নোৱাৰি।



লাজুকী বান্দৰ

এনে ধৰণৰ নিশাচৰ প্ৰাণীবিলাকৰ দৰ্শন দিনৰ ভাগত সম্ভৱপৰ কৰিবলৈ উন্নত দেশৰ চিৰিয়াখানা বিলাকত বিশেষ ব্যৱস্থা কৰা হয়। আগ্ৱানিটিবো নামৰ যিবিধ লাজুকী বান্দৰৰ নিচিনা প্ৰাণী আছে সেইবিধ প্ৰাণীক দৰ্শক সকলে সহজে দেখি পাবৰ বাবে "নাইট হাউচ" বা "ৰাতি থকা ঘৰ" নিৰ্মাণ কৰা হয়। এই নাইট হাউচ বিলাকত শক্তিমান বিজুলি বাতি জ্বলাই গোটেই নিশা পোহৰ কৰি ৰখা হয়। বিজুলি বাতিৰ পোহৰকে দিনৰ পোহৰ বুলি ভাবি এই নিশাচৰ প্ৰাণীবিলাকে তেতিয়া নুবা পাতি শুই থাকে। দিনৰ ভাগত এই নাইট হাউচ বিলাকৰ চাৰিও ফালে ক'লা কাপোৰৰ আঁৰবেৰ

দি অন্ধকাৰ কৰি ৰখা হয়। তাত চিলিমিলি পোহৰৰ ৰশ্মি পেলাই দৰ্শকসকলে জন্তু কেইটাক সহজতে দেখি পাবৰ বাবে সুবিধা কৰি ৰখা হয়। জন্তু কেইটাইও সেই চিলিমিলি পোহৰ ৰাতিৰ জোনৰ পোহৰ বুলি ভাবি মুকলি মনেৰে ইফালে সিফালে ৰগাই ফুৰে। দৰ্শকসকলে সিহঁতৰ গতিবিধি লক্ষ্য কৰিবলৈ সুবিধা হৈ পৰে। যিসকল আগ্ৰহী বৈজ্ঞানিকে সিহঁতৰ জীৱন ধাৰণৰ নতুন তথ্য উদ্‌ঘাটন কৰিবলৈ একাগ্ৰ চিত্তে অনুসন্ধান তথা পৰ্যবেক্ষণৰ কাম হাতত লব খোজে তেওঁলোকে নাইট হাউচত সংৰক্ষণ কৰি ৰখা জন্তু কেইটাকে প্ৰতিনিধিমূলক প্ৰাণীৰ আৰ্হিত ল'ব পাৰে।

মানুহৰ কেচুৱাৰ নিচিনা মৰম লগা প্ৰাণী হলেও শ্লো লৰিচ্, স্লেন্‌ডাৰ লৰিচ্ বুচ্‌বেবি, পোতো আগৱানটিবো প্ৰভৃতি প্ৰাণী বিলাকক মৰমৰ পোহনীয়া প্ৰাণী ( Pet ) হিচাপে ঘৰত ৰাখি পালন কৰাৰ উপযুক্ত প্ৰাণী বুলি গণ্য কৰিব নোৱাৰি। দিনৰ ভাগত বাহিৰলৈ ওলাই নহা নিশাচৰ প্ৰকৃতিৰ প্ৰাণী হোৱাৰ বাবে আকৰ্ষণীয় বন্য প্ৰাণীৰ বেশত সিহঁতৰ এটাকো আদৰ কৰিব নোৱাৰি। তদুপৰি পোতো, বুচবেবি আদি প্ৰাণীৰ এটা বেয়া অভ্যাস আছে। পেচাব কৰিব লগীয়া হ'লে ইহঁতে হাতৰ তলুৱাতে (আগঠেঙৰ হাতোৰা) কামফেৰা কৰি পেলায়। এনে প্ৰকৃতিৰ কদৰ্য অভ্যাস থকাৰ বাবে সেই দেশৰ খলুৱা মানুহে এইবোৰ প্ৰাণী মৰমৰ পোহনীয়া জন্তু হিচাপে ঘৰত ৰাখিবলৈ ভাল নাপায়। লাজুকী বান্দৰ আৰু লাহি লাজুকী বান্দৰৰ গাত এইখিনি বদ্ গুণৰ উৎপত্তি হোৱা দেখা নাযায়।

চুটি চুটি নোমৰ আৱৰণখনৰ সৈতে এই লাজুকী বান্দৰ নামৰ প্ৰাণীবিধ দেখিবলৈ কোমল আমল হয়। ইয়াৰ গাটোক মেকুৰী জাতীয় প্ৰাণীৰ গাটোৰ লগত তুলনা কৰিব পাৰি। চকু কেইটা পথালি পথালিকৈ সজাই থোৱা যেন লাগে আৰু ইয়াৰ চকুৰ মণি কেইটাই গোল গোল ৰূপ ধাৰণ কৰে। বহল ধৰণৰ মুখ মণ্ডলৰ সৈতে এইবিধ প্ৰাণীৰ মুখখনত মানুহৰ মুখৰ স্বৰূপ প্ৰতিফলিত হোৱা দেখা যায়। চকু দুটাৰ চাৰিওফালে এচটা বগা বৰণীয়া নোমৰ চকৰ থাকে। আকাৰত এইবিধ প্ৰাণী সিমান ডাঙৰ নহয়। দীঘলে দীঘলে নাকৰ আগ ভাগৰ পৰা আৰম্ভ কৰি নেজলৈকে প্ৰায় এফুট মানহে হ'ব। ইয়াৰ নেজডালক অৱশ্যে নেজৰ আখ্যা দিব নোৱাৰি। এই নেজডাল ইমান চুটি যে বাহিৰৰ পৰা লক্ষ্য কৰিলে নেজৰ কিনা চিন্‌চাব্ আছে বুলি কোৱা টান। ইয়াৰ গাটো অলপ আটিল হয় আৰু এই আটিল দেহাটোৰ ওপৰত উৎপন্ন হোৱা নোমবোৰৰ ৰং ছাই বৰণীয়া হয়। মূৰৰ ওপৰ ভাগৰ পৰা পিঠিয়েদি নেজৰ গুৰিলৈকে বৈ পৰা আঁচ ডাল বগা চানেকীয়া হয়। ইয়াৰ ঠেঙৰ আগ ভাগত থকা হাতোৰাৰ তলুৱা আৰু নখৰ নিচিনা ঘূৰণীয়া আকাৰৰ নখ থাকিলেও দেখা যায় যে তৰ্জনী আঙুলিত যিটো নখৰ উৎপত্তি হয় সেই নখ হাঁকোটাৰ নিচিনাকৈ দীঘল হয়। এই দীঘল আৰু হাঁকোটাৰ নিচিনা নখৰ সহায়ত জন্তুটোৱে পাথৰৰ ফাঁক কিম্বা গছৰ বাকলিৰ ভিতৰৰ পৰা কীট-পতঙ্গ আদি খোৱাৰ উপযোগী বস্তু উলিয়াই আনে। ইয়াৰ হাতৰ মুঠিটো বৰ মজবুত হয়। গছৰ ডাল বা অন্য কোনো ঠাইত খামোচ মাৰি ধৰিলে এই মুঠিটো টানি এৰুৱাব নোৱাৰি। হাত খনেৰে খোৱা বস্তুবোৰ তুলি আনি ই মুখত দিয়ে আৰু

বস্তুটো মুখত দিয়াৰ লগে লগে সি মাৰক্ মাৰক্ কৰি চোবাই, তাক খুৰমুচি কৰি পেলায়। এবাৰ তাৰ মুখৰ ভিতৰত সোমাই পৰিলে কোনো প্ৰাণীয়ে জীৱন ৰক্ষা কৰি জীয়াই থাকিবলৈ আশা কৰিব নোৱাৰে। চুকি লোপোৱা ঠাইৰ পৰা খোৱা বস্তু হাতেৰে ধৰি আনিব লগীয়া হলে ই পাছ ঠেং দুখনৰ ওপৰত থিয় হৈ বেঙা নেলি আগ ঠেঙৰ হাতোৰাৰে বস্তুটো ধৰি আনে আৰু ততালিকে মুখত দি খাই পেলায়।

এইবিধ বিচিত্ৰ প্ৰাণীৰ পাৰিবাৰিক জীৱন সম্পৰ্কে সিমান স্পষ্টভাৱে জনা নাযায়।



# লাহি লাজুকী বান্দৰ

শ্ৰেণী—স্তন্যপায়ী

বৰ্গ—প্ৰাইমেট

গোত্ৰ—লৰিচিডি

প্ৰজাতি— লৰিচ টাৰ্ডিগ্ৰেডাচ্

শ্লো লৰিচ আৰু শ্লেণ্ডাৰ লৰিচ নামৰ দুবিধ বান্দৰ গোষ্ঠীৰ প্ৰাণীৰ বিষয়ে ইতিমধ্যে আগৰ প্ৰবন্ধত উনুকিয়াই অহা হৈছে। এই দুবিধ ভাৰতীয় বন্যপ্ৰাণীৰ লগত শাৰীৰিক আৰু চাৰিত্ৰিক গুণত বহুতো সাদৃশ্য থকা পোটো, বুচ্‌বেবি, আগুৱান্টিবো আদি যি কেইবিধ বিচিত্ৰ প্ৰাণী আফ্ৰিকা মহাদেশৰ হাবি বননিবোৰত আলেহে আলেহে বাস কৰে, সেই কেইবিধ প্ৰাণীৰ বিষয়েও ইতিমধ্যে খুদমুদ ভাৱে আলোচনা কৰি অহা হৈছে। শ্লেণ্ডাৰ লৰিচ্ নামটোৱেই ইঙ্গিত দিয়ে যে এইবিধ প্ৰাণীৰ গাটো ক্ষীণ আৰু লেংপেঙীয়া হয় আৰু জন্তুটোৰ দেহত মঙহৰ পৰিমাণ তেনেই কম থাকে। আচলতে গছত বগুৱা পাতবেঙৰ দৰে এইবিধ জানোৱাৰৰ গাটো একেবাৰে পাতল আৰু ঠেং কেইখন দীঘল চালেকীয়া হোৱা দেখা যায়। এইবিধ প্ৰাণীক বুজাবলৈ আমাৰ অসমীয়া ভাষাত লাহি লাজুকী বান্দৰ শব্দ কেইটা প্ৰয়োগ কৰিছিলোঁ। এতিয়াও এই একেটা নামেৰে এইবিধ প্ৰাণীক নামকৰণ কৰাৰ বাহিৰে অন্য পথ বিচাৰি উলিয়াব পৰা নাই।

লাহি লাজুকী বান্দৰ মাৰৰ সৰু আকাৰৰ প্ৰাণীবিধক আমাৰ এই ফালৰ ঠাই-বিলাকত দেখি পাবলৈ আশা কৰিব নোৱাৰি। অসমৰ ভৌগোলিক চাৰি সীমাৰ কথাই নকওঁ। উত্তৰ ভাৰত, উত্তৰ পূব ভাৰত, পশ্চিম ভাৰত আৰু মধ্য ভাৰতৰ কোনো এডোখৰ ঠাইতো এইবিধ প্ৰাণীক বাস কৰা দেখিবলৈ পোৱা নাযায়। দক্ষিণ ভাৰতৰ অন্ধ্ৰ প্ৰদেশৰ পৰা আৰম্ভ কৰি কুমাৰিকা অন্তৰীপলৈকে যি বিস্তীৰ্ণ ভূ-ভাগ আছে সেই ভূ-খণ্ডৰ অন্তৰ্গত অৱস্থিত কোনো কোনো বনভূমিয়ে এইবিধ বিচিত্ৰ প্ৰাণীৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰিব পাৰিছে। সংক্ষেপতে ক'ব পাৰি যে লাহি লাজুকী বান্দৰ হাড়ে হিমজুৰে দক্ষিণ ভাৰতবৰ্ষীয় প্ৰাণী। ভাৰতৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি এইবিধ বন্য প্ৰাণীৰ সচৰাচৰ বসতিস্থানে দক্ষিণৰ ফালে সমুদ্ৰ অতিক্ৰম কৰি শ্ৰীলঙ্কালৈকে সম্প্ৰসাৰিত হৈ আছে।

এইবিধ লাজুকী বান্দৰৰ কাণ দুখন তুলনা মূলক ভাৱে সাধাৰণ লাজুকী বান্দৰৰ কাণ দুখনতকৈ দীঘল হয়। ইয়াৰ মুৰৰ আকৃতিয়েও লাজুকী বান্দৰৰ মুৰৰ দৰে ঘূৰণীয়া ৰূপ ধাৰণ কৰা দেখা যায়। পথালি পথালিকৈ সজোৱা চকু হালৰ মণি দুটা বাটলুগুটিৰ দৰে গোল গোল হোৱা দেখিবলৈ পোৱা যায়। দুয়োটা চকুৰ মাজ ভাগত থকা নাকৰ উঠঙা ঠাইখিনিৰ ব্যৱধান ইমান সামান্য যে এই দুয়োটা চকু গাতে গা লাগি থকা যেন দেখি। সাধাৰণ লাজুকী বান্দৰৰ দেহত উৎপন্ন হোৱা নোমবোৰৰ দৰে ইয়াৰ গাত থকা নোমবোৰো কোমল আমল হয় আৰু এই নোম গোপাই মটীয়া বা ধোঁৱাবৰণীয়া ৰং ধাৰণ কৰে। চকু দুটাৰ চাৰিওফালে এচটা ক'লা বৰণীয়া নোমৰ পাৰি থাকে। নাকৰ চাৰিও ফালে থকা নোমবোৰৰ বৰণ অলপ অলপ বগা হয়। ঠিক সেইদৰে পেটৰ তলৰ ফালে গজা নোমবোৰেও শুকুলা ৰং ধাৰণ কৰে।



লাহি লাজুকী বান্দৰ

চাল-চলন আৰু খোৱা-বোৱাৰ নীতি নিয়ম সম্পৰ্কত এইবিধ প্ৰাণী আৰু লাজুকী বান্দৰৰ মাজত কোনো পাৰ্থক্য থকা দেখা নাযায়। লাজুকী বান্দৰৰ দৰে এই বিধ প্ৰাণীয়েও নিশাচৰ প্ৰাণীৰ চাৰিত্ৰিক গুণাৱলী প্ৰদৰ্শন কৰে। দিন দুপৰত ই গছৰ কেৰেপনি, গা-গছৰ খোন্দ আদিৰ ভিতৰত নুৰা বান্ধি শুই থাকে আৰু সন্ধিয়াৰ সময়ত

খোৱা বস্তুৰ সন্ধানত তেনেবোৰ ঠাইৰ পৰা লাহেকৈ ওলাই আহে। বাত্‌ৰাবাতি গছৰ ডাল-পাতত বগুৱা বাই বাই ইফালে সিফালে ঘূৰি ফুৰে। য'তে খাদ্যৰ উপযোগী বস্তু পায় ত'তে তেনেবোৰ বস্তু বুটলি বুটলি খায়। কীট-পতঙ্গবোৰৰ পৰা আৰম্ভ কৰি জেঠি, নাইপিয়া, ভেকুলী, পাতবেং, নিগনি, এন্দুৰ আদি ক্ষুদ্ৰ আকাৰৰ প্ৰাণী চিকাৰ কৰি ধৰে আৰু খন্তেকতে কামুৰি ভাঙি পেটৰ ভিতৰলৈ পঠিয়াই দিয়ে। ফল মূল আৰু নিৰামিষ খাদ্যৰ প্ৰতিও এইবিধ প্ৰাণীয়ে সমানে অভিৰুচি প্ৰদৰ্শন কৰা দেখা যায়। পাছ ঠেং দুখনৰ সহায়ত গছৰ ডালত খামোচ মাৰি ধৰি ই মানুহৰ নিচিনাকৈ দুটা ঠেঙৰ ওপৰত নিৰ্ভয়ে থিয় হ'ব পাৰে। গছৰ ডালত এইদৰে থিয় হৈ থকা অৱস্থাৰ পৰা বেঙা মেলি আগ ঠেঙৰ হাতোৰা আৰু আঙুলিৰ সহায়ত ই দূৰৰ বস্তু ধৰিব পাৰে। খোৱা বস্তু মুখত দিয়াৰ লগে লগে ই দাঁতেৰে চোবাই টুকুৰা-টুকুৰ কৰি পেলায় আৰু লগে লগে পেটৰ ভিতৰলৈ পঠিয়াই দিয়ে। সৰহখিনি সময় এইবিধ প্ৰাণীয়ে গছৰ ওপৰতে কটাই দিয়ে আৰু কাচিৎ কেতিয়াবাহে মাটিলৈ নামি আহে। গছৰ পাতত গোট খাই থকা নিয়ৰৰ টোপাল ই হাতৰ তলুৱাৰে টোকি আনি মুখত দিয়েহি। কেতিয়াবা হাত দুখন ব্যৱহাৰ নকৰাকৈয়ে ই মুখেৰেই পাতৰ ওপৰত গোট খাই থকা পানীবোৰ চেলেকি চেলেকি খায়। খং উঠাৰ ভাব প্ৰকাশ কৰিবলৈ ফোঁচ-ফোঁচাই উঠে।

লাহি লাজুকী বান্দৰক সমাজ পাতি বাস কৰা বিধৰ প্ৰাণী বুলি গণ্য কৰিব নোৱাৰি। সাধাৰণতে ইয়াক গাই-গুটীয়া ভাৱে বগাই ফুৰা অৱস্থাত দেখিবলৈ পোৱা যায়। এইবিধ প্ৰাণীয়ে বছৰত কেবাবাৰো পোৱালি জগায়।



# সাধাৰণ বান্দৰ

শ্ৰেণী—স্তন্যপায়ী
বৰ্গ—প্ৰাইমেট
গোত্ৰ—চাৰকোপিথেচিদি
প্ৰজাতি—মেকাকা মিউলেটা

আমাৰ অসমত যি কেইবিধ বান্দৰ জাতীয় প্ৰাণীক বাস কৰা দেখিবলৈ পোৱা যায় সেই আটাই কেইবিধৰ ভিতৰত এই প্ৰবন্ধত বৰ্ণনা কৰিবলৈ লোৱা বান্দৰ বিলাকক আমি য'তে ত'তে দেখিবলৈ পাওঁ। সৰ্বসাধাৰণৰ ভাষাত এই বিধ প্ৰাণীক বুজাবলৈ "বান্দৰ" শব্দটোকে ব্যৱহাৰ কৰা হয়। যিহেতু বান্দৰ শব্দটো আমাৰ দেশত বাস কৰা কেবাবিধো বান্দৰ গোষ্ঠীৰ প্ৰাণীক বুজাবলৈ উমৈহতীয়া ভাৱে দেশৰ বিভিন্ন ৰাজ্যৰ মানুহে ব্যৱহাৰ কৰে সেই বাবে কিছুমান উপ-শব্দ সংযোজনাৰ দ্বাৰা সিহঁতৰ জাতিগত পৰিচয় সাব্যস্ত কৰিব লগীয়া হৈছে। অৱশ্যে এই বিধ বান্দৰক বুজাবলৈ আমি বান্দৰ বা জাতি বান্দৰ শব্দ অনায়াসে ব্যৱহাৰ কৰিব পাৰোঁ। চিনাক্তকৰণৰ সুবিধাৰ বাবে এই প্ৰবন্ধত সাধাৰণ বান্দৰ শব্দ ব্যৱহাৰ কৰা হৈছে।

হনুমান বান্দৰ আৰু হলৌ বান্দৰ গোষ্ঠীৰ প্ৰাণীবিলাকক বাদ দি আমাৰ দেশত থকা অন্যান্য বান্দৰ বিলাকক থাউকতে মেকেক্ বুলি কোৱা হয়। কোৱা বাহুল্য যে মেকেকৰ বহুতো জাত আছে। আমাৰ ইয়াত বাস কৰা আৰু আমি সহজতে য'তে ত'তে দেখিবলৈ পোৱা বিধ বান্দৰক ৰেচাচ মেকেক্ বুলি অভিহিত কৰা হয়। এইবিধ বান্দৰৰ জনসংখ্যা ইমান বেছি যে ইয়াক জাককৰা ভাৱে যেতিয়াই তেতিয়াই য'তে ত'তে দেখা যায়।

এইবিধ বান্দৰৰ দৰ্শন লাভ কৰিবলৈ গভীৰ অৰণ্য ভূমিত প্ৰবেশ কৰিব নালাগে। ইহঁতৰ কিছুমান প্ৰাণীয়ে আৰু বাদ্ধি জনবসতিৰ কাষে পাজৰে থকা ঠাইবোৰতে নিগা-জীকৈ বাস কৰিবলৈ লয়। মানুহৰ ঘনিষ্ঠ সম্পৰ্কত থাকি থাকি এই বান্দৰবোৰ দগধা হৈ পৰে। ইহঁতৰ কিছুমান জন্তক অৱশ্যে ডাঠ হাবিৰ মাজত জাককৰা ভাৱে বাস কৰাও দেখিবলৈ পোৱা যায়। গছ গছনি বিলাকৰ ডালে পাতে বগাই ফুৰা বিধৰ প্ৰাণী হ'লেও ইহঁতক বাজে সময়ে মাটিলৈ নামি অহা দেখিবলৈ পোৱা যায়। অটব্য হাবিৰ মাজত বাস কৰা বান্দৰ বিলাকে সাধাৰণতে হাবিত উৎপন্ন হোৱা গছৰ ফুলমূল খায়েই জীৱন ধাৰণ কৰে। কেতিয়াবা কেতিয়াবা ইহঁতে নুকজি মুৰীয়া ঠাইবোৰলৈ মাৰ বাদ্ধি ওলাই

আহে আৰু মানুহে লগাই ৰখা বাম শস্যৰ যচল চাহি মুহি খাবলৈ আৰম্ভ কৰেহি। বান্দৰৰ উৎপাতত বহুতো মানুহৰ দুৰ্গতি হয়। খেতিয়ক সকলৰ বহুতে বান্দৰৰ পৰা শস্য ৰক্ষা কৰিবৰ বাবে নানা উপায় অৱলম্বন কৰিব লগীয়া হয়। কিছুমান মানুহে গছৰ



পোৱালিৰে সৈতে এজনী সাধাৰণ বান্দৰ

কেবেজনিড টঙি ঘৰ সাজি তাৰ ওপৰতে দিনৰ দিনটো বহি থাকি বান্দৰ খেদোৱাৰ ব্যৱস্থা কৰিব লগীয়া হয়। খোৱা বস্তু লগতে কঢ়িয়াই নি তেনে মানুহে দিনটোৰ খোৱাকি টঙি ঘৰতে যুগুত কৰি ৰাখে। টোপনি ধৰিলে গছৰ ওপৰত বনাই লোৱা

টিণ ঘৰৰ চাঙতে খুমটি মাৰে। হাই উৰুমি মাৰি আৰু কেবাচিন তেলৰ টিন আদিত কোৱাই বান্দৰবোৰ আঁতৰলৈ খেদাই পঠোৱাৰ ব্যৱস্থা কৰে। কেটেপা বা ধেনুৰ সহায়ত বাটলগুটি মাৰিও বান্দৰ খেদায়।

এইবিধ বান্দৰৰ বহুতো সংখ্যক প্ৰাণীয়ে ভাক বান্ধি আমাৰ দেশৰ বিভিন্ন ঠাইত থকা ঠাইবোৰতে গলুৱা ভাবে নিগাজীকৈ বাস কৰে। মঠ-মন্দিৰ বিলাকৰ চৌপাশে থকা বাবে সুবিধাজনক পৰিবেশ বিচাৰি লৈছে। এনেবিলাক ঠাইত বসতি কৰিবলৈ লোৱা বান্দৰ বিলাকে কিন্তু মানুহলৈ অকণো ভয় নকৰে। পুৰুষ-মহিলা নিৰ্বিশেষে ধৰ্মানুৰাগী ব্যক্তি সকলে ইষ্ট দেৱদেৱীক অৰ্পণ কৰিবৰ বাবে কল, কুঁহিয়াৰ, বুট, নাৰিকল, আপেল আদি যি ফলাহাৰ দ্ৰব্য লগত লৈ যায় এই বান্দৰ বিলাকে সেইবোৰৰ ভাগ পাবলৈ মানুহ অহা যোৱা কৰা পথৰ কাষত জাকে জাকে খাপ পাতি বৈ থাকে। পূজাৰ যাৱতীয় কাম শেষ হ'লে পূজাৰীয়ে ভক্ত বৃন্দক যি প্ৰসাদ বিলাই দিয়ে এই বান্দৰবোৰেও তাৰে অলপ অচৰপ খাবলৈ পায়। ধৰ্মপৰায়ণ লোকসকলে যত জীৱ তত শিৱ'ৰ মনোভাৱ পোষণ কৰি বান্দৰৰূপী দেৱতাক দুপদ খোৱা বস্তু দলিয়াই দিয়ে। মানুহৰ হাতৰ পৰাও পিইঁতে দুই এটা বস্তু লৈ খাবলৈ আৰম্ভ কৰে। ঘৰচীয়া জন্তুৰ দৰে ব্যৱহাৰ কৰাৰ স্বভাৱ দেখুৱালেও কিন্তু ইহঁতক তেনেকৈ বিশ্বাস কৰিব নোৱাৰি। আশয় পোৱা কুকুৰে গললৈকে জপিওৱাৰ দৰে হাতৰ পৰা খোৱা বস্তু বুটলি লৈয়েই ই দাঁত মুখ নিকটাই দিওতা জনক কামুৰিবলৈ খেদি আহে। তেতিয়া তাহেঁকৈ আঁতৰি দিয়াৰ বাহিৰে অন্য উপায় নাইকিয়া হৈ পৰে।

গোৱালপাৰা জিলাত টোকোৰা-বন্ধা নামৰ এটা পাহাৰ আছে। এই পাহাৰৰ শিখৰত এটা শিৱমন্দিৰ আছে। প্ৰতিদিনে সেই মন্দিৰত পুৰোহিতে সভক্তিৰে পূজা পাতল আগবঢ়ায়। এই পাহাৰটোত বহুতো সংখ্যক বান্দৰে নিগাজীকৈ বাস কৰিবৰ বাবে সুবিধাজনক ঠাই বিচাৰি লৈছে। পূজা-পাতল হৈ যোৱাৰ পাছত আটাইবোৰ বান্দৰ আহি মন্দিৰৰ সন্মুখত প্ৰসাদ খাবৰ বাবে গোট খায়হি। সেই বান্দৰ বোৰৰ ভিতৰতে এটা বুঢ়া মলুৱা বান্দৰ আছে। এই বুঢ়া বান্দৰটোৱে প্ৰসাদ খোৱাৰ পাছতহে বাকীবিলাক বান্দৰে খাবলৈ আৰম্ভ কৰে। তাৰ মানুহে এই বুঢ়া বান্দৰটোক পৱিত্ৰ জ্ঞান কৰি শ্ৰদ্ধাৰ চকুৰে চায়।

কিছুমান বান্দৰে নগৰৰ জনপূৰ্ণ ঠাই বিলাকত বাস কৰিবলৈ লয়। নগৰৰ পকী দালান, বেৰা, ঘৰৰ চাল আদিত ইহঁতক বগাই ফুৰা দেখিবলৈ পোৱা যায়। সুবিধা বুজি ইহঁতৰ কিছুমানে মাটিলৈ নামি আহে আৰু মানুহৰ খোৱা বস্তুবোৰ বুটলি বুটলি খায়হি। গুৱাহাটী চিৰিয়াখানাৰ ভিতৰতো কিছুমান বনৰীয়া বান্দৰ সোমাই নানা উপদ্ৰৱ কৰেহি। গড়ালৰ ভিতৰত প্ৰতিপাল কৰি ৰখা অন্যান্য জাতীয় বান্দৰক দিয়া খোৱা বস্তুবোৰৰ ভাগ লয়হি। বিহাৰ আৰু উত্তৰ প্ৰদেশৰ ফালে থকা কিছুমান ৰেল ষ্টেচনত এইবিধ বান্দৰৰ একো একোটা জাকে নিগাজীকৈ বাস কৰিবৰ বাবে উপযুক্ত ঠাই নিৰ্বাচন কৰি লৈছে। যেতিয়া ৰেল গাড়ীখন আহি ষ্টেচনৰ প্লেটফৰ্মত ৰয়হি তেতিয়া এই বান্দৰবোৰে যাত্ৰীসকলৰ পৰা ইটো সিটো খোৱা বস্তু পোৱাৰ আশাত ৰেলৰ দুৱাৰবোৰৰ কাষত থিয় হয়হি। কোনোবা যাত্ৰীয়ে পেলনীয়া বস্তু বাহিৰলৈ

দলিয়াই পেলালে বান্দৰবোৰে তাত জপিয়াই পৰে। যেয়ে যিমান পাবে সেই বস্তুবোৰ বুটলি বুটলি খায়। কিছুমানে খোৱা বস্তু পপিয়াই লৈ অলপ নিলগৰ নিজান ঠাইত বহি বহি খায়গৈ। আকৌ কিবা ভাল বস্তু খাবলৈ পোৱাৰ আশাত পুনৰ বেলখনৰ ওচৰলৈ ঘূৰি আহে। বেলখনে ষ্টেচন এৰি আঁতৰ নহয় মানে বান্দৰ জাকে লীলা-খেলা কৰি তাতে ঘূৰি ফুৰে। যাত্ৰীসকলে কিছুমানে এই বান্দৰ জাকৰ আলেখ-লেখ চাই আনন্দ উপভোগ কৰে।

এইবিধ বান্দৰক সমাজ প্ৰিয় প্ৰাণী বুলি ক'ব পাৰি। কাৰণ ইহঁত য'তেই নাথাকক সকলো সময়তে এজাক বান্দৰে লগ লাগি বাস কৰে। হাবি জংগলত বাস কৰা বান্দৰ বিলাকে নানাবিধ বনৰীয়া গছৰ ফলমূল বিলাক ভক্ষণ কৰি জীৱন ধাৰণ কৰে। কীট-পতঙ্গ আদি ক্ষুদ্ৰতম্ আকাৰৰ প্ৰাণীবিলাকে ইহঁতক খাদ্যৰ অভাৱ আংশিক ভাৱে পূৰণ কৰে। ইহঁতে পানীত নামিবলৈও ভয় নকৰে। আৱশ্যক হ'লে সৰু-সুৰা আকাৰৰ নদী-নলাবোৰ সাঁতুৰি পাৰ হৈ যাবলৈ সঙ্কোচবোধ নকৰে। কোনো কোনোটো জাকৰ মাজত একো একোটা ডাঙৰ আকাৰৰ মতা বান্দৰ বাস কৰা দেখা যায়। এনে ধৰণৰ ডাঙৰ আকাৰৰ বান্দৰক কেতিয়াবা গা-গুটীয়া ভাৱে বিচৰণ কৰি ফুৰা অৱস্থাত দেখিবলৈ পোৱা যায়। আমাৰ মানুহে এনে বান্দৰক মলুৱা বান্দৰ বুলি কয়। মলুৱা বান্দৰৰ টিকাত এচটা ৰঙা বৰণীয়া কুচন জিলিকি থকা দেখা যায়।

বছৰৰ যেই কোনো সময়তে এইবিধ বান্দৰে পোৱালি জগায়। মাকে কেতিয়াবা পোৱালিটো পিঠিৰ ওপৰত তুলি বা বুকুত ওলোমাই লৈ ফুৰা দেখিবলৈ পোৱা যায়।



# অসমীয়া বান্দৰ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----প্ৰাইমেট

গোত্ৰ---- চাৰ্কোপিথেচিডি

প্ৰজাতি----মেকাকা আচামেঞ্চিচ্

ইয়াৰ আগৰ প্ৰবন্ধবোৰতে ৰেচাচ্ মেকেক বা সাধাৰণ বান্দৰৰ বিষয়ে আলোচনা কৰি অহা হৈছে। সেইবিধ বান্দৰৰ লগত সকলো বিষয়তে কম বেছি পৰিমাণে মিলি থকা এবিধ বান্দৰ জাতীয় প্ৰাণীৰ বিষয়ে এই প্ৰবন্ধত আলোচনা কৰিবলৈ লোৱা হৈছে। অসম আৰু অসমৰ ওচৰ-চুবুৰীয়া আটাই কেইখন ৰাজ্যৰ হাবি জঙ্গল বিলাকত এইবিধ বান্দৰ নিবলে বাস কৰে বুলি জনা যায়। নিলগৰ পৰা লক্ষ্য কৰিলে এই দুবিধ বান্দৰ গোষ্ঠীৰ প্ৰাণীৰ ভিতৰত যে কিবা লেখত ল'ব লগীয়া পাৰ্থক্য আছে সেই কথা সহজে ধৰিব নোৱাৰি। অসম আৰু অৰুণাচল প্ৰদেশৰ বনভূমি বিলাকৰ পৰা আৰম্ভ কৰি হিমালয় পৰ্বতমালাৰ নামনি ভাগেদি উত্তৰ প্ৰদেশ আৰু হিমাচল প্ৰদেশৰ পশ্চিম অঞ্চললৈকে এইবিধ প্ৰাণীৰ বসতি স্থান বিয়পি আছে। পশ্চিম বঙ্গত সুন্দৰবন নামৰ বিখ্যাত সাগৰ-পৰীয়া উপবনৰ অভয়াৰণ্য আছে সেই উপবনখনতো অসমীয়া বান্দৰ নামেৰে জনাজাত প্ৰাণী বিধ বাস কৰি থকাৰ প্ৰমাণ পোৱা গৈছে। ভাৰতবৰ্ষৰ ভৌগোলিক চাৰিসীমা অতিক্ৰম কৰি এইবিধ প্ৰাণীৰ সচৰাচৰ বসতিস্থান পাট্কাই পৰ্বতেদি ব্ৰহ্মদেশৰ অৰণ্যভূমি কিছুমানলৈ সম্প্ৰসাৰিত হৈ আছে। শাৰীৰিক গুণাগুণত এইবিধ বান্দৰ আৰু আমাৰ ইয়াত সচৰাচৰ দেখিবলৈ পোৱা বিধ বান্দৰৰ মাজত দুই এটা লেখত ল'ব লগীয়া পাৰ্থক্য পৰিলক্ষিত হয়। সৰ্বপ্ৰথমে ক'ব লাগিব যে আমাৰ ইয়াত সাধাৰণতে বাস কৰা বান্দৰৰ টিকাত এটা ৰঙা বৰণীয়া কুচন থাকে। অসমীয়া বান্দৰৰ ক্ষেত্ৰত এনে ধৰণৰ বিশেষত্ব দেখিবলৈ পোৱা নাযায়। ইংৰাজী ভাষাত এইবিধ বান্দৰক আচামিজ মেকেক্ (Assamese Macaque) বুলি অভিহিত কৰা হয়। এই নামটোৰ লগত খাপ খুৱাই আমাৰ ভাষাত ইয়াক অসমীয়া বান্দৰ নামেৰে নামকৰণ কৰা হ'ল। এই দুবিধ বান্দৰ গোষ্ঠীৰ প্ৰাণীৰ বাহিৰে আন দুবিধ বান্দৰ আমাৰ এই কালৰ হাবি বননি বিলাকত নিবলে বাস কৰা দেখা যায়। তাৰে এবিধক ষ্টাম্প টেইল্ড মেকেক্

(Stump-tailed Macaque ) আৰু আন বিধক পিগ্ টেইল্ড মেকেক ( Pig-tailed Macaque ) বুলি কোৱা হয়। অসমীয়া ভাষাত এই দুবিধ বান্দৰক ক্রমে চুটি নেজীয়া বান্দৰ অথবা নেজহীন বান্দৰ আৰু পাহৰি-নেজীয়া বান্দৰ নামেৰে নামকৰণ কৰা হ'ল। এই দুবিধ বান্দৰৰ বিষয়ে স্থানান্তৰত আলোচনা কৰা হৈছে।

অসমীয়া বান্দৰ নামেৰে জনাজাত প্ৰাণী বিধক গভীৰ অৰণ্যভূমি বিলাকত বাস কৰা দেখিবলৈ পোৱা যায়। ইহঁতে সাধাৰণতে গছৰ ওপৰত বাস কৰে। গছৰ ডালে পাতে বগুৱা বাই ফুৰা অৱস্থাত ইহঁতে এক প্ৰকাৰৰ "পিউ পিউ" শব্দ উচ্চাৰণ কৰে। কিবা কাৰণত ভয় ভাৱৰ সঞ্চাৰ হলে ইহঁতে ততাতৈয়াকৈ



অসমীয়া বান্দৰ

মাটিলৈ নামি আহে আৰু আশ্ৰয় ল'বৰ বাবে আওহতীয়া ঠাই বিচাৰি ইফালে সিফালে দৌৰ দি পলাবলৈ আৰম্ভ কৰে। ফলমূল আদি ফলাহাৰ খাদ্য ভক্ষণ কৰি সিহঁতে জীৱন ধাৰণ কৰে। কীট-পতঙ্গ আদি খাবলৈও ভাল পায়। চিকিম আৰু দাৰ্জিলিঙৰ ফালে বাস কৰা লেপ্চা জনজাতীয় লোকসকলে এইবিধ বান্দৰৰ মাংসও খায়। সামাজিক আৰু পাৰিবাৰিক জীৱনৰ ক্ষেত্ৰত এইবিধ বান্দৰ আৰু সাধাৰণ বান্দৰৰ মাজত পাৰ্থক্য নাই।

# সিংহ-নেজীয়া বান্দৰ

শ্ৰেণী---স্তন্যপায়ী

বৰ্গ----প্ৰাইমেট

গোত্ৰ----চাৰকোপিথেচিদি

প্ৰজাতি----মেকাকা চাইলেনচ্

সিংহ নেজীয়া বান্দৰ দক্ষিণ ভাৰতীয় প্ৰাণী। দক্ষিণাত্যৰ ফালে থকা কোনো কোনো নিৰ্দিষ্ট বনভূমিৰ বাহিৰে ভাৰত উপ-মহাদেশখনৰ অন্য কোনো এলেকাতে এই-বিধ বান্দৰক দেখিবলৈ পোৱা নাযায়। ইয়াৰ নেজ ডালৰ আগ ভাগত সিংহৰ নেজৰ আগ ভাগত থকাৰ দৰে এখোপা দীঘল চানেকীয়া নোমৰ উৎপত্তি হয়। সেই বাবে ইয়াক সিংহনেজীয়া বান্দৰ বা লায়ন টেইল্ড মেকেক ( Liontailed Macaque ) বুলি কোৱা হয়। তদুপৰি ইয়াৰ মুখ মণ্ডলৰ চাৰিওকাষে যিখিনি নোম গজে সেই নোম-খিনি সিংহৰ সন্মুখ ভাগত উৎপত্তি হোৱা কেশৰৰ দৰে অতিপাত দীঘল হয়। কেশৰ খিনিৰ সৈতে লগ লাগি জন্তুটো দেখাত ভয়ংকা-ফুলীয়াকৈ গহীন হৈ পৰা দেখা যায়। কেশৰ থকাৰ বাবে জন্তুটোক আকাৰত ডাঙৰ দেখি। ইয়াৰ দেহত থকা নোমবোৰৰ বৰণ কেট্ কেট্ কৰে ক'লা হয়। কেশৰ খিনিয়ে অলপ মুগা বৰণীয়া ৰূপ ধাৰণ কৰে।

এইবিধ জানোৱাৰৰ চৰিত্ৰত কিছুমান স্বতন্ত্ৰ গুণৰ বিকাশ সাধন হোৱা দেখা যায়। অন্যান্য বান্দৰ গোষ্ঠীৰ প্ৰাণী বিলাকৰ দৰে সিংহনেজীয়া বান্দৰে মুকলি হাবিত অথবা বসতিৰ ওচৰ-চুবুৰীয়া ঠাইত বসবাস কৰিবলৈ ভাল নাপায়। মানুহৰ সমাগমৰ পৰা নিলগত থকা গভীৰ অৰণ্যভূমি বিলাকে ইহঁতৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰে। বগুৱা বাই ফুৰা গছ-গছনি বিলাকৰ তলেদি কোনোবা মানুহ কাষ চাপি অহাৰ উমান পালে জন্তুবোৰে ছিটিকি পলাবলৈ আৰম্ভ কৰে। অন্যান্য বান্দৰ গোষ্ঠীৰ প্ৰাণীবোৰৰ দৰে সিংহনেজীয়া বান্দৰেও জাক বান্ধি হাবিত একেলগে পৰিভ্ৰমণ কৰি ফুৰে। খোজ-কাটল আৰু চলন-ফিৰণত ইহঁতে গহীনালীৰ ভাব প্ৰদৰ্শন কৰে। গছৰ ওপৰত বা মাটিত দৌৰা-দৌৰি কৰি খেদা-খেদি কৰি ফুৰা ইহঁতৰ প্ৰকৃতি নহয়।

মতা বান্দৰবোৰে মাজে সময়ে একপ্ৰকাৰৰ শব্দ উচ্চাৰণ কৰে। সাধাৰণতে মতা বান্দৰবোৰতকৈ মাইকী বান্দৰবোৰ আকাৰত অলপ সৰু হয়। মতা-মাইকী আৰু বিভিন্ন বয়সৰ পোৱালিবোৰ লগ লাগি একোটা জাকৰ সৃষ্টি হয়। জাকৰ মাজত অন্ত-

ভুক্ত হৈ থকা বান্দৰবোৰে কোনো প্ৰকাৰৰ কাজিয়া-পেচাল নকৰাকৈ মিলা-প্ৰীতিৰে বাস কৰে। কিবা কাৰণত মতা বান্দৰবোৰৰ মাজত অৱিয়া-অৱিৰ ভাৱৰ সৃষ্টি হ'লেও সেই বৈৰীভাৱে কোনো ভয়াবহ অৱস্থাৰ সৃষ্টি কৰিব নোৱাৰে। মোটৰ ওপৰত এইবিধ বান্দৰক সবল আৰু নিৰ্ভু প্ৰকৃতিৰ প্ৰাণী বুলি ক'ব পাৰি। আক বাহি গছৰ ডালে পাতে বগাই ইফালে সিফালে ঘূৰি ফুৰা বিধৰ প্ৰাণী হ'লেও এইবিধ বান্দৰে কেতিয়াবা একেলগে মাটিলৈ নামি আহে। কিছু সময়ৰ বাবে মাটিত ইফালে সিফালে খোজ কাঢ়ি ফুৰি ইহঁতে পুনৰ গছৰ ওপৰত উঠেগৈ। দিনৰ দিনটো এইখন কামকে কৰি কৰি



সিংহনেজীয়া বান্দৰ

সময়খিনি অতিবাহিত কৰে। বনৰীয়া গছত উৎপন্ন হোৱা নানাবিধৰ ফলমূলবোৰ খাই ইহঁতে জীৱন ধাৰণ কৰে।

সিংহনেজীয়া বান্দৰৰ জন্তু-সংখ্যা আশাতীত ভাৱে নিম্ন হবলৈ ধৰি আহিছে বুলি বিশেষজ্ঞ সকলে অভিমত প্ৰকাশ কৰিছে। সেই কাৰণে এই আশ্চৰ্যজনীয়া প্ৰাণীবিধক বিলুপ্তি হোৱাৰ পৰা ৰক্ষা কৰিবৰ বাবে দেশৰ সংৰক্ষণকাৰী ব্যক্তি সকল উঠি পৰি লাগিছে আৰু চৰকাৰৰ ফালৰ পৰাও ইতিমধ্যে উপযুক্ত ব্যৱস্থা হাতত লোৱা হৈছে।

এইবিধ প্ৰাণীৰ স্থিতাৱস্থা নিৰ্ণয় কৰিবৰ বাবে কেইবা গৰাকীও বিশিষ্ট প্ৰাণীবিদে আগবাঢ়ি আহি যথোপযুক্ত ব্যৱস্থা হাতত লৈছে। এই সকল অনুসন্ধিৎসু ব্যক্তিৰ ভিতৰত চুজিয়ামা নামৰ এজন বন্যপ্ৰাণীবিদৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি। বহু পৰিশ্ৰম কৰি তদন্ত সাপেক্ষে তেওঁ সংগ্ৰহ কৰা তথ্যপাতি বিলাকৰ পৰা জানিব পৰা গৈছে যে এইবিধ বান্দৰৰ জন্তু-সংখ্যা বহু পৰিমাণে হ্ৰাস পাই আহিছে। স্বাভাৱিক পৰিবেশ বিলাকৰ সঙ্কোচন ঘটাত এইবিধ বান্দৰৰ বাবে থকা ঠাইৰ নাটনি হ'বলৈ আৰম্ভ কৰিছে। কুৰূপ নামেৰে জনাজাত আন এজন বিশেষজ্ঞই স্বাভাৱিক পৰিবেশত বাস কৰা সিংহনেজীয়া বান্দৰৰ জন্তু-সংখ্যা নিৰ্ণয কৰিবলৈ চেষ্টা কৰিছিল। তেখেতে সংগ্ৰহ কৰা তথ্য পাতিৰ পৰা জনা যায় যে সিংহনেজীয়া বান্দৰৰ সৰ্বমুঠ ৫৫টা জাকৰ প্ৰাণী স্বাভাৱিক পৰিবেশ বিলাকত এতিয়াও বিচৰণ কৰি ফুৰিছে। গড় হিচাপে প্ৰত্যেকটো জাকত যদি ১০ টাকৈ বান্দৰ আছে বুলি যদি ধৰি লোৱা হয় তেতিয়া মুঠ বান্দৰৰ সংখ্যা ৫৫০ টা হ'ব। পিছে কুৰূপ চাহাবৰ হিচাপ অনুযায়ী সিংহনেজীয়া বান্দৰৰ সৰ্বমুঠ জন্তুসংখ্যা ৫০০টা মান হ'ব বুলি অনুমান কৰা হৈছে।

বন্যপ্ৰাণী সংৰক্ষণ আৰু পৰিচালনাৰ দৃষ্টিভঙ্গীৰে বিবেচনা কৰি ক'ব পাৰি যে সিংহনেজীয়া বান্দৰৰ স্থিতাৱস্থা সন্তোষজনক নহয়। ইমান কম সংখ্যক বন্যপ্ৰাণীৰ ওপৰত ভাৰসা ৰাখি এবিধ আপুৰুগীয়া প্ৰাণীৰ ভৱিষ্যত বিপদমুক্ত বুলি গণ্য কৰিব নোৱাৰি। তদুপৰি এটা নিৰ্দিষ্ট পৰিসৰৰ অন্তৰ্গত বাস কৰা বিধৰ প্ৰাণী হোৱাৰ বাবে এইবিধ বন্যপ্ৰাণীৰ ভৱিষ্যত উজ্জ্বল বুলি কোৱা টান। প্ৰাকৃতিক দুৰ্যোগ আৰু মানুহৰ অত্যাচাৰৰ পৰা এই জন্তুখিনিক বচাই ৰাখিব নোৱাৰিলে এইবিধ বিচিত্ৰ প্ৰাণী চিৰদিনৰ বাবে পৃথিৱীৰ পৰা বিলুপ্তি সাধন হ'ব পাৰে। সেই বাবে বন্যপ্ৰাণীৰ সংৰক্ষণ কামী ব্যক্তি সকল এই বিষয়ত উদ্যোগী হৈ পৰা দেখা গৈছে। এইবিধ বন্যপ্ৰাণীক পৃথিৱীৰ অন্যতম বিপদ-গ্ৰস্ত প্ৰাণী (Endangered Species) বুলি গণ্য কৰা হৈছে। ১৯৭২ চনতে প্ৰৱৰ্তন কৰা ভাৰতীয় বন্যপ্ৰাণী সংৰক্ষণৰ আইনৰ ধাৰা অনুযায়ী এইবিধ বান্দৰক নিষিদ্ধ প্ৰাণী বুলি ঘোষণা কৰা হৈছে। এইবিধ আপুৰুগীয়া প্ৰাণীক ভাৰতীয় বন্য প্ৰাণী সংৰক্ষণ আইনৰ প্ৰথমখন তালিকাত ( Schedule I ) স্থান দিয়া হৈছে।

সিংহনেজীয়া বান্দৰৰ বিষয়ে আৰু এটা জানিব লগীয়া ৰহস্যজনক কথা আছে। এইবিধ বান্দৰৰ মাংসত কিবা এফেৰি ভাল গুণ আছে বুলি দক্ষিণ ভাৰতৰ কিছুমান মানুহে বিশ্বাস কৰে। আমাৰ অসমত থকা গঁড জাতীয় প্ৰাণীৰ খৰ্গত আৰোপ কৰাৰ দৰে এইবিধ বান্দৰৰ মাংসত বিশেষ গুণ আৰোপ কৰা হয়। এইবিধ বান্দৰৰ মাংস খালে বোলে খাওঁতা জনৰ যৌন-শক্তি প্ৰবল আৰু দীৰ্ঘস্থায়ী হয়। সেই বাবে সেই ফালৰ কিছুমান মানুহে হেনো এইবিধ প্ৰাণীক খেদি খেদি মাৰে আৰু ইয়াৰ মাংসৰ জৰিয়তে ভৱিষ্যত জীৱন শুভ কৰিবলৈ চেষ্টা কৰে।

তামিলনাডুৰ [illegible] বান্দৰৰ সংৰক্ষণ আৰু বংশ বৃদ্ধিৰ বাবে ইতিমধ্যে এখন অভয়াৰণ্য প্ৰতিষ্ঠা কৰিছে। ১৯৭৬ খৃষ্টাব্দতে পাতনি মেলা এই অভয়াৰণ্যখনৰ নাম হ'ল কালাকাৰ বন্যপ্ৰাণী অভয়াৰণ্য। সিংহনেজীয়া বান্দৰৰ বাহিৰে এই অভয়াৰণ্যখনত ঢেঁকীয়া-পতীয়া বাঘ, নাহৰ-ফুটুকী বাঘ, নীলগিৰি লেঙুৰ, নীলগিৰি থাৰ, গৌৰ, মাৰ্চি ভালুক, হায়েনা আদি বহু প্ৰকাৰৰ বিচিত্ৰ প্ৰাণী বাস কৰা দেখিবলৈ পোৱা যায়।

# দক্ষিণ ভাৰতীয় বান্দৰ বা টুপীমূৰীয়া বান্দৰ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----প্ৰাইমেট্

গোত্ৰ----চাৰকোপিথেচিদি

প্ৰজাতি----মেকাকা ৰেডিয়েটা

অসমকে কেন্দ্ৰ কৰি উত্তৰ আৰু পূব ভাৰতত যিবিধ বান্দৰ গোষ্ঠীৰ প্ৰাণী বাস কৰে সেইবিধ সাধাৰণ বান্দৰৰ বিষয়ে ইতিমধ্যে আলোচনা কৰি অহা হৈছে। দক্ষিণ ভাৰতৰ ফালে এইবিধ বান্দৰ জাতীয় প্ৰাণীক বাস কৰা দেখিবলৈ পোৱা নাযায়। দক্ষিণ ভাৰতত আমাৰ ইয়াৰ সাধাৰণ বান্দৰবোৰক প্ৰতিনিধিত্ব কৰা আন এবিধ বান্দৰক দেখিবলৈ পোৱা যায়। সেই ফালৰ ঠাইবোৰত বাস কৰা বিধ বান্দৰক বনেট মেকেক্ নামেৰে অভিহিত কৰা হয়। তাকে অসমীয়া ভাষাত দক্ষিণ ভাৰতীয় বান্দৰ বা টুপীমূৰীয়া বান্দৰ নামেৰে নামকৰণ কৰা হৈছে। চাৰিত্ৰিক গুণত এই দুবিধ বান্দৰৰ মাজত কোনো লেখত লব লগীয়া পাৰ্থক্য থকা দেখিবলৈ পোৱা নাযায়।

দক্ষিণ ভাৰতীয় বান্দৰৰ শাৰীৰিক বৈশিষ্ট্য হল এয়ে যে ইয়াৰ কপালখনৰ ওপৰৰ পৰা তালু লৈকে যিকোছা অলপ দীঘল চানেকীয়া নোমৰ উৎপত্তি হয় সেই নোমকোছাই এটা টুপীৰ নিচিনা গঢ় লয়। এই নোমসোপা জন্তুটোৰ মূৰত এনে ভাৱে লিপিত খাই থাকে যে তাৰ মূৰটো সেঁওতা ফণিয়াই ৰখা যেন দেখি। এইবিধ বান্দৰেও সাধাৰণতে জাক পাতি বাস কৰে। ইহঁতক হাবি বননিৰ মাজত আৰু মানুহ বসতি কৰা গাওঁবিলাকত জাকে জাকে বিচৰণ কৰি ফুৰা দেখিবলৈ পোৱা যায়। গছ-গছনিৰ ডালে পাতে ইহঁতে জুম বান্ধি বগুৰা বাই ফুৰে আৰু হাবিৰ বনৰীয়া গছবোৰত উৎপন্ন হোৱা নানাবিধৰ ফলমূল ভক্ষণ কৰি জীৱন ধাৰণ কৰে। কেতিয়াবা কেতিয়াবা ইহঁতে মাটিলৈও নামি আহে আৰু তলসৰা ফলমূলবোৰ বুটলি বুটলি খায়। কীট-পতঙ্গ, পোক, মকৰা আদি নানাবিধৰ নিম্নখাপৰ প্ৰাণীবোৰো ইহঁতে ধৰি ধৰি খায়। এইবিধ বান্দৰৰ যিবোৰ প্ৰাণী অৰণ্যভূমি বিলাকত বাস কৰিবলৈ লয় সেইবোৰ বান্দৰে মানুহলৈ ভয় কৰি কৰি আলেঙে আলেঙে বাস কৰে। কিন্তু যিবিলাক জন্তুৱে গাঁৱৰ বা নগৰৰ কাষে পাজৰে বাস কৰিবলৈ লয় সিহঁতে মানুহ লৈ কোনো ভয় নকৰে। মতা মাইকী আৰু বিভিন্ন বয়সৰ পোৱালিবোৰ লগ লাগি একোটা জাকৰ সৃষ্টি হয়। কেইটাও শক্তি-

শালী মতা বান্দৰে জাকটোৰ ভিতৰত থকা মাইকী বান্দৰবোৰৰ ওপৰত অধিপাত্য বিস্তাৰ কৰে। মাঘ মাহৰ পৰা আৰম্ভ কৰি বহাগ মাহৰ ভিতৰতে সাধাৰণতে মাইকীবোৰে



দক্ষিণ-ভাৰতীয় বান্দৰ

পোৱালি জগায়। আৱশ্যক হলে মাকজনীয়ে পোৱালিটোক পিঠিত বোকোচা বান্ধি লৈ ফৰে।



# খৰা-নেজীয়া বান্দৰ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----প্ৰাইমেট

গোত্ৰ----চাৰকোপিথেচিদি

প্ৰজাতি----মেকাকা আৰ্কটইদিচ্, মেকাকা স্পেচিওচা

খৰা নেজীয়া বান্দৰ বা ষ্টাম্প টেইল্ড্ মেকেক্ নামেৰে জনাজাত এবিধ বান্দৰ গোষ্ঠীৰ প্ৰাণীৰ বিষয়ে এই প্ৰবন্ধত আলোচনা কৰিবলৈ লোৱা হৈছে। এইবিধ বান্দৰক মুকলি-মূৰীয়া ঠাই আৰু জনবসতিৰে পৰিপূৰ্ণ ঠাইবিলাকত বাস কৰা দেখিবলৈ পোৱা নাযায়। সাধাৰণতে ইহঁতে গভীৰ অৰণ্যভূমি বিলাকত থকা গছ-গছনিবোৰৰ ওপৰত উঠি লৈ ডালে পাতে বগুৱা বাই ফুৰে আৰু আৱশ্যক অনুযায়ী এজোপা গছৰ ডালৰ পৰা আন এজোপা গছৰ ডাললৈ জাপ মাৰি হাবিৰ মাজত ঘূৰা ঘূৰি কৰি ফুৰে। গছৰ ওপৰত থাকিবলৈ ভাল পোৱা বিধৰ প্ৰাণী হলেও কেতিয়াবা কেতিয়াবা ইহঁতে মাটিলৈও নামি আহে। হাবি বননিত আপোনা-আপুনি উৎপন্ন হোৱা নানা জাতীয় গছৰ ফল-মূল আদি খাই এইবিধ প্ৰাণীয়ে জীৱন ধাৰণ কৰে। কীট-পতঙ্গ আদি নিম্ন খাপৰ প্ৰাণীও অন্যান্য বান্দৰ গোষ্ঠীৰ প্ৰাণীৰ দৰে ইহঁতে সময় আৰু সুবিধা অনুযায়ী ভক্ষণ কৰে।

এইবিধ বান্দৰৰ নেজডাল একেবাৰেই চুটি হয়। নিলগৰ পৰা লক্ষ্য কৰিলে জন্তুটোৰ নেজডাল একেবাৰেই নথকা নিচিনা লাগে। সেই কাৰণে ইয়াক খৰা-নেজীয়া বান্দৰ কিম্বা নেজহীন বান্দৰ নামেৰে অভিহিত কৰা হয়। সাধাৰণতে মেকেক্ গোষ্ঠীৰ সকলোবিলাক বান্দৰৰ দেহত নেজৰ বিকাশ সাধন হোৱা দেখিবলৈ পোৱা যায়। ঠিক সেইদৰে লেঙুৰ বা হনুমান বান্দৰ বিলাকৰো দীঘল দীঘল নেজ থাকে। কেৱল এপ্ বা হলৌ বান্দৰৰ গোষ্ঠীৰ প্ৰাণীবিলাকৰ ক্ষেত্ৰতহে নেজ থকা দেখিবলৈ পোৱা নাযায়। পৃথিৱীৰ অন্যান্য ঠাইত বাস কৰা চিম্পাঞ্জী, গৰিলা, ওৰাং ওটান আদি অ-মানুহ বান্দৰ গোষ্ঠীৰ ( Primate ) প্ৰাণীবো কোনো নেজ নাথাকে। সেই কাৰণে মেকেক্ ফৈদৰ বান্দৰবোৰৰ ক্ষেত্ৰত নেজ নথকা বান্দৰ হিচাপে খৰা-নেজীয়া বান্দৰ বা ষ্টাম্প টেইল্ড মেকেক্ নামৰ বান্দৰে এটা ব্যতিক্ৰমৰ অভিলেখ সৃষ্টি কৰিব পাৰিছে বুলি ক'ব লাগিব।

পূৰ্বাঞ্চলৰ পৰ্বতীয়া অৰণ্যভূমি বিলাকৰ পৰা আৰম্ভ কৰি ব্ৰহ্মদেশৰ অন্তৰ্গত থকা কোনো কোনো বনভূমিতো এইবিধ বান্দৰ বাস কৰে বুলি জনা যায়। তদুপৰি ইয়াৰ

গচৰাচৰ বসতিস্থান আৰু বিচৰণ ভূমি পাইলেও পৰ্যন্ত বিৰপি আছে বুলি কোৱা হৈছে। সাধাৰণ বিধৰ বান্দৰ কিম্বা ৰেচাচ্ মেকেক্ জাতীয় প্ৰাণীৰ দৰে খৰা-নেজীয়া বান্দৰক য'তে ততে জাকে জাকে লগ পাবলৈ আশা কৰিব নোৱাৰি। তদুপৰি অৰণ্যভূমিত আলেঙে আলেঙে বাস কৰা প্ৰকৃতিৰ প্ৰাণী হোৱাৰ বাবে ইহঁত মানুহৰ সংস্ৰৱলৈ অহাৰ সম্ভাৱনাও তেনেই কম। এইবিধ বান্দৰৰ জন্তু-সংখ্যাও স্বাভাৱিক পৰিবেশ বিলাকত বহু বেছি নহয় বুলি উমান পোৱা গৈছে। সেই কাৰণে ইয়াৰ সংৰক্ষণ ব্যৱস্থা নিকপ্‌কপীয়াকৈ গোটী লগাবলৈ কটো অতিশয় প্ৰয়োজনীয় বিষয় হৈ পৰিছে। অসমৰ গুৱাহাটী নাজিৰাৰ চিৰিয়াখানাত এইবিধ বান্দৰৰ কেইটামানক ডাঙৰ



খৰা-নেজীয়া বান্দৰ

আকাৰৰ আবেষ্টনীৰ ভিতৰত ভৰাই ৰাখি প্ৰতিপালন কৰা হৈছে। মেঘালয়ৰ তুৰাত যিখন ক্ষুদ্ৰ সংস্কৰণৰ চিৰিয়াখানা প্ৰতিষ্ঠা কৰি ৰখা হৈছে সেইখন চিৰিয়াখানাত বনাই ৰখা এটা ডাঙৰ আকাৰৰ সজাতো কেইটামান খৰা-নেজীয়া বান্দৰ ৰখা হৈছে।

এইদৰে চিৰিয়াখানা বিলাকত আথেবেথে সংৰক্ষণ কৰি ৰখা খৰা-নেজীয়া

বান্দৰ কেইটাৰ আকাৰ আকৃতি আৰু চাৰিত্রিক গুণাগুণ পর্যবেশন কৰি সিহঁতৰ জীৱন ধাৰণৰ ৰীতি-নীতিৰ বিষয়ে বহুতো কথা জানিব আৰু শিকিব পৰা যায়। ছাত্র সমাজে এনে ধৰণৰ অধ্যয়ন মুখী কাম হাতত লৈ বন্য প্রাণী বিলাকৰ স্বভাৱ চৰিত্র আৰু আকাৰ-আকৃতিৰ বিষয়ে বহুতো জ্ঞান আহৰণ কৰিব পাৰিব। এইবিধ বান্দৰৰ টিকাত দুটা ৰঙা বৰণীয়া আৰু সোপোকা ধৰণৰ পদার্থৰ কুচনৰ উৎপত্তি হয়। এই কুচন দুটাক বহাৰ গাদী বুলি ক'ব পাৰি। অৱশ্যে এনে ধৰণৰ শাৰীৰিক গুণাগুণ অন্যান্য কেইবাবিধ বান্দৰৰ ক্ষেত্রত প্রকাশ পোৱা দেখা যায়। এইবিধ বান্দৰে একে ঠাইতে থিৰেৰে বৈ থাকিবলৈ ভাল নাপায়। খন্তেকৰ বাবে কোনো এঠাইত বহিবলৈ ললেও পিছ মুহূর্ততে তাৰ পৰা উঠি আন এঠাইলৈ গুচি যায়গৈ। স্বাধীন মনেৰে হাবি বননিত পৰিভ্রমণ কৰাৰ সময়ত ইহঁতে এই প্রবৃত্তি প্রদর্শন কৰেনে নকৰে সেই বিষয়ে স্পষ্টভাৱে জনা নাযায়। গছৰ ডালত বগুৱা বাই ঘূৰি ফুৰা অৱস্থাত সময়ে সময়ে ই চাৰিওখন ভৰি হাতোৰাৰে ডাল এটাত খামোচ মাৰি ধৰি পাৰেমানে জোকাৰি থাকে। এই কামৰ পুনৰাবৃত্তি মাজে মাজে চলি থকা দেখা যায়। পোৱালি উৎপাদন কৰি লালন পালন কৰা নিয়মতে এইবিধ বান্দৰেও অন্যান্য বান্দৰ ফৈদৰ প্রাণীবোৰৰ চৰিত্র প্রদর্শন কৰা দেখা যায়।



# গাহৰি-নেজীয়া বান্দৰ

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----প্ৰাইমেট
গোত্ৰ----চাৰকোপিথেচিদি
প্ৰজাতি----মেকাকা নেমেষ্ট্ৰিনা

মেকেক্ ফৈদৰ বান্দৰ গোষ্ঠীৰ প্ৰাণীবিলাকৰ ভিতৰত ৰেচাচ্ মেকেক্ বা সাধাৰণ বান্দৰ নামৰ প্ৰাণীৰ লগত আমাৰ ঘনিষ্ঠ সম্পৰ্ক আছে। এইবিধ বান্দৰক অতি সহজতে য'তে ত'তে দেখিবলৈ পোৱা যায়। আমাৰ মঠ মন্দিৰ বিলাকত যে এইবিধ বান্দৰে নিগাজীকৈ বাস কৰিবৰ বাবে অনুকূল পৰিবেশ বিচাৰি লৈছে সেই কথাও ইতিমধ্যে যথাস্থানত উল্লেখ কৰি অহা হৈছে। তদুপৰি আমাৰ বাৰীত লগোৱা নানাবিধ ফচল চাহিমুহি খাই এইবিধ বান্দৰে মানুহৰ ক্ষতি সাধন কৰে।

ভাৰতবৰ্ষৰ উত্তৰ-পূব অঞ্চলৰ পৰ্বতীয়া ঠাইবোৰত গাহৰি-নেজীয়া বান্দৰ বা পিগ টেইল্ড মেকেক্ নামেৰে এবিধ মেকেক্ ফৈদৰ বান্দৰ বাস কৰা দেখিবলৈ পোৱা যায়। অন্যান্য বান্দৰ ফৈদৰ প্ৰাণীবিলাকৰ দৰে এইবিধ বান্দৰেও গছৰ ডালে পাতে বগাই ফুৰে। এজোপা গছৰ এটা ডালৰ পৰা আন এজোপা গছৰ আন এটা ডাললৈ জাপ মাৰি যায়। এইদৰে গছৰ ওপৰতে বগুৱা বাই ফুৰিয়েই সৰহ খিনি সময় অতিবাহিত কৰি দিয়ে। নানাবিধৰ বনৰীয়া গছৰ ফল মূল বিলাক ছিঙি ছিঙি খায়। আৱশ্যক হলে ইহঁতে মাটিলৈও নামি আহে আৰু গছৰ তলসৰা ফলমূলবোৰ বুটলি খায়।

এইবিধ বান্দৰৰ নেজডাল সাধাৰণ বিধ বান্দৰৰ নেজৰ দৰে দীঘল আৰু জোপোহা হোৱা দেখা নাযায়। চুটি নেজডালত নোমৰ পৰিমাণ তেনেই কম। ঠৰঙা নেজডাল ওপৰমুৱা হৈ ধনুখনৰ নিচিনাকৈ পাক খাই থাকে। এইবিধ বান্দৰৰ টিকাত যি দুচটা সোপোকা ধৰণৰ কুচন বা গাদি থাকে সেই কুচন দুখন আকাৰত সিমান ডাঙৰ হোৱা দেখা নাযায়। তদুপৰি অন্যান্য বান্দৰ জাতীয় প্ৰাণীৰ কুচনৰ দৰে এইবিধ বান্দৰৰ টিকাত উৎপন্ন হোৱা কুচন দুখনৰ বৰণো সিমান উজ্জ্বল ভাৱে ৰঙচুৱা হোৱা দেখিবলৈ পোৱা নাযায়। গাত উৎপন্ন হোৱা নোমবোৰৰ ৰং ছাই বৰণীয়া বা মদৰুৱা হোৱা দেখা যায়। নাক, মুখ আৰু চকুৰ চাৰিওফালে যি ডোখৰ ঠাই থাকে সেই ডোখৰ ঠাইত কোনো প্ৰকাৰৰ নোমৰ উৎপত্তি হোৱা দেখিবলৈ পোৱা নাযায়। মুখ-মণ্ডলৰ অন্যান্য ঠাইত যিবোৰ ছাই বৰণীয়া নোমৰ উৎপত্তি হয় সেইবোৰ নোমত কোনো প্ৰকাৰৰ কাৰুকাৰ্যৰ বিকাশ সাধন হোৱা দেখা নাযায়।

এইবিধ বান্দৰৰ মতাবিলাক মাইকীবোৰতকৈ আকাৰত অলপ ডাঙৰ হয়। কোনো কোনো ক্ষেত্ৰত একোটা মতা বান্দৰ আকাৰত ইমান ডাঙৰ হয় যে অকস্মাতে লক্ষ্য কৰিলে তাক আফ্ৰিকা মহাদেশত বাস কৰা একোটা বেবোন গোষ্ঠীৰ বান্দৰ যেনহে লাগে। বেবোন জাতীয় বান্দৰৰ নেজৰ দৰে এইবিধ বান্দৰৰ নেজডালে দীঘল ৰূপ ধাৰণ নকৰে। তদুপৰি ইয়াৰ নেজৰ আগ ভাগত কোনো প্ৰকাৰৰ নোমৰ খোপা থকা দেখা নাযায়।



গাহৰি-নেজীয়া বান্দৰ

ভাৰতবৰ্ষৰ উত্তৰ পূব সীমান্তত অৱস্থিত নগাভূমিৰ পৰ্বতীয়া ঠাইবোৰৰ পৰা আৰম্ভ কৰি এই বিধ বান্দৰৰ বসতিস্থান ব্ৰহ্মদেশৰ কণভূমি কিছুমানলৈ বিয়পি আছে বুলি জনা যায়। থাইলেণ্ডতো এইবিধ বান্দৰ বাস কৰে বুলি কোৱা হৈছে। মালয়াচিয়াৰ হাবি বননিবোৰত ইয়াৰে আন এটা উপজাতি বাস কৰে। তাত বাস কৰা গাহৰি-নেজীয়া বান্দৰ বিলাকে দুৰ্দান্ত চৰিত্ৰ প্ৰদৰ্শন কৰে। কেতিয়াবা কেতিয়াবা ইহঁতৰ দুই এটাই মানুহলৈও চোঁচা লয় আৰু সৰু সৰু ল'ৰা-ছোৱালীক অকলে পালে আক্ৰমণ কৰিবলৈও কুণ্ঠাবোধ নকৰে।

# হনুমান বান্দৰ বা লেঙুৰ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----প্ৰাইমেট

গোত্ৰ---চাৰকোপিথেচিদি

প্ৰজাতি--প্ৰেচ্‌বিটিচ্ এণ্টেলাচ্

হনুমান বান্দৰ বা লেঙুৰ নামৰ প্ৰাণীবিধক ভাৰতবৰ্ষৰ বিভিন্ন ৰাজ্যত বাস কৰা দেখা যায়। অৱশ্যে এইবিধ হনুমান বান্দৰক অসম আৰু পূৰ্বাঞ্চলৰ অন্যান্য ৰাজ্যসমূহত বাস কৰা দেখিবলৈ পোৱা নাযায়। উত্তৰে হিমালয় পৰ্বতমালাৰ নামনি অঞ্চলটোকৰ পৰা আৰম্ভ কৰি দক্ষিণে কুমাৰিকা অন্তৰীপলৈকে এই বিস্তীৰ্ণ ভূ-ভাগৰ বিভিন্ন ঠাইত এইবিধ বিচিত্ৰ প্ৰাণীক স্বাধীন চিতীয়া ভাৱে বাস কৰা দেখা যায়। ঠাই অনুযায়ী থলুৱা হিচাপে নিগাজীকৈ বাস কৰিবলৈ লোৱা এই জাতীয় প্ৰাণীবিলাকৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণাৱলীত সামান্য ধৰণৰ ভেদভাৱ বিকশিত হোৱা দেখা যায়। এই ভেদভাৱৰ বৈচিত্ৰ্যৰ ওপৰত ভিত্তি কৰি জীৱবিদ্ পণ্ডিত সকলে ঠাৱৰ কৰিছে যে গোটেই দেশখনত নিচেই কমেও ১৪ বিধমান হনুমান বান্দৰ স্থানীয় ভাৱে নিগাজীকৈ বাস কৰি আছে। ইইঁতৰ কিছুমান জন্তু আকাৰত ডাঙৰ, কিছুমান মজলীয়া আৰু আন কিছুমান তুলনামূলক ভাৱে সৰু হোৱা দেখা যায়। কিছুমানৰ দেহত উৎপন্ন হোৱা নোমবোৰ দীঘল চানেকীয়া হয় যদিও আন কিছুমানৰ নোমবোৰে ঠিক তেনে ধৰণৰ দীঘল ৰূপ ধাৰণ কৰা দেখা নাযায়। নোমবোৰৰ বৰণৰ কাৰুকাৰ্যতো থকা ঠাইৰ বিভিন্নতা অনুপাতে বিভিন্ন ৰূপ প্ৰতিফলিত হোৱা দেখা যায়।

সি যিয়েই কি নহওক এই সকলো বিলাক ক্ষেত্ৰতে দেখা যায় যে এই জাতীয় হনুমান বান্দৰৰ ঠেং কেইখন অভাৱনীয় ভাবে দীঘল হয়। সেই অনুপাতে ইয়াৰ নেজডালেও অতিপাত দীঘল ৰূপ ধাৰণ কৰে। সকলো ক্ষেত্ৰতে মুখ মণ্ডলৰ বৰণ ক'লা হয়। দেহৰ অন্য ঠাইত উৎপন্ন হোৱা নোমবিলাক মটীয়া হয়। ঠাই অনুযায়ী বাস কৰা জন্তুবিলাকৰ মাজত কিছুমান ঠাইৰ জন্তুৰ নোমবোৰ গভীৰ ভাৱে ছাই বৰণীয়া হয়। আন কিছুমান ঠাইত থকা জন্তুবোৰৰ নোমে অলপ পাতলীয়া ৰূপ ধাৰণ কৰে। সেই কাৰণে আঞ্চলিক বা স্থানীয় ভাৱে বাস কৰি থকা হনুমান বান্দৰবোৰৰ আকাৰ আৰু নোমৰ বৰণৰ গভীৰতা আৰু গঠন ভঙ্গীমাৰ তাৰতম্যই বিভিন্ন বংশগত বৈচিত্ৰ্য প্ৰতিপন্ন কৰাত সহায় কৰে।

অন্যান্য বান্দৰ গোষ্ঠীৰ প্ৰাণীবোৰৰ দৰে এইবিধ হনুমান বান্দৰে গছৰ ডালে পাতে বগাই ফুৰিবলৈ ভাল পায়। মানুহৰ সংস্ৰৱত নগৰে চহৰে বাস কৰিবলৈ লোৱা হনুমান বান্দৰ বিলাকে পকী ঘৰৰ চালৰ ওপৰত কিম্বা দেৱালত বগাই ফুৰাও দেখা যায়। গছৰ ওপৰত থকা এটা ডালৰ পৰা আন এটা ডাললৈ যাব লগীয়া হলে, কিম্বা এজোপা গছৰ ডালৰ পৰা আন এজোপা গছৰ ডাললৈ যাব লগীয়া হ'লে ইহঁতে হেলা-



হনুমান বান্দৰ বা লেঙুৰ

নীয়াকৈ জাপ মাৰি দিয়ে। অন্য ডালত জাপ মাৰি পৰি ইহঁতে ঠেং কেইখনৰে সেই ডালত খামোচ মাৰি ধৰে আৰু লাহেকৈ বগৰা বাই গছৰ ওপৰে ওপৰে পৰিভ্ৰমণ কৰি ফুৰে। দেহৰ ভাৰসাম্যতা ৰক্ষা কৰাত দীঘল নেজডালে জন্তুটোক সহায় কৰে। গছৰ ডালত মেৰিয়াই ধৰি মাটিলৈ সৰি নপৰা বিষয়তো নেজডালে অৰিহণা যোগায়। গছৰ ডালে পাতে বগুৱা বাই ফুৰা প্ৰকৃতিৰ প্ৰাণী হ'লেও হনুমান বান্দৰবোৰে মাজে সময়ে

একেলগে মাটিলৈ নামি আহে আৰু মাটিত খোজ কাঢ়ি ইফালে সিফালে ঘূৰি ফুৰে। তাক বাদ্ধি একেলগে বিচৰণ কৰা প্ৰকৃতিৰ প্ৰাণী হোৱাৰ বাবে এইবিধ বান্দৰকো সমাজপ্ৰিয় প্ৰাণী বুলি ক'ব লাগিব। মাটিৰ ওপৰত কিন্তু তেনে ধৰণৰ কোনো সমান বা এচলীয়া ঠাইত খোজকাঢ়ি ঘূৰা-ঘূৰি কৰিব লগীয়া হ'লে এইবিধ বান্দৰে কুকুৰ নেকুৰী আদিৰ দৰে চাৰিওখন ঠেং খোজকঢ়া কামত ব্যৱহাৰ কৰে। সেই কাৰণে ইহঁতক কুকুৰ-খুজীয়া গোষ্ঠীৰ বান্দৰ বুলি ক'ব পাৰি।

হিমালয় পৰ্বতমালাৰ ওখ ওখ ঠাইবোৰত যিবিলাক হনুমান বান্দৰ বাস কৰে সেই সেইবিলাক বান্দৰৰ নোমবোৰে দীঘল ৰূপ ধাৰণ কৰে। এই পৰিবেশত বাস কৰা হনুমান বিলাকৰ দেহৰ আন এটা বৈশিষ্ট্য হ'ল এয়ে যে মুখৰ দুয়োকাষে উৎপন্ন হোৱা ডাঢ়ি-বোৰ অন্য ঠাইত থকা হনুমানৰ ডাঢ়িতকৈ অলপ দীঘল হয়। মুখৰ আগডোখৰ কেট্ কেট্ কৰে ক'লা হলেও মুৰৰ ওপৰ ভাগত গজা নোমসোপাৰ বং একেবাৰে শুক্ল-বৰ্ণৰ হোৱা দেখা যায়। দক্ষিণ ভাৰতৰ ফালে যিবিলাক হনুমান বাস কৰে সিহঁতৰ মুৰত গজা নোমবোৰ তেনে ধৰণৰ বগা হোৱা দেখা নাযায়।

ভাৰতবৰ্ষত হিন্দু সমাজে হনুমান বান্দৰক ৰাম-ভক্ত হনুমানৰ বংশধৰ বুলি গণ্য কৰে। সেই বাবে এইবিধ প্ৰাণীক কেতিয়াও বধ নকৰে। সেই একেটা কাৰণে এইবিলাক হনুমান বান্দৰে সাধাৰণতে মানুহলৈ ভয় নকৰে। বহু সংখ্যক হনুমানে মানুহৰ বসতি স্থলত নিগাজীকৈ বাস কৰে। বহুতে মঠ-মন্দিৰ বিলাকৰ কাষে-পাজৰে থাকিবলৈ লয়। ইহঁতে মানুহৰ কোনো অপকাৰ নকৰে। ৰাতিপুৱা ভাগতে ইহঁতে থকা ঠাই-বোৰৰ পৰা ওলাই আহে আৰু দিনৰ দিনটো ইফালে সিফালে ঘূৰা ঘূৰি কৰি আহাৰ বিচৰা কামত লাগি যায়। দুপৰীয়া সময়ত অলপ জিৰণি লৈ আকৌ আবেলি পৰত ঘূৰাঘূৰি কৰিবলৈ আৰম্ভ কৰে।

হনুমান বান্দৰৰ পাৰিবাৰিক আৰু সামাজিক জীৱনৰ বিষয়ে অলপ জানিব লগীয়া ৰহস্যজনক কথা আছে। ইহঁতে যোৰা-পাতি পাৰিবাৰিক জীৱন যাপন নকৰে। এটা জাকত একেলগে বাস কৰা মাইকী হনুমানবোৰৰ ওপৰত একচেটিয়া কৰ্তৃত্ব লাভ কৰিবৰ বাবে মতাবোৰৰ মাজত অৰিয়া-অৰি ভাৱৰ সৃষ্টি হয়। স্ত্ৰীবৈৰী প্ৰতিদ্বন্দ্বীৰ লগত তেতিয়া যুঁজ বাগৰৰ সৃষ্টি হয়। বিজয়ী হনুমানে বাকীবোৰ প্ৰতিদ্বন্দ্বীক জাকৰ মাজৰ পৰা বাহিৰ কৰি দিয়ে। পৰাজয় বৰণ কৰা হনুমানে আঁতৰ লৈ গৈ নিঃসঙ্গ জীৱন কটাবলগীয়া হয়। এই অভিনয় অৱশ্যে একেবাৰে ক্ষণস্থায়ী হোৱা দেখা যায়। পৰাজিত হনুমানৰ দুই এটাই পুনৰ জাকৰ মাজত সোমাই লৈ বিজয়ী হনুমানক আক্ৰমণ কৰে। তাক জাকৰ মাজৰ পৰা বাহিৰ কৰি দি নিজৰ অধিকাৰ সাব্যস্ত কৰাত সক্ষম হয়। এই ধৰণৰ খেদা-খেদিৰ খেলা ধাৰাবাহিক ভাৱে হৈ থাকে।

হনুমান বান্দৰে বছৰৰ এটা নিৰ্দিষ্ট সময়ত পোৱালি উৎপাদন কৰা দেখা যায়। উত্তৰ ভাৰতৰ ফালে থকা হনুমান বিলাকে বহাগ জেঠ মাহত পোৱালি জগায়। দক্ষিণ ভাৰতীয় হনুমানবোৰে সাধাৰণতে মাঘ ফাগুণ মাহত পোৱালি দিয়ে। গৰ্ভধাৰণৰ সময় প্ৰায় ছমাহ বুলি জনা যায়।

# টুপী-মূৰীয়া হনুমান বান্দৰ

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ----পাইমেট
গোত্ৰ----চাৰকোপিথেচিদি
প্ৰজাতি----প্ৰেচ্‌বাইটিচ্ পাইলিয়েটচ্

অসমৰ বনাঞ্চল বিলাকত টুপী মূৰীয়া হনুমান নামৰ এবিধ হনুমান গোষ্ঠীৰ বান্দৰ বাস কৰা দেখিবলৈ পোৱা যায়। এইবিধ হনুমানৰ সচৰাচৰ বসতিস্থান অসমৰ ওচৰ-চুৰীয়া ৰাজ্য কেইখনলৈও সম্প্ৰসাৰিত হৈ থকা দেখা যায়। তদুপৰি বাংলাদেশৰ চিটাগঙেদি ব্ৰহ্মদেশৰ বনাঞ্চল বিলাকলৈ এইবিধ বান্দৰৰ বসতিস্থান আৰু বিচৰণ ভূমি বিয়পি আছে। সাধাৰণতে গভীৰ অৰণ্যভূমি বিলাকত এইবিধ হনুমানক বাস কৰা দেখা যায়। ডাঠ হাবিৰ কাষত থকা পাতলীয়া হাবি বিলাকেও ইহঁতৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰিব পাৰে। এইবিধ হনুমান বান্দৰৰ মূৰত এক প্ৰকাৰৰ ঠৰঙা নোম গজে আৰু এই দীঘল চানেকীয়া নোমবোৰ মূৰৰ ওপৰত এনে ভাৱে সজ্জিত থাকে যে ইয়াক দেখিলে এটা মূৰত টুপী পিন্ধি থকা প্ৰাণীৰ নিচিনা দেখি। মূৰত গজা চুলিৰ নিচিনা নোম-বোৰৰ গঠন ভঙ্গীমাৰ ওপৰত ভিত্তি কৰি এইবিধ হনুমানৰ নাম টুপীপিন্ধা হনুমান ( Capped langur ) ৰখা হৈছে। মুখ-মণ্ডলৰ বৰণ একেবাৰে ক'লা হোৱা দেখা যায়। পিঠিৰ উপৰিভাগত উৎপন্ন হোৱা নোমবোৰৰ বৰণ ক'লা চানেকীয়াকৈ ধোঁৱাবৰণীয়া হয়। গালত ৰঙচুৱা বৰণৰ নোম থাকে। ঠেং কেইখনত গজা নোমৰ বৰণ ৰঙচুৱা বা কমলা ৰঙৰ হোৱা দেখা যায়।

এইবিধ হনুমান বান্দৰেও সাধাৰণতে গছৰ ডালে পাতে বগাই ফুৰি সময়খিনি অতিবাহিত কৰে। এজোপা গছৰ এটা ডালৰ পৰা আন এটা ডাললৈ যাবলৈ হ'লে ই কেতিয়াবা জাপ মাৰি এই কাম সমাধা কৰে। ওচৰত থকা আন এজোপা গছৰ ডাললৈ যাব লগীয়া হ'লেও ইহঁতে এইদৰে জপিয়াই জপিয়াই যাব পাৰে। মতা, মাইকী আৰু পোৱালিক লৈ এটা দল বা জাকৰ সৃষ্টি হয়। হাবিৰ মাজত ইহঁতক এইদৰে জাক বান্ধি একেলগে বাস কৰা অৱস্থাত দেখিবলৈ পোৱা যায়। শত্ৰু জাতীয় প্ৰাণী ওচৰ চাপি অহাৰ উমান পালে ইহঁতে গছৰ ডালে পাতে বগুৱা বাই আৰু আৱশ্যক অনুযায়ী ডালে ডালে জপিয়াই জপিয়াই নিৰাপদ ঠাইলৈ আঁতৰি যাবৰ বাবে চেষ্টা কৰে। অৰণ্যভূমিত বাস কৰা টুপীমূৰীয়া হনুমানবোৰে

মানুহকো সন্দেহৰ চকুৰে চায়। মানুহ গছৰ তলেদি অহাৰ উমান পালে ইহঁতে লুকাব যাবলৈ চেষ্টা কৰে। গাওঁ-ভূঁইৰ কাষে পাজৰে থকা গছ-গছনিবোৰত বাস কৰা এই



টুপী-মূৰীয়া হনুমান বান্দৰ

জাতীয় হনুমানে কিন্তু মানুহলৈ সিমান ভয় নকৰে। গছৰ তলেদি মানুহ অহা যোৱা কৰি থাকিলেও ইহঁতে নিৰলে গছৰ ওপৰতে বহি থাকি মানুহৰ আলেখ-লেখ লক্ষ্য কৰে। কেতিয়াবা নিচিন্ত মনেৰে গছৰ ওপৰত বগাই ফুৰে আৰু মানুহৰ পৰা কোনো

প্ৰকাৰৰ আমনি নাপালে নিচিন্ত মনেৰে গছৰ ডালে পাতে বহি থাকে কিম্বা ইফালে সিফালে বগাই ফুৰে।

চেঁ চেঁ কৈ এক প্ৰকাৰৰ উকি মৰা শব্দ উচ্চাৰণ কৰাৰ বাহিৰে এইবিধ হনুমান বান্দৰে কোনো প্ৰকাৰৰ মাত মতা দেখিবলৈ পোৱা নাযায়। এইবিধ হনুমান বান্দৰে গছৰ কামুন আদি ভক্ষণ কৰি জীৱন ধাৰণ কৰে।

আগতেই উল্লেখ কৰি অহা হৈছে যে টুপী-মূৰীয়া হনুমান বান্দৰৰ কেবাটাও উপ-প্ৰজাতি আছে। এই বিভিন্ন উপ-প্ৰজাতিৰ হনুমানবিলাকক সাধাৰণতে একে ঠাইতে একেলগে বাস কৰি থকা দেখিবলৈ পোৱা নাযায়। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা শোণিত-পুৰ আৰু দৰং জিলাৰ অন্তৰ্গত আৰু হিমালয় পৰ্বতমালাৰ নামনি অঞ্চলত চাৰদুৱাৰ, বালিপাৰা, নদুৱাৰ প্ৰভৃতি যি কেইখন সংৰক্ষিত বনাঞ্চল আছে সেই কেইখন বনাঞ্চলত টুপীমূৰীয়া হনুমান বান্দৰৰ এটা জাত বাস কৰা দেখিবলৈ পোৱা যায়। কোনো শব্দ উচ্চাৰণ নকৰাকৈ নিৰলে গছৰ ডালে পাতে বগাই ফুৰা বিধৰ প্ৰাণী হোৱাৰ বাবে ওচৰৰে গছবোৰৰ ওপৰত থাকিলেও সিহঁতক সহজে দেখা নাযায়। গছৰ ওপৰৰ ডাল পাত লৰি শব্দৰ উৎপত্তি হ'লেহে ইহঁত তাত থকা নথকাৰ গম ল'ব পৰা যায়। মাজবাট ৰেঞ্জৰ অন্তৰ্গত থকা বাতাচিপুৰ নামৰ এটা বিট অফিচৰ ওচৰৰ এখন হাবিত এবাৰ এজাক টুপীমূৰীয়া হনুমান বান্দৰ দেখিবলৈ পোৱা মনত পৰে। ভাৰতৰ ব্যাঘ্ৰ যোজনাৰ কৰ্ণধাৰ কৈলাশ শঙ্কৰ সাংখালাৰ সৈতে একেলগে বনাঞ্চলত প্ৰবেশ কৰিছিলোঁ। সাংখালাই হাবিত বাঘ দেখিবলৈ নাপালে যদিও গছৰ ওপৰত বগুৰা বাই ফুৰা টুপীমূৰীয়া হনুমান বান্দৰক নিজ চকুৰে দেখিবলৈ পালে। গছৰ ডালে পাতে বগাই ফুৰা হনুমান কেইটামানৰ তেওঁ ফটো তুলি ল'লে। দক্ষিণ পাৰে থকা কাজিৰঙা ৰাষ্ট্ৰীয় উদ্যানৰ অন্তৰ্গতো সেই একে উপজাতিৰ টুপীমূৰীয়া হনুমান-বান্দৰ কেতিয়াবা অকস্মাতে গছৰ ওপৰত বগাই ফুৰা অৱস্থাত দেখি পাবলৈ আশা কৰিব পাৰি।

কাছাৰ জিলাত লোহাৰ-বন্দ নামেৰে জনাজাত এটা বিট অফিচ আছে। ইনাৰ লাইন ৰিজাৰ্ভলৈ যাব পৰা এটা ৰাস্তাই দি গৈ থাকিলে লোহাৰ-বন্দৰ পৰা মিজো পাহাৰৰ সীমামূৰীয়া ঠাইবোৰলৈ যাব পাৰি। বাটত কেবাখনো বনগাওঁ (ফৰেষ্ট ভিলেইজ) আছে। এই বনগাওঁ কেইখনৰ পৰা ফালৰি কাটি যিটো পথ পশ্চিমৰ ফালে আগবাঢ়ি গৈছে সেইটো পথ গৈ লালাচেৰা নামৰ বিট অফিচত শেষ হৈছেগৈ। লালাচেৰা বিটত এটা বনবিভাগৰ জিৰণি ঘৰ আছে। এদিন ইয়াতে ৰাতিটো কটাবলগীয়া হৈছিল। পিছ দিনা ৰাতিপুৱাই বিচনাৰ পৰা উঠি কিবা বন্যপ্ৰাণী দেখিবলৈ পাওঁনেকি তাৰ বাবে বাহিৰৰ ফালে ওলাই আহিলোঁ। সৌভাগ্যবশতঃ এজাক হনুমান বান্দৰে গছ এজোপাৰ ওপৰৰ পৰা মোক অভিনন্দন জনালে। এই হনুমান বান্দৰ জাকৰ মুখবোৰ একেবাৰে ক'লা আছিল। সিহঁতে যে টুপী-মূৰীয়া হনুমানৰ এটা উপজাতিক প্ৰতিনিধিত্ব কৰিছে এই কথা বুজিবলৈ বেছি সময়ৰ প্ৰয়োজন নহ'ল। তৃতীয় আৰু চতুৰ্থ উপজাতিৰ টুপী-মূৰীয়া হনুমানক স্বাভাৱিক অৱস্থাত মই কেতিয়াও দেখা নাই। সি যিয়েই কি নহওক

বিশেষজ্ঞ সকলে অভিমত প্ৰকাশ কৰে যে উত্তৰ পূৰ্বাঞ্চলৰ ৰাজ্য কেইখনত চাৰিটা উপ-প্ৰজাতিৰ টুপমূৰীয়া হনুমান বাস কৰে।

এই বিধ হনুমান বান্দৰৰ আন এটা উপপ্ৰজাতি ব্ৰহ্মদেশৰ বনাঞ্চল কিছুমানত নিৰলে বাস কৰে বুলি জনা যায়।

টুপীমূৰীয়া হনুমান বান্দৰ বিলাকে সাধাৰণ জাতৰ হনুমানৰ দৰে সমাজ পাতি একেলগে বাস কৰে। এটা মতা হনুমানে কেইবাজনী মাইকী হনুমানৰ ওপৰত আধি-পাত্য বিস্তাৰ কৰে। কেতিয়াবা কেতিয়াবা পূৰঠ মতা হনুমানবোৰৰ মাজত অৰিয়াঅৰি ভাৱৰ সৃষ্টি হ'লে পৰাজয় বৰণ কৰা হনুমান কেইটাই কিছু সময়ৰ বাবে সমাজ ত্যাগ কৰি নিঃসঙ্গ জীৱন যাপন কৰে। সেয়েহে কেতিয়াবা তিনি চাৰিটা মতা হনুমানে একেলগে লাগি কেৰলীয়া জীৱন যাপন কৰিব লগীয়া হয়। গাত বল বান্ধি সিহঁতে পুনৰ জাকৰ মাজত সোমাই লৈ প্ৰতিদ্বন্দ্বীক বহিস্কাৰ কৰিবলৈ সক্ষম হয়।



# সোণোৱালী হনুমান বান্দৰ

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----প্ৰাইমেট

গোত্ৰ----চাৰকোপিথেচিদি

প্ৰজাতি---প্ৰেচ্‌বাইটিচ গীয়াই

সোণোৱালী লেঙুৰ বা সোণোৱালী হনুমান বান্দৰ নামৰ এবিধ আটক-ধুনীয়া বান্দৰ গোষ্ঠীৰ প্ৰাণী নামনি অসমৰ কেইখনমান বনভুমিত আলেঙে আলেঙে বাস কৰা দেখা যায়। উল্লেখযোগ্য যে অসমৰ বাহিৰে ভাৰতবৰ্ষৰ অন্য কোনো এখন ৰাজ্যতো এইবিধ বিচিত্ৰ প্ৰাণী বাস কৰাৰ পোনপটীয়া প্ৰমাণ এতিয়ালৈকে কোনেও পোৱা নাই। মেঘালয়ৰ গাৰো পাহাৰ (পশ্চিম) জিলাৰ অন্তৰ্গত থকা বংৰিংগিৰি সংৰক্ষিত বনাঞ্চল আৰু চিজু অভয়াৰণ্যত এইবিধ প্ৰাণীক কোনো কোনো লোকে দেখিবলৈ পাইছে বুলি দাবী কৰে। নিৰীক্ষণ, অনুসন্ধান আৰু অধ্যয়ন সাপেক্ষে এতিয়ালৈকে যিমানবিলাক তথ্যপাতিৰ সন্ধেদ পোৱা গৈছে সেইবিলাক সমলৰ পৰা সিদ্ধান্তলৈ আহিব পাৰি যে আগতে ভৱাৰ দৰে গাৰোপাহাৰ জিলাত সোণোৱালী হনুমান বান্দৰৰ কোনো থলি নাই। অসমৰ ধুবুৰী আৰু কোকৰাঝাৰ জিলাৰ সীমামূৰীয়া বনভূমি বিলাকে এই বিধ বিচিত্ৰ প্ৰাণীৰ সচৰাচৰ বসতিস্থান আৰু বিচৰণ ভূমি নিৰ্ণয় কৰিছে। অৱশ্যে অসমৰ ভৌগোলক চাৰিসীমা অতিক্ৰম কৰি সোণোৱালী হনুমানৰ বিচৰণ-ভূমি ভূটান পৰ্বতমালাৰ নামনি অঞ্চললৈ বিস্তাৰিত হৈছে।

সোণোৱালী হনুমানৰ বান্দৰ লগত বিজ্ঞান সন্মত ভাৱে পৰিচয় লাভ কৰাটো জীৱবিদ্ সকলৰ বাবে বৰ বেছি দিনৰ পুৰণি কথা বুলি ক'ব নোৱাৰি। ধুবুৰী জিলাৰ উত্তৰৰ ফালে থকা সীমামূৰীয়া বনভূমিত যমদুৱাৰ নামৰ এডোখৰ ঠাই আছে। অটব্য হাবিৰ মাজত বিৰাজ কৰা আওহতীয়া ঠাই হোৱাৰ বাবে জোন-বেলিৰ পোহৰে তাত সকলো সময়তে লীলা-খেলা কৰিব নোৱাৰে। ডৰ। ডৰাকৈ স্বাভাৱিকতে উৎপন্ন হোৱা শালনি হাবিবোৰৰ মাজেদি গৈ গৈ হে সেই ঠাইত উপনিত হ'বগৈ পাৰি। তাতেই এটা বহুত দিনৰ আগতে নিৰ্মাণ কৰা বন বিভাগৰ জিৰণি ঘৰ আছে। ঘৰটোৰ নিচেই কাষেদি সঙ্কোচ (সোণকোষ) নামৰ নদীখন বৈ গৈছে। এইখন নদীৰ উৎপত্তিস্থান ভূটানৰ মোহময়ী পৰ্বতমালাই নিৰ্ণয় কৰিছে। সঙ্কোচ নদীয়ে অসম, পশ্চিম বঙ্গ আৰু ভূটানৰ উমৈহতীয়া সীমাৰেখা নিৰ্দ্ধাৰণ কৰাত সহায় কৰিছে। হিমালয় শৈলৰাশিৰ পৰা বাগৰি অহা পানীবোৰে তলৰ ফালে নামি আহোঁতে যি শব্দৰ উৎপত্তি

হয় সেই শব্দ নিজগৰ পৰা ৰিণি ৰিণি শুনা যায়। সঙ্কোচ নদীৰ বালিচৰত জাকে জাকে বালিমাহী আৰু বালিঘোঁৰা জাতৰ পক্ষী উৰি উৰি আহি খন্তেকৰ বাবে জিৰণি লয়হি। জিলীয়ে তাত জুনুকা বজায় আৰু কেঁচ-কুমাটিৰ চিঁ চিঁ শব্দে সুৰৰ সমলয়ৰ সৃষ্টি কৰে।



সোণোৱালী হনুমান বান্দৰ

সঙ্কোচ নদীৰ পাৰত থকা অৰণ্যভূমিবিলাকে সোণোৱালী হনুমান বান্দৰৰ বাবে অনুকূল পৰিবেশৰ সৃষ্টি কৰিছে। ইহঁতে গছৰ ডালত বগাই ফুৰে আৰু এজোপা গছৰ ডালৰ পৰা আন এজোপা গছৰ ডাললৈ লম্ফ-জাপ মাৰি মাৰি পৰিভ্ৰমণ কৰে। সেই বাবে ইহঁতক অন্যান্য হনুমান গোষ্ঠীৰ বান্দৰ বিলাকৰ দৰে বৃক্ষবাসী প্ৰাণীৰ আখ্যা দিব পাৰি। গছৰ ওপৰত বগাই বগাই ফুৰাটো সাধাৰণ প্ৰবৃত্তি হ'লেও সোণোৱালী হনুমান বান্দৰে সময়বুজি মাজে সময়ে মাটিলৈও নামি আহে। শিলাময় পাহাৰৰ ৰকত

উৎপত্তি হোৱা পানীৰ ডোঙাবোৰ বিচাৰি কেতিয়াবা হাতৰ ভলুৱাৰ সহায়ত আৰু সুবিধা বুজি পানীত মুখখন ডুবাই পিয়াহ নিবাৰণ কৰে। ইহঁত জাক বান্ধি থাকে।

সোণোৱালী হনুমান বান্দৰৰ সচৰাচৰ বসতিস্থান যমদুৱাৰ নামৰ অৰণ্যভূমিৰ পৰা আৰম্ভ কৰি মানাহ অভয়াৰণ্যৰ অন্তৰ্গত থকা মঠন্‌গুৰি নামৰ ঠাইলৈকে বিয়পি থকা দেখিবলৈ পোৱা যায়। মঠন্‌গুৰিতো বনবিভাগৰ এটা বঙলা আছে। ইয়াৰ কাষেদি মানাহ নদীখন ভূটানৰ পাৰ্বত্য অঞ্চলৰ পৰা বেকাবেকী গতিত ওলাই আহি ভৈয়ামৰ কালে বৈ গৈছে। মঠনগুৰিৰ বঙলাটো নদীৰ পাৰত থকা এটা টিলাৰ ওপৰত অৱস্থিত। এই বঙলাটোৰ ওপৰ মহলৰ পৰা মানাহ নদী আৰু এই নদীখনৰ সিপাৰে থকা ভূটানৰ কৰ্দেলীৰিয়া পাহাৰবোৰৰ দৃশ্য চাবলৈ বৰ ভাল লাগে। মানাহ অভয়াৰণ্যৰ অভূতপূৰ্ব প্ৰাকৃতিক সৌন্দৰ্যই অসমৰ অন্যান্য ঠাইত থকা সকলোবিলাক প্ৰাকৃতিক সৌন্দৰ্যক চেৰ পেলাইছে বুলি ক'ব পাৰি। মঠন্‌গুৰিৰ অনুপম প্ৰাকৃতিক সৌন্দৰ্য উপভোগ কৰিবৰ বাবে প্ৰতি বছৰে খৰালি মাহত তাত প্ৰকৃতি-প্ৰেমী আৰু বন্যপ্ৰাণী অনুৰাগী মানুহৰ সমাগম হয়। সৰহ ভাগ মানুহে নানা জাতীয় বন্যপ্ৰাণী দৰ্শনৰ বাবে মানাহ অভয়াৰণ্যলৈ গৈ মঠন্‌গুৰিৰ বঙলাত ৰাতিটো কটায়গৈ। ওচৰতে ৰেলৰ ডবাৰ নিচিনা কেইটামান ঘৰ আটোমটোকাৰিকৈ সজা হৈছে। ইচ্ছা কৰিলে দৰ্শন-প্ৰাৰ্থী পৰ্যটক সকলৰ কেইজনমানে এইবিলাক ঘৰতো ৰাতিটো কটাব পাৰে। বন্যপ্ৰাণীৰ দৰ্শন-প্ৰাৰ্থী সকলক হাতীৰ পিঠিত তুলি অভয়াৰণ্যৰ ভিতৰলৈ লৈ যোৱা হয়। ওখ ওখ ঘাঁহ জাতীয় উদ্ভিদ আৰু অটব্য অৰণ্যৰ মাজে মাজে হাতীৰ পিঠিত উঠি উঠি গৈ নানা জাতীয় বন্যপ্ৰাণীৰ দৰ্শন লাভ কৰিব পাৰে। হাবিৰ মাজেদি বৈ যোৱা নদী-নলাবিলাক পাৰ হৈ যাওঁতে কেতিয়াবা দ-পানীৰ ওপৰেদি হাতী পাৰ হৈ যাব লগীয়া হয়। পানীলৈ নামি যোৱা হাতীৰ কেতিয়াবা পেটলৈকে পানী উঠে আৰু তেনে অৱস্থাত আৰোহীৰ মন-প্ৰাণ আনন্দ আৰু আশঙ্কাৰ দোমোজাত পুলকিত হয়।

দৰ্শন-প্ৰাৰ্থী সকলৰ কোনোবাই এই মানাহ অভয়াৰণ্যৰ ভিতৰত সোণোৱালী হনুমান বান্দৰ দেখিবলৈ পোৱাৰ কোনো অভিলেখ আজিলৈকে থকাৰ কথা জনা নাযায়। এইবোৰ ঠাইত অৰণ্যে গৌওৰ নামেৰে জনাজাত এবিধ বনগৰু বাস কৰা দেখা যায়। কাৰবাৰ ভাগ্যত লিখা থাকিলে এইবিধ বিচিত্ৰ বন্যপ্ৰাণীৰ দুই এটাক দেখিবলৈ পাব পাৰে। বনৰীয়া ম'হৰ পালবোৰ এইবোৰ ঠাইত থকা দেখা নাযায়। মানাহ নদীৰ পাৰৰ বালিঅঁহীয়া ঠাইবোৰে ইহঁতৰ বাবে অনুকূল পৰিৱেশৰ সৃষ্টি কৰিব পাৰিছে। পহু জাতৰ প্ৰাণীৰ দুই এটাক এইবোৰ ঠাইত দেখি পাবলৈ আশা কৰিব পাৰি। সিহঁতৰ দুই এটাই কুমলীয়া ঘাঁহ খাই খাই হাবিৰ মাজত চৰি ফুৰে। কেতিয়াবা একেলগে বহুতো সংখ্যক পহু জাক বান্ধি চৰি ফুৰা অৱস্থাত দেখি পাবলৈ আশা কৰিব পাৰি। আৰোহী সহ ঘৰৰীয়া হাতী সিহঁতৰ কাষ চপি যোৱাৰ উৱান পালে গোটেই-জাক হৰিণে চাৰিও কালে ছিটিকি পলাবলৈ আৰম্ভ কৰে। মিশ্ৰ-খাপৰ বন্যপ্ৰাণীৰ ভিতৰত বনৰীয়া গাহৰিৰ প্ৰাদুৰ্ভাৱ পৰিলক্ষিত হয়। ইহঁতে থাইগুটীয়া ভাৱে নিজগে

গিলগে আপোন মনেৰে ঘাঁহ খাই চৰি ফুৰে। মানহৰ গম পালে লাহেকৈ গভীৰ অৰণ্যভূমিৰ আঁৰত লুকাই আত্মগোপনৰ ব্যৱস্থা কৰে।

মানাহ অভয়াৰণ্যৰ অন্তৰ্গত জাক পাতি পাতি চাৰ কৰা বনৰীয়া হাতী লগ পোৱা যায়। একেলগে একে ঠাইতে মাৰ বান্ধি চৰি ফুৰা বনৰীয়া হাতীৰ পালক চাহন বুলি কোৱা হয়। দঁতাল, মখনা, খুই (পোৱালি জগোৱা মাইকী হাতী) চাৰিণ (পোৱালি নজগোৱা ডেকেৰী মাইকী হাতী) আৰু কম বয়সীয়া কিম্বা মাকৰ গাখীৰ খাবলৈ লেবা পোৱালি কেইটামানক লৈ এটা চাহনৰ সৃষ্টি হয়। ইহঁতৰ সামাজিক জীৱনৰ বৈচিত্ৰ সম্পৰ্কে এচিয়াৰ হাতী ( Asian Elephants ) বিষয়ৰ প্ৰবন্ধত বিষদ ভাৱে আলোচনা আগ বঢ়োৱা হৈছে। কেতিয়াবা দৰ্শন-প্ৰাৰ্থী তথা ঘৰৰীয়া হাতীৰ পিঠিত আৰোহণ-কাৰী পৰ্যটকে বনৰীয়া হাতীৰ চাহনৰ সন্মুখীন হ'ব লগীয়া হয়। এনে লোমহৰ্ষক ঘটনা আমোদজনক ভাৱে আকৰ্ষণীয় হ'লেও ই কেতিয়াবা ভয়াবহ ৰূপ ধাৰণ কৰে। মেলা চিকাৰত বনৰীয়া হাতী ধৰা মানুহৰ বাবে এনে পৰিস্থিতি অতিশয় কাম্য হলেও সৰ্বসাধাৰণে জীৱটোক হাতৰ বুঠিত লৈ হেতালি খেলিব নোখোজে। কেনেবাকৈ বনৰীয়া হাতীৰ চাহনৰ মাজত আৰোহী সহিতে ঘৰৰীয়া হাতী সোমাই পৰিব লগীয়া হ'লে গোটাই জাক বনৰীয়া হাতী ছিটিকি পলাবলৈ আৰম্ভ কৰে। ঘৰৰীয়া হাতীটোৱে অৱশ্যে ধীৰ স্থিৰ ভাৱে এই প্ৰত্যাহ্বানক মূৰ পাতি লয়। কিন্তু কেনেবাকৈ গছ-লতাত লাগি আৰোহীজন মাটিত খহি পৰিব লগীয়া হলে সৰ্বনাশ !

মঠনগুৰিত থকা বনবিভাগীয় জিৰণি ভৱনৰ কাষেদি বৈ যোৱা মানাহ নদীখনে অসম আৰু ভূটানৰ উমৈহতীয়া সীমাৰেখা নিৰ্দ্ধাৰণ কৰিছে। নদীখন ঠাইতে দ আৰু ঠাইতে বাম। দ ঠাই বোৰত শিল-ঘৰীয়া, বোকাঘৰীয়া আদি মাছে আশ্ৰয় লৈ থাকে। নদীৰ পাৰৰ থিয় গৰাৰ তলৰ ফালে থকা শিলাময় ঠাইত বহি মানুহে বৰশী বাই মাছ ধৰে। কোনো কোনোৱে নাৱত উঠি পাহাৰী নদীখনৰ ওপৰৰ ফালে গৈ দুৰ্গম ঠাইত থকা ঘুলিবোৰত বৰশীৰে মাছ ধৰেগৈ। ঠায়ে ঠায়ে নদীৰ বুকুখন তেনেই বাম। তাত শিলগুটি আৰু ডাঙৰ আকাৰৰ শিলৰ ভঙাছিঙা টুকুৰাবোৰ পানীৰ সোঁতে আনি আনি ঠায়ে ঠায়ে জমা কৰেহি। ফলত নদীখনৰ বুকুৰেদি নামনিৰ ফালে নাও পাৰ কৰি নিব নোৱাৰাৰ অৱস্থা আহি পৰে। এনে পৰিস্থিতিক অতিক্ৰম কৰিবৰ বাবে নাৱৰীয়া পানীলৈকে নামি নাও ঠেলি ঠেলি আৰু আৱশ্যক অনুযায়ী নাওখনৰ টিং অলপ ওপৰলৈ ডাঙি ধৰি ভাটিয়নীৰ দ-পানীত নাওখন এৰি দিব লগীয়া হয়। যি ঠাইত মানাহ আৰু বেকী নদী দুখন পাহাৰৰ বুকুৰ পৰা হেলনীয়াকৈ বৈ আহি একেলগ লাগিছেহি তাত দুয়োখন নদীৰ পানীৰ মাজত খণ্ড যুদ্ধ আৰম্ভ হয়। অলপ নিলগৰ পৰা পানীৰ শব্দ শুনিলে এনেহে লাগে যেন ক'ৰবাৰ পৰা এজাক প্ৰবল ধুমুহা বৰষুণ আহিছে আৰু অলপ পৰৰ পাছতে শিলাবৃষ্টি হোৱাৰ উপক্ৰম হৈছে।

এই নদীখনৰ পানীত এবিধ বিচিত্ৰ আকৃতিৰ বনৰীয়া হাঁহ জাতীয় পক্ষী চৰি ফুৰা দেখিবলৈ পোৱা যায়। এই হাঁহ জাতীয় পক্ষীক মাৰগেন্‌চাৰ নামেৰে অভিহিত কৰা হয়। এইবিধ মাৰগেনচাৰৰ ডিঙিৰ পৰা মূৰৰ ওপৰ ভাগত থকা পাখিবোৰৰ ৰবণ

বগা হয়। সেই কাৰণে পানীত চৰি ফুৰা চৰাইটোক নিলগৰ পৰা লক্ষ্য কৰিলে জিলিকি থকা যেন লাগে। অৱশ্যে মাইকী মাৰগেন্‌চাৰৰ গাত এনে ধৰণৰ বগা পাখিৰ উৎপত্তি হোৱা দেখিবলৈ পোৱা নাযায়। পানী কাউৰী, দৈকলা, মণিয়ৰি আদি জলচৰ পক্ষীৰ দৰে ইহঁতে পানীৰ তললৈ বুৰ মাৰি বহুত দূৰ যাব পাৰে। পানীৰ তলত বুৰ মাৰি সাতুৰি যাওঁতে ইহঁতে মাছ ধৰে। উল্লেখযোগ্য যে এইবিধ হাঁহ জাতীয় পক্ষীৰ ঠোঁটটো হাঁহৰ ঠোঁটৰ দৰে চেপেটা নহৈ বগলী চৰাইৰ ঠোঁটৰ দৰে জোঙা হয়। এই বিধ বিচিত্ৰ পক্ষীক মানাহ অভয়াৰণ্যৰ অন্যতম্ আপুৰুগীয়া প্ৰাণী বুলি গণ্য কৰিব পাৰি।

নাৱত উঠি মানাহ নদীখন অতিক্ৰম কৰি উত্তৰ পাৰলৈ গ'লে ভূটানৰ অন্তৰ্গত থকা উত্তৰ পাৰৰ ঠাই ডোখৰত এটা ৰাজ-হাউলি পোৱা যায়। মাজে সময়ে ভূটানৰ মহাৰজাই অৱসৰ বিনোদনৰ বাবে ইয়ালৈ আহে। অনুপম প্ৰাকৃতিক দৃশ্যৰে এইডোখৰ ঠাই ভৰপূৰ হৈ আছে বুলি ক'ব পাৰি। ইয়াৰ ঠিক কাষতে যিখন বনভূমি আছে সেই খণ্ড বনভূমিক অভয়াৰণ্যলৈ ৰূপান্তৰ কৰি ভূটান চৰকাৰে মানাহ অভয়াৰণ্যৰ পৰিপূৰক তথা বন্যপ্ৰাণীৰ বিচিত্ৰ ৰঙ্গভূমি ৰূপত পৰিচালনা কৰি ৰখাৰ ব্যৱস্থা হাতত লৈছে।

ভূটানৰ অন্তৰ্গত থকা মানাহ অভয়াৰণ্যৰ অনুপম পৰিবেশে কেইবাটা পৰিয়ালৰ সোণোৱালী হনুমান বান্দৰ ধাৰণ কৰিছে। ইয়াৰ নদী-কলীয়া অৰণ্যভূমিত চিদা, কৰৈ আদি যিবিলাক ওখ ওখ গছ আছে সোণোৱালী হনুমান বান্দৰৰ কেইটামান জাকে তাতেই আলেঙে আলেঙে গছৰ ওপৰৰ ডালবোৰত উঠি উঠি থাকে। এইবিলাক গছলতাই ধাৰণ কৰা নানাবিধ ফলে ইহঁতৰ বাবে আহাৰৰ যোগান ধৰে। গছবোৰৰ তললৈ মানুহ যোৱাৰ উমান পালে ইহঁতে গছৰ ডালবোৰত জপিয়াই জপিয়াই আঁতৰি যাবলৈ চেষ্টা কৰে। অলপ নিলগৰ গছৰ ডালত বহি মানুহৰ গতিবিধি লক্ষ্য কৰে। সন্দেহৰ মাত্ৰা উপশম নহ'লে পুনৰ ডাল পাত বগাই কিম্বা জাপ মাৰি মাৰি নিৰাপদ ঠাইলৈ গুচি যায়গৈ। কেতিয়াবা দুই এটা বান্দৰে কিবা কাৰণত মাটিলৈ নামি আহিব লগীয়া হ'লেও ইহঁতে বৰ বেছি সময় মাটিত খোজ কাঢ়ি ঘূৰি নুফুৰে।

এইবিধ হনুমান বান্দৰৰ দেহত যিবিলাক নোমৰ উৎপত্তি হয় সেই নোমবোৰৰ বৰণ সাধাৰণতে বগা হয়। এই নোমৰ উপৰি ভাগত সোণালী বৰণৰ চিক্‌মিকিয়া দাগে বিৰাজ কৰে। গাত সোণালী বৰণৰ নোমৰ বিকাশ সাধন হোৱাৰ বাবেই এইবিধ হনুমান বান্দৰক সোণোৱালী হনুমান বান্দৰৰ আখ্যা দিয়া হয়। মাটিত খোজ কাঢ়ি যাব লগা হ'লে এইবিধ হনুমান গোষ্ঠীৰ বান্দৰেও কুকুৰ-খুজীয়া গতিত চাৰিখন ঠেঙেৰে খোজ কাঢ়ি যায়। গছৰ ডালত বগাই ফুৰা অৱস্থাত দীঘল নেজ ডালে ইয়াক সহায় কৰে।

স্বাভাৱিক পৰিবেশত এইবিধ আপুৰুগীয়া হনুমান বান্দৰৰ সৰ্বমুঠ জন্তুৰ সংখ্যা কিমান হ'ব পাৰে সেই বিষয়ে নিখুঁট ভাৱে জনা নাযায়। অনুমান কৰা হৈছে যে বৰ্তমান অৱস্থাত ইয়াৰ জন্তু-সংখ্যা ১০০০ৰ কম নহ'ব। সংৰক্ষণৰ ব্যৱস্থা প্ৰৱৰ্তন কৰাৰ ফলশ্ৰুতিত এইবিধ বান্দৰৰ জন্তু-সংখ্যা এতিয়া ক্ৰমে বৃদ্ধি পাইছে। তদুপৰি ইয়াৰ থকা ঠাইৰ পৰিসৰ বৃদ্ধি পোৱাৰ প্ৰমাণ পোৱা গৈছে। পিয়লৰ জৰিয়তে জন্তু-সংখ্যা নিৰ্ণয় কৰিব পাৰিলে আৰু এই পিয়লৰ কাম কেইবছৰ মানৰ অন্তৰে অন্তৰে ধাৰাবাহিক ভাৱে সম্পাদিত হ'লে এইবিধ বিচিত্ৰ প্ৰাণীৰ ভৱিষ্যত ঠাৱৰ কৰিব পৰাটো সম্ভৱপৰ হৈ উঠিব।

সোণোৱালী হনুমান বান্দৰে জুন-জুলাই মাহত এবাৰত এটাকৈ পোৱালি জগায়।



# নীলগিৰি-হনুমান

শ্ৰেণী----স্তন্যপায়ী

বৰ্গ----প্ৰাইমেট্

গোত্ৰ----চাৰকোপিথেচিদ

প্ৰজাতি----প্ৰেচবাইটিচ্ জনিয়াই

ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত সাধাৰণতে যিবিধ হনুমান বান্দৰ মঠ-মন্দিৰ বিলাকৰ চৌহদৰ পৰা আৰম্ভ কৰি নানা ঠাইৰ ভিন্ ভিন্ পৰিবেশত বাস কৰা দেখা যায় সেইবিধ হনুমানৰ জীৱন বুৰঞ্জী ইতিমধ্যে যথা স্থানত আলোচনা কৰি অহা হৈছে। আনহাতে টুপীমূৰীয়া হনুমান বান্দৰ নামৰ যিবিধ হনুমান আমাৰ অসমখনকে আৰম্ভ কৰি এইফালৰ ঠাইবোৰৰ গছ-গছনিত বগুৰা বাই বা ইজোপা গছৰ ডালৰ পৰা আন এজোপা গছৰ ডাললৈ জাপ মাৰি মাৰি ইফালে সিফালে ঘূৰি ফুৰে সেইবিধ হনুমান বান্দৰৰ জীৱনালেখ্য অঙ্কন কৰিও ইতিপূৰ্বে দেখুওৱা হৈ গৈছে। সোণোৱালী হনুমান বান্দৰ নামেৰে জনাজাত তৃতীয় বিধ ধুনীয়া চেহেৰা-পাতিৰ জানোৱাৰবিধৰ বিষয়েও আগতে আলোচনা কৰি অহা হৈছে। এই প্ৰবন্ধত যিবিধ হনুমান বান্দৰ বিষয়ে আলোচনা কৰিবলৈ লোৱা হৈছে সেইবিধ হনুমান বান্দৰক নীলগিৰি-হনুমান বুলি অভিহিত কৰা হয়। এইবিধ হনুমান বান্দৰক দক্ষিণ ভাৰতৰ ফালে বাস কৰা দেখিবলৈ পোৱা যায়। সেই ফালৰ যিবোৰ বনভূমিত সাধাৰণতে সিংহনেজীয়া বান্দৰ বাস কৰে ঠিক তেনেবোৰ পৰিবেশতে কম-বেছি পৰিমাণে নীলগিৰি-হনুমান নামৰ প্ৰাণীবিধকো একেলগে বাস কৰা দেখিবলৈ পোৱা যায়।

পশ্চিমঘাট পৰ্বতমালাই এইবিধ হনুমান বান্দৰৰ মূল ঘাটি বুলি ক'ব পাৰি। দক্ষিণ ভাৰতত সাগৰৰ পাৰে পাৰে উত্তৰে কূৰ্গৰ পৰা দক্ষিণৰ ফালে থকা কুমাৰিকা অন্তৰীপলৈ যিখিনি পৰ্বতীয়া ঠাই আছে সেই ঠাইখিনিত থকা অৰণ্যভূমি বিলাকত এইবিধ হনুমানে নিগাজীকৈ বাস কৰিবৰ বাবে সুবিধা কৰি লৈছে। দক্ষিণাত্যৰ এনেবোৰ ঠাইত যিবিলাক চিৰ সেউজীয়া গছ-গছনিৰ হাবি-বননিয়ে বিস্তীৰ্ণ ঠাই জুৰি স্থান লাভ কৰি আছে তেনেবোৰ ঠাইক তাৰ মানুহে "চোলা" বুলি কয়। "চোলা" নামেৰে জনাজাত এই হাবি-বননি বোৰৰ মাজে মাজে নলাৰ নিচিনা পানীৰ সুঁতি বৈ গৈছে আৰু এনে ধৰণৰ ঠাইবিলাকে এইবিধ হনুমান বান্দৰ জাতীয় প্ৰাণীৰ বাবে অনু-

কূল পৰিবেশৰ সৃষ্টি কৰে। অৰণ্যভূমিৰ গছ-গছনি বিলাকৰ ডালে-পাতে বগাই ফুৰা বিধৰ প্ৰাণী হ'লেও নীলগিৰি হনুমান বান্দৰ বিলাকৰ একো একোটা জাকে কেতিয়াবা মাটিলৈকে নামি আহে আৰু কেতিয়াবা দলে বলে আহি মানুহে খেতি পথাৰ কৰা ঠাইবোৰত সোমাইহি। খেতি কৰা ঠাইত মানুহে লগাই দিয়া শস্য বিলাকৰ কেতিয়াবা এইবিধ জানোৱাৰে অনিষ্ট সাধন কৰে। এইবিধ প্ৰাণীয়ে ৰাতিৰ ৰাতিটো গছৰ ওপৰত উঠি থাকে আৰু ৰাতিপুৱাৰ বেলিটো মূৰৰ ওপৰলৈ উঠিবলৈ লওঁতে নো লওঁতেই



নীলগিৰি-হনুমান

ইহঁতে খোৱা বস্তু বিচাৰিবৰ বাবে জাক বান্ধি নামি আহে। দুপৰীয়া সময়ত যেতিয়া সূৰ্যৰ ৰশ্মি প্ৰখৰ হৈ পৰে তেতিয়া ইহঁতে টলকা মাৰি গছৰ ডালত বহি থাকে। আবেলি সময়ত বেলিটো পশ্চিম আকাশত ডুব মাৰবলৈ বহুতখিনি সময় বাকী থাকোঁতেই ইহঁত আকৌ গছৰ ডালপাত বোৰৰ পৰা মাটিলৈ নামি আহে আৰু নানা ধৰণৰ গছৰ কুঁহিপাত, ফল-মূল আদি বিচাৰি বিচাৰি খাবলৈ আৰম্ভ কৰে। বেলি পৰোঁতে নোপৰোঁতেই আকৌ সি গছৰ ডালত আশ্ৰয় লয় গৈ।

নীলগিৰি লেঙুৰ বা হনুমান বান্দৰৰ গাৰ নোমবিলাক অতিশয় কলা হয়। এই বিষয়ত সেই বিলাক ঠাইত বাস কৰা সিংহনেজীয়া বান্দৰৰ গাৰ নোমৰ লগত ইয়াৰ গাৰ নোমৰ বৰণৰ ভালেখিনি সাদৃশ্য থকা দেখা যায়। আনহাতে দেখা যায় যে এইবিধ লেঙুৰৰ মূৰৰ নোমবোৰৰ বৰণ গাত গজা নোমবোৰৰ দৰে কলা নহয়। ডিঙিৰ ওপৰ ভাগৰ পৰা আৰম্ভ কৰি মূৰৰ ওপৰ-ছোৱাত যিখিনি নোম থাকে সেইখিনি নোমৰ বৰণ হালধীয়া ধৰণৰ মুগা হয়। সেইবাবে এইবিধ হনুমান বান্দৰৰ প্ৰত্যেকটোৰে

একোটাকৈ বান্দৰ-টুপী পিন্ধি থকা যেন লাগে। পাছ-ভৰিৰ পাছৰ ফালে আৰু দীঘল নেজ ডালত যিবোৰ নোম থাকে সেইবোৰ নোমৰ বৰণো ক'লা হলেও তাত ফুটুকী বং ছটিয়াই থোৱাৰ চিনা লাগে। এই ধৰণৰ ৰঙৰ ছিটিকনি পৰাৰ বাবে এই ভোখৰ ঠাইত এক প্ৰকাৰৰ চিক্‌মিকনি বিৰাজ কৰা দেখা যায়।

এইবিধ হনুমান বান্দৰে "হোহা" "হোহা" ধৰণৰ দীঘলীয়া দীঘলীয়া উৰ্কি মাৰে। যিবোৰ ঠাইৰপৰা এই ধৰণৰ শব্দ আহি মানুহৰ কাণত ঠহৰ ঠহৰকৈ বিন্ধেহি সেইবোৰ ঠাইত যে এইবিধ প্ৰাণী আলেঙে আলেঙে গছৰ ডালত উঠি বগুৰা বাই ফুৰিছে এই কথা অনুমান কৰিব পৰা যায়। সেইবিলাক ঠাইত থকা জনজাতীয় মানুহ কিছুমানে এইবিধ হনুমান বান্দৰক মাৰি মাৰি খায়। তেওঁলোকে বিশ্বাস কৰে যে এইবিধ হনুমান বান্দৰৰ মঙহত কিবা একেবি ভাল গুণ আছে আৰু সেই বাবে ইয়াৰ মাংস, তেজ আদি খালে হেনো বহুতো বেমাৰ আজাৰৰ পৰা পৰিত্ৰাণ পাব পাৰি। তদুপৰি ইয়াৰ গাৰ ধুনীয়া নোম থকা ছালখন ব্যৱহাৰ কৰি বহুতো মানুহে নানা ধৰণৰ বিলাসৰ সামগ্ৰী তৈয়াৰ কৰি লয়। এইবিলাক কাৰণত সচৰাচৰ বিচৰণ ভূমি বিলাকত এইবিধ বিচিত্ৰ প্ৰাণীৰ সংখ্যা কমি অহাৰ উমান পোৱা গৈছে।

পাৰিবাৰিক বা সামাজিক জীৱনৰ বিষয়ে ক'ব লগীয়া হ'লে এই কথা সঁচা বুলি গণ্য কৰিব লাগিব যে অন্যান্য বিলাক হনুমান বান্দৰৰ দৰে এইবিধ হনুমানৰ মাজতো পৰিয়াল গঠনৰ বেলিকা খোৱা-কামোৰা লাগে। শক্তিমান মতাটোৱে লগৰ অন্যান্য মতাবোৰক আঁতৰাই মাইকীবোৰৰ মাজত আধিপত্য বিস্তাৰ কৰিবলৈ যত্ন কৰে।



# হলৌ বান্দৰ

শ্ৰেণী----স্তন্যপায়ী
বৰ্গ---প্ৰাইমেট
গোত্ৰ----হাইলোবেটিডি
প্ৰজাতি---হাইলোবেটিচ হ'লক

হলৌ বান্দৰ প্ৰাইমেট গোষ্ঠীৰ প্ৰাণী। প্ৰাইমেট বিলাকক সিহঁতৰ শাৰীৰিক আৰু চাৰিত্ৰিক গুণাৱলীৰ ওপৰত ভিত্তি কৰি দুটা ভাগত ভাগ কৰিব পৰা যায়। এই বান্দৰ জাতীয় অমানুহ প্ৰাইমেট বিলাকৰে কিছুমানে সিহঁতৰ চাৰিওখন ঠেং ব্যৱহাৰ কৰি মাটিত খোজ কাঢ়ি যাব পাৰে। আন কিছুমানে আকৌ সাধাৰণতে চাৰিখন ঠেঙৰ সলনি দাৰোই দুখন ঠেংহে খোজ কঢ়াৰ বাবে ব্যৱহাৰ কৰে। পাছ ঠেং দুখনেৰে ইহঁতে মানুহৰ দৰে মাটিত খোজ কাঢ়ি আগ বাঢ়ি যাব পাৰে। এই দৰে খোজ কাঢ়ি যোৱাৰ সময়ত ইহঁতে আগ ঠেং দুখন মানুহৰ হাতৰ দৰে ওলোমাই ৰাখে। এই দুখন ঠেঙে তেতিয়া জন্তুটোৰ ভাৰসাম্যতা ৰক্ষা কৰাত সহায় কৰে। পাছৰ ঠেং দুখনেৰে খোজ কাঢ়িব পৰা বান্দৰ জাতীয় প্ৰাণীবিলাকক "মেন লাইক মংকি" বা মানুহৰ নিচিনা বান্দৰ বুলি কোৱা হয়। চাৰিওখন ঠেং ব্যৱহাৰ কৰি খোজ কঢ়া বান্দৰ বিলাকক "দগ্ লাইক মংকি" বা কুকুৰ সদৃশ বান্দৰ বুলি অভিহিত কৰা হয়। ইহঁতক সংক্ষেপতে কুকুৰ-মুখীয়া বান্দৰ বুলিও ক'ব পাৰি।

আমাৰ দেশৰ বিভিন্ন ঠাইত ভিন্ ভিন্ পৰিবেশত বাস কৰা সাধাৰণ বিধ বান্দৰকে আৰম্ভ কৰি আৰু বহুতো প্ৰকাৰৰ বান্দৰ জাতীয় প্ৰাণীয়ে চাৰিওখন ঠেং মাটিত পেলাই খোজ কাঢ়ে। মুঠৰ ওপৰত বান্দৰ জাতীয় সৰহ ভাগ প্ৰাণীকে এই চৰিত্ৰ প্ৰদৰ্শন কৰা দেখিবলৈ পোৱা যায়। আমাৰ দেশত বাস কৰা হনুমান বান্দৰ বা লেঙুৰ আৰু লাজুকী বান্দৰ নামৰ প্ৰাণী বিলাকো এই শ্ৰেণীতে পৰে। গোটেই পৃথিৱীখনৰ অন্যান্য ঠাইত বাস কৰা লেমুৰ, মাগাৰে, টাৰচিয়াৰ, লৰিচ (লাজুকী বান্দৰ) বেবোন, মাৰমোচেট, মাণ্ড্ৰিল, উকাৰি আদি বান্দৰ এই দ্বিতীয় শ্ৰেণীত পৰে। প্ৰথম শ্ৰেণীত অন্তৰ্ভুক্ত কৰা বান্দৰ গোষ্ঠীৰ প্ৰাণীৰ সংখ্যা সিমান বেছি নহয়। গৰিলা, চিম্পাঞ্জী, ওৰাং ওটান প্ৰভৃতি প্ৰাণী এই শ্ৰেণীত পৰে। আমাৰ হলৌ বান্দৰ নামেৰে জনাজাত বান্দৰ গোষ্ঠীৰ প্ৰাণীকে আৰম্ভ কৰি গীবন ফৈদৰ বেলেগ বেলেগ প্ৰাণীবোৰ এই শ্ৰেণীত অন্তৰ্ভুক্ত কৰিব পাৰি। উল্লেখ যোগ্য যে প্ৰথম ফৈদত অন্তৰ্ভুক্ত কৰা আটাইবিলাক বান্দৰৰ বসতি-

স্থান পূব গোলাৰ্দ্ধৰ এচিয়া আৰু আফ্ৰিকা মহাদেশ দুখনতে সীমিত হৈ আছে সিহঁতৰ বসতিস্থান অন্যান্য মহাদেশলৈ সম্প্ৰসাৰিত হোৱা নাই। ইহঁতক দুটা নিৰ্দিষ্ট গোত্ৰ বা পৰিয়ালত তালিকাভুক্ত কৰা হৈছে। গৰিলা, চিম্পাঞ্জী আৰু ওৰাং ওটানক যিটো



হলৌ বান্দৰ

গোত্ৰত অন্তৰ্ভুক্ত কৰা হৈছে সেই গোত্ৰক পংগিদি গোত্ৰ বা পৰিয়াল বুলি কোৱা হয়। হলৌ বান্দৰকে আদিকৰি গীবন বিলাকক হাইলোবেটিদি পৰিয়ালত স্থান দিয়া হৈছে।

ভাৰতবৰ্ষৰ চাৰি সীমাৰ ভিতৰত হলৌ বান্দৰৰ বাসস্থান আৰু বিচৰণ ভূমি পূৰ্বাঞ্চলৰ অসম আৰু অন্যান্য ৰাজ্য কেইখনতে আৱদ্ধ হৈ থকাৰ কথা জনা যায়। এইবিধ বান্দৰ জাতীয় প্ৰাণীৰ কোনো নেজ নাথাকে আৰু ইয়াৰ আগৰ ঠেং দুখন পাছৰ ঠেং দুখনতকৈ ভালেখিনি দীঘল হয়। গাত গজা নোমবিলাকৰ বৰণ সাধাৰণতে বগা হয়। মাইকী হলৌ বান্দৰৰ বয়স আগবাঢ়ি গলে গাৰ নোমবোৰ শেঁতা পৰি পীতবৰ্ণ ধাৰণ কৰে। চকুৰ চেলাউৰীৰ ওপৰেদি বৈ পৰা নোমখিনিৰ বৰণ বগা হয়। এই বগা বৰণীয়া নোমৰ পটিডাল কপালত নিয়মি থকাৰ বাবে এইবিধ গীবনক তোৰাইটোৰাউদ গীবন বা বগা চেলাউৰী থকা হলৌ বান্দৰ বুলি কোৱা হয়। বাংলাদেশৰ চটি-গঙেদি ব্ৰহ্মদেশ পাৰ হৈ খাইলেণ্ড পৰ্যন্ত এইবিধ বিচিত্ৰ আকাৰৰ বান্দৰৰ বসতিস্থান আৰু বিচৰণ ভূমি সম্প্ৰসাৰিত হৈ আছে।

যিবিলাক অৰণ্যভূমি ওখ ওখ গছেৰে পৰিপূৰ্ণ আৰু য'ত খোৱা বস্তু যথেষ্ট পৰিমাণে পোৱা যায় হলৌ বান্দৰে তেনেবোৰ ঠাইকে বাস কৰিবৰ বাবে নিৰ্বাচন কৰি লয়। সাধাৰণতে ইহঁতে জাক বান্ধি একে ডোখৰ ঠাইতে বাস কৰে। মতা, মাইকী আৰু পোৱালিবোৰক লৈ একোটা জাকৰ সৃষ্টি হয়। দিনৰ সৰহখিনি সময় ইহঁতে গছৰ ওপৰত বগাই বগাই সময় অতিবাহিত কৰে। ৰাতি হলে হাবিৰ মাজৰে এডোখৰ নিজান ঠাইৰ গছত আলেঙে আলেঙে জিৰণি লৈ থাকে। ৰাতিপুৱাৰ বেলিটো ওলাই অহাৰ লগে লগে ইহঁতে গছৰ ডালত বগাবলৈ আৰম্ভ কৰে। ইহঁতৰ দীঘল হাত দুখনেৰে গছৰ ডালত ধৰি ধৰি ইঠাইৰ পৰা সিঠাইলৈ যায়। গছ জোপাৰ এটা ডালৰ পৰা আন এটা ডাললৈ এইদৰে গতি কৰি গৈ থকাৰ উপৰিও এজোপা গছৰ পৰা আন এজোপা গছলৈ আগ বাঢ়ি গৈ থাকে। সাধাৰণতে একেটা পথকে ইহঁতে দিনৰ পাছত দিন ধৰি অনুসৰণ কৰে। ৰ'দ ওলাবলৈ আৰম্ভ কৰা সময়খিনিত ইহঁতে উকি মাৰি মাৰি শব্দ উচ্চাৰণ কৰে আৰু এই শব্দৰ ধ্বনি বহুত দূৰৰ পৰা শুনিবলৈ পোৱা যায়। পোন প্ৰথমতে এটা হলৌ বান্দৰে শব্দ উচ্চাৰণ কৰে। তেতিয়া ওচৰৰ গছবোৰত উঠি থকা আনবিলাক হলৌ বান্দৰে তদ্ৰূপ শব্দ উচ্চাৰণ কৰি গোটেই হাবিখন ৰজনজনাই তোলে। ভৰ-দুপৰীয়াৰ সময়খিনিত হলৌ বান্দৰ জাকে গছৰ ডালত বহি জিৰণি লয় আৰু আবেলি বেলিকা পুনৰ আহাৰ বিচাৰি ইফালে সিফালে থকা গছৰ ডালবোৰত বগাবলৈ আৰম্ভ কৰে। এইদৰে সূৰ্য্য বুৰাৰ সময়ত ইহঁতে আকৌ চিঞৰিবলৈ আৰম্ভ কৰে আৰু গোটেই হাবিখনকে পুনৰ সজীৱ কৰি তোলে। মাটিত খোজকাঢ়ি যাব লগীয়া হলে ইহঁতে খোজ কঢ়াৰ বাবে পাছৰ ঠেং দুখন ব্যৱহাৰ কৰে। ওলমি থকা দীঘল হাত দুখনে জন্তুটোৰ ভাৰসাম্যতা ৰক্ষা কৰাত সহায় কৰে।

হলৌ বান্দৰৰ মাইকী জনীয়ে এবাৰত এটাকৈ পোৱালি জগায় বুলি জনা যায়। সাধাৰণতে জাৰকালিৰ সময়ত তাই পোৱালি জগায়। মাক জনীয়ে প্ৰায়েই পোৱালিটো পিঠিৰ ওপৰত তুলি লৈ ফুৰে। এইদৰে পিঠিৰ ওপৰত পোৱালিটো বোকোচাত বান্ধি লৈ লৈয়েই তাই এটা ডালৰ পৰা আন এটা ডাললৈ জাপ মাৰি মাৰি যায়। হলৌ বান্দৰে পোঁহ মানে। গিৰিহঁতে কোনো খোৱা বস্তু তাৰ হাতত দিলে সি অতি আগ্ৰহেৰে লৈ খাবলৈ আৰম্ভ কৰে। তদুপৰি গিৰিহঁতক সি অনুসৰণ কৰি খেমেলীয়া স্বভাৱ প্ৰদৰ্শন কৰে।

# সমুদ্ৰবাসী স্তন্যপায়ী জন্তুসমূহ

এতিয়ালৈকে ভাৰত উপ মহাদেশখনত সাধাৰণতে বাস কৰা যিবিলাক স্তন্যপায়ী জন্তুৰ জীৱন বুৰঞ্জী বৰ্ণনা কৰা হ'ল সেই সকলোবিলাক প্ৰাণীয়েই পৃথিৱীৰ উপবিভাগৰ মাটিত বাস কৰে। সেই কাৰণে এইবিলাক প্ৰাণীক খাউকতে স্থলচৰ প্ৰাণী বুলি কব পাৰি। এই প্ৰবন্ধত পানীৰ তলত আৰু পানীৰ উপৰিভাগত নাদুৰি-সাতুৰি সময় অতি-বাহিত কৰা স্তন্যপায়ী জন্তু বিলাকৰ বিষয়ে আলোচনা আগ বঢ়াবলৈ চেষ্টা কৰা হ'ব। কোৱা বাহুল্য যে স্তন্যপায়ী জলচৰ প্ৰাণীবিলাকৰ সৰহ ভাগেই মহা-সমুদ্ৰৰ বিশাল জল-ৰাশিত বাস কৰে। তাৰে ভিতৰত কেইবিধমান বিচিত্ৰ প্ৰাণীয়ে সাধাৰণতে পানীত থাকিবলৈ ভাল পায় যদিও মাজে সময়ে বামলৈও উঠি উঠি আহে আৰু একে লেঠাৰিয়ে বহুতো সময় সাগৰৰ পাৰৰ মাটি ভাগত কিম্বা বৰফৰ চাননিৰ ওপৰত কটাই দিয়েহি। এনেবিলাক প্ৰাণীক খাউকতে পিনিপেদিয়া ( Pini-pedia ) নামৰ এটা গোট বা উপ-শ্ৰেণীত অন্তৰ্ভুক্ত কৰা হয়। চিল, চি-লায়ন আৰু বাজৰাচ নামেৰে জনাজাত প্ৰাণী কেইবিধ এই উপ-শ্ৰেণীত পৰে। পৃথিৱীৰ উপৰিভাগত থকা বায়ুমণ্ডল আৰু গভীৰ পানীৰ তলত সমান দক্ষতাৰে বহুতো সময় কটাব পৰাৰ আচৰিত চাৰিত্ৰিক গুণৰ অধি-কাৰী হোৱাৰ বাবে এই প্ৰাণীবিলাকক হয়তো উভয়চৰ প্ৰাণীৰ আখ্যাও দিব পাৰি। উল্লেখযোগ্য যে পিনিপেদিয়া গোটত ঠাই পোৱা প্ৰাণীবিলাকৰ ঠেং নাই। চৰাইৰ ডেউকাৰ দৰে ফ্লিপাৰ নামৰ শাৰীৰিক গঠনে পানীত সাতুঁৰা আৰু মাটিত ইফালে সিফালে যোৱা কামত ইহঁতক সহায় কৰে।

ওপৰত উল্লেখ কৰি অহা পিনিপেদিয়া উপশ্ৰেণীৰ কোনো এবিধ প্ৰাণীকো ভাৰত উপ মহাদেশৰ জলৰাশিত বাস কৰা দেখিবলৈ পোৱা নাযায়। ব্ৰহ্মপুত্ৰ, গঙ্গা, যমুনা, মহানদী, গোদাবৰী, তাপ্তী, কৃষ্ণা, কাবেৰী আদি মহাবাহু নদ-নদী সমূহ আৰু এই নদী-বিলাকৰ উপনদী বিলাকৰ কথাই নাই আনকি ভাৰতৰ উপকূলবৰ্তী ঠাই আৰু সমুদ্ৰৰ জলৰাশিতো ইহঁতৰ কোনো এবিধ প্ৰাণীকো দেখিবলৈ পোৱা নাযায়।

দ্বিতীয় উপশ্ৰেণী বা গোটত অন্তৰ্ভুক্ত কৰা স্তন্যপায়ী জলচৰ প্ৰাণীবিলাকক চিটা-চিয়া ( Cetacea ) নামেৰে অভিহিত কৰা হয়। তিমিমাছ ( Whale ) বিলাক এই উপ-শ্ৰেণীত পৰে। উল্লেখযোগ্য যে হোৱেল বিলাকক আমাৰ ভাষাত তিমিমাছ বুলি কোৱা হয় যদিও ইহঁত প্ৰকৃততে মাছ নহয়। পানীত বাস কৰা প্ৰকৃতিৰ প্ৰাণী হ'লেও ইহঁতৰ শাৰীৰিক গুণাগুণত স্তন্যপায়ী জন্তুৰ চৰিত্ৰহে বিকাশ সাধন হোৱা দেখা যায়। এইবিলাক প্ৰাণীয়ে মাছৰ দৰে কণী পাৰি পোৱালি উৎপাদন নকৰে। স্তন্যপায়ী জন্তু

বিলাকৰ দৰে ইহঁতে পোৱালি জগাই ডাঙৰ দীঘল কৰে। তিমিমাছ বা হোৱেলৰ বহুতো জাত আছে আৰু এই হোৱেল বিলাকে মহাসমুদ্ৰৰ বিশাল জলৰাশিত ঠায়ে ঠায়ে বাস কৰে। কিছুমানে সাগৰৰ পানীৰ উপৰিভাগত থাকিবলৈ ভাল পায়। কিছুমানে পানীৰ বহুত তললৈ গৈ পানীৰ তলে তলে বুৰমাৰি বুৰমাৰি পৰিভ্ৰমণ কৰি ফুৰে। দুই এবিধ তিমি মাছে মহাসমুদ্ৰৰ গভীৰ তলিত নাদুৰি সাতুঁৰি সময় অতিবাহিত কৰে। সিহঁতৰ কিছুমান আকাৰত বিৰাট ডাঙৰ হয়। ইয়াৰ ভিতৰত ব্লু-হোৱেল ( Blue Whale ) বা নীলা তিমিমাছ নামৰ প্ৰাণীবিধ আকাৰত আটাইতকৈ ডাঙৰ হয়। পূৰ্ণ বয়স পোৱা একোটা ব্লু-হোৱেল দীঘলে দীঘলে এশ ফুটতকৈ বেছি হ'লেও কম নহ'ব। আন কিছুমান জাতৰ তিমিমাছ বিলাক আকাৰত ব্লু-হোৱেলৰ তুলনাত অলপ সৰু হয়। কিন্তু ব্লু-হোৱেলতকৈ আকাৰত সৰু হ'লেও এইবিলাক তিমি মাছকো বিৰাট আকাৰৰ জলচৰ প্ৰাণী বুলিয়েই ক'ব লাগিব। উল্লেখযোগ্য যে বৰ্তমান যুগত পৃথিৱীত যিমান বিলাক জলচৰ আৰু স্থলচৰ প্ৰাণী জীৱিত অৱস্থাত বাচি আছে সেই আটাইবিলাকৰ ভিতৰত তিমিমাছৰ কেইটামান জাতেই আকাৰত আটাইতকৈ ডাঙৰ। ব্লু-হোৱালেতকৈ তুলনামূলক ভাৱে অলপ সৰু আকাৰৰ তিমিমাছ জাতীয় প্ৰাণীবিলাকৰ ভিতৰত স্পাৰ্ম হোৱেল, গ্ৰে-হোৱেল, ব্লেক-ৰাইট হোৱেল, ফিন্-হোৱেল, ব'হেড-হোৱেল, হাম্পবেক হোৱেল আদিৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পৰা যায়। কিছুমান জাতৰ তিমিমাছ বিলাক অৱশ্যে আকাৰত বহুতো সৰু হয়। বৰণত ইহঁতৰ দুই এবিধ বগা বা হালধীয়া আৰু কেইবিধমান চিলা-পথৰা কৈ ধুনীয়া হয়। তাৰ ভিতৰত পাইলট্-হোৱেল আৰু কিলাৰ-হোৱেল নামেৰে জনাজাত দুবিধ তিমিমাছৰ নাম উল্লেখ কৰিব পাৰি। এই-বিলাক তিমিমাছে পোঁহ মানে আৰু ডলফিন, চিল আদি জলচৰ প্ৰাণীৰ দৰে নানা প্ৰকাৰৰ খেল-ধেমালি প্ৰদৰ্শন কৰি মানুহক আনন্দ দিয়ে। পাইলট-হোৱেল আৰু কিলাৰ-হোৱেল নামেৰে জনাজাত দুবিধ তিমিমাছে ধেমেলীয়া চৰিত্ৰ প্ৰদৰ্শন কৰে আৰু শিকা-ওতাঁ জনৰ নিৰ্দেশ অনুযায়ী পানীত সাতুঁৰি সাতুঁৰি থকা অৱস্থাতে পানীৰ উপৰি ভাগতে লুটিবাগৰ মাৰে আৰু পানীৰ ওপৰলৈ বিভিন্ন ভঙ্গিমাত জাপ মাৰি বিবিধ খেল প্ৰদৰ্শন কৰে। ইউৰোপ, আমেৰিকাৰ উন্নত দেশ বিলাকৰ মেৰিণ-লেণ্ড ( Marineland ) ঔচিনেৰিয়ম ( Oceanarium ) চি-ৱৰ্ল্ড ( Sea World ) একুৱাৰিয়াম ( Aquarium) আদি বহুতো আনন্দ বিলাসী অনুষ্ঠান আছে। এই অনুষ্ঠান বিলাকত প্ৰতিদিনে জলচৰ প্ৰাণীবিলাকে পৰিবেশন কৰা নানা ধৰণৰ বিচিত্ৰ খেল প্ৰদৰ্শন কৰা হয়। হাজাৰ হাজাৰ মানুহে এই খেল-ধেমালি বিলাক চাই অসীম আনন্দ উপভোগ কৰে। ল'ৰা-ছোৱালী বিলাকে এই বিচিত্ৰ প্ৰাণীবিলাকৰ বিষয়ে বহুতো জ্ঞান আহৰণ কৰিব পাৰে।

ইউৰোপ, আমেৰিকা, অষ্ট্ৰেলিয়া আদি মহাদেশৰ কিছুমান মানুহে বহুত পৰিমাণৰ ডাঙৰ আকাৰৰ হোৱেল বা তিমিমাছ প্ৰতি বছৰে বধ কৰে। এইদৰে ধাৰাবাহিক ভাৱে বছৰি বছৰি এই জন্তুবিলাকক বধ কৰোঁতে কৰোঁতে এতিয়া সাগৰ মহাসাগৰৰ জলৰাশিত বাস কৰা তিমিমাছ বিলাকৰ সংখ্যা আশাতীত ভাৱে কমি আহিল। ইতিমধ্যে বহুতো উন্নত দেশৰ উদ্যোগপতি ব্যক্তি সকলৰ কিছুমানে তিমিমাছ বধ কৰা কামক জীৱন

ধাৰণৰ মুখ্য অৱলম্বন ৰূপে বাচি ল'লে। ঠায়ে ঠায়ে তিমিমাছ বধ কৰাৰ উদ্দেশ্যে শিল্পানুষ্ঠান বিলাক গঠন কৰা হ'ল। আনহাতে পৃথিৱীৰ সমুদ্ৰভাগৰ জলৰাশিত তিমি-মাছৰ সংখ্যা বহু পৰিমাণে হ্ৰাস পোৱাত শিল্পানুষ্ঠান বিলাকে মহা বিপৰ্যয়ৰ সন্মুখীন হ'ব লগীয়া হ'ল। বিশ্বৰ প্ৰকৃতি আৰু প্ৰাকৃতিক সম্পদ ৰাশি সংৰক্ষণৰ বাবে যিটো আন্তৰ্জাতিক অনুষ্ঠান গঠন কৰা হৈছে ( International union for Conservation of Nature and Natural Resources ) সেই অনুষ্ঠানৰ কৰ্মকৰ্তা আৰু সদস্যবৃন্দই এই ভয়াবহ পৰিস্থিতিৰ বিষয়ে গভীৰ ভাৱে চিন্তা কৰিছে। এই সন্দৰ্ভত আন্ত-ৰ্জাতিক তিমি শিল্প আয়োগ ( International Whaling Commission ) নামৰ এটা অনুষ্ঠানো ইতিমধ্যে গঠন কৰা হৈছে। এই অনুষ্ঠানৰ সদস্যবৃন্দই গভীৰ ভাৱে আলো-



স্পাৰ্ম হোৱেল

চনা-বিলোচনা কৰি এই সিদ্ধান্তলৈ আহিছে যে ১৯৮৫ চনৰ পৰা তিমিমাছ বধ কৰা কিছুদিনৰ বাবে একেবাৰে বন্ধ কৰি দিব লাগে। তিমিমাছ বধ কৰা শিল্পই (Whaling (Industry ) অগ্ৰগতি লাভ কৰা বহুতো উন্নত দেশৰ চৰকাৰে এই বিষয়ত সহাৰি জনাই সন্তাৱৰ পৰিচয় দিছে। এই সম্পৰ্কত জাপানৰ নাম বিশেষ ভাৱে উল্লেখ কৰিব পাৰি। উল্লেখ যোগ্য যে প্ৰতি বছৰে জাপানলৈ বহু পৰিমাণৰ তিমিমাছ-জাত সামগ্ৰী পৃথিৱীৰ বিভিন্ন দেশৰ পৰা আমদানি কৰা হয়। সেই কাৰণে আন্তৰ্জাতিক তিমি শিল্প আয়োগৰ সদস্যসকলে আশা পোষণ কৰিছে যে জাপানলৈ তিমিমাছ-জাত

সামগ্ৰীৰ আমদানি বন্ধ হ'লে বহুতো দেশত তিমি শিল্পৰ পতন ঘটিব। ফলত মহা-সমুদ্ৰবিলাকৰ জলৰাশিত বাস কৰা বিভিন্ন জাতৰ তিমিমাছ বিলাকে স্বাভাৱিক পৰিবেশ বিলাকত বাচি থাকিবলৈ সক্ষম হ'ব। সিহঁতৰ জন্তু-সংখ্যা ( Population ) ক্ৰমে বাঢ়ি-বলৈ আৰম্ভ কৰিব আৰু কালক্ৰমত পূৰ্বৰ শুভ দিনবোৰ আকৌ পৃথিৱীলৈ ঘূৰি আহিব। উল্লেখযোগ্য যে তিমিবিলাকক বচাই ৰখা আন্তৰ্জাতিক তিমি শিল্প আয়োগে কোনো আশাজনক সমিধান লোপোৱাত সংশ্লিষ্ট অনুষ্ঠানৰ সদস্য বৃন্দ উদ্বিগ্ন হৈ পৰা দেখিবলৈ পোৱা গৈছিল। পৃথিৱীৰ আটাইবিলাক সংশ্লিষ্ট দেশৰ পৰা আশা-নুৰূপ সহায় আৰু সহানুভূতি নাপালে তিমিমাছ সংৰক্ষণৰ কামত যে বাধা পৰিব এই কথাৰ পুনৰুল্লেখ নিষ্প্ৰয়োজন।

তিমি শিল্পৰ ( Whaling Industry ) জন্ম আৰু অগ্ৰগতিৰ বিষয়ে কিছু কথা এতিয়া আলোচনা কৰা যাওক। মানৱ সভ্যতাৰ বহুত দিন পূৰ্বেই যে সংশ্লিষ্ট দেশ-বিলাকত তিমি শিল্পই অগ্ৰগতি লাভ কৰিছিল এই কথা পুনৰাই নকলেও হ'ব। তিমি শিল্পত আত্ম নিয়োগ কৰা লোকসকলে দোপতদোপে উন্নতি কৰি উৰ্দ্ধ শিখৰত নিজক প্ৰতিষ্ঠা কৰিবলৈ সক্ষম হৈছিল। কিছুমান লোকে অসীম ঐশ্বৰ্যশালী হৈ পৰিয়াল সহ মহা আনন্দত জীৱন যাপন কৰিছিল। কিছুমানৰ ভাগ্য উদয় হৈছিল আৰু আন কিছু মানে তিমিমাছ চিকাৰত মহা সমুদ্ৰলৈ জাহাজত যাত্ৰা আৰম্ভ কৰি দৈব দুৰ্বিপাকত দুৰ্ঘটনাত পতিত হ'ব লগীয়া হৈ প্ৰাণ বিসৰ্জন দিছিল।

আমেৰিকাৰ ঠায়ে ঠায়ে তিমি শিল্পৰ কাহিনী অঙ্কন কৰা কিছুমান সংগ্ৰহালয় স্থাপন কৰি ৰখা হৈছে। উত্তৰ মেৰুৰ দুৰ্গম বৰফাচ্ছন্ন ঠাইবিলাকলৈ উন্নতিকামী আৰু সাহসী উদ্যোগপতি সকলে পূৰ্বতে পালতৰা নাৱৰ নিচিনা জাহাজত উঠি গৈ কেনেকৈ জীৱন বিপন্ন কৰিব লগীয়া হৈছিল আৰু তেওঁলোকৰ বহুতেই কেনেকৈ জীৱন উছৰ্গা কৰিব লগীয়া হৈছিল এই সংগ্ৰহালয় বিলাকত তেনে পৰিস্থিতিবিলাকৰ জীৱন্ত স্বৰূপ প্ৰতি-কৃতিৰ দ্বাৰা ৰূপায়ণ কৰা হৈছে। আমেৰিকাত থাকোঁতে তেনে ধৰণৰ অনুষ্ঠান বিলাক দৰ্শন কৰি তিমি মাছৰ জীৱন বুৰঞ্জী আৰু তিমি শিল্পৰ কাৰ্যকলাপৰ বিষয়ে জানিব লগীয়া কথা বিলাকৰ জ্ঞান আহৰণ কৰিবলৈ যত্ন কৰিছিলোঁ। ইয়াৰ ভিতৰত মুজ হিল পক্ষীবিহাৰৰ ( Moose Hill Bird Sanctuary ) অন্তৰ্গত স্থাপন কৰা তিমি শিল্পৰ সংগ্ৰহালয়ৰ ( Whaling Museum ) নাম বিশেষ ভাৱে উল্লেখ কৰিব পৰা যায়।

তিমি শিল্প ( Whaling Industry ) আৰু তিমি শিল্পৰ লগত পৰোক্ষ ভাৱে সাঙুৰ খাই থকা বিষয়-বস্তু বিলাকৰ লগত আমেৰিকাৰ মানুহ বিলাক বাৰুকৈয়ে জৰিত হৈ থকা দেখা যায়। এই সম্পৰ্কত আমেৰিকাৰ পূৰ্বাঞ্চলত থকা ৰাজ্য কেইখনমানৰ মানুহবিলাকৰ কথা বিশেষভাৱে উনকিয়াব পাৰি। এই ৰাজ্যবিলাকৰ ভিতৰত নিউ ইয়ৰ্ক, মাচাচোছেট, নিউ হেম্চায়াৰ, ৰোড আয়াৰলেণ্ড আৰু মেইন্ নামৰ ৰাজ্য কেই-খনৰ কথা ক'ব পাৰি। থাউকতে এই আটাই কেইখন ৰাজ্যক নিউ ইংলণ্ড নামেৰে অভিহিত কৰা হয়। কলম্বছে আমেৰিকা মহাদেশ আৱিষ্কাৰ কৰি উলিওৱাৰ পাছত ইংৰাজ সকলৰ বহুতে গৈ এইবিলাক ঠাইত উপনিবেশ স্থাপন কৰিছিলগৈ। এই

ঠাইবোৰ তেতিয়া প্ৰচুৰ পৰিমাণৰ প্ৰাকৃতিক সম্পদেৰে পৰিপূৰ্ণ হৈ আছিল। মানুহৰ বসতি তাত তেনেই তাকৰ আছিল। জনশূণ্য বনভূমি বিলাকৰ মাজত ৰেড্ ইণ্ডিয়ান সকলৰ কেইটামান সম্প্ৰদায়ৰ মানুহ সেৰেঙা সেৰেঙকৈ বাস কৰিছিল। উল্লেখযোগ্য যে ৰেড ইন্দিয়ান বিলাকে তেতিয়া ইংৰাজী, ফৰাচী আদি কোনো ইউৰোপীয় ভাষা নাজানিছিল। সেই কাৰণে তেওঁলোকে নবাগত সকলক সন্দেহৰ চকুৰে চাইছিল। কালক্ৰমত তেওঁলোকৰ ভিতৰৰে কোনো কোনো মানুহে দুই চাৰিটা ইংৰাজী কথা ক'বলৈ শিকিলে। ইংৰাজসকলে তেওঁলোকৰ লগত বন্ধুত্ব কৰিলে। সংঘৰ্ষৰ সম্ভাৱনা লাহে লাহে কমি আহিল।

সাগৰ উপসাগৰৰ উপকূলৱৰ্তী জলৰাশি, সমূহৰ পাৰৰ বালিচৰ, উপকূলৰ থল ভাগত থকা সৰু-সুৰা জলাশয় আৰু নদ-নদীৰ সঙ্গমস্থলৰ বালিঅঁহীয়া ঠাইবোৰত নানাবিধৰ প্ৰাণী বাস কৰে। এই জীৱজন্তু বিলাকৰ ভিতৰত মানুহৰ খাদ্যৰ উপযোগী কিছুমান জলচৰ প্ৰাণীও আছে। আন কিছুমান প্ৰাণীক অৰ্থনৈতিক দৃষ্টিকোণৰ ফালৰ পৰা অতি মূল্যবান বুলি গণ্য কৰা হয়। খাদ্যৰ উপযোগী প্ৰাণী বিলাকৰ ভিতৰত লব্‌ষ্টাৰ নামৰ এবিধ, ডাঙৰ মিছা মাছ আৰু কেইবিধ মান শামুক গোষ্ঠীৰ জলচৰ প্ৰাণী পৰে। এই সম্পৰ্কত স্কেলপ, ক্লেম্ (Clam) ক্ৰেব (Crab) অৰ্থাৎ খাদ্যোপযোগী কেঁকোৰা কেইবিধ মানৰ নাম উল্লেখ কৰিব পাৰি। মাচাচুছেট নামৰ ৰাজ্যখন মাৰ্কিন যুক্তৰাষ্ট্ৰৰ পূৰ্বাঞ্চলত থকা সমুদ্ৰৰ পাৰত অৱস্থিত। এইখন উপকূলৱৰ্তী ৰাজ্যৰ অন্তৰ্গত কেপ কড নামৰ যিটো উপদ্বীপ আছে সেই উপদ্বীপটোৱে পুৰণি দিনৰ কিছুমান অথ-পূৰ্ণ সাথৰ সামৰি ৰাখিছে। এই উপদ্বীপটো দীঘলে দীঘলে প্ৰায় ৪৫ কিলোমিটাৰৰ কম নহ'ব। এজন দৈত্যকায় মানুহৰ হাত এখনৰ আকৃতিত গঢ় লোৱা এই উপদ্বীপটো আট্‌লাণ্টিক মহাসাগৰৰ অশান্ত জলৰাশিয়ে সাৱটি ৰাখিছে। পথালিয়ে পথালিয়ে এই উপদ্বীপবোৰৰ ব্যাপকতা অতি কম। কোনো কোনো ঠাইত বহলে বহলে দুই বা তিনি কিলোমিটাৰতকৈ বেছি হোৱা দেখা নাযায়। সৰল ( Pine ) এচ্‌পেন ( Aspen ) উইলো (Willow) মেপল্ ( Maple ) আদি গছে এই উপদ্বীপটোক সজাই পৰাই ৰাখিছে। আকাৰত অৰণ্যে এই গছবোৰ সিমান ডাঙৰ হোৱা দেখা নাযায়। সিহঁতক দেখিলে বয়সত কম আৰু আকাৰ আকৃতিত গঁঠীয়া যেন লাগে।

ইউৰোপৰ পৰা অহা মানুহ বিলাকে কড্ উপদ্বীপৰ চাৰিওফালে থকা সাগৰৰ পানীত প্ৰচুৰ পৰিমাণৰ কড্ মাছ ( Cod-fish ) দেখিবলৈ পাইছিল। তেওঁলোকৰ বহুতে কড্ মাছ ধৰা বৃত্তিটোক জীৱন ধাৰণৰ মুখ্য অৱলম্বন ৰূপে গ্ৰহণ কৰিছিল। কালক্ৰমত উপকূলৱৰ্তী সমুদ্ৰৰ পানীত কড্ মাছৰ সংখ্যা কমি আহিল আৰু এই ব্যৱসায়ী সকলৰ জীৱন ধাৰণৰ সুগম পথ বন্ধ হ'ল। উদ্যোগী আৰু উৎসাহী ব্যক্তি সকলে তেতিয়া তিমিমাছ বধ কৰা ব্যৱসায়ত আত্মনিয়োগ কৰিলে। এই কামৰ বাবে তেওঁলোকে বহুতো সাগৰ ভ্ৰমণৰ উপযোগী পাল-তৰা জাহাজ তৈয়াৰ কৰিলে। এই জাহাজ বিলাকত উঠি তেওঁলোকে সাগৰৰ পানীত তিমিমাছ বধ কৰিবৰ বাবে যাত্ৰা আৰম্ভ কৰিলে। কালক্ৰমত এইদৰে তিমিমাছ মৰাৰ কামে ইমান ব্যাপক ৰূপ ধাৰণ

কৰিলে যে কড় উপদ্বীপৰ আশে পাশে থকা সমুদ্ৰৰ পানীত তিমি মাছৰ সংখ্যা একেবাৰে কমি আহিল। তেতিয়া এই ব্যৱসায়ী লোকসকলে মহাসমুদ্ৰৰ মাজৰ পানী ভাগলৈ যাত্ৰা আৰম্ভ কৰিবলৈ ধৰিলে। কেতিয়াবা কেতিয়াবা সমুদ্ৰযাত্ৰী জাহাজ ঘূৰি আহি আগৰ ঠাই পাওঁতে তিমি চাৰি মাহ সময় লাগিছিল। অকল আট্লাণ্টিক মহাসাগৰৰ অশান্ত জলৰাশিতেই এই তিমি মাছ ধৰা মানুহ বিলাকৰ কাৰ্যকলাপ সীমিত হৈ থকা নাছিল। তেওঁলোকে সমুদ্ৰ যাত্ৰাত উত্তৰ-মুৰা হৈ গৈ গৈ কেতিয়াবা উত্তৰ মহাসাগৰৰ বৰফাচ্ছন্ন ঠাইবোৰ পাইছিলগৈ। মহাসমুদ্ৰৰ মাজত প্ৰৱাহমান প্ৰবল ধুমুহাত আক্ৰান্ত হৈ বহুতো তিমিমাছ ধৰীয়া জাহাজ অথাই সাগৰত ডুব গৈছিল। বাটলৈ চাই বৈ থকা পৰিয়াল বৰ্গই বহুত দিনৰ পাছতহে শোকাবহ ঘটনাৰ সম্ভেদ পাইছিল। চকুৰ পানী টুকি পৰিয়ালবৰ্গই অশুভ বাতৰি আদৰিব লগীয়া হৈছিল। দুৰ্ঘটনাত পতিত হোৱা জাহাজৰ তিমিমাছ ধৰা মানুহৰ দুই এজনে কিবা প্ৰকাৰে কেতিয়াবা প্ৰাণটো বচাই নাদুৰি সাতুঁৰি সমুদ্ৰৰ উপকূলৰ বালিঅঁহীয়া ঠাই কিম্বা পাথৰেৰে পৰিবেষ্টিত থিয় গৰাৰ বিপদ সঙ্কুল ঠাইত উপনিত হৈছিলহি। পিছে অতিপাত ঠাণ্ডাত আক্ৰান্ত হোৱা এই মানুহ বিলাকৰ বহুতে খোজ কাঢ়ি কাঢ়ি ঘৰ পোৱাৰ আগতে মৃত্যুক আকোঁৱালি ল'ব লগীয়া হৈছিল। এই মানুহবিলাকক ৰক্ষা কৰিবৰ বাবে আমেৰিকাত কোষ্ট গাৰ্ড (Coast Gourd) বা উপকূলৰক্ষী বাহিনী গঠন কৰিব লগীয়া হৈছিল। এই উপকূলৰক্ষী বাহিনী বিলাকে এতিয়াও আমেৰিকাৰ উপকূল বিলাকৰ তত্বাৱধান লয়। এনে ধৰণৰ শোকাবহ ঘটনাৰে ৰঞ্জিত বহুতো কাহিনী তিমি শিল্প জগতত কলঙ্কৰ দৰে জিলিকি আছে বুলি ক'ব পাৰি। এই কলঙ্ক মোচন কৰা সামান্য কথা নহয়। যুগ যুগান্তৰৰ পাছতো মানৱ জাতিৰ সন্তান সন্ততি সকলে এই শোকাবহ ঘটনাবোৰ সোঁৱৰিব লাগিব। সেয়েহে তিমি শিল্প উদ্যোগক জীৱন্ত ৰূপত প্ৰদৰ্শন কৰা এই তিমি মাছৰ সংগ্ৰহালয় বা যাদুঘৰবোৰে আজি সকলোৰে মনোযোগ লাভ কৰিবলৈ সক্ষম হৈছে। এই মিউজিয়াম বিলাকে ভবিষ্যতেও যে সকলোৰে পৰা আদৰ সমাদৰ পাব পাৰিব এই বিষয়ে সন্দেহ কৰিবৰ কাৰণ আছে বুলি ভাবিব নোৱাৰি।

এতিয়া তিমিমাছ বিলাকৰ আকাৰ আকৃতি আৰু স্বভাৱ চৰিত্ৰৰ বিষয়ে অলপ আলোচনা কৰা যাওক। আগতেই উল্লেখ কৰি অহা হৈছে যে সকলো জাতৰ তিমিমাছৰ ভিতৰত ব্লু-হোৱেল বা নীলা তিমি নামৰ প্ৰাণীবিধ আকাৰত আটাইতকৈ ডাঙৰ। আচলতে বৰ্তমান যুগত জীৱিত হৈ পৃথিৱীৰ উপৰিভাগত পৰিভ্ৰমণ কৰি ফুৰা প্ৰাণীবিলাকৰ ভিতৰত ব্লু-হোৱেলক সৰ্ববৃহৎ আকাৰৰ জানোৱাৰ বুলি গণ্য কৰা হৈছে। উল্লেখযোগ্য যে সাগৰৰ পানীত বাস কৰা কিছুমান জাতৰ তিমিমাছে নানাবিধৰ সাগৰত থকা মাছ আৰু অন্যান্য প্ৰাণী ভক্ষণ কৰি জীৱন ধাৰণ কৰে। ইয়াৰ ভিতৰত স্পাৰ্ম্-হোৱেল নামৰ তিমিমাছৰ নাম বিশেষভাৱে উল্লেখ কৰিব পাৰি। এইবিধ তিমিমাছৰ ওপৰৰ আৰু তলৰ ঠোঁটত চুটি চুটি আৰু আগ-জোঙা এশাৰী চোকা চোকা দাঁত থাকে। এই দাঁতৰ সহায়ত এইবিধ তিমিমাছে সাগৰত থকা মাছ ধৰি খায়। উল্লেখযোগ্য যে সাগৰৰ পানীত স্কুইড্ (Squid) নামৰ এবিধ দশভোজী

প্ৰাণী বাস কৰে। কেঁকোবাৰ দৰে দহ ঠেঙীয়া প্ৰাণী হলেও স্কুইডৰ দেহৰ উপবিভাগ কোনো ধৰণৰ বাকলিৰ আৱৰণেৰে ঢাক খাই নাথাকে। ব্লু-হোৱেলকে ধৰি কিছুমান জাতৰ তিমিমাছৰ মুখত দাঁতৰ উৎপত্তি হোৱা দেখা নাযায়। দাঁতৰ সলনি সিহঁতৰ মুখৰ এক প্ৰকাৰৰ ঠৰঙা গোঁফৰ উৎপত্তি হয়। এই গোঁফক বালিন (Baleen) নামেৰে অভিহিত কৰা হয়। বালিন নামেৰে পৰিচিত গোঁফৰ বিশেষত্ব হ'ল এয়ে যে এই গোঁফ মুখৰ বাহিৰৰ ফালে উৎপত্তি নহয়। দাঁত দুপাৰিৰ




ব্লু-হোৱেল

নিচিনাকৈ এই গোঁফবোৰ মুখৰ ভিতৰত উৎপত্তি হয়। সিহঁতে দীঘল দীঘল চুলি যেন ঠৰঙা শলাৰে গঠিত একো একোখন ফণিৰ নিচিনা ৰূপ ধাৰণ কৰে। সমুদ্ৰৰ পানীত প্লেঙ্কটন্ (Plankton) নামৰ এবিধ উদ্ভিদৰ উৎপত্তি হয়। শেলুৰৈৰ নিচিনাকৈ এই উদ্ভিদবোৰ পানীৰ মাজতে ওপঙি ওপঙি থাকে। বালিনৰ সহায়ত তিমি মাছে এই প্লেঙ্কটনৰ জাবৰবোৰ জাকৈৰে মাছ ধৰাৰ দৰে ধৰে। মুখৰ ভিতৰত যথেষ্ট পৰিমাণৰ প্লেঙ্কটন্ গোট খালে সেই গোটেইখিনি আহাৰ পেটৰ ভিতৰলৈ প্ৰেৰণ কৰি দিয়ে। ব্লু-হোৱেল নামেৰে অন্যজাত তিমিমাছৰ ক্ষেত্ৰতো বালিন নামৰ গোঁফ উৎপন্ন হোৱা দেখা যায়।

